

# ভাৰতৰ মুক্তি যুঁজত অসম

# ভাৰতৰ মুক্তি যুঁজত অসম


**সম্পাদনাত ঃ**

হৰেন্দ্ৰ নাথ বৰুৱা, সম্পাদনাধ্যক্ষ

সতীশ চন্দ্ৰ কাকতী

চন্দ্ৰপ্ৰসাদ শইকীয়া

লক্ষ্মীধৰ বৰা

ৰবীন্দ্ৰ নাথ নবিচ

গিৰীন্দ্ৰ চন্দ্ৰ চৌধুৰী

নবীন গোস্বামী

**ব্যৱস্থাপনাত ঃ**

গিৰীন্দ্ৰ চন্দ্ৰ চৌধুৰী

ভবেন্দ্ৰ চন্দ্ৰ চৌধুৰী

নবীন গোস্বামী



অসম ৰাজ্যিক মুক্তি যুঁজাৰু অভিবৰ্ত্তন

**গুৱাহাটী**

**১৯৭২**

প্ৰকাশক ঃ
নবীন গোস্বামী
সাধাৰণ সম্পাদক, অভ্যৰ্থনা সমিতি
সেৱামন্দিৰ
গুৱাহাটী-৭

প্ৰথম প্ৰকাশ ঃ
২৩ জানুৱাৰী, ১৯৭২

মূল্য দহ টকা

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ, ৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা ৬

# আমাৰ কথা

১৯৭২ চনৰ আগ ভাগতে পাতিবলৈ মানস কৰা 'অসম ৰাজ্যিক মুক্তি যুঁজাৰু অভিবৰ্ত্তন'খনৰ উপলক্ষে এই গ্ৰন্থখনি যুগুত কৰা হৈছে। মহাত্মা গান্ধীৰ অপূৰ্ব্ব নেতৃত্বত বিশ্বৰ ইতিহাসত অভূতপূৰ্ব্ব ধৰণৰ ভাৰতৰ স্বাধীনতাৰ যুদ্ধখন কেনে ভাবে চলিছিল আৰু এই অহিংস মুক্তিৰ সংগ্ৰাম কেনেকৈ কৃতকাৰ্য্য হৈছিল, জনসাধাৰণ, বিশেষকৈ পিছৰ কালৰ ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীসকলক তাৰ আভাস দিয়াই এই গ্ৰন্থ প্ৰকাশৰ মুখ্য উদ্দেশ্য। আমাৰ দেশ স্বাধীন হোৱাৰ ২৪ বছৰ হ'ল। এই কালছোৱাত জন্মলাভ কৰা কোটি কোটি ল'ৰা-ছোৱালীয়ে স্বাভাৱিকতে সেই অহিংস মুক্তি সংগ্ৰামৰ প্ৰায় একোকে নেজানে। তেওঁলোকৰ যিসকলে এই সংগ্ৰামৰ বিষয়ে অলপ শুনিছে বা বিক্ষিপ্তভাৱে অ'ত ত'ত কিছু পঢ়িবলৈ পাইছে, তেওঁলোকেও এই সংগ্ৰামৰ স্বৰূপ সম্যক উপলব্ধি কৰিব নোৱাৰাটো স্বাভাৱিক। অহিংস সংগ্ৰামৰ দ্বাৰা স্বাধীনতা লাভ কৰাটো তেওঁলোকে সম্ভৱ বুলি নেভাৱে। নানান ঘটনাচক্ৰতহে বৃটিছ গভৰ্ণমেণ্টে ভাৰত পৰিত্যাগ কৰিব লগা হ'ল আৰু অহিংস অসহযোগ আন্দোলনটো তাৰ লগতে এজন বিশিষ্ট সাত্ত্বিক আৰু নৈতিকতাবাদী নেতাৰ এটা ক্ষীণ প্ৰচেষ্টা আছিল বুলি ভাবে। সশস্ত্ৰ আৰু হিংসাত্মক বিদ্ৰোহ বা যুদ্ধ কৰিবলৈ সাহ নকৰা ভীৰুলোক কিছুমানেহে এই অহিংস আন্দোলন কৰিছিল বুলিও তেওঁলোকৰ বহুতে ভাবে।

আমি আশা কৰো, এই কিতাপে ওপৰুক্ত লোকসকলৰ সেই ভুল দূৰ কৰিব আৰু এই কিতাপৰপৰা তেওঁলোকে সেই অহিংস সংগ্ৰামৰ প্ৰকৃত ৰূপ বহু পৰিমাণে উপলব্ধি কৰিবলৈ সক্ষম হ'ব। তেওঁলোকে বুজিব পাৰিব যে, এইটো কিছুমান দুৰ্ব্বল আৰু ভাববিলাসী লোকৰ আন্দোলন নাছিল—ই আছিল দেশৰ হেজাৰ হেজাৰ সাহসী আৰু স্বাধীনতাকামী পুৰুষ-মহিলা, ডেকা-গাভৰুৰ অদম্য আৰু অতুল-সাহসী অভিযান আৰু দেশৰ জনসাধাৰণে এই অভিযান বিপুলভাৱে সমৰ্থন কৰিছিল। এই অহিংস সেনাবাহিনী আৰু তেওঁলোকৰ সমৰ্থক জনসাধাৰণ কেনেকৈ বিদেশী শাসক শক্তিৰ সশস্ত্ৰ আক্ৰমণৰ সন্মুখীন হ'বলগা হৈছিল আৰু কিমান মুনিহ-তিৰোতাই নিৰ্ভিকভাৱে তেনে আক্ৰমণৰ সন্মুখীন হৈ নিজৰ প্ৰাণ বিসৰ্জ্জন দিছিল, তাৰো আভাস ইয়াত পাব পাৰিব। অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ শত্ৰুপক্ষৰ বন্দুক-সঙ্গীনৰ সন্মুখীন হোৱাতকৈ এইদৰে নিৰস্ত্ৰ আৰু অহিংসভাৱে সশস্ত্ৰ আৰু মাৰমুখী শত্ৰুপক্ষৰ সন্মুখীন হোৱাটো অধিক সাহসৰ কাম নহয়নে? এই বিষয়েও অহিংসাবাদৰ সমালোচকসকলে গভীৰভাৱে চিন্তা কৰিবলৈ অবকাশ পাব বুলি আমি আশা কৰো। তেওঁলোকে এই প্ৰসঙ্গত যেন এই কথাও মন কৰে যে পৃথিবীৰ ইতিহাসত হিংসাবাদে কোনো সমস্যাৰ উপযুক্ত আৰু স্থায়ী সমাধান কৰিবপৰা নাই—সি আন্তঃৰাষ্ট্ৰীয় সমস্যাই হওক বা আভ্যন্তৰীণ আৰু ৰাষ্ট্ৰীয় সমস্যাই হওক। বিভিন্ন আন্তঃৰাষ্ট্ৰীয় যুদ্ধ-

বিলাকে আৰু ফ্ৰান্স, জাৰ্মানি, ইটালি, ৰুছিয়া, চীন আদি দেশৰ বিপ্লৱবিলাকে তাৰ স্বাক্ষৰ বহন কৰিছে। আমি এই কথাও মনত ৰখা উচিত যে পৃথিবীত অহিংস পন্থাৰে যেনেকৈ আৱহমান কালৰপৰা ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় সমস্যাৱলীৰ সমাধান কৰাৰ চেষ্টা চলি আহিছে, অহিংস পন্থাৰে সমস্যা সমাধানৰ চেষ্টা সেইদৰে কৰা হোৱা নাই। বস্তুতঃ মহাত্মা গান্ধী তথা কংগ্ৰেছেইহে এই পন্থা প্ৰথম অৱলম্বন কৰে। সেই হিচাপেও অহিংস পন্থাৰ সফলতা বা বিফলতা সম্পৰ্কে শেষ কথা কব পৰা অৱস্থা এতিয়াও হোৱা নাই। অন্ততঃ এই পন্থা অহিংস পন্থাতকৈ নিকৃষ্ট আৰু কম কাৰ্য্যকৰী বুলিও প্ৰমাণিত হোৱা নাই।

নিজৰ মনীষী আৰু মহাপুৰুষসকলৰ প্ৰতি অৱজ্ঞা আৰু অবমাননাৰ মাত্ৰা আমাৰ দেশত উদ্বেগজনকভাৱে বৃদ্ধি হৈছে। বিবেকানন্দ, শ্ৰীৰামকৃষ্ণ, গান্ধী, ৰবীন্দ্ৰনাথ, চিত্তৰঞ্জন, সুভাষ বসু প্ৰভৃতিৰ 'মুণ্ডপাত' কৰিবলৈও আমাৰ এদল লোকে দ্বিধাবোধ কৰা নাই আৰু তেনে কৰাটো প্ৰগতিবাদ আৰু প্ৰগতিবাদীৰ পৰিচায়ক বুলি ভাবিছে; তেওঁলোকৰ ঠাইত বিদেশী নেতাবিশেষক প্ৰতিষ্ঠিত কৰিবলৈ বিচাৰিছে। কিন্তু আন কোনো দেশত নিজৰ নেতা আৰু মনীষীসকলক সেইদৰে অৱজ্ঞা কৰি বিদেশী নেতাৰ বা বিদেশী গুৰুৰ শৰণ লোৱা নাই, নিজৰ নেতাসকলৰ প্ৰতি যথোচিত সন্মান অক্ষুণ্ণ ৰাখিহে বিদেশী বিশিষ্ট নেতাৰ সুস্থ ভাবধাৰাৰ আৰু নিয়ম-নীতিৰো অনুশীলন কৰিছে। সেইটোহে যুক্তি-সঙ্গত আৰু নিৰ্ভুল মনোভাব আৰু আচৰণ। আমি এই কথাও মন কৰা উচিত যে মহাত্মা গান্ধীৰ মতবাদ আৰু ভাবধাৰাৰ প্ৰতি বিশ্বৰ বহুত বাছকবনীয়া ৰাজনীতিক, ৰাষ্ট্ৰনেতা আৰু মনীষীয়েও বিপুলভাৱে সন্মান প্ৰদৰ্শন কৰিছে। বিশ্বৰ দৰবাৰতো মহাত্মা গান্ধীয়ে বিৰল স্বীকৃতি পাইছে। তেওঁ ভাৰতৰ প্ৰধান মন্ত্ৰী বা ৰাষ্ট্ৰপতিৰ দৰে ৰাষ্ট্ৰীয় মুৰব্বীও নাছিল। তথাপি তেওঁৰ তিৰোভাবত তেতিয়াৰ প্ৰায় ৭০ খন ৰাষ্ট্ৰৰ ৰাষ্ট্ৰসঙ্ঘই তেওঁলোকৰ পতাকা অবনমিত কৰি তেওঁৰ প্ৰতি অভূতপূৰ্ব্ব সন্মান প্ৰদৰ্শন কৰিছিল। বিশ্বৰ বহুত ৰাষ্ট্ৰই তেওঁৰ জন্ম শতবাৰ্ষিকী অনুষ্ঠান পালন কৰিছে। এই শতবাৰ্ষিকী উপলক্ষে বিশ্বৰ অসংখ্য বিশিষ্ট নেতৃস্থানীয়লোকে জ্ঞাপন কৰা শ্ৰদ্ধাঞ্জলিৰ ভিতৰত কুৰি শতিকাৰ বিশ্বৰ সৰ্ব্বশ্ৰেষ্ঠ ঐতিহাসিকজনৰ অভিমত বিশেষ উল্লেখযোগ্য। তেওঁ মহাত্মা গান্ধীক কুৰিশতিকাৰহে নেলাগে, আগৰ শতিকাসমূহৰ মহাপুৰুষসকলৰ ভিতৰতো শীৰ্ষস্থানীয় বুলি বক্তব্য কৰিছে।—

"Gandhi's epithet is not just honorific; it tells the truth about him. He was indeed a 'great soul' (Mahatma). He may have been the greatest of any that have made their appearance in our time. He was undoubtedly the peer of the greatest souls of previous ages from whom we have surviving records of outstanding personalities......"

*Arnold Joseph Toynbee.*



স্বাধীন ভাৰতে অৱশ্যে পূৰ্ব্ব-পৰিকল্পিতভাবে ভিন্ ভিন্ দিশত আশানুৰূপ উৎকৰ্ষ লাভ কৰিবপৰা নাই। বৰং কিছুমান ক্ষেত্ৰত জনসাধাৰণৰ অৱস্থা আগতকৈও শোচনীয়হে হৈছে। এই গ্ৰন্থত কেইবাজনো লিখকে সেই কথা দুখেৰে উল্লেখ কৰিছে। কিন্তু সেইটো এটা বেলেগ প্ৰশ্ন আৰু তাৰ কাৰণ সম্পৰ্কে বেলেগ আলোচনা আৰু বিচাৰ-বিবেচনাৰ আবশ্যক। সেই কাম জনসাধাৰণে কৰিব বুলি আশা কৰো।

মহাত্মা গান্ধী আৰু তেওঁৰ নেতৃত্বত কংগ্ৰেছে পৰিকল্পনা কৰা ৰাজনীতি, অৰ্থনীতি, প্ৰশাসন, সমাজ আৰু শিক্ষা ব্যৱস্থা যে স্বাধীন ভাৰতে অৱলম্বন নকৰিলে, সেইটো ওলাই থকা কথা। কিন্তু অকল সেইটোৱেই দেশৰ বৰ্ত্তমান অসন্তোষজনক অৱস্থাৰ কাৰণ নহয়। মহাত্মা আৰু তেওঁৰ নেতৃত্বাধীন কংগ্ৰেছে পৰিকল্পনা কৰা সমাজ আৰু ৰাষ্ট্ৰ-ব্যৱস্থাৰ বাহিৰেও আমাৰ দেশ আৰু ৰাষ্ট্ৰৰ উন্নয়ন আৰু উৎকৰ্ষ সাধনৰ বিকল্প ব্যৱস্থাও হয়তো আছিল। আমাৰ ৰাষ্ট্ৰনায়কসকলে আৰু চৰকাৰে হয়তো সেই ফাললৈকে অধিক আকৃষ্ট হ'ল—যেনেকৈ তেওঁলোকে মহাত্মাৰ মতৰ প্ৰতিকূলাচৰণ কৰিও দেশ বিভাজনৰ ভিত্তিত স্বাধীনতা লাভত সন্মতি দিলে। কিন্তু যি ব্যৱস্থাই নহওক লাগে, তাক কাৰ্য্যকৰী আৰু সাৰ্থক কৰিবলৈ আৱশ্যক দৃঢ়তা, আদৰ্শনিষ্ঠা, একাগ্ৰতা আৰু নিৰ্ম্মল চৰিত্ৰ। এইবিলাক গুণৰেই শোচনীয় দৈন্য দেশখনত পৰিলক্ষিত হ'ল। কিছু ভাল কাম হৈছে যদিও দেশখনত ত্যাগৰ ঠাইত ভোগৰ, সেৱাৰ ঠাইত শোষণৰ, নীতিৰ ঠাইত দুৰ্নীতিৰ বাসনা উৎকট হৈ উঠিল। জনসাধাৰণৰ ভৃত্য বা সেৱক বুলি শান্তি আৰু গৌৰৱ অনুভৱ কৰাৰ পৰিৱৰ্ত্তে জনসাধাৰণৰ প্ৰভু বুলি গৌৰৱ কৰাৰ আৰু ব্যক্তিগত প্ৰতিষ্ঠাৰ প্ৰবৃত্তিয়ে প্ৰাধান্য লাভ কৰিলে।

কিয় এনে অৱস্থা হ'ল? জাতীয় চৰিত্ৰৰ হঠাৎ এনে অৱনতি কিয় ঘটিল? ইয়াৰ প্ৰতিকাৰ কি? এইবিলাক কথাও গভীৰভাৱে চিন্তা কৰিবলগীয়া। বৰ্ত্তমানে নেতা-সকলে জনসাধাৰণক আৰু জনসাধাৰণে নেতাসকলক এই অৱনতিৰ কাৰণে দোষাৰোপ কৰিছে। কিন্তু এই বিষয়ত নেতাসকলৰ আৰু চৰকাৰৰ গুৰিয়ালসকলৰ দায়িত্ব আৰু কৰ্ত্তব্য যে প্ৰধান, সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। তেওঁলোকেই আত্মসংশোধন আৰু নিজ সুকৃতিৰ দ্বাৰা জনসাধাৰণক সংশোধিত আৰু কৰ্ত্তব্যৰত কৰাৰ আৱশ্যক। তেওঁলোকেই জনসাধাৰণৰ আগত সুস্থ আৰু বলিষ্ঠ আদৰ্শ দাঙি ধৰিব লাগিব। ইংৰাজীত ক'বৰ দৰে বেয়া কাৰিকৰেহে তেওঁৰ হাতিয়াৰৰ ওপৰত দোষাৰোপ কৰে—A bad workman quarrels with his tools. পাৰ্গত কৰ্ম্মীয়ে, সুদক্ষ কাৰিকৰে নিজৰ হাতিয়াৰো উপযুক্ত কৰি লৈ ভাল কাম কৰে। কুমাৰে মাটিৰপৰাও হৰেক ৰকমৰ সুন্দৰ সঁজুলি তৈয়াৰ কৰে। মহাত্মা গান্ধীয়ে যদি বিদেশী প্ৰভুত্বৰ আমোলতে, সুদীৰ্ঘ কালৰ পৰাধীনতা আৰু দাসত্বত অধঃপতনৰ চূড়ান্ত অৱস্থাত উপনীত হোৱা জনসাধাৰণক ইমান জাগ্ৰত, সেৱাৰত আৰু কৰ্ম্মমুখৰ কৰি তুলিব পাৰিছিল, তেন্তে এতিয়া স্বাধীন ভাৰতৰ নেতা-সকলে নিজ দেশৰ শাসন-কৰ্ত্তৃত্বত অধিষ্ঠিত হৈও সেই একে জনসাধাৰণক—বৰং গান্ধীজীয়ে

বহুপৰিমাণে গঢ়ি থৈ যোৱা জনসাধাৰণক—উপযুক্তভাৱে পৰিচালিত কৰিব নোৱাৰাৰ কোনো যুক্তিসঙ্গত কাৰণ থাকিব নোৱাৰে। তেনে কৰিব নোৱাৰাৰ কাৰণ আৰু কেৰোণ তেওঁলোকে নিজৰ ভিতৰতে বিচাৰি চোৱাৰ আৱশ্যক বুলি আমি ভাবো। সম্প্ৰতি এই বিষয়ে আমাৰ নেতাসকলৰ আৰু চৰকাৰৰ মাজত ক্ষীণ ধৰণৰ হলেও এটা জাগৰণ হৈছে। আমি আশা কৰো, এই জাগৰণে উত্তৰোত্তৰ পৰিপুষ্টি লাভ কৰিব আৰু জনসাধাৰণে ইয়াৰ সুযোগ সুবিধা গ্ৰহণ কৰিব।

এই গ্ৰন্থৰ প্ৰবন্ধাৱলীৰ লিখকসকলৰ প্ৰত্যেকজনেই মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ মুক্তি যুঁজত সক্ৰিয় ভূমিকা অৱলম্বন কৰা লোক। এই প্ৰবন্ধাৱলীৰ সৰহ ভাগতেই লিখকসকলে এই যুদ্ধত তেওঁলোকৰ নিজ নিজ কাৰ্য্যকলাপৰ বিৱৰণ দিয়াৰ লগতে অন্যান্য সহকৰ্ম্মীসকলৰ বিষয়েও কিছু উল্লেখ কৰি যোৱাৰ বাহিৰে এই আন্দোলনৰ দাৰ্শনিক ভিত্তি আৰু অন্যান্য দিশৰ বিতং ব্যাখ্যা কৰা নাই। সেইবিলাকৰ উপযুক্ত মূল্যায়নৰ দায়িত্বও সুধীবৃন্দ আৰু জনসাধাৰণৰ কাৰণে এৰিছে। কিতাপখনত নেতৃস্থানীয় আৰু কৰ্ম্মী, উভয় শ্ৰেণীৰ প্ৰবন্ধৰ সমন্বয় ঘটাবলৈ চেষ্টা কৰা হৈছে। মাত্ৰ তিনি মাহৰ আগতে ৰাজ্যিক মুক্তি যুঁজাৰু সন্মিলনখন পতাৰ আৰু এই উপলক্ষে এনে ধৰণৰ গ্ৰন্থ এখন উলিওৱাৰ পৰিকল্পনা কৰা হয়। গতিকে অধিক সংখ্যক প্ৰবন্ধ পোৱা নহ'ল আৰু পোৱাখিনিৰ ভিতৰতো কেইটামান প্ৰবন্ধ এই গ্ৰন্থৰ অন্তৰ্ভুক্ত কৰিব পৰা নহ'ল; সেই কাৰণে আমি দুঃখিত। মুক্তি যুঁজাৰু সন্মিলনৰ গ্ৰন্থ প্ৰকাশন কমিটীয়ে ইয়াৰ পিচতো কেইমাহমানৰ অন্তৰে অন্তৰে আৰু কেইটামান এনে সঙ্কলন আলোচনী আকাৰত প্ৰকাশ কৰি থাকিবলৈ সঙ্কল্প কৰিছে। এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰিব নোৱাৰা ওপৰুক্ত প্ৰবন্ধ কেইটা আৰু অন্যান্য বহুত লিখকৰ উপযুক্ত আৰু উপাদেয় প্ৰবন্ধাৱলী তেতিয়া প্ৰকাশ কৰাৰ আশা ৰখা হৈছে।

ওপৰতে কোৱা হৈছে যে মাত্ৰ তিনিমাহৰ আগতে এই গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। প্ৰবন্ধাৱলী গোটাই কৰি, চাইচিতি ছপাখানাত দিয়াৰ কাৰণে দুমাহ সময়ো পোৱা নহ'ল। গতিকে গ্ৰন্থখনিত কিছু বৰ্ণাশুদ্ধি আৰু অন্যান্য ভুলচুক ৰৈ যোৱাটো স্বাভাৱিক। আমাৰ নিজৰ লিখা আৰু সম্পাদনাতো কিবা ভুল-দোষ থাকিব পাৰে। সেইবিলাকৰ কাৰণে আমি সংশ্লিষ্ট সকলোৰে ওচৰত মাৰ্জ্জনা মাগিছোঁ আৰু সুধীবৃন্দক তেনে ভুল শুধৰাই দিবলৈ বিনীতভাৱে গোহাৰি জনালোঁ।

সেৱামন্দিৰ
গুৱাহাটী-৭

**অভ্যৰ্থনা সমিতি**
**অসম মুক্তি যুঁজাৰু অভিবৰ্ত্তন**
**১৯৭২**

# সূচী

# কংগ্ৰেছৰ প্ৰথম অৱস্থাত অসমৰ ভূমিকা

১৮৮৫ চনত কংগ্ৰেছৰ জন্ম হোৱা দিনৰ পৰা সেই অনুষ্ঠানত অসমে কেনে ভূমিকা গ্ৰহণ কৰি আহিছে, তাঁলৈ এবাৰ উলটি চালে যথেষ্ট প্ৰেৰণা লাভ কৰিব পৰা যায়।

কংগ্ৰেছৰ প্ৰথম অধিবেশন বহিছিল বোম্বাইত, ১৮৮৫ চনত। সেই অধিবেশনত ভাৰতৰ তিনিখন প্ৰধান প্ৰদেশ বঙ্গ, বোম্বাই আৰু মাদ্ৰাজৰ বছা বছা লোকসকলেহে যোগ দিছিল। সেই কাৰণে তাত অসমৰ কোনো প্ৰতিনিধি নাছিল। তাৰ পিচৰ বছৰ কলিকতাত বহা অধিবেশনৰ পৰাহে প্ৰতিনিধি নিৰ্ব্বাচন ব্যৱস্থা প্ৰৱৰ্ত্তন কৰা হয়। কিন্তু উল্লেখযোগ্য কথা যে, ১৮৮৫ চনতে শ্ৰীআনন্দ মোহন বসুৰ সভাপতিত্বত অসমত এখন ৰাজহুৱা সভা বহিছিল আৰু সেই সভাত গৃহীত এটা প্ৰস্তাৱত কংগ্ৰেছৰ উদ্দেশ্য সমৰ্থন কৰা হৈছিল আৰু প্ৰস্তাৱটো তাঁৰ যোগে বোম্বাই অধিবেশনৰ উদ্যোক্তাসকললৈ পঠোৱা হৈছিল। সেই প্ৰস্তাৱতে কংগ্ৰেছৰ লক্ষ্যৰ প্ৰতি অসমৰ জনসাধাৰণৰ সমৰ্থনৰ কথা প্ৰকাশ পাইছিল।

দ্বিতীয় অধিবেশনলৈ যথাসঙ্গতভাৱে ৮ জন প্ৰতিনিধি নিৰ্ব্বাচন কৰি পঠোৱা হৈছিল। তেওঁলোক আছিল দীননাথ দত্ত ( কাছাৰ ), কালীকান্ত বৰকাকতী ( শ্বিলং ), দেবীচৰণ বৰুৱা ( ডিব্ৰুগড় ), গোপীনাথ বৰদলৈ ( ডিব্ৰুগড় ), সত্যনাথ বৰা ( নগাওঁ ), বিপিনচন্দ্ৰ পাল ( শ্ৰীহট্ট ), জয়গোৱিন্দ সোম ( শ্ৰীহট্ট ), আৰু কামিনীকুমাৰ চন্দ ( শিলচৰ )।

কংগ্ৰেছৰ প্ৰথম অৱস্থাৰ অধিবেশন কেইখনত বাবু বিপিনচন্দ্ৰ পালে অসমৰ প্ৰতিনিধিত্ব কৰাটো বিশেষ উল্লেখযোগ্য কথা। ( এওঁৱেঁই বোধহয় বঙ্গ-ভঙ্গ বিৰোধ আন্দোলনৰ বিখ্যাত বঙালী বক্তা আছিল। )

কংগ্ৰেছৰ পুৰণি বিৱৰণবিলাকত অসমৰ উল্লেখ আছে। ১৮৮৬ চনৰ আনুষ্ঠানিক ৰিপ'ৰ্টত আছে ; "অসমৰ অৱস্থা সাধাৰণভাৱে ভাৰতীয়

জনসাধাৰণৰ অজ্ঞাত আছিল কিন্তু সেইখনেই সমগ্র ভাৰতৰ ভিতৰত যে আটাইতকৈ দুখীয়া প্রদেশ, সেই বিষয়ে সন্দেহ নাই।”

প্রথম অৱস্থাৰ কংগ্রেছৰ অধিবেশনবিলাকত অসমৰ প্রতিনিধিসকলে সক্রিয় অংশ গ্রহণ কৰিছিল। ১৮৮৬ চনৰ কংগ্রেছ অধিবেশনত চৰকাৰে জুৰীৰ ৰায় পৰিবৰ্ত্তন কৰিবলৈ ছেছন জজ আৰু উচ্চ ন্যায়ালয়বিলাকক ক্ষমতা দিয়া নীতি সম্পৰ্কে তীব্র বিতর্ক চলিছিল। শ্রীদেবীচৰণ বৰুৱাই জুৰী ব্যৱস্থা সম্পৰ্কে বক্তৃতা দি কৈছিল: “তেওঁলোক (চাহ-খেতিয়ক দল) সাধাৰণতে নিজেই এটা স্বকীয়া শ্রেণী। তেওঁলোকৰ যে যথেষ্ট পৰিমাণে শিষ্টাচাৰৰেই অভাৱ তেনে নহয়, (ভাৰতীয়সকলৰ ক্ষেত্রত) তেওঁলোকৰ ন্যায় বিচাৰৰো অভাৱ হৈছিল। এনে মনোবৃত্তি সকলো বৃটিছ লোকৰে স্বভাৱগত বুলিও ভুল কৰিব লগা হৈছিল। তেওঁলোকৰ ৰায় সদায় সাক্ষী প্রমাণ বা ন্যায় বিচাৰৰ ওপৰত ভিত্তি কৰি দিয়া নহৈছিল। মোৰ বিবেচনাৰে মই ব্যক্তিগত অভিজ্ঞতাৰপৰাই কৈছো, জুৰী ব্যৱস্থাই অসমৰ ক্ষতি সাধন কৰিছে আৰু ইয়াৰ কাৰণেই অসমত দুখীয়া কুলীসকল নির্য্যাতিত হৈছে।” এই উদ্ধৃতিৰপৰাই, সেই পুৰণি দিনতে অসমৰ প্রতিনিধিসকলৰ বক্তৃতাত কেনে দেশপ্রেম প্রকাশ পাইছিল আৰু অন্যায় কাৰ্য্যৰ কেনে নির্ভীক সমালোচনাও তেওঁলোকে কৰিছিল তাৰ আভাস পোৱা যায়।

বিধান সভা বিষয়ক সংস্কাৰ সম্পৰ্কে সেই একেজন প্রতিনিধিয়েই অধিবেশনত যি বক্তৃতা দিছিল তাৰপৰা বুজিব পাৰি যে আলোচনাত অসমেও সক্রিয় অংশ গ্রহণ কৰিছিল। তেওঁ কৈছিল: “প্রতিনিধিত্বৰ প্রশ্নত আমি সম্পূর্ণৰূপে আপোনালোকৰ লগত একমত হৈছো আৰু অসম প্রদেশৰ হৈয়ে মই এই কথা কৈছো। যি কোনো প্রকাৰৰ প্রতিনিধিত্ব ব্যৱস্থা ভাৰতৰ আন সকলো প্রদেশৰ দৰেই অসমতো প্ৰৱৰ্ত্তন কৰা অতি জৰুৰী হৈ পৰিছে। প্রতিনিধিত্ব কৰা পদ্ধতি এটা প্রৱর্ত্তিত নহলে দেশৰ প্রকৃত প্রয়োজনীয়তা পূৰণ কৰিব পৰা নহব। আমাৰ শাসক, বিদেশী আৰু অচিনাকি লোকৰ দলটোৱে উচ্চ মনোভাৱ লৈছে আৰু আমাৰ কাৰণে সম্ভৱপৰ সকলো কাম কৰিবলৈ ওলাইছে বুলি ধৰি ললেও, দেশৰ বৰ্ত্তমান অৱস্থা আৰু সৰ্ব্বসাধাৰণৰ মাজত দেখা দিয়া মনোভাৱৰ পৰা যথেষ্টভাৱে প্রকাশ পাইছে যে তেওঁলোকৰ উদ্দেশ্যৰ সততা বা প্রচেষ্টাৰ আগ্রহে, আমাৰ প্রতি তেওঁলোকৰ সক্রিয় সহানুভূতি আৰু আমাৰ পৰিস্থিতিৰ বিস্তৃত জ্ঞানৰ অভাৱ



দূৰ কৰিব পৰা নাই। এইবোৰ অভাৱ আমাৰ নিজা মানুহে, আমি সাধাৰণভাৱে নিৰ্ব্বাচন কৰি দিয়া প্রতিনিধিয়ে দূৰ কৰিব পাৰে (উচ্চ প্রশংসাৰ ধ্বনি)। মই এই প্রস্তাৱটো আগ্রহেৰে সমগ্র অসমীয়া ৰাইজৰ হৈ সমৰ্থন কৰিছো।” এনে এটা গুৰুত্বপূর্ণ প্রস্তাৱ অসমৰ প্রতিনিধিজনে যি আগ্রহেৰে সমৰ্থন কৰিছিল আৰু অসমৰ ৰাইজৰ অনুভূতি যি দৰে প্রকাশ কৰিছিল, সেয়ে নির্ভুলভাৱে অসমীয়াৰ একনিষ্ঠ দেশপ্রেমৰ পৰিচয় দিয়ে।

১৮৮৭ চনত মাদ্রাজত বহা কংগ্রেছৰ তৃতীয় অধিবেশনত অসমৰ প্রতিনিধি স্বৰূপে বাবু বিপিনচন্দ্ৰ পাল (শ্ৰীহট্ট), শ্রীৰাধানাথ চাংকাকতি (ডিব্রুগড়) আৰু শ্রীলক্ষ্মীকান্ত বৰকাকতিয়ে (তেজপুৰ) যোগ দিছিল।

সেই কাৰণে, অসমে আৰম্ভণিৰেপৰা কংগ্রেছৰ ইতিহাসত দেশপ্রেমী স্বৰূপে অংশ গ্রহণ কৰি আহিছে। কংগ্রেছৰ জন্মৰ ৪২ বছৰৰ পাচত ১৯২৬ চনত অসমত কংগ্রেছৰ অধিবেশন বহে। সেই অধিবেশন গুৱাহাটীত অনুষ্ঠিত হৈছিল আৰু তাত সভাপতিত্ব কৰিছিল দক্ষিণ ভাৰতৰ বিশিষ্ট প্রগতিবাদী দেশপ্রেমিক শ্রীনিবাস আয়েঙ্গাৰে। তাৰ একত্রিশ বছৰৰ পাচত ১৯৫৮ চনত অসমত গুৱাহাটীতে, স্বাধীনতাৰ পাচত, শ্রীডেবৰ ভাইৰ সভাপতিত্ব কংগ্রেছৰ অধিবেশন বহে। *

* নিঃ ভাঃ কংগ্রেছ কমিটীৰ কাৰ্য্যালয়ৰ সৌজন্যত।

# অসমত অসহযোগ আন্দোলনৰ আৰম্ভণি

ডাঃ কনকচন্দ্ৰ বৰুৱা

বহুতে হয়তো বিশ্বাস কৰিবলৈ টান পাব, অসমত মহাত্মা গান্ধীৰ প্ৰকৃত অসহযোগ আন্দোলন কটন কলেজৰ চৌহদৰপৰা আৰম্ভ হয়। কটন কলেজৰ ছাত্ৰই এই আন্দোলনৰ সূত্ৰপাত কৰে। তাৰ আগতে নেতাসকলে বিশেষ একো কৰিব পৰা নাছিল।

১৯২১ চনৰ জানুৱাৰী মাহ। তাৰিখটো ঠিক মনত নাই। ২০ নে ২১ হ'ব। মই তেতিয়া কটন কলেজৰ বিজ্ঞান শাখাৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ো। আছিলো কলেজৰ ছাত্ৰাবাসৰ ৪ নং ব্লকত। জজ ফিল্ডত ক্ৰিকেট মেচ্ এখন হৈছিল। ময়ো খেলিছিলো। খেলপথাৰত কোনোবাই কলিকতীয়া বাতৰি কাকত এখন আনি কোৱা-মেলা কৰিছিল—কলিকতাৰ প্ৰায় এটাইবোৰ কলেজৰ ছাত্ৰই কলেজ এৰি ওলাই আহিছে, দেশবন্ধু চিত্তৰঞ্জন দাশ আৰু সুভাষ বসুৰ নেতৃত্বত অসহযোগ আন্দোলনত যোগ দিছেহি।—খেলা শেষ হোৱাৰ পিচত কাকতখন পঢ়ি চাই মোৰ মনটো কেনেবা কেনেবা লাগি গ'ল। ৰাজনীতি, ছাত্ৰ আন্দোলনৰ প্ৰতি মোৰ স্পৃহা নাছিল—অৱশ্যে সেই সময়ত বেছি ভাগ ছাত্ৰই এই বিষয়ে উদাসীন আছিল।

খেলপথাৰৰপৰা আহি ছাত্ৰাবাস সোমোৱাৰ লগে লগে মোৰ সহপাঠী আৰু ৰুমমেট তিলক শৰ্ম্মাক লগ পালো। তেওঁ তেতিয়া কলেজ ইউনিয়নৰ সাধাৰণ সম্পাদক আছিল। মই আছিলো বিজ্ঞান শাখাৰ সম্পাদক। আমি হঠাৎ খুব অনুভূতিৰে কলো, 'তিলক, কলিকতা আৰু ভাৰতৰ আন আন ঠাইৰ ছাত্ৰসমাজ মহাত্মাৰ বাণী শুনি অসহযোগ আন্দোলনত জাপ দি পৰিছে। আমি অসমৰ ছাত্ৰসকল প্ৰাণহীনৰ দৰে বহি আছো। বৰ দুখ আৰু লাজৰ কথা! কিবা এটা কৰিব লাগে। অলপ পাছত আহিল আমাৰ বন্ধু যতীন্দ্ৰ ৰাম খাউন্দ। আমি তিনিওজনে প্ৰায় সদায় একেলগে ফুৰা-চকা কৰো। আমি তিনিও বহি কলেজৰ গোটেই কেইটা ছাত্ৰাবাসৰ ছাত্ৰসকলক লৈ এখন সভা-পাতি, এটা সমূহীয়া সৰ্ব্বসন্মত সিদ্ধান্তত উপনীত হ'বলৈ ঠিক কৰিলো। আমি কলেজ এৰিম নে নেৰিম—এই বিষয়ে আমি



তিনিওটা ছাত্ৰাবাসৰ প্ৰত্যেক ৰুমে ৰুমে গৈ ছাত্ৰসকলক লগ ধৰিলো। ময়েই বেছি ভাগ কথা ক'লো। ছাত্ৰসকলৰ মাজত আমি বেছ সৰবৰহী আছিলো। বেছিভাগ ছাত্ৰই আমাক ভাল পাইছিল। খেলা-ধূলা, পঢ়া-শুনাৰ বাহিৰে ৰাজনীতিত আমাৰ কোনো স্পৃহা নাছিল বুলি জানিছিল। আমাৰ এই সলনি দেখি তেওঁলোক অবাক হৈছিল। ৰাতি ৯ বজালৈকে এইদৰে প্ৰত্যেক ছাত্ৰকে লগ ধৰি পিছদিনা পুৱা সাত বজাত কলেজৰ ৩ নং আৰু ৪ নং ছাত্ৰাবাসৰ মাজত মিটিঙৰ আয়োজন কৰিলো। আমাৰ অনুৰোধ এৰাব নোৱাৰি প্ৰায় আটাইবোৰ ছাত্ৰই সভাত যোগ দিলেহি। সভাপতি হ'ল শ্ৰীগুঞ্জানন বৰুৱা ( এতিয়া যোৰহাটৰ খ্যাতনামা উকীল )। এখেত তেতিয়া ৪ৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। সেই সভাত বহুত ছাত্ৰই উত্তেজনাপূৰ্ণ, মৰ্ম্মস্পৰ্শী বক্তৃতা দিছিল। ৰুদ্ধ অনুভূতি, চিন্তাৰ যেন পাৰ ভাঙি গ'ল। সভাত সিদ্ধান্ত হ'ল—কটন কলেজৰ সকলো ছাত্ৰই নাগপুৰৰ সদৌ ভাৰত ছাত্ৰ সন্মিলনৰ প্ৰস্তাৱ অনুসাৰে কলেজৰপৰা নাম তুলি লৈ অসহযোগ আন্দোলনত যোগ দিব। ইয়াৰ বিৰোধিতা এজনো ছাত্ৰই নকৰিলে। কোনোবা ছাত্ৰই বিৰোধিতা কৰিব পাৰে বুলি ভাবি আমি কলেজৰ দুৱাৰ-মুখত পিকেটিং আৰম্ভ কৰিলো। কটন কলেজৰ এই আন্দোলনৰ বাতৰি গোটেই নগৰতে বিয়পি পৰিল; সেই সময়ত এই বাতৰি শ্ৰীযুত তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈৰ কাণলৈ আহিল। তেওঁলোকক লৈ আমি সভা পাতিলো। কুমাৰ ভাস্কৰ নাট্য মন্দিৰ আৰু মাছখোৱা পথাৰত বিৰাট মিটিং হ'ল। সেই সময়ৰ কটন কলেজৰ প্ৰিন্সিপাল আছিল—প্ৰফেছাৰ ৰবাৰ্টছ্। তেওঁ এমাহৰ কাৰণে কলেজ বন্ধ কৰা হ'ল বুলি ঘোষণা কৰিলে। অসমৰ আন আন নগৰৰ পৰা অভিভাৱকসকল আহিল,—এই নতুবা নিচিন্তা কথাৰ খবৰ লবলৈ। তেখেতসকলৰ বহুতে নিজৰ ল'ৰাবিলাকক ঘৰলৈ লৈ গ'ল; ছাত্ৰসকলক বুজালে যে ছাত্ৰই পঢ়াৰ বাহিৰে ৰাজনীতিত যোগ দিয়া অনুচিত। আমি কলো—গান্ধীজীৰ আদেশ, দেশৰ এই আন্দোলনত ছাত্ৰ-ছাত্ৰী, উকীল, শিক্ষক সকলোৰে যোগ দিব লাগিব। ঘৰত জুই লাগিলে যেনেকৈ আমি সকলো কাম এৰি জুই নুমাবলৈ লাগি যাওঁ, সেইদৰে দেশৰ এই মুক্তি যুঁজৰ অভিযানত সকলোৰে নিজৰ কাম-কাজ কিছুদিনলৈ এৰি জপিয়াই পৰিব লাগে।

কলেজৰ হোষ্টেল বন্ধ কৰি দিয়াৰ পাছত আমাক আমাৰ নেতা ফুকন আৰু বৰদলৈ ডাঙ্গৰীয়াই ডাক্তৰ হৰেকৃষ্ণ দাস ডাঙ্গৰীয়াৰ ঘৰটো ঠিক কৰি

দিলে। আমি তাত মাটিয়ে-ৰালিয়ে পৰি থাকিলো। খোৱা-বোৱাৰ ব্যৱস্থা তেখেতসকলে কৰিছিল। পাছদিনা আমাক ছুখন নাৱেৰে পলাশবাৰীলৈ লৈ গ'ল। পলাশবাৰীৰ ৰাইজে অতি আগ্ৰহেৰে আমাৰ খোৱা-মেলাৰ আয়োজন কৰিলে। শ্ৰীযুত তৰুণ ফুকন আৰু নবীন বৰদলৈ ডাঙৰীয়াই আমাক দেখুৱাই আমি মুক্তি যুঁজত জাপ দি পৰিছো বুলি কৈ ৰাইজক সেই পথ অনুসৰণ কৰিবলৈ অনুৰোধ জনালে। ৰাইজৰ মাজত ভীষণ উত্তেজনা।— সেইদিনাই আমি আকৌ নাৱেৰে উলটি আহিলো গুৱাহাটীলৈ। সেই সময়ত পলাশবাৰীলৈ বাছ চলাচলৰ ব্যৱস্থা নাছিল।

পিছদিনা শ্ৰীযুত তৰুণ ফুকনে কলে—এই ল'ৰাবিলাকক আমি নিজ নিজ জিলালৈ পঠাই দিওঁ। এওঁলোকে তালৈ গৈ ৰাইজৰ মাজৰপৰা নেতা উলিয়াই আন্দোলনৰ প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰক। তেখেতে প্ৰত্যেক জিলাৰ মুখিয়াল মুখিয়াল মানুহ কেইজনমানলৈ চিঠি দিলে ছাত্ৰসকলৰ হাতত। অৱশ্যে এইসকল বৃটিছ চৰকাৰৰ সমৰ্থক নাছিল। বেছি ভাগেই ডেকা উকীল আছিল। ছাত্ৰসকলো সেই অনুসাৰে নিজৰ নেতা বাছি লৈ—মহাত্মাৰ বাণী প্ৰচাৰত লাগি গ'ল। প্ৰত্যেক ঠাইতে একোটি কংগ্ৰেছ অফিছ পাতি ললে আৰু গাঁৱে-ভূঞে কংগ্ৰেছ আৰু মহাত্মাৰ অসহযোগ আন্দোলনৰ বিষয়ে প্ৰচাৰ কৰিবলৈ ধৰিলে। দেশত অশেষ উৎসাহ উদ্দীপনা দেখা গ'ল।

সেই বছৰ আগষ্টত মহাত্মা গান্ধী আহিল অসমলৈ। মহাত্মাৰ উপস্থিতিয়ে অসমৰ প্ৰত্যেক নৰ-নাৰীৰ প্ৰাণত অসহযোগ আন্দোলনৰ বীজ সিঁচি গ'ল। কৰ্ম্মীসকলে নতুন উৎসাহ, নতুন প্ৰাণ পালে। বাকীছোৱা কথা সকলোৱে জনাজাত, সুতৰাং দোহাৰিব নোখোজো। অসমৰ অসহযোগ আন্দোলনত ছাত্ৰসকলৰ আগবঢ়ুৱাৰ ভূমিকাৰ কথা জানিবৰ অৰ্থেই এইখিনি কথা প্ৰকাশ কৰা হ'ল।

# ভাৰতৰ স্বাধীনতা যুদ্ধৰ প্ৰথম অধ্যায়

**শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী**

প্ৰথম মহাযুদ্ধৰ পিচত ভাৰতীয় ৰাজনীতিত নতুন বিপ্লৱৰ যুগ আৰম্ভ হ'ল। যুদ্ধৰ সময়ত গান্ধী আছিল সহযোগী। কিন্তু পিচৰ ঘটনাই তেওঁক কৰিলে ভাৰতত বৃটিছ শাসনৰ লগত অসহযোগ আন্দোলনৰ নেতা। ভাৰতীয় ৰাজনীতিত ইমানদিন সভা, বক্তৃতা আৰু দাবী-দাওৱাৰ যুগ চলিছিল। সক্ৰিয় গণ-আন্দোলনৰ কোনো আঁচনিৰ কথা কোনেও কোৱা নাছিল। গান্ধীয়ে সেই ৰাজনীতিৰ ধাৰা পৰিবৰ্ত্তন কৰিলে। তেওঁ নম্ৰ মৃদু স্বৰেৰে বক্তৃতা দিছিল; কিন্তু তাত সংগ্ৰামৰ সুৰ বাজি উঠিছিল। সেই সংগ্ৰামৰ পদ্ধতি আৰু প্ৰকৃতি আছিল অভিনৱ। ১৯১৯ চনত ইয়াৰ সূত্ৰপাত হ'ল, ৰাওলাট আইন প্ৰয়োগ কৰা লৈ। ভাৰতত সম্ভৱপৰ ৰাজনৈতিক আন্দোলনত বাধা দিয়াই আছিল এই আইনৰ মূল উদ্দেশ্য। এই আইন মতে ৰাজদ্ৰোহৰ বিচাৰৰ আপীল হ'ব নোৱাৰাৰ ব্যৱস্থা কৰা হৈছিল। স্বৰাজ আদি মূল প্ৰশ্ন থাকোতে এখন আইনৰ কথাকে কিয় মুখ্য প্ৰশ্ন কৰা হ'ল, বহুতে সেই কথা বুজিবলৈ টান পাইছিল যদিও, গান্ধীজীয়ে ৰাওলাট আইনকে লৈ সত্যাগ্ৰহ কৰিবলৈ অৰ্থাৎ এই আইন অমান্য কৰিবলৈ স্থিৰ কৰিলে। অনশন কৰি গান্ধীজীয়ে এই আন্দোলন আৰম্ভ কৰে। প্ৰথম ১৯১৯ চনৰ ৩০ মাৰ্চ্চত সৰ্ব্ব-ভাৰতীয় হৰতাল ঘোষণা কৰা হয়। অনশন, প্ৰাৰ্থনা আৰু সভা-সমিতি কৰিবলৈ আহ্বান জনোৱা হয়। পিচত ৬ এপ্ৰিললৈ এই দিনটো বদলি কৰা হয়। কিন্তু এই পৰিবৰ্ত্তনৰ কথা দিল্লীত নজনাত, ৩০ মাৰ্চ্চতে তাত হৰতাল আদি হয়। তাৰ ফলত গুলী চালনা হয়। দ্বিতীয় দিনা স্বামী শ্ৰদ্ধানন্দই শোভাযাত্ৰা পৰিচালনা কৰে। ইয়াতো গুলী চলে। পাঁচজন মৰে।

সেইবাৰ ১৯১৯ চনত কংগ্ৰেছ মহাসভা অমৃতচৰত বহাৰ কথা। পঞ্জাৱৰ লেফ্‌টেনেণ্ট গভৰ্ণৰ ছাৰ মাইকেল অ' ডায়াৰে ভাবিছিল যে সামৰিক বাহিনী 'ৰিক্ৰুইট' কৰা পঞ্জাৱত কংগ্ৰেছৰ আন্দোলন হবলৈ দিয়া ভাল নহব। সেই কাৰণে কংগ্ৰেছৰ সংগঠন কৰা নেতা ডাঃ কিটচ্‌লু আৰু ডাঃ সত্যপালক এদিন হঠাৎ অমৃতচৰৰ জিলা মেজিষ্ট্ৰেটে মাতি নি অজানিত

ঠাইলৈ লৈ যায়। জনতাই তেওঁলোকৰ নেতা দুজনক কলৈ নিলে জানিব বিচাৰিলে। মিলিটাৰীয়ে বাধা দিলে। গুলী চলিল। দুজনমান মৰিল। জনতাই মৃতদেহ লৈ শোভাযাত্রা কৰি নগৰলৈ যাওঁতে বেঙ্কৰ এজন ইউৰোপীয়ান মেনেজাৰক মাৰিলে। অমৃতচৰত তেতিয়া জেনেৰেল ডায়াৰৰ তলত মিলিটাৰীৰ শাসন চলিল। ভীষণ অত্যাচাৰ চলিল। শ্বেতাঙ্গ লেডী ডাক্তৰ এগৰাকীক আক্ৰমণ কৰাৰ প্ৰতিশোধ লবলৈ যি ৰাস্তাত সেই ঘটনা হৈছিল, তাত সকলো মানুহকে চুচৰি যাবলৈ বাধ্য কৰা হৈছিল। ১৩ এপ্ৰিল তাৰিখে বহাগ-বিহুৰ দিনা মেলালৈ অহা মানুহৰ ওপৰত এখন সঙ্কীৰ্ণ ঠাইত ওলোৱাৰ বাট বন্ধ কৰি মেচিনগানেৰে গুলী চলোৱা হ'ল। ইতিহাসৰ ই এটা নৃশংস ঘটনা—জালিৱানৱালাবাগৰ হত্যাকাণ্ড। তেতিয়াৰ গভৰ্ণমেণ্টৰ হিচাব মতে ৪০০ মানুহ মৰিল, হাজাৰ হাজাৰ আহত হ'ল। এই ঘটনা লৈ দেশত ভীষণ প্ৰতিক্ৰিয়া হ'ল। গান্ধীজীক পঞ্জাৱ আৰু দিল্লীৰপৰা বহিষ্কাৰ কৰাৰ আদেশ জাৰী হ'ল। কংগ্ৰেছৰপৰা অনুসন্ধান কমিটী বহিল। অৱশেষত বৃটিছ গৱৰ্ণমেণ্টেও পঞ্জাৱৰ ঘটনাৱলীৰ তদন্তৰ কাৰণে হাণ্টাৰ কমিটী নিয়োগ কৰিবলৈ বাধ্য হ'ল। এই কমিটীৰ ইংৰাজ সদস্যসকলে দিয়া ৰায়ত ভাৰতৰ মানুহ নিৰাশ হ'ল। তেওঁলোকে জেনেৰেল ডায়াৰৰ দোষ ঢাকিবলৈ চেষ্টা কৰিলে। ভাৰত-সচিব মিঃ মণ্টেগুৱে মন্তব্য কৰিছিল "জেনেৰেল ডায়াৰে সাধু উদ্দেশ্যেৰে, তেওঁ পোৱা পোহৰত কাম কৰিছিল, যদিও তেওঁৰ বিচাৰ ভুল হৈছিল।" ভাৰতত এইবিলাক কথা লৈ ভীষণ অসন্তোষ আৰু বিক্ষোভৰ ভাব সঞ্চাৰ হ'ল। কংগ্ৰেছে হাণ্টাৰ কমিটীৰ ৰিপোৰ্ট অগ্ৰাহ্য কৰিলে।

ইতিমধ্যে ১৯১৭ চনত বৃটিছ গভৰ্ণমেণ্টে দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰাৰ নামত মণ্টেগু-চেমছফৰ্ড শাসন সংস্কাৰৰ কথা ঘোষণা কৰা হ'ল। ভাৰতত এই শাসন সংস্কাৰ গ্ৰহণ কৰা-নকৰালৈ মতভেদ হৈছিল। ১৯১৯ চনত কংগ্ৰেছ মহাসভাৰ অমৃতচৰ অধিবেশনতো এই লৈ মতানৈক্য হৈছিল। দেশবন্ধু চিত্তৰঞ্জন দাশৰ প্ৰস্তাৱ আছিল এই শাসন সংস্কাৰ আঁচনি অগ্ৰাহ্য কৰা। পণ্ডিত মদনমোহন মালব্য আৰু গান্ধীজীয়ে এই শাসন সংস্কাৰ সম্পূৰ্ণভাৱে অগ্ৰাহ্য নকৰি, কেনেকৈ তাকে লৈ কাম কৰিব পাৰি, সেই সম্পৰ্কে সংশোধনী প্ৰস্তাৱ দিছিল। অৱশেষত গান্ধীজীৰ সংশোধনীৰ সৈতে দাশৰ প্ৰস্তাৱটো গৃহীত হয়। ভাৰতৰ কাৰণে পূৰা স্বায়ত্তপূৰ্ণ গভৰ্ণমেণ্ট স্থাপনৰ উদ্দেশ্যে যিমানদূৰ সম্ভৱ প্ৰস্তাৱিত শাসন সংস্কাৰ মতে কাম কৰিবলৈ চাব।



মণ্টেগুক ধন্যবাদো জনোৱা হৈছিল। মিছেছ এনি বেশাণ্টে এই প্ৰস্তাৱৰো বিৰোধিতা কৰিছিল। তেওঁ সহযোগিতাৰ পক্ষপাতী আছিল। গান্ধীজীয়ে ৰাওলাট আইনৰ বিৰুদ্ধে সত্যাগ্ৰহৰ আহ্বান দিয়াৰ পিছত কোনো কোনো ঠাইত হিংসাৰ কাম হোৱাত তেখেত সাৱধান হৈছিল। অমৃতচৰ কংগ্ৰেছত বক্তৃতা দি গান্ধীজীয়ে কৈছিল—"মই জানো যে গভৰ্ণমেণ্টৰ পৰা ডাঃ কিটচ্লুক ধৰাৰ দৰে উত্তেজনা সৃষ্টিৰ কাম কৰা হৈছিল। কিন্তু সেই সময়ত গভৰ্ণমেণ্ট উন্মাদ হৈছিল। আমিও উন্মাদ হৈছিলো। মই কওঁ যে উন্মাদনাৰ উত্তৰ উন্মাদনাৰে নিদিব; উন্মাদনাৰ উত্তৰ দিব স্থিৰ চিত্তৰে। তেতিয়া পৰিস্থিতি আপোনাসকলৰ আয়ত্তাধীন হ'ব।"

১৯২০ চনত আন এটা প্ৰশ্নও দেখা দিলে। প্ৰথম যুদ্ধৰ সময়ত বৃটিছ প্ৰধান মন্ত্ৰী মিঃ লয়েড জৰ্জে—ভাৰতীয় মুছলমানসকলক এটা প্ৰতিশ্ৰুতি দিছিল। তেওঁ কৈছিল, মেছপটমীয়াকে লৈ জৰ্জ্জৰট-উল-আৰব, চিৰিয়া, পেলেষ্টাইন আৰু মুছলমানৰ সকলো তীৰ্থস্থান তুৰ্কীৰ খালিফেটৰ তলত থাকিব। কিন্তু প্ৰথম মহাযুদ্ধৰ পিচৰ সন্ধিমতে তুৰ্কীক তেওঁলোকৰ ঘাই দেশৰপৰাই বঞ্চিত কৰা হ'ল। থ্ৰেচক দিয়া হ'ল গ্ৰীচক। বৃটেইন আৰু ফ্ৰাঞ্চে মেণ্ডেটৰীৰ নামত তুৰ্কী সাম্ৰাজ্যৰ এচিয়াৰ অঞ্চলবিলাক ভাগ কৰি ললে। মিত্ৰ-শক্তিয়ে হাই-কমিছন নিয়োগ কৰিলে। প্ৰকৃততে এই কমিছনেই হৈ পৰিল তুৰ্কীৰ শাসনকৰ্ত্তা। চুলতান নামতহে থাকিল। বৃটিছৰ এনে আচৰণত মুছলমানসকল ক্ষুব্ধ হ'ল। তেতিয়া ভাৰতীয় মুছলমানসকলৰ মাজত খিলাফট আন্দোলনৰ সূত্ৰপাত হ'ল। গান্ধীজীয়ে ভাৰতীয় মুছলমানসকলৰ এই ন্যায্য দাবীৰ প্ৰতি সমৰ্থন জনাইছিল।

হাণ্টাৰ ৰিপোৰ্টত ইংৰাজ সদস্যসকলে পঞ্জাৱৰ নৃশংস হত্যাকাণ্ডৰ সম্পৰ্কে দিয়া পক্ষপাতিত্বমূলক ৰায়, বৃটিছ গৱৰ্ণমেণ্টে নিৰপৰাধী জনতাক গুলি কৰি মৰা জেনেৰেল ডায়াৰৰ দৰে বিষয়াকো বচাবলৈ কৰা অপচেষ্টা, যুদ্ধৰ সময়ত মুছলমানসকলক দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰি খিলাফটৰ প্ৰতি কৰা অন্যায় ইত্যাদি প্ৰশ্নবিলাকে দেশৰ মানুহৰ মনত সেই সময়ত ভীষণ আলোড়নৰ সৃষ্টি কৰিছিল। এনে এটা সংকটপূৰ্ণ সময়ত বালগঙ্গাধৰ তিলকৰ পৰলোক হ'ল। ভাৰতীয় ৰাজনীতিত অবিসম্বাদী নেতা হিচাপে গান্ধীজীৰ আবিৰ্ভাৱ হ'ল। সহযোগী গান্ধী অসহযোগী হ'ল। এনে এটা পৰিস্থিতিত ১৯২০ চনৰ ছেপ্তেম্বৰ মাহত কলিকতাত কংগ্ৰেছৰ বিশেষ অধিবেশন বহে।

এই অধিবেশনত গান্ধীজীয়ে অসহযোগৰ প্ৰস্তাৱ ডাঙ্গি ধৰে। পঞ্জাৱ আৰু খিলাফটৰ অন্যায়ৰ প্ৰতিকাৰ কৰা, জাতীয় সন্মান ৰক্ষা কৰা আৰু সকলো অন্যায়ৰ মূল কাৰণ নোহোৱা কৰাৰ কাৰণে স্বৰাজ স্থাপন কৰাই অসহযোগৰ উদ্দেশ্য বুলি কোৱা হয়। বাবু বিপিনচন্দ্ৰ পাল আৰু দেশবন্ধু চিত্তৰঞ্জন দাশে এই প্ৰস্তাৱৰ বিৰোধিতা কৰে। যি হওক, পিছত গান্ধীজীৰ প্ৰস্তাৱ বেছি ভোটত নহলেও গৃহীত হ'ল।

ইয়াৰ পিছত নাগপুৰত কংগ্ৰেছ অধিবেশন পাতি, অসহযোগৰ প্ৰগ্ৰেম আলোচনা কৰি পাচ কৰাৰ কথা হ'ল। ১৯২০ চনত চি, বিজয়ৰাঘাবাচাৰীয়া কংগ্ৰেছৰ নাগপুৰ অধিৱেশনৰ সভাপতি আছিল। কলিকতা কংগ্ৰেছত মতিলাল নেহেৰুৰ বাহিৰে আন মুখ্য নেতাসকল গান্ধীজীৰ লগত নাছিল। কিন্তু নাগপুৰত লালা লাজপত ৰায়, দেশবন্ধু দাশ আদি সকলো নেতা ক্ৰমে গান্ধীজীৰ লগলৈ আহিল। নাগপুৰৰ অধিবেশনত অসহযোগৰ আঁচনি গৃহীত হোৱাৰ পিচত নৰমপন্থীসকলে কংগ্ৰেছ এৰিলে। মিঃ চি, ৰাই, চিন্তামনিয়ে লিবাৰেল ফেডাৰেচনত ওজস্বিনী বক্তৃতা দিলেগৈ। সুৰেন্দ্ৰনাথ বানাৰ্জ্জীয়ে ইংৰাজৰ পৰা "ছাৰ" উপাধি ললে। লৰ্ড সিংহ বিহাৰ আৰু উৰিষ্যাৰ গৱৰ্ণৰ হল। কেমাহমান আগতে যাবজ্জীৱন দ্বীপান্তৰিত হোৱা আৰু সম্পত্তি বাজেয়াপ্ত হোৱা পঞ্জাৱৰ লালা হৰকিষাণ লাল নতুন মন্ত্ৰীসভাত সোমাল। গান্ধীজী সম্পৰ্কে পুৰণি নেতাসকলৰ বহুতে কৈছিল—"Who is this man that speaketh with a tone of authority and whence doth he come?—ক্ষমতাধিকাৰীৰ সুৰত কথা কোৱা এইজন লোকনো কোন, তেওঁ ক'ৰ পৰা আহিছে?" কিন্তু সেই পুৰণি নেতাসকলৰ এটা বিশেষ গুণ আছিল যে, তেওঁলোকে ঈৰ্ষাৰ ভাব নেৰাখিছিল। সেই কাৰণে, ৰাজনৈতিক মত বেলেগ হোৱাত তেওঁলোক কংগ্ৰেছৰ পৰা আঁতৰি গৈছিল; কিন্তু পৰিস্থিতি বেয়ালৈ যোৱা হিচাপে একো কৰা নাছিল।

গান্ধীজীয়ে 'হম-কলাৰ'ৰ পৰা ইংৰাজী সাপ্তাহিক কাগজ 'ইয়ং ইণ্ডিয়া' কাগজখন চলাবলৈ ললে। সেই সময়ত 'ইয়ং ইণ্ডিয়া' কাগজখনে গান্ধীজীৰ বাণী প্ৰচাৰ কৰিছিল—তেজোদ্দীপ্ত ভাষাত। গান্ধীজীয়ে ধ্বনি দিলে—এবছৰৰ ভিতৰত স্বৰাজ। স্কুল-কলেজ, আদালত, কাউন্সিল সকলো বৰ্জ্জন কৰি আন্দোলনত যোগ দিবলৈ কংগ্ৰেছৰ পৰা আহ্বান আহিল। বিদেশী বৰ্জ্জন, সূতা কটা, মাদকতা নিবাৰণ, সাম্প্ৰদায়িক মিলন, অস্পৃশ্যতা বৰ্জ্জন আদি



আঁচনি লৈ কংগ্ৰেছ কৰ্ম্মীসকল সকলো ঠাইতে সোমাই পৰিল। ছাত্ৰসকলে স্কুল-কলেজ বৰ্জ্জন কৰি তাত যোগ দিলেহি। গাঁৱে-গাঁৱে, নগৰে-চহৰে কংগ্ৰেছৰ সংগঠন হ'ল। অভূতপূৰ্ব্ব উৎসাহ উদ্দীপনাৰ সৃষ্টি হ'ল। জনসাধাৰণ জাগ্ৰত হ'ল। ইংৰাজ বা শ্বেতবৰ্ণৰ মানুহ দেখিলেই সন্ত্ৰস্ত হোৱা ভাৰতীয় জনতাই সাহস পালে—আত্ম-প্ৰতিষ্ঠাৰ হাবিয়াস সৃষ্টি হ'ল। তিলক স্বৰাজ ভঁড়াললৈ এক কোটি টকা তুলিবলৈ কংগ্ৰেছৰ পৰা আঁচনি ললে। নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত ১ কোটী ১৫ লাখ টকা উঠিছিল। ১৯২১ চনৰ জানুৱাৰী মাহত শেঠ যমুনালাল বাজাজে এক লাখ টকা দান দিছিল—ব্যৱসায় এৰি অহা উকীলসকলক সাধাৰণ খৰচ চলোৱাৰ কাৰণে জেপ্ খৰচ দিবলৈ।

১৯২১ চনৰ আন্দোলনত প্ৰথম ছোৱাত ২০ হেজাৰ সত্যাগ্ৰহী জেলত পৰিছিল। পিচলৈ এই সংখ্যা ক্ৰমাগত বাঢ়ি ৩০ হেজাৰ হৈছিলগৈ।

অসহযোগ আন্দোলনৰ চৰম পৰ্য্যায় হিচাপে ১৯২২ চনত গুজৰাটৰ বৰদলীত খাজনা বন্ধ আন্দোলন কৰিবলৈ স্থিৰ হ'ল। ১৯২২ চনৰ ১ ফেব্ৰুৱাৰীত গান্ধীজীয়ে খাজনা বন্ধৰ আন্দোলন আৰম্ভ কৰিব বুলি বৰলাটক জনায়। কিন্তু এনেকৈ খাজনা বন্ধৰ আন্দোলনৰ আয়োজন কৰাৰ সময়তে যুক্তপ্ৰদেশৰ চৌৰী চৌৰা নামে ঠাইত এটা ঘটনা ঘটিল। ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীত কংগ্ৰেছৰ এটা শোভাযাত্ৰা চৌৰী চৌৰাৰ পুলিচ ষ্টেচনৰ আগেদি গৈছিল। পুলিচৰ পৰা সেই শোভা যাত্ৰাৰ বিৰুদ্ধে লোৱা ব্যৱস্থাৰ ফলত জনতা উত্তেজিত হৈ পৰে আৰু পুলিচ ষ্টেচনত জুই জ্বলাই দিয়ে। কেজনমান পুলিচ থানাৰ ভিতৰতে পুৰি মৰে। এই ঘটনাত গান্ধীজীয়ে মৰ্ম্মান্তিক বেজাৰ পালে। তেওঁ ভাবিলে যে, দেশবাসী অহিংস যুদ্ধৰ কাৰণে সম্পূৰ্ণ তৈয়াৰ হোৱা নাই। গান্ধীজীয়ে কলে যে তেওঁৰ হিমালয়সদৃশ বিৰাট ভুল হৈছে। ১৯২২ চনৰ ১২ ফেব্ৰুৱাৰীত বৰদলীত কংগ্ৰেছ ৱাৰ্কিং কমিটী বহিল আৰু চৌৰী চৌৰাৰ ঘটনাৰ কাৰণে খাজনা বন্ধৰ আন্দোলন বন্ধ কৰিবলৈ স্থিৰ কৰিলে। জেললৈ যোৱা আঁচনিও স্থগিত ৰখা হ'ল। ভাৰতৰ স্বাধীনতা যুদ্ধৰ অসহযোগ আন্দোলনৰ প্ৰথম অধ্যায়ৰ এয়ে থুলমূল কথা।

১৯২২ চনৰ ১৩ মাৰ্চ্চত গান্ধীজীক গ্ৰেপ্তাৰ কৰা হ'ল। ১৮ মাৰ্চ্চত বিচাৰ হয়। বিচাৰত গান্ধীজীৰ ৬ বছৰ জেল হয়। এই বিচাৰ আৰু গান্ধীজীৰ বিবৃতি ইতিহাস-প্ৰসিদ্ধ।

গান্ধীজীৰ বিচাৰ সম্পৰ্কে সৰোজিনী নাইডুৱে লিখিছিল—

"A convict and a criminal in the eye of the law; neverthless the entire court rose in an act of spontaneous homage when Mahatma Gandhi entered—a frail, serene, indomitable figure in a course and scanty loin cloth accompanied by his devoted disciple and fellow prisoner Shankarlal Bankar." —আইনৰ চকুত আচামী আৰু দোষী। তত্ৰাচ যেতিয়া মহাত্মা গান্ধী—ক্ষীণকায়, মোটা কাপোৰৰ কৌপীন পিন্ধা শান্ত আৰু অপৰাজেয় দেহগঠনৰ মানুহজন তেওঁৰ লগৰীয়া বন্দী আৰু নিষ্ঠাবান শিষ্য শংকৰলাল বেংকাৰৰ সৈতে আদালাতত সোমাল, তেতিয়া জজকে লৈ আদালাতৰ সকলো মানুহে আপোনা-আপুনি নিজেও নজনাকৈ থিয় দিছিল, মহাত্মাজীৰ প্ৰতি সন্মান দেখুৱাবলৈ।

অসহযোগ আন্দোলনত অসমে গৌৰৱপূৰ্ণ স্থান অধিকাৰ কৰিছিল। আন কথালৈ নগলেও নিখিল ভাৰত কংগ্ৰেছৰ চিভিল ডিছ'বিডিয়েন্স এনকুৱেৰী কমিটীয়ে অসমত অসহযোগ আন্দোলন সম্পৰ্কে কৰা মন্তব্যৰ পৰা ই প্ৰমাণ হৈ আছে। এই কমিটীয়ে অসহযোগ আন্দোলনত অসমৰ বিশেষ বুদ্ধি-সম্পন্ন যুৱক দল এটাৰ কথা বিশেষভাৱে উল্লেখ কৰিছিল। কলিকতাৰ কলেজত পঢ়া যি কিজন মেধাবী অসমীয়া ছাত্ৰই কলেজ এৰি অসমলৈ আহি আন্দোলনত যোগ দিছিলহি, তেওঁলোকৰ কেজনমানৰ লগ পাই, আইন অমান্য কমিটীৰ সভ্যসকলে বিশেষভাৱে প্ৰশংসাসূচক মন্তব্য কৰিছিল। কৃষ্ণদাসে তেওঁৰ 'মহাত্মা গান্ধীৰ সঙ্গে সাত মাস' নামে কিতাপত অসমৰ 'ভীম-কৰ্ম্মা' স্বেচ্ছাসেৱকৰ কথা উল্লেখ কৰিছে।

এই আন্দোলনত মোৰ ব্যক্তিগত সম্পৰ্কৰ কথাও আলোচনা কৰিবলৈ কোৱা হৈছিল। এইটোহে মোৰ কাৰণে আহুকলীয়া কথা। মোৰ ডায়েৰী ৰখাৰ নিয়ম নাই। নাম আৰু তাৰিখ আদি মনত ৰখাৰ ক্ষমতা মোৰ নাই। কাজেই মোটামোটি হিচাপে যি দুই-এটা কথা মনত আছে, তাকেইহে লিখিবলৈ লৈছো।

মোৰ মনত থকা মতে বালগঙ্গাধৰ তিলকৰ পৰলোকৰ পিচত ১৯১৯ চনৰ ডিচেম্বৰ মাহমানত তেজপুৰত অসম এছোচিয়েচনৰ অধিবেশন বহিছিল। তেতিয়ালৈকে অসমত ৰাজনৈতিক অনুষ্ঠান হিচাপে প্ৰধান আছিল অসম এছোচিয়েচন। এইবাৰ ই ভাৰতীয় জাতীয় কংগ্ৰেছৰ অসম শাখালৈ ৰূপান্তৰিত



হয়। সেই অধিবেশনত তেজপুৰৰ পদুম-পুখুৰীৰ মাজেদি জাহাজ-ঘাটলৈ যোৱা ৰাস্তাত তিলক তোৰণ নামেৰে তোৰণ সজা হৈছিল। এই তোৰণৰ নাম উগ্ৰপন্থী ৰাজনৈতিক নেতা তিলকৰ নামত দিয়াত অসম এছোচিয়েচনৰ কোনো কোনো নৰমপন্থী নেতাই আপত্তি কৰিছিল বুলি আমি শুনিছিলো। আমি অসম এছোচিয়েচনৰ এই অধিবেশনত স্কুলৰ ছাত্ৰ স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিলোঁ। স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মা তেতিয়া অসম এছোচিয়েচনৰ সম্পাদক আছিল। জ্বৰৰ গাৰেই তেখেতে সম্পাদকীয় ৰিপোৰ্ট পঢ়িছিল।

কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা তাৰ কিছুদিন আগতে গুৱাহাটীৰ পৰা তেজপুৰত ওকালতি কৰাৰ ইচ্ছাৰে তেজপুৰৰ স্বৰ্গীয় ডাঃ ললিত মোহন চৌধুৰী পৰিয়ালৰ ঘৰৰ ওচৰতে তেওঁলোকৰ খেৰৰ ঘৰ এটা ভাড়া লৈ আছিলগৈ। হয়তো, স্বৰ্গীয় লক্ষীধৰ শৰ্ম্মা আৰু শ্ৰীগুণাভিৰাম শৰ্ম্মাৰ লগত থকা সম্পৰ্কৰ যোগেদি ময়ো তেজপুৰত পঢ়িবলৈ গৈ তাতে আছিলোগৈ।

১৯২০ চনত অসহযোগ আন্দোলন আৰম্ভ হলেই। কাজেই কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাৰ তেজপুৰত ওকালতি কৰা নহল। তেওঁৰ ঘৰটোৰেই কংগ্ৰেছ কেম্প হ'ল। এতিয়া তেজপুৰৰ কংগ্ৰেছ আন্দোলনৰ চাকনৈয়াত পৰি গলো। কিবা বুজিছিলো বুলি ক'ব নোৱাৰো। কিন্তু আন্দোলনৰ ঢৌৱে মোক উটুৱাই নিলে। মই স্কুল বৰ্জ্জন কৰিলো। তাৰ পিছত গান্ধীজী তেজপুৰলৈ অহালৈকে মই তেজপুৰৰ কেম্পতে আছিলো। গান্ধীজী জাহাজেৰে তেজপুৰলৈ আহিছিল। সেইদিনা বৰ বৰষুণ হৈছিল। তাত থকা স্বেচ্ছাসেৱকৰ ভিতৰত সক ল'ৰা হিচাপে মোক আৰু মোৰ সহপাঠি বন্ধু স্বৰ্গীয় ফুলেশ্বৰ বৰাৰ ওপৰত ভাৰ পৰিছিল গান্ধীজীক জাহাজৰপৰা নামিলেই ফুলৰ মালা পিন্ধোৱাৰ। আমি অতি সতৰ্ক হৈ ফুল লৈ ঘাটত থকা বোটখনত গান্ধীজীলৈ অপেক্ষা কৰিছিলো—ফুলৰ মালা দিম বুলি। কিন্তু যেতিয়া গান্ধীজী আহি নামিলহি, তেতিয়া মানুহৰ ইমান ভীৰ হল যে মই ক'ৰবাত পৰিলোগৈ। মোৰ আৰু ফুল দিয়া নহল। মোৰ বন্ধু বৰাই বোধহয় ফুল দিব পাৰিছিল। গান্ধীজীক তেজপুৰৰ আগৰৱালা পৰিয়ালৰ ঘৰত ৰখা হৈছিল। গান্ধীজী যোৱাৰ দিনা তেজপুৰৰ পল' ফীল্ডত বিৰাট সভা হৈছিল। বিৰাটকায় মৌলানা ছৌকত আলিয়ে আমাৰ মনযোগ বেছিকৈ আকৰ্ষণ কৰিছিল। শ্ৰীঅমিয় দাসক তেতিয়া তেজপুৰত তেখেতৰ সমনীয়াসকলে কেপ্তেইন বা কাপ্তান বুলি মাতিছিল। আঁচলতে তেখেত কেপ্তেইন আছিলো। ১৯২০ চনত তেজপুৰৰ বহুতো পঢ়া-

শুনাত নাম কৰা ছাত্ৰই স্কুল-কলেজ বৰ্জ্জন কৰি আহি আন্দোলনত যোগ দিছিল। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা, স্বৰ্গীয় লক্ষীধৰ শৰ্ম্মা, স্বৰ্গীয় কুমুদ শৰ্ম্মা, স্বৰ্গীয় নবীন বৰুৱা, স্বৰ্গীয় জয়নাথ বৰা, শ্ৰীভগীৰাম শইকীয়া, শ্ৰীকাশীৰাম হাজৰিকা, শ্ৰীফটিক শৰ্ম্মা, ৺তিলক শৰ্ম্মা, শ্ৰীকুমুদ শৰ্ম্মা, ৺দক্ষৰাম বৰুৱা, ৺জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰমুখ্যে কেবাজনেও কলেজ এৰি আন্দোলনত যোগ দিছিল। তাৰ ভিতৰত স্বৰ্গীয় ৰত্নেশ্বৰ ৰায়, স্বৰ্গীয় মদন চন্দ্ৰ শইকীয়া শ্ৰীগুণাভিৰাম শৰ্ম্মা, শ্ৰীচেনীৰাম দাস, শ্ৰীনবীনচন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীৰবিচন্দ্ৰ হাজৰিকা, শ্ৰীলম্বোদৰ কলিতা, শ্ৰীফুলেশ্বৰ বৰা প্ৰমুখ্যে বহুতে স্কুল এৰি আহিছিল। সকলোকে বেলেগ বেলেগ ঠাইত কামৰ ভাৰ দি পঠোৱা হ'ল।

কিছুদিন তেজপুৰ টাউনৰ কেম্পত থকাৰ পিছত মোক চতিয়ালৈ পঠালে। তাত আন্দোলনৰ কাম জোৰেৰে চলিছিল। এদিন চতিয়াত নেতা স্বৰ্গীয় গঙ্গাধৰ বৰকটকী আৰু শ্ৰীগোলোকচন্দ্ৰ দেৱক (তেওঁৰ পৰিয়ালৰ উপাধি শইকীয়া। কিন্তু তেখেতে উপাধি এৰি দিছিল) গ্ৰেপ্তাৰ কৰি সঙ্গীণধাৰী মিলিটেৰীয়ে ঘেৰাও কৰি লৈ যোৱাৰ দৃশ্য মোৰ মনত আছে। তেখেতৰ গ্ৰেপ্তাৰৰ খবৰ ওলোৱা মাত্ৰকে ৰাইজৰ বিৰাট সমাবেশ হৈছিল। সেই একেদিনাই জামুগুৰিৰ নেতা স্বৰ্গীয় গোলোক বৰুৱাকো গ্ৰেপ্তাৰ কৰি মিলিটেৰীয়ে ঘেৰাও কৰি নিছিল বুলি শুনিছিলো।

চতিয়াৰ কেন্দ্ৰত থাকোঁতে আমাৰ কাম আছিল মদ আৰু কানিৰ দোকানত পিকেটিং কৰা, সূতা কটা, তিলক স্বৰাজ ভঁড়াললৈ চাঁদা সংগ্ৰহ কৰা। এবাৰ তিলক স্বৰাজ ভঁড়াললৈ চাঁদা তুলি তুলি দিকৰাইৰ ওচৰৰ ভিতৰুৱা গাওঁ এখন পাইছিলোগৈ। তাত ৰাইজে আমাক বৰ মৰম কৰি আথে-বেথে তলে-ওপৰে কাঁহীৰে ঢাকি দৈ কোমল চাউল খাবলৈ দিছিল। এনেকৈ আমি কেতিয়াবা আদৰো পাইছিলো, কেতিয়াবা তাৰ বিপৰীতো ঘটিছিল। মদৰ দোকানত পিকেটিং কৰোঁতে মদ খোৱা মানুহে আমাক বৰ ভয় দেখুৱাইছিল। মোৰ মনত আছে যে তেতিয়া চতিয়াত বৰ মদপী, কিন্তু বৰ শকত-আৱত মানুহ এটাই মদ নিবলৈ আহোতে দা এখন জোকাৰি জোকাৰি ৰুদ্ৰ মূৰ্ত্তি ধৰি আহিছিল। তেওঁক বাধা দিয়া বৰ টান আছিল। কানীয়াৰ ভিতৰতো বহুতে কানি এৰিবলৈ ক'লে বৰ টান পাইছিল। পিকেটিং কৰোঁতে বহুত সময়ত পুলিচ আৰু মদ কানি খোৱা মানুহ এফালে, আৰু আমি কেজনমান ল'ৰা আনফালে মুখামুখি হব লগা হৈছিল। আমাৰ



দৰে সৰু ল'ৰাবিলাকক পুলিচে ধৰি নি কেইঘণ্টামান আটককৈ ৰাখি বা কেমাইলমান দূৰলৈ নি এৰি দিছিল। ঠিক কোন সময়ত মোৰ ভালকৈ মনত নাই—আন্দোলনৰ কোনো এটা অৱস্থাত চতিয়াত এখন জাতীয় স্কুল খোলা হৈছিল। চতিয়াৰ কংগ্ৰেছ কেম্পৰ ইনচাৰ্জ স্বৰ্গীয় তিলক শৰ্ম্মাই তাত আমাক পঢ়াইছিলো। শ্ৰীবগিৰাম শইকীয়ায়ো মাজে মাজে পঢ়াইছিল যেন মনত পৰে।

অসহযোগ আন্দোলনৰ ভিতৰতে চতিয়াৰ পৰা চাহ-বাগিচাৰ বজাৰ বৰ্জ্জনৰ চেষ্টা হৈছিল। কিন্তু সেই সময়ত হৰতাল সহজ নাছিল। বিশেষকৈ বাগিচাৰ বজাৰ বন্ধ কৰা বৰ টান আছিল। মাছুৱৈসকলে মাছৰ ভাৰ লৈ ৰাতিৰ ভিতৰতে বাগিচাৰ বজাৰলৈ গৈছিল। হৰতালৰ আগদিনা মাছুৱৈ-সকলক বাগিচাৰ বজাৰলৈ যোৱাত বাধা দিবলৈ আমি পিকেটিং কৰিব লগা হৈছিল। জাৰকালি ভীষণ ঠাণ্ডা; আমাৰ কাপোৰ-কানিও তেনেকৈ নাছিল, ভৰিত জোতা নাছিলেই। মোৰ মনত আছে যে, চতিয়াৰ ঘিলাধাৰী নদীৰ দলঙৰ তলত আমি ৰখি থাকিব লগা হৈছিল—মাছুৱৈসকল আহিলেই ওভোতাই পঠাবৰ কাৰণে। মাজে মাজে ঠাণ্ডাত ভৰি ইমান অসাৰ হৈ গৈছিল যে, আমি লৰচৰ কৰিব নোৱাৰাৰ দৰে হৈছিলো। সেই সময়ত উত্তৰ ট্ৰাঙ্ক ৰোডত গ্ৰেভেলো দিয়া হোৱা নাছিল। মাজে মাজে ধূলিত গাড়ী যাতে সোমাই যাব নোৱাৰে, তাৰ কাৰণে খেৰ-বৰঙ্গা আদি ৰাস্তাত পাৰি দিয়া হৈছিল মাথোন। আমি ঠাণ্ডাত অন্য উপায় নৈপাই, সেই খেৰকে গোটাই জুই জ্বলাই, ভৰি কিটা শেকিছিলো। মই এই কথা উল্লেখ কৰিছো, সেই সময়ত স্বেচ্ছাসেৱকসকলে কেনে অৱস্থাত কাম কৰিব লাগিছিল, তাৰ কিছু আভাস দিবলৈ। এনেকৈ চতিয়াত কিছুদিন কাম কৰাৰ পিছত মোক লক্ষ্মণ বস্তিৰ কেম্পলৈ পঠালে। সেই ঠাই চতিয়াৰ উত্তৰে। সেই সময়ত তালৈ ৰাষ্টা হোৱা নাছিল। হাবি আছিল। প্ৰধানকৈ মিকিৰ আৰু বাগিচাৰ বনুৱা মানুহৰে বসতি। মিকিৰ মানুহৰ মাজত কানিৰ প্ৰচলন বেছি। আমাৰ কাম আছিল তেওঁলোকক কানি এৰিবলৈ বুজোৱা। লক্ষ্মণ বস্তিৰ কেম্পত আমাৰ খোৱা-মেলাৰ সুবিধা তেনেকুৱা একোৱেই নাছিল। কচুৰ বাহিৰে ভাতৰ লগত খাবলৈ বহুত দিন আমি একো পোৱা নাছিলো। মাজে মাজে এজন কছাৰী মানুহৰ ঘৰত পুৱা টেকেলি পিঠা খাবলৈ আমাক মাতিছিল। মই সেই দিনটোলৈ বৰ আগ্ৰহৰে অপেক্ষা কৰিছিলো।

এদিন হঠাৎ মই অকলে মানুহক সুধি সুধি মোৰ ভিনীহিদেউ স্বৰ্গীয় জগৎচন্দ্ৰ বৰুৱা ববকেবেণী হৈ থকা মিজিকাজান বাগিচালৈ গুচি গ'লো। কেম্পৰ নিয়ম ভঙ্গা বুলি ভয়ো লাগিছিল, বেয়াও লাগিছিল। কিন্তু লক্ষ্মণ বস্তিৰ কেম্পত আৰু বেছিদিন থকাও মোৰ কাৰণে অসহ্য হৈ পৰিছিল। দুদিনমান মিজিকাত থকাৰ পাচত মই চতিয়ালৈ বাগিচাৰ মাজৰ ৰাষ্টাইদি খোজ ললো। মিজিকাৰ পৰা চতিয়ালৈ যাওঁতে বাটতে শাকোমঠা নামৰে এখন বাগিচা পৰে। মই গান্ধী টুপি পিন্ধি গৈছিলো। মোক সেই বাগিচাৰ মেনেজাৰে তেওঁৰ বঙ্গলাৰ পৰা বোধহয় দেখিলে। কিছু পিচত তেওঁ তেওঁৰ গাড়ীখন লৈ মোৰ কাষেদি পাৰ হৈ গ'ল। মই একো ভবা নাছিলো। কিন্তু মই গৈ যেতিয়া প্ৰতাপগড় বাগিচা পালোগৈ, তেতিয়া দেখিলো চাহাব দুজনমানে ৰাস্তাৰ মাজতে তেওঁলোকৰ গাড়ীখন থৈ থিয় দি আছে। মই কিনাৰেদি পাৰ হৈ যাবলৈ চেষ্টা কৰিলো। তেতিয়া এজন চাহাবে মোৰ মূৰৰ পৰা তেওঁৰ লাঠিডালৰে টুপীটো পেলাই দিলে। খং আৰু ভয়ত মই কি কৰিম ভাবিছো, এনেতে এজন ওখ ডাঙৰ চাহাবে মোক উভতি যাবলৈ কলে। সেই ঠাইৰ পৰা চৰকাৰী ৰাস্তালৈ বেছি দূৰ নাছিল। চৰকাৰী ৰাস্তা পালেই চতিয়া পাবলৈ মোৰ তিনি মাইল মানহে থাকে। কিন্তু এতিয়া উভতি গলে মই কলৈ যাম নিৰুপায় হৈ পৰিলো। চাহাবজনে ওচৰৰ বাগিচাত মজদুৰে কাম কৰা চাই থকা জামাদাৰ বাবুজনকো আদেশ কৰিলে, মোক চকীদাৰ লগাই ওভোটাই দিবলৈ। মোৰ অস্পষ্ট প্ৰতিবাদ তেওঁ-লোকৰ গৰ্জ্জনত তল পৰিল। মই উলটি যাবলৈ বাধ্য হ'লো। কিছুদূৰ যোৱাৰ পিচত কেজনমান মজদুৰে মোক এটা হাবিৰ ৰাস্তা দেখুৱাই দিলে আৰু ক'লে যে সেইপিনে গৈ মই গেৰেকী গাৱঁত ওলাব পাৰিম। সেইমতে গৈ গৈ মই চতিয়া ওলালো। লক্ষ্মণবস্তি কেম্পৰ পৰা মই অনুমতি নোলোৱাকৈ গৈছিলো। সেই কাৰণে ভয় খাই আছিলো। যতে বাঘৰ ভয়, তাতে ৰাতি হয়। মই গৈ ঘৰ পাই দেখিলো যে কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা তাতে আছে। মিজিকাজানৰ বাইদেউৰ পৰা মই তিলক স্বৰাজ ভঁড়াললৈ দহ টকা চাঁদা লৈ আহিছিলো। ভয়ে ভয়ে শৰ্ম্মাদেৱক সেই টকা দহোটা দিলো। তেওঁ খং নকৰিলে। অলপ হাঁহিলে। কেম্পৰপৰা গলেও, চাঁদা তোলাৰ কাম কৰি থকাত তেওঁ বোধহয় মোক ক্ষমা কৰিছিল। এই ঘটনা মই উল্লেখ কৰিছো, এজন সৰু ল'ৰাকো গান্ধী-টুপী পিন্ধা দেখিলে যে সেই



দিনত চাহ-বাগিচাৰ মেনেজাৰসকল কিমান অধৈৰ্য্য হৈ পৰিছিল, তাৰে এটা দৃষ্টান্ত হিচাপেহে।

ক্ৰমে আন্দোলনৰ সাম কাটিলে। আন্দোলন বন্ধ হ'ল। স্কুল-কলেজ এৰা ল'ৰাবিলাকৰ সমুখত প্ৰশ্ন হ'ল, এতিয়া কি কৰা যায়। বহুতে আকৌ পঢ়িবলৈ নগল বা যাবৰ সুবিধাও নেপালে। তেজপুৰৰ বহুতো মেধাবী ছাত্ৰই আকৌ পঢ়িবলৈ নগলেই। আমি ৬ষ্ঠ মান শ্ৰেণীৰ পৰা স্কুল এৰা ল'ৰা। আমি নপঢ়িলেনো কি কৰিম? ঘৰত সকলোৰে ইয়াকে কোৱা হ'ল। চতিয়াৰ জাতীয় স্কুলখন কিছুদিন চলি বন্ধ হৈছিল। তাৰৈ যোৱাৰো বাট মৰিল। কিন্তু পঢ়া-শুনা কৰিবলৈ এটা সুযোগ পাইছিলো আন প্ৰকাৰে—স্বৰ্গীয় গোলোক চন্দ্ৰ দেৱে তেখেতৰ চতিয়াৰ খনাভড়ি গাৱঁৰ ঘৰৰ লাইব্ৰেৰীত বহুতো ভাল ভাল কিতাপ ৰাখিছিল। তেখেতৰ ভায়েক মোৰ সহপাঠী স্বৰ্গীয় লোকনাথ শইকীয়াৰ লগত আমি সেই কিতাপবিলাক পঢ়িবলৈ সুবিধা পাইছিলো। সেই দিনত যে গাৱঁত এনে এটা ব্যক্তিগত পুথি-ভঁড়াল খোলাৰ কথা ভাবিছিল আৰু খুলিব পাৰিছিল, সি এটা সাধাৰণ কথা নহয়। স্বৰ্গীয় গোলোক চন্দ্ৰ দেৱৰ অসাধাৰণ জ্ঞানস্পৃহা আৰু দেশপ্ৰেমৰ কাৰণেহে ই সম্ভৱ হৈছিল। অৱশেষত মই আকৌ তেজপুৰৰ গভৰ্ণমেণ্ট হাইস্কুলত পঢ়িবলৈ ওলালো। তেতিয়া আন হাইস্কুল তাত নাছিল। কিন্তু নাম লগোৱাত বহুত বাধা ওলাল। হেড মাষ্টৰে ক'লে যে শিক্ষা বিভাগৰ ডিৰেক্টৰৰ হুকুম নহলে আমাৰ নিচিনা স্কুল বৰ্জ্জন কৰি যোৱা ল'ৰাক পুনৰ স্কুলত লব নোৱাৰে। তেতিয়া লিখা-লিখি কৰি হুকুম আনিবলৈ চেষ্টা কৰা হ'ল। সেই সময়ত ক্লাছ আৰম্ভ হৈছিল—জানুৱাৰী মাহত। কিন্তু ভৰ্ত্তিৰ অনুমতি নোপোৱাত এপ্ৰিল মাহলৈকে অপেক্ষা কৰিব লগা হ'ল। আকৌ এটা অসুবিধাই দেখা দিলে। মই ১৯২০ চনত ৬ষ্ঠ মান শ্ৰেণীৰ পৰা গৈছিলো। এতিয়া ১৯২৪ চনত ঘূৰি আহি মই কেনেকৈনো ৬ষ্ঠ শ্ৰেণীত পঢ়ো! হেড মাষ্টৰ মহোদয়ে অনুগ্ৰহ কৰিলে। তেওঁ এটা পৰীক্ষা লৈ মোক অষ্টম মানত ভৰ্ত্তি কৰিলে। ১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ লগত মোৰ ব্যক্তিগত সম্পৰ্কৰ বিষয়ে এই কেষাৰকে লিখি সামৰিলো।

# অসমত বহা প্ৰথম কংগ্ৰেছ অধিৱেশনৰ স্মৃতি

(ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কালছোৱাৰ ১৯২৬ চনটো অসমবাসীৰ কাৰণে এক চিৰস্মৰণীয় বছৰ বুলি কব পাৰি। এই বছৰত পোন প্ৰথমবাৰ ভাৰতীয় জাতী কংগ্ৰেছৰ ৪১ তম অধিৱেশন অসমত বহে। সেই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদক নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই লিখা এই চমু বিৱৰণত সেই অধিৱেশন সম্পৰ্কে এক থূলমূল বিৱৰণ পোৱা যায়। সেইবাবেই পাঠকসকললৈ আমি এই বিৱৰণটো আগ বঢ়ালো।)

১৯২২ চনৰপৰা অসমে ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশন আমন্ত্ৰণ কৰিবলৈ ব্যগ্ৰ হৈ আছিল। এই প্ৰসঙ্গত, মোৰ বোধেৰে, অসমৰ জাতীয় জাগৰণৰ এটি চমু বিৱৰণ দাঙি ধৰা অপ্ৰাসঙ্গিক নহব। বুৰঞ্জী-প্ৰসিদ্ধ ১৯২১ চনত নাগপুৰত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনৰ পাচৰ পৰাই প্ৰকৃততে অসহযোগৰ ভাৱধাৰা অসমত প্ৰৱেশ কৰে। অসমৰ কেইজনমান ছাত্ৰই নাগপুৰত বহা অখিল ভাৰত ছাত্ৰ সন্মিলন আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনত যোগ দিছিল। অসমলৈ উভতি আহি তেওঁলোকে গুৱাহাটীৰ কটন কলেজ বৰ্জ্জনৰ আন্দোলন প্ৰথমতে আৰম্ভ কৰি ইয়াৰ পাতনি মেলে। অসমৰ নেতাসকলে প্ৰথমতে ছাত্ৰসকলৰ ব্যাপক ধৰ্ম্মঘট সমৰ্থন কৰা নাছিল; কিন্তু ডেকা দলৰ আগ্ৰহৰ আতিশয্য, সেই যুগৰ আহ্বান আৰু মহাত্মা গান্ধীৰ উদ্দীপনাময়ী লিখনিৰেই জয় হ'ল। সকলো নেতাই জাতীয়তাবাদী ভাৱধাৰাত উদ্বুদ্ধ হৈ পূৰ্ণমাত্ৰায় অসহযোগী হৈ পৰিল। তাৰ পিচৰখিনি কথা এই প্ৰদেশৰ বুৰঞ্জীত সুপ্ৰসিদ্ধ কাহিনী। জালিয়ানৱালাবাগৰ নিৰ্য্যাতন আৰু খিলাফতৰ অবিচাৰে বিভিন্ন শ্ৰেণীৰ লোক আৰু সৰ্ব্বসাধাৰণ জনতাকো অভিভূত কৰি তুলিলে। ঐক্য আৰু ত্যাগ স্বীকাৰৰ জৰিয়তে মুক্তি লাভৰ প্ৰবল আকাঙ্ক্ষাত সমগ্ৰ বায়ুমণ্ডল উচ্ছ্বসিত হৈ উঠিল। লগে লগে অসমবাসীৰ অন্তৰ ভাৰতৰ আন প্ৰদেশবিলাকৰ ভাই-ভনীসকলৰ প্ৰতি সহানুভূতিশীল হৈ উঠিল আৰু তেতিয়াৰেপৰা বিশেষভাৱে অতিথি পৰায়ণ অসমীয়া ৰাইজে, ভাৰতৰ আন অংশৰ ভাই-ভনীসকলক আমন্ত্ৰণ কৰি আনি, তেওঁলোকৰ লগ লাগি তেওঁলোকক



আপ্যায়িত কৰি সম্পূৰ্ণ ভ্ৰাতৃত্ব ভাৱৰ স্নেহ-প্ৰীতিৰে তেওঁলোকৰ লগত ভাব বিনিময় কৰাৰ সুযোগ বিচাৰিবলৈ ধৰিলে। সেই গৌৰৱোজ্জ্বল দিন কেইটাৰ ভিতৰত এই প্ৰবল আকাঙ্ক্ষা পূৰ্ণ নোহোৱাটো কি যে আক্ষেপৰ কথা!

জনসাধাৰণে অবৰ্ণনীয়, দুখ-কষ্ট ভোগ কৰিব লগা হ'ল; তেওঁলোকৰ মনৰ বল কমি গ'ল। কিন্তু আমাৰ মহান নেতা শ্ৰীযুত ফুকনৰ নেতৃত্বত দেশৰ কাৰণে নিঃস্বাৰ্থভাৱে কষ্ট ভোগ কৰা দলটোৰ আগ্ৰহ হ্ৰাস পালে। কেইবাবাৰো চেষ্টা কৰাৰ মূৰত কানপুৰত তেওঁলোকৰ চেষ্টা সফল হ'ল। প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ ডেকা আৰু উদ্যোগী সম্পাদক শ্ৰীৰোহিণীকান্ত হাতীবৰুৱাৰ দৃঢ় মনোবলৰ ফলত ভাৰতীয় জাতীয় কংগ্ৰেছক আমাৰ আমন্ত্ৰণ গ্ৰহণ কৰোৱাত আমি কৃতকাৰ্য্য হলোঁ।

তাৰ অলপ পিচতে, অসমত অস্থায়ীভাৱে এখন অভ্যৰ্থনা সমিতি গঠন কৰা হ'ল; মাত্ৰ ৪০ লাখ জনসংখ্যাৰ আটাইতকৈ সৰু প্ৰদেশ অসমে কংগ্ৰেছক নিমন্ত্ৰণ জনাবলৈ সাহস কৰিব পাৰেনে, এই বিষয়ে আলোচনা কৰাই আছিল সেই সমিতিৰ মুখ্য উদ্দেশ্য। ডেকাদলৰ দেশপ্ৰেম আৰু জন্মভূমিৰ প্ৰতি থকা অপৰিসীম আকৰ্ষণে অন্যান্য চিন্তাৰ ওপৰত প্ৰাধান্য লাভ কৰিলে আৰু সেই প্ৰস্তাৱকে বাহাল ৰখাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। সেই সভাতে স্থিৰ কৰা হ'ল যে কংগ্ৰেছৰ অধিৱেশন গুৱাহাটীতে পাতিব লাগিব। গুৱাহাটী প্ৰাচীন কামৰূপৰ ৰাজধানী—ইয়াৰ নাম আছিল প্ৰাগ্‌জ্যোতিষপুৰ। এই সৰু নগৰখনৰ লোকসংখ্যা মাত্ৰ ১৬ হেজাৰ। তথাপি সাহসী কৰ্ম্মীৰ দলটোৱে তেওঁলোকৰ সিদ্ধান্ত লৰচৰ নকৰিলে। শ্ৰীযুত ফুকনে বৰঙণি সংগ্ৰহ কৰিবলৈ কাম আৰম্ভ কৰিয়েই দিলে। অভ্যৰ্থনা সমিতিয়ে কামাখ্যা পাহাৰৰ তলত পাণ্ডু ৰেল ষ্টেছনৰ ওচৰত এডোখৰ ঠাই ললে। এই মাটিডোখৰ আছিল কামাখ্যা মন্দিৰৰ পূজাৰীসকলৰ, তেওঁলোকে বিনামূলীয়াকৈ তাক ব্যৱহাৰ কৰিবলৈ দিলে।

অসম-বেঙ্গল ৰেলৱে কৰ্ত্তৃপক্ষয়ো অনুগ্ৰহ কৰি পাণ্ডু ৰেল ষ্টেছনৰ পশ্চিম ফালে ব্ৰহ্মপুত্ৰ নৈৰ পাৰত এডোখৰ ঠাই দিলে। দুয়োখন ঠাইৰ মাটি কালি আছিল প্ৰায় ৩০০ একৰ। অস্থায়ী অভ্যৰ্থনা সমিতিয়ে বৰঙণি আৰু দান সংগ্ৰহ আৰু অভ্যৰ্থনা সমিতিৰ সভ্য ভৰ্ত্তি কৰাৰ লগতে, অধিৱেশনৰ ঠাইত থকা ডাঠ হাবিখন মুকলি কৰিবলৈ অশেষ পৰিশ্ৰম কৰিব লগা হ'ল। এই কংগ্ৰেছ সপ্তাহত উপস্থিত হোৱা অনেকৰ মনত যি ধুনীয়া কংগ্ৰেছ

শিবিৰে আনন্দ দিছিল, সেই শিবিৰৰ স্থান আছিল অৰ্ব্য হাবি, মুকলি কৰা লগে লগেহে তাৰপৰা বাঘ-ভালুক আঁতৰি গৈছিল। এই ঠাইখন মুকলি কৰোঁতেই প্ৰায় দহ হেজাৰ টকা খৰচ হ'ল।

খৰচৰ ঘাই বোজাটো পৰিল কামৰূপ জিলাৰ ওপৰত। উজনি অসম কেইজনমান দেশহিতৈষী চাহ-খেতিয়কেও সৰহীয়াকৈ দান আগবঢ়াইছিল কোনো কোনো ক্ষেত্ৰত সেই দানৰ পৰিমাণ চাৰিটা অঙ্কৰ সংখ্যাত উঠিছিল আটাইতকৈ সৰহীয়া দানৰ পৰিমাণ আছিল দুহেজাৰ টকা। অভ্যৰ্থনা সমিতিয়ে পোৱা বৰঙণি ৪০,৯৭৫ টকাৰ তিনি-চতুৰ্থাংশই পোৱা গৈছিল—অসমৰ খেতিয়ক ৰাইজৰ পৰা জনমূৰি ২৫ টকা হিচাবে। কংগ্ৰেছৰ ৪১তম অধিবেশনে ৰাইজৰ মাজত যি সহাৰি জগাই তুলিলে, সি অসমত ভৱিষ্যতে কাম কৰাৰ কাৰণে মূল্যবান সম্পদ হৈ পৰিছে। স্বেচ্ছাসেৱকৰ সংখ্যা ৭৫০ তেওঁলোকৰ সকলোৱেই স্থানীয় লোক। এই স্বেচ্ছাসেৱকসকলৰ সৰহভাগেই খেতিয়ক ডেকা, তেওঁলোকৰ লগতে ছাত্ৰও আছে। এওঁলোকে অসম্ভৱ ৰকমে সহায় কৰিছিল। তেওঁলোকে সকলো বিধৰ আয়োজন সম্পূৰ্ণ কৰিবৰ বাবে দিনে-নিশাই 'কুলি-মজুৰ'ৰ দৰে খাটিছিল। তেওঁলোকে ৰেল ষ্টেছনত কুলি-মুতিয়াৰ দৰে কাম কৰিছিল আৰু দিনে-ৰাতিয়ে শিবিৰবোৰত পহৰা দিছিল। স্বেচ্ছাসেৱিকাৰ দল এটাও আছিল। এই সংশ্ৰৱত মই হিন্দুস্থানী সেৱাদলৰ সংগঠক ডাঃ হাৰ্ডিকাৰৰ নাম কৃতজ্ঞতাৰে উল্লেখ কৰিব লাগিব। তেওঁ তেওঁৰ দলৰ কিছু সংখ্যক লোকেৰে সৈতে কংগ্ৰেছত উপস্থিত হৈ বিভিন্ন বিষয়ত স্থানীয় স্বেচ্ছাসেৱকসকলক সহায় কৰিছিল।

অভ্যৰ্থনা সমিতিৰ সভ্যৰ সংখ্যা আছিল ১৬৩৯। দুখীয়া অসমে পুঁজিৰ কাৰণে অভ্যৰ্থনা সমিতিৰ সভ্য সংখ্যাৰ ওপৰতো চকু দিব লগা হৈছিল। আগতে আনুমানিক ভাৱে সভ্যৰ সংখ্যা ৪০০০ ধৰা হৈছিল, কিন্তু সেই হিচাবমতে সভ্য পোৱা নগল। তাৰ এটা কাৰণ হ'ল—কেইখনমান জিলাই আশানুৰূপভাৱে সঁহাৰি নিদিলে—আন এটা কাৰণ হ'ল যে নিঃস্বাৰ্থ আৰু একনিষ্ঠ কৰ্ম্মীৰ সংখ্যা আছিল তেনেই তাকৰ। অভ্যৰ্থনা সমিতিৰ সভ্যসকলে পুঁজি সংগ্ৰহ আৰু পাণ্ডুত নতুন নগৰ এখন নিৰ্ম্মাণ কৰা এই দুয়োটা কামত মনোযোগ দিবলগা হ'ল। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ তলত পৰস্পৰৰ লগত সংযোগ ৰক্ষা কৰি কাম কৰিবৰ বাবে বিভিন্ন ছাব-কমিটি গঠন কৰা হ'ল। ই বাস্তৱিকতে সন্তোষৰ কথা যে প্ৰতিখন ছাব-কমিটীৰ সদস্যসকলে নিজৰ



ঘৰ-দুৱাৰ আৰু ব্যক্তিগত কথা পাহৰি একে লেঠাৰিয়ে কেইবা সপ্তাহো জুৰি দিনে-নিশাই কাম কৰিছিল। বছৰৰ আৰম্ভণিতে বঙ্গদেশ আৰু আন প্ৰদেশ-বোৰৰ পৰা পৰামৰ্শ পোৱা হ'ল যে খদ্দৰৰ এটা তম্বু ( মণ্ডপ ) নিৰ্ম্মাণ কৰিব লাগিব আৰু যেহেতু অসমত যথেষ্ট পৰিমাণে বিক্ৰী কৰিব লগা খদ্দৰ নাই সেই কাৰণে আনবোৰ প্ৰদেশে সেই খদ্দৰৰ যোগান ধৰিব লাগিব। বিহাৰৰ বিশিষ্ট দেশপ্ৰেমিক বাবু ৰাজেন্দ্ৰ প্ৰসাদ ইতিমধ্যে নগাৱঁত আধি বন্দৰস্তত খদ্দৰৰ কাম আৰম্ভ কৰি দিছিল। বাবু ৰাজেন্দ্ৰ প্ৰসাদৰ অসমৰ প্ৰতি সদায় প্ৰীতিভাব আছিল।

তেওঁৰ নিঃকিন বন্ধু হিচাবে, অসমৰ কাৰণে খাদি উৎপাদন কৰিবৰ কাৰণে পুঁজিৰ সাহায্য বিচাৰি মই তেওঁৰ কাষ চাপিছিলো। আৰু তেওঁৰ মধ্যস্থতাতে নিখিল ভাৰত শিপিনী সংঘই ( স্পিনাৰছ্ এছোচিয়েচন ) অসমৰ শিপিনী দলক মোৰ যোগেদি ছহেজাৰ টকাৰ ঋণ দি সহায় কৰিলে। অসমৰ গাৱঁলীয়া তিৰোতাসকলৰ দেশপ্ৰেমৰ কাৰণে, অসম শাখাই কংগ্ৰেছ অভ্যৰ্থনা সমিতিক প্ৰায় দহ হেজাৰ গজ ঘৰত বোৱা ধুনীয়া খদ্দৰৰ যোগান ধৰিলে আৰু তাৰে এই আহল-বহল কংগ্ৰেছ মণ্ডপৰ ওপৰখন ঢকা হ'ল। বহুতো অসুবিধাৰ মাজতো, প্ৰয়োজনীয় পৰিমাণৰ খদ্দৰখিনি যথাসময়ত যোগাৰ হ'ল আৰু এই বিষয়ত মহান নেতা মাহাত্মা গান্ধীয়ে অসমীয়া ৰাইজৰ যি অশেষ প্ৰশংসা কৰিছে, তাৰ বাবে অসমৰ ৰাইজ কৃতজ্ঞ হৈছে।

নিখিল ভাৰত কংগ্ৰেছ কমিটীয়েও তেওঁলোকৰ মধ্যস্থতাৰে ভৱিষ্যতে গঠন কৰা অভ্যৰ্থনা সমিতিবিলাকে মণ্ডপৰ ( তম্বু ) বাবে ব্যয় হোৱা টকাৰ সৰহ ভাগ দিয়াৰ ব্যৱস্থা কৰি অসমক বিশেষভাৱে সহায় কৰিলে।

প্ৰতিনিধি, দৰ্শক, অভ্যৰ্থনা সমিতিৰ সভ্য আৰু সৰহীয়াকৈ ভাৱা দিব পৰা লোকসকলৰ থকা-মেলাৰ বাবে দুটা শিবিৰ নিৰ্ম্মাণ কৰা হৈছিল। সমুখত ধুনীয়া প্ৰাকৃতিক দৃশ্য আৰু পিচফালে পাণ্ডু গাৱঁৰ সৈতে ব্ৰহ্মপুত্ৰৰ পাৰত সজা শিবিৰটোৰ নাম দিয়া হৈছিল মহান স্বৰ্গীয় নেতা দেশবন্ধু দাশৰ নামেৰে চিত্তৰঞ্জনপুৰ। সাধাৰণ ৰকমৰ কিছুমান কুটীৰৰ মাজতে সজা সভাপতিৰ কুটীৰে ইয়াৰ সৌন্দৰ্য্য বঢ়াইছিল। ইয়াতে, ঠিক ব্ৰহ্মপুত্ৰৰ পাৰত, খেৰ, ইকৰা আৰু বগা খদ্দৰ দি মহাত্মাজীৰ কাৰণে বিশেষভাৱে এটি কুটীৰ নিৰ্ম্মাণ কৰা হৈছিল। হেজাৰ হেজাৰ গাৱঁলীয়া ৰাইজ কংগ্ৰেছ অধিবেশন চাবলৈ আহিছিল। তেওঁলোক সকলোৱে ইয়াক মহান ৰাজসূয় যজ্ঞ বুলি

কৈছিল আৰু মহান মহৰ্ষিজনৰ দৰ্শন লাভৰ বাবে সকলোৱেই অতিকৈ ব্যগ্ৰ হৈ পৰিছিল। মণ্ডপৰ ওচৰৰ শিবিৰবোৰ মৰাপাটৰ ( হেছিয়ান ) খদ্দৰৰে সজা হৈছিল। কংগ্ৰেছৰ দ্বিতীয় আৰু তৃতীয় দিনা অপ্ৰত্যাশিতভাৱে বৰষুণ আহে। তাৰ ফলত অতিথি, দৰ্শক আৰু প্ৰতিনিধিসকলৰ ভালেখিনি অসুবিধা হৈছিল। তথাপি ভাৰতীয় জাতীয়তাবাদে এই ক্ষেত্ৰত কাম কৰিলে; চালৰ ওপৰেদি পানী পৰি থকা অৱস্থাতো কংগ্ৰেছৰ আলোচনা চলি থাকিল আৰু কৃতকাৰ্য্যতাৰে তাৰ সামৰণি পেলোৱা হ'ল। মহিলাসকলকে ধৰি সকলোৱে বতৰৰ দুৰ্য্যোগ হাঁহিমুখে সহ্য কৰিলে। নিজে হাতে বোৱা আৰু ফুল তুলি লোৱা, নিভাজ খদ্দৰ পিন্ধা ৰূপহী অসমীয়া তিৰোতাসকলে ৰাতিপুৱাৰ পৰা মহাত্মাজীৰ প্ৰস্থানৰ সময়লৈকে ধৈৰ্য্যৰে অকণো গণ্ডগোল নকৰাকৈ তেওঁৰ দৰ্শন লাভৰ কাৰণে বৰষুণত তিতি আছিল। মহাত্মাজী যেতিয়া আঁতৰি গৈছিল, তেতিয়া তেওঁলোকৰ সকলোৰে চকু লোতকেৰে উপচি পৰিছিল।

থকা-মেলা, পোহৰ, পানী, খোৱা-বোৱা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, পৰিবহন আৰু চিকিৎসা-সাহায্যৰ ব্যৱস্থা সকলোৱে সন্তোষজনক বুলি স্বীকাৰ কৰিছিল।

ভাৰতৰ আন অংশৰ পৰা দূৰণিত অৱস্থিত আৰু সম্ভৱ অসম বিশেষ উল্লেখযোগ্য ঠাই নহয় বুলি ধৰি লোৱা বাবেই, আন ঠাইত কংগ্ৰেছৰ অধিবেশন বহিলে সাধাৰণতে তাত যোগ নিদিয়াকৈ নথকা শ শ লোক এই অধিবেশনত যোগ দিয়াৰপৰা বিৰত থাকিল। বতৰ বেয়া হোৱা কাৰণে স্থানীয় দৰ্শকো বহুতে যোগ দিব নোৱাৰিলে আৰু তাৰ ফল স্বৰূপে ৩৫ হেজাৰৰো অধিক টকাৰ বিৰাট ঘাটি পৰিল। কংগ্ৰেছ অধিবেশন পাতোঁতে আন ঠাইত যিদৰে ব্যয় হয়, তাৰ তুলনাত অসমে ভালে ভালেই কাম চলালে। বাহুল্য পৰিমাণে সকলো আয়োজন কৰা স্বত্বেও মুঠ ব্যয় এক লাখ চল্লিশ হেজাৰ টকাৰ সৰহ হোৱা নাছিল। অন্যান্য অধিবেশনত যোগ দিয়া দৰে ইয়াতো প্ৰতিনিধি আৰু দৰ্শকে যোগ দিয়া হলে অভ্যৰ্থনা সমিতিয়ে হয়তো বাহিহে দেখুৱাব পাৰিলেহেঁতেন। কিন্তু গুৱাহাটীত প্ৰতিনিধিৰ বৰঙণি পাঁচ টকালৈ বৃদ্ধি কৰা আৰু তাৰ গোটেইখিনি টকা অভ্যৰ্থনা সমিতিক দিয়া সত্বেও আৰু লগতে নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে ১০ হেজাৰ টকাৰ শকত দান এটা দিয়াতো, দুৰ্ভাগ্যক্ৰমে প্ৰায় ২৬ হেজাৰ টকাৰ ঘাটি পৰিল।



সামৰণি মৰাৰ আগতে স্বদেশী প্ৰদৰ্শনীৰ বিষয়ে একেষাৰ মই কব লাগিব। ইয়াৰ বাবে আটাইখিনি ধন্যবাদ প্ৰদৰ্শনী কমিটীৰ উৎসাহী সম্পাদক আৰু তেওঁৰ লগত সহযোগ কৰা নিস্বাৰ্থ কৰ্ম্মীদলৰেই প্ৰাপ্য। এই প্ৰসঙ্গত মই নিখিল ভাৰত পিপিনী, সংঘৰ অসম শাখাৰ সম্পাদক শ্ৰীযুত কৃষ্ণনাথ শৰ্ম্মাৰ নাম উল্লেখ কৰিব লাগিব। তেওঁ মণ্ডপৰ কাৰণে খদ্দৰ যোগান দিবলৈ একেৰাহে পৰিশ্ৰম কৰিছিল আৰু তেওঁৰ প্ৰচেষ্টাৰ ফলতেই অসমৰ খাদী দোকান আন আন প্ৰদেশৰ খাদী দোকানৰ সমপৰ্য্যায়ৰ হৈছিল। বিৰাট উৎসাহ উদ্দীপনাৰ মাজত মহাত্মা গান্ধীয়ে প্ৰদৰ্শনী উদ্বোধন কৰিছিল। কেন্দ্ৰীয় সভা-মণ্ডপত প্ৰদৰ্শন কৰা সামগ্ৰীৰ কলা-কুশল আয়োজন কৰাত শ্ৰীশঙ্কৰলালজী বেঙ্কাৰে সহায় কৰিছিল। ভাৰতৰ বিভিন্ন অংশৰপৰা অহা সকলো প্ৰকাৰৰ নিভাজ স্বদেশী বয়বস্তুৰে প্ৰদৰ্শনীখন বাস্তবিকতে আকৰ্ষণীয় কৰি তুলিছিল।

সামৰণিত অভ্যৰ্থনা সমিতিৰ হৈ মই, অধিবেশন সফল কৰি তুলিবলৈ যথাশক্তিৰে কাম কৰা সকলো কৰ্ম্মী, বিষয়ববীয়া, সহযোগী আৰু শুভাকাঙ্ক্ষীকে ধন্যবাদ জ্ঞাপন কৰিছো। অসমৰ বিভিন্ন জিলাৰ মিউনিচিপাল আৰু লোকেল-বোৰ্ডবিলাকে মঞ্জুৰী পঠাই প্ৰদৰ্শনীক সহায় কৰা কথাও কৃতজ্ঞতাৰে মই স্বীকাৰ কৰিব লাগিব। তথাপি, দুখেৰে জনাব লগা হৈছে যে কিছুমান মিউনিচেপেল আৰু লোকেলবোৰ্ডে দিয়া টকা, অসম উপত্যকাৰ জিলাসমূহৰ কমিছনাৰে মঞ্জুৰ নকৰা বাবে বন্ধ হৈ থাকিল।*

**শ্ৰীনবীনচন্দ্ৰ বৰদলৈ**
প্ৰধান সম্পাদক : অভ্যৰ্থনা সমিতি।

* ( ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিবেদনৰ পৰা )

# ১৯৩০-৩২ চনৰ স্বাধীনতা আন্দোলনৰ স্মৃতি

শ্ৰীঅমিয় কুমাৰ দাস

ভাৰতৰ স্বাধীনতাৰ আন্দোলন একেৰাহে ১৯২১ চনৰপৰা ১৯৪৭ চনলৈকে চলি অহা নাছিল। বুৰঞ্জীৰ ফালৰপৰা বিশ্লেষণ কৰিলে স্বাধীনতা আন্দোলনৰ এই কালছোৱাক কেইবাটাও যুগত ভাগ কৰিব পাৰি। ১৯২১ চন আৰু ১৯২২ চনক অসহযোগৰ যুগ বুলিব পাৰি। ১৯২৩ চনৰপৰা ১৯২৯ চনলৈকে স্বৰাজিষ্ট যুগ বুলিব পাৰি। ১৯৩০ চনৰপৰা ১৯৩৪ চনৰ এপ্ৰিল মাহত বিহাৰৰ ছাহাৰ্ছাৰ সিদ্ধান্ত পাটনাত গৃহীত নোহোৱালৈকে সত্যাগ্ৰহৰ যুগ বুলিব পাৰি। তাৰ পাছত পুনৰ ১৯৪০ চনলৈকে কাউন্সিলৰ কাৰ্য্যক্ষেত্ৰত সোমাই নিয়মতান্ত্ৰিক আন্দোলনৰ যুগ আৰু ১৯৪০ চনত পুনৰ সত্যাগ্ৰহৰ যুগৰ অৱতাৰণা হয় বুলিব পাৰি। ১৯৪৫ চনত ৰাজনৈতিক নেতাসকলক মুক্তি দিয়াৰ লগে লগে সক্ৰিয় সত্যাগ্ৰহৰ অন্ত হ'ল আৰু লগে লগে আৰম্ভ হ'ল কথা-বতৰা পাতি বিবাদ নিষ্পত্তিৰ যুগ। এই যুগৰ অন্ত হ'ল ১৯৪৭ চনৰ আগষ্ট মাহত। এই প্ৰবন্ধত ১৯৩০ চনটো অসমত কেনেকৈ আৰম্ভ হৈ ১৯৩৪ চনলৈকে চলিল, তাৰে আলোচনা কৰিবলৈ ওলাইছোঁ।

পাৰ হৈ যোৱা বছৰবিলাকৰ মাজেদি ১৯৩০ চনটোলৈ চালে চকুত পৰে সেই সময়ৰ ৰাজনীতিৰ অৱস্থা, লাহোৰত স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণৰ পাছত অসমৰ অৱস্থা। প্ৰশ্ন হ'ল, অসমে কেনেকৈ এই প্ৰস্তাৱমতে কাম কৰে? লাহোৰ অধিৱেশনলৈ যোৱা প্ৰতিনিধিসকলৰ মাজত কিছুমানৰ মনত ভাব হ'ল যে অসমে এই প্ৰস্তাৱমতে কাম কৰাটো টান। অসমে কাউন্সিল বৰ্জ্জন কৰাটো যুগুত নহ'ব। নেতাসকলৰ মাজত ঘাইকৈ ৺দেশভক্ত ফুকন, ৺লোকপ্ৰিয় বৰদলৈ, ৺ৰোহিণীকুমাৰ চৌধুৰীৰ এনে এটা ভাৱ হোৱাত অসমে কোন বাট লয়, সেয়ে সমস্যা হ'ল। ত্ৰিশ বছৰৰ আগৰ কথা। আজি আমাৰ শ্ৰদ্ধাভাজন বহুতো নেতা আমাৰ মাজত নাই। যিবিলাক শক্তিৰ ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া সেই সময়ত হৈছিল, তাকে সকলোৱে সাৱধানতাৰে সৈতে বিশ্লেষণ কৰা প্ৰয়োজন। বুৰঞ্জীৰ দৃষ্টিভঙ্গী বহল আৰু উদাৰ নহ'লে ব্যক্তি বিশেষৰ ওপৰত বুৰঞ্জীৰ দৃষ্টি দোষগ্ৰস্ত বুলি ক'লে অন্যায় নহ'ব। জাৰ্ম্মানীত উইলিয়াম কাইজাৰে ক্ষমতা-লিপ্সাৰে প্ৰিন্স বিছ্মাৰ্কক ক্ষমতাচ্যুত



কৰিছিল। অসমৰ ৰাজনীতিত পুৰণি নেতাসকলে আপোনা-আপুনি আসন ত্যাগ কৰিলে ৰাজনৈতিক পৰিস্থিতিত। ৰাজনৈতিক পৰিস্থিতিয়ে বিচাৰিছিল ত্যাগ আৰু সক্ৰিয়তা, কাউন্সিলৰ চমকপ্ৰদ আতচবাজী নহয়। পুৰণি নেতা-সকলৰ শূন্য আসন ডেকাদলে ল'বলৈ বাধ্য হ'ল।

যি সকল নেতাই ১৯২১ চনত ধুমুহা বতাহত ঢৌৱে আফালি থকা লুইতৰ বুকুৱেদি অসমৰ ৰাজনীতিৰ নাওখন বাই লৈ গৈছিল, ১৯৩০ চনত তেওঁলোকৰ মনলৈ সাহৰ অভাৱ হোৱা বুলি ক'লে আমি অন্যায় কৰা নহ'বনে? কিম্বা তেওঁলোকে কাউন্সিলৰ ৰাজনীতিত মুগ্ধ হৈ দেশৰ স্বাৰ্থলৈ আওকাণ কৰা বুলি ক'লেও অন্যায় কৰা নহ'বনে? লাহোৰৰপৰা উভতি অহাৰ বাটত কলিকতাত দিয়া বিবৃতিত ( ৭ জানুৱাৰী, ১৯৩০, "অমৃত বাজাৰ পত্ৰিকা" ) তেওঁলোকে নিজৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। তালৈকো আমি মন কৰিব লাগিব। লগতে অসমৰ ৰাজনৈতিক দৃশ্যপটত থকা আন আঁচবিলাকলৈকো আমি চকু দিয়াটো উচিত হ'ব।

১৯২৬ চনত গুৱাহাটীত কংগ্ৰেছৰ অধিবেশন বহিল। সেই সময়ত পাণ্ডুত বহা কংগ্ৰেছ লেখত ল'বলগীয়া হ'লেও, আৰু মহাত্মা গান্ধীয়েও এই অধিবেশনৰ কথা "ইয়ং ইণ্ডিয়া"ত শলাগিলেও ( বিৰাট সভা-মণ্ডপৰ বাবে প্ৰয়োজনীয় কাপোৰ অসমীয়া শিপিনীয়ে বই দিয়াটো সেই সময়ত ডাঙৰ কথাই আছিল ) এই অধিবেশনে অসমৰ নেতাসকলৰ ওপৰত ধাৰৰ বোজা থৈ গ'ল। ধাৰ কৰিবলৈ দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ প্ৰমুখ্যে বহুত নেতাই মাটি-সম্পত্তি বেচিবলগীয়া হ'ল। বৰ্ত্তমান লেখক সেই সময়ত "অসমীয়া" কাকতৰ সম্পাদক আছিল। কংগ্ৰেছ অধিবেশনৰ বাবে তেৰোঁ এজন উদাৰ মনৰ বন্ধুৰ ( শ্ৰীযুত ধীৰেন্দ্ৰনাথ আগৰৱালা ) পৰা দহ হেজাৰ টকা ধাৰ কৰিবলগীয়া হৈছিল। সকলোৰে আশা হৈছিল দৰ্শকৰ দৰ্শনী মাচুলেৰে টকা উলিয়াৰ পৰা হ'ব। কিন্তু বতৰৰ বিজুতিত সি হৈ নুঠিল। সেইবাবেই সেই সময়ত আগৰ নেতাসকল কি অৱস্থাত আছিল, তালৈকো মন কৰিব লাগিব।

লাহোৰ প্ৰস্তাৱত অসমে সঁহাৰি দিলে। স্বৰাজিষ্ট দলৰ ১১ জন সদস্যই কাউন্সিলৰপৰা পদত্যাগ কৰিলে। দেশভক্ত ফুকনে পদত্যাগ কৰিও পাছত নিৰ্ব্বাচন-প্ৰাৰ্থী হৈ নিৰ্ব্বাচিত হ'ল স্বতন্ত্ৰীয়া হিচাপে। কিন্তু কৰ্ম্মবীৰ বৰদলৈয়ে নিৰ্ব্বাচনত পৰাজয় বৰণ কৰিবলগীয়া হ'ল। ১৯২১ চনত কেৱল অসমৰ ৰাইজৰ মনত নহয়, সমগ্ৰ ভাৰতৰ ৰাইজৰ মনত তেওঁলোকৰ যি

মহিমাময় মূৰ্ত্তি প্ৰতিভাত হৈছিল, সেইটো ম্লান হ'ল। তথাপিও, ১৯৩০ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীত বহা অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাত কিছুমান সদস্যই প্ৰশ্ন তুলিছিল, ফুকন আৰু বৰদলৈৰ অবিহনে অসমে কংগ্ৰেছৰ লগ নেৰি কেনেকৈ থাকে? কৰ্ম্মবীৰ বৰদলৈয়ে এই প্ৰশ্নৰ উত্তৰ দিছিল এটা আবেগময়ী ভাষণেৰে। তেওঁৰ ভাষণেই অসমীয়া ডেকাৰ প্ৰাণত নতুন প্ৰেৰণা আনিছিল আৰু শেহত সেইদিনা শ্ৰীবিষ্ণুৰাম মেধি সভাপতি আৰু মৌলানা তৈয়বুল্লা প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদক নিৰ্ব্বাচিত হ'বলগীয়া হ'ল।

সেই সময়ত অসমত কংগ্ৰেছৰ অৱস্থা কি আছিল, ইয়াৰ উত্তৰ পোৱা যায় মৌলানা তৈয়বুল্লাই কমিটীৰ ওচৰত দিয়া প্ৰতিবেদনত। ৮ ফেব্ৰুৱাৰী তাৰিখে সভাৰ পাছত মাৰ্চ্চ মাহত পুনৰ কংগ্ৰেছ কমিটী পাতিবলৈ দিহা হ'ল। কিন্তু ২০৭ জন সদস্যৰ মাজত ১৪ জন সদস্যহে উপস্থিত হ'ল। এওঁলোকৰ মাজত গুৱাহাটীৰেই ১৩ জন আৰু আন এজন নগাওঁৰ। জিলা কংগ্ৰেছবিলাকে কিদৰে কাম কৰিছিল, ইয়াতেই অনুমান কৰিব পাৰি। কংগ্ৰেছে অসমত মুক্তি সংগ্ৰামৰ প্ৰস্তুতি কৰোঁতে পলম কৰিলে বুলি আমাৰ ডেকাসকলে বহি থাকিব পাৰেনে? তেওঁলোকৰ চকুৰ আগত ভাৰতত এখন বিৰাট মানৱীয় নাটকৰ অভিনয় হ'ব লাগিছে; ৰোমাঞ্চকাৰী ঘটনাৱলী হ'ব ধৰিছে। তেওঁলোকে কেনেকৈ থিৰেৰে সেই ঘটনাৱলী চাই থাকিব পাৰে?

কংগ্ৰেছ নতুনকৈ সংগঠন কৰিবলৈ শ্ৰীযুত বিষ্ণুৰাম মেধি, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই অসমৰ ঠায়ে ঠায়ে ফুৰি লাহোৰৰ প্ৰস্তাৱ বুজাইছে; কিন্তু কংগ্ৰেছক আনুষ্ঠানিকভাৱে সক্ৰিয় কৰি তুলিবলৈ সময় লাগে।

এপ্ৰিল মাহৰ ১৯ তাৰিখে বহা প্ৰাদেশিক কংগ্ৰেছৰ অধিবেশনত প্ৰদেশ কংগ্ৰেছৰ সম্পাদক মৌলানা তৈয়বুল্লাই প্ৰতিবেদনত কৈছিল, "কংগ্ৰেছৰ মেম্বৰ ভৰ্ত্তি হোৱা নাই, জিলা অফিছবিলাকে একো প্ৰত্যুত্তৰ নিদিয়ে। সকলোতে নিষ্ক্ৰিয়তা।"

বুৰঞ্জীয়ে অসমৰ ৰাইজক ইয়াৰ বাবে দোষ দিবনে? অসমৰ ৰাইজে কংগ্ৰেছৰ লগত সহযোগ কৰা নাই বুলি ক'বনে? নাইবা অসম গৱৰ্ণমেণ্টৰ গান্ধী-বিৰোধী প্ৰচাৰত অসমীয়া ৰাইজ ভোল গ'ল বুলি কবনে? নিৰ্ব্বাচনৰ প্ৰতিদ্বন্দ্বিতাবিলাকলৈ চালে দেখিবলৈ পোৱা যায়, দুই এখন জিলাৰ বাহিৰে স্বৰাজিষ্ট প্ৰাৰ্থীসকলেই বিপুল ভোটাধিক্যত জয়লাভ কৰিছিল। তেন্তে কংগ্ৰেছৰ অৱস্থা এনে হ'ল কিয়? এফালে কিছুমান কৰ্ম্মীয়ে কাউন্সিলৰ ৰাজনীতিত



এনেদৰে সোমাল যে কংগ্ৰেছৰ দায়িত্ব লৈও সংগঠনলৈ মন দিব নোৱাৰা হ'ল। এনেবিলাক কথাৰ প্ৰতিক্ৰিয়াৰ মাজত অসমত কংগ্ৰেছৰ সংগঠনৰ অৱস্থা তল খাপলৈ যাবলগীয়া হ'ল; কিন্তু অসমৰ ৰাইজে কংগ্ৰেছৰ ওপৰত আস্থা নৰখা নহয়।

মুঠতে কওঁ, ১৯২৮ আৰু ১৯২৯ চনৰ ঘটনাৱলীত ভাৰতৰ ৰাজনৈতিক নেতাসকলৰ এটা বুজন সংখ্যকে বুজি পালে যে, স্বৰাজিষ্ট কৌশলে স্বৰাজৰ বাটত বৰ বেছি দূৰলৈ আগবঢ়াই নিব নোৱাৰে। স্বৰাজিষ্ট কৌশলৰ ব্যৰ্থতাৰ মাজত তেওঁলোকে গণ-আন্দোলনৰ প্ৰয়োজনীয়তা বুজি পালে আৰু ইয়াৰ বাবে মহাত্মাৰ নেতৃত্বৰ প্ৰয়োজনীয়তাও উপলব্ধি কৰিলে।

১৯২৮ চনটো ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীত লেখত ল'বলগীয়া বছৰ—ছাইমন কমিশ্যন বৰ্জ্জন কৰা লৈ কংগ্ৰেছ কৰ্ম্মীসকলৰ শোভাযাত্ৰাৰ ওপৰত লাঠী চলোৱাত লালা লাজপত ৰায়ৰ দৰে এজন বিশ্ববিখ্যাত লোকে প্ৰাণ হেৰুৱাবলগীয়া হ'ল। পণ্ডিত জৱহৰলাল নেহৰুৰ ওপৰতো লক্ষ্ণৌত লাঠী চলোৱা হ'ল। ভাৰতৰ বিক্ষুব্ধ শক্তিয়ে এইবিলাক কথাত অহিংস অসহযোগৰ মূল দৰ্শন গ্ৰহণ কৰি থিৰেৰে থাকিব নোৱাৰা হ'ল। তেওঁলোকৰ বহুতেই মহাত্মাৰ অহিংসাবাদত আস্থা হেৰুৱাবলৈ উপক্ৰম কৰিলে। যি হওক, ১৯২৯ চনত লাহোৰ কংগ্ৰেছত স্বাধীনতাৰ প্ৰস্তাৱ গৃহীত হ'ল। কিন্তু মহাত্মাই কিদৰে লাহোৰ প্ৰস্তাৱ মতে কাম আৰম্ভ কৰে? ১৯৩০ চনৰ জানুৱাৰী মাহতো মহাত্মাই কিদৰে এই মুক্তি অভিযান চলাব, একোকেই স্থিৰ কৰা নাছিল। প্ৰতীচ্য জগতৰ বহুতো সাংবাদিক আহি তেওঁক সবৰমতী আশ্ৰমত লগ ধৰি এই সম্পৰ্কে প্ৰশ্ন নকৰা নহয়। কলিকতাৰ এখন কাকতে ("স্বাধীনতা", সম্পাদক ৺বাৰীন্দ্ৰকুমাৰ ঘোষ। ১৯০৮ চনৰ মানিকতলা ষড়যন্ত্ৰৰ মোকৰ্দ্দমাত ১৪ বছৰৰ দ্বীপান্তৰৰ পাছত ১৯২০ চনত মুক্তি পাই আহিছিল) সমালোচনা কৰিলে—"গান্ধীয়ে তালগছ কটা আন্দোলন চলাইছে।" কিন্তু পিকেটিং আদিৰ অন্তৰালত বুৰঞ্জীয়ে নতুন শক্তিৰ সৃষ্টি কৰিবলৈ ধৰিলে আৰু এইদৰে বৃটিছ ৰাজশক্তিৰ লগত ভাৰতৰ জনতা প্ৰত্যক্ষ সংঘৰ্ষত আহিল।

অসমৰ ডেকা শক্তিয়ে ভাৰতৰ সমস্যাসমূহৰপৰা কেনেকৈ আঁতৰি থাকিব পাৰে? তেওঁলোকৰো প্ৰাণলৈ ত্যাগৰ উদ্দীপনা আহিল। বিশেষকৈ কাশী বিশ্ববিদ্যালয়ত পঢ়ি থকা অসমীয়া ছাত্ৰসকলে মোগলশৰাই ষ্টেশ্যনত আৰু কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰসকলে লাহোৰৰ জেলৰপৰা অনা

যতীন দাসৰ শৱযাত্রা দেখাত তেওঁলোকৰ প্ৰাণলৈ ত্যাগৰ নতুন উদ্দীপনা আহিল। তাৰ পাছত গান্ধীজীয়ে ১৯৩০ চনত যেতিয়া ৰোমাঞ্চকৰ ডাণ্ডী যাত্রা আৰম্ভ কৰিলে, তেতিয়া এনে এটা পৰিস্থিতিত শ্ৰীলীলাধৰ বৰুৱা প্ৰমুখ্যে কেইজনমান ডেকা গুজৰাটলৈ ওলাল অসমত সত্যাগ্ৰহৰ প্ৰস্তুতি নোহোৱাত মহাত্মাৰ অভিযানত যোগ দিবলৈ। কিন্তু গুজৰাটৰপৰা মহাদেৱ দেশায়ে মানুহ পঠাবলৈ হাক্ দি প্ৰাদেশিক কংগ্ৰেছলৈ চিঠি লিখিলে।

১৪ এপ্ৰিল তাৰিখ। ৰঙালী বিহুৰ দিনা অসমে বাতৰি পালে, যুৱ-ভাৰতৰ মুকুটমণি জৱহৰলাল এলাহাবাদত গ্ৰেপ্তাৰ হ'ল। সুপ্ত অসম জাগ্ৰত হ'ল। হৰতালেৰে এই ঘটনাৰ প্ৰত্যুত্তৰ দিলে স্কুলীয়া ছাত্ৰসকলে (সেই সময়ত কলেজ বন্ধ আছিল); স্কুলৰপৰা ওলাই সমদল বান্ধি ফুৰি ৰাজহুৱা সভাত যোগ দিলে।

বৃটিছ সাম্ৰাজ্যৰ আণ্ডাৰ-ছেক্ৰেটাৰী আৰ্ল ৰাছেলে লণ্ডনত অসমৰ চাহ-খেতিয়কসকলৰ বছৰি হোৱা 'আসাম ভোজ'ত (Assam Dinner) অসমৰ শান্ত অৱস্থাৰ যি শলাগ লৈছিল, তাৰ যথাযোগ্য সমিধান দিলে ডেকা অসমে। আনহাতে গোলাঘাটৰ এটা চুকত থকা গাওঁ এখনতো (বুঢ়াগোহাঁইখাট) ৰাজহুৱা সভাত শ্ৰীকেকাই সোনোৱালে নিজৰ সম্পত্তি ৺শঙ্কৰ বৰুৱাৰ আশ্ৰমত দান দি দেশৰ কামত লাগিব বুলি সভাত জনালে। ছাবৰুৱা টেৰণে জনজাতীয় সৰলতাৰে সৈতে ক'লে, "মই নিৰক্ষৰ মিকিৰ হ'ব পাৰোঁ, মই গুৱাহাটী কংগ্ৰেছৰ অধিবেশনলৈ গৈ মহাত্মা গান্ধীক চাই আহিছোঁ। মোৰ মনলৈ ভাব হৈছে—পুনৰ ৰাম ভাৰতলৈ আহিছে। ময়ো হনুমানৰ দৰে সীতাক উদ্ধাৰ কৰিবলৈ ৰামৰ লগ হ'ম।"

দেশৰ জনতাই এইদৰে আন্দোলনলৈ মন দিয়া দেখি দেশভক্ত ফুকনে ৫০ জন সেৱক পালে কামৰূপৰ গাৱেঁ-গাৱেঁ ফুৰিব বুলি প্ৰকাশ কৰিলে। কিন্তু দেশভক্তকো তেজপুৰৰপৰা শ্ৰীমহীমচন্দ্ৰ সিংহই মুকলি চিঠিৰে প্ৰশ্ন কৰিলে, "কাউন্সিলৰপৰা ওলাই আহি অসম কংগ্ৰেছৰ নিৰ্দ্দেশ পালন কৰিবনে ?" যি কি নহওক, দেশভক্ত ফুকনে জুন মাহৰ ৭ তাৰিখৰপৰা ১৪ তাৰিখলৈকে শ্ৰীবিষ্ণুৰাম মেধি আৰু ৺হেম বৰুৱাৰে সৈতে উজনি অসমত ফুৰিলে। তেওঁলোক তিনিও গোলাঘাট, যোৰহাট, তিতাবৰ, জাঁজী, আমগুৰি, চাৰিং, শিৱসাগৰত ফুৰি বহুতো সভা পাতিলে। ৺হেম বৰুৱাই উজনিৰপৰা আহি তেজপুৰৰ জামুগুৰিত বহা (পাতলৰ চুক) ন-দুৱাৰ ৰায়ত সন্মিলনৰ



সভাপতিত্ব কৰিলে। সেই সময়ত ৺হেমচন্দ্ৰ হাজৰিকা প্ৰমুখ্যে কেইবাজনো কৰ্ম্মীয়ে তেজপুৰৰ সংগঠনত মন দি আছিল।

আনফালে গুজৰাটৰপৰা উলটি আহি শ্ৰীলীলাধৰ বৰুৱা তেজপুৰ পালেহি। তেজপুৰ হাইস্কুলৰ ছাত্ৰসকলৰ এটা শোভাযাত্ৰাৰ বাবে তেওঁৰ কাৰাদণ্ড হ'ল। নগাওঁ, ধুবুৰী প্ৰভৃতি ঠাইতো মহাত্মাৰ গ্ৰেপ্তাৰৰ পাছত হোৱা হৰতালে আৰু শোভাযাত্ৰাত পুলিচে লাঠী চলায়।

এইদৰে সেই সময়ত পুনৰ নতুনকৈ সংগঠিত হোৱা কংগ্ৰেছ কমিটীয়ে সত্যাগ্ৰহ আৰম্ভ কৰিলে। আনফালে ছাত্ৰসকলে হৰতাল আৰু শোভাযাত্ৰাত যাতে যোগ দিব নোৱাৰে, তাৰ বাবে অসমৰ শিক্ষা বিভাগে এখন চাৰ্কুলাৰ জাৰি কৰিলে। এইখনেই কুখ্যাত কানিংহাম চাৰ্কুলাৰ। এইখন চাৰ্কুলাৰে জানিবা ছাত্ৰ-জাগৰণত ইন্ধন যোগালে। স্কুলে স্কুলে পিকেটিং আৰম্ভ হ'ল; আৰু 'বণ্ড'ত চহী দি স্কুলত পঢ়িবলৈ নোযোৱাৰ ফলত অসমৰ বহুতো ঠাইতে বে-চৰকাৰী স্কুল স্থাপন হ'ল। গুৱাহাটীত কামৰূপ একাডেমী, বৰপেটাত বৰপেটা বিদ্যাপীঠ, তেজপুৰত তেজপুৰ একাডেমী, শিৱসাগৰত ৺সোণাৰাম দত্তৰ উদ্যোগত শিৱসাগৰ বিদ্যাপীঠ, ডিব্ৰুগড়ত পাব্লিক স্কুল ইত্যাদি। এইদৰে ঠায়ে ঠায়ে বে-চৰকাৰী স্কুল পতা হ'ল।

গুৱাহাটীত ৺গোলকচন্দ্ৰ পাঠকে দক্ষিণ পাৰৰ বহুতো গাওঁ ফুৰি কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰাত লাগিল আৰু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীয়ে ৺কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে সজা এটা ঘৰ ভাৰা লৈ কংগ্ৰেছৰ সত্যাগ্ৰহী শিবিৰ পাতিলে।

২৭ জুলাই তাৰিখে আবেলি ৬ বজাত কাৰ্জ্জন হলত নতুনকৈ ভৰ্ত্তি হোৱা কংগ্ৰেছৰ সভ্যসকলৰ সভা বহিল আৰু এইখন সভাত ৺হেমচন্দ্ৰ বৰুৱা গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতি, শ্ৰীঅমিয়কুমাৰ দাস উপ-সভাপতি, ৺সিদ্ধিনাথ শৰ্ম্মা বি-এল সাধাৰণ সম্পাদক আৰু শ্ৰীলক্ষ্মীধৰ বৰা বি-এল সহকাৰী সম্পাদক নিৰ্ব্বাচিত হ'ল। এইখন সভাত তিনিজন পুলিচ কৰ্ম্মচাৰী, এজন শৰ্টহেণ্ড ৰিপোৰ্টাৰ আৰু এজন মেজিষ্ট্ৰেট উপস্থিত আছিল।

১৮ মে' তাৰিখে নগাৱঁত ৺হলধৰ ভূঞাৰ গ্ৰেপ্তাৰৰ পাছত ৺হেমচন্দ্ৰ বৰুৱা আৰু শ্ৰীবিষ্ণুৰাম মেধি, ৺ডাক্তৰ ভুবনেশ্বৰ বৰুৱা প্ৰভৃতি কেইবাজনো লোক গৈ নগাৱঁত সভা পাতিলে।

এইদৰে অসমে লাহোৰ কংগ্ৰেছৰ প্ৰস্তাৱমতে আন্দোলন আৰম্ভ কৰিলে।

২৮ জুন তাৰিখে পণ্ডিত মতিলাল গ্রেপ্তাৰ হ'লত ডঃ ছৈয়দ মামু
সভাপতিৰ দায়িত্ব ল'লে। ইয়াৰ কিছুদিনৰ পিছত বঙ্গদেশৰপৰা ডা
বিধানচন্দ্র ৰায় আহি গুৱাহাটীত উপস্থিত হ'ল। অসমত আন্দোলনৰ গতি
বেগ বঢ়াবলৈ স্বেচ্ছাসেৱকৰ প্রয়োজন থাকিলে উত্তৰ বঙ্গৰপৰা কিছুম
স্বেচ্ছাসেৱক পঠাবৰ কথাও আলোচনা হ'ল ; কিন্তু স্বেচ্ছাসেৱক পঠাব নালা
বুলি তেওঁক জনোৱা হ'ল। অসম ছাত্র সন্মিলন আৰু 'অসম ইউথ লী
পুনঃ সংগঠিত কংগ্রেছ সত্যাগ্রহ সম্পৰ্কে মন দিলে।

অসম ছাত্র সন্মিলনৰ বিশেষ অধিবেশন গুৱাহাটীৰ পানবজাৰ হৰিসভ
মণ্ডপত পতা হ'ল। (২১ জুলাই)

জুলাই মাহত স্কুল-কলেজ খোলাৰ লগে লগে পিকেটিং আৰম্ভ হ'ল
গুৱাহাটীত কটন কলেজৰ গেটৰ সমুখত কেইগৰাকীমান মহিলাই পিকে
কৰিছিল। এই কেইগৰাকী মহিলা গুৱাহাটীৰ গণ্যমান্য পৰিয়ালৰ আছিল
(৺চন্দ্ৰকুমাৰ আগৰৱালাৰ সহধৰ্ম্মিণী, ৺অম্বিকা গোস্বামীৰ শাহুৱেক, ৺শিশি
কুমাৰ বৰুৱাৰ মাতৃ ইত্যাদি।) সেইদিনা সকলোৱে ভাবিছিল লাঠী চলো
হ'ব আৰু সেইবাবে ৺ডাক্তৰ ভুবনেশ্বৰ বৰুৱা প্রমুখ্যে কেইবাজনো ডাক্তৰে
প্রাথমিক সহায়ৰ বাবে লাগতিয়াল দৰব-জাতিৰে সৈতে পানবজাৰত সাজু হৈ
আছিল। কিন্তু কলেজৰ অধ্যক্ষ ব্ৰাউনে পিকেটিং হোৱা দেখি শ্রেণীবিলাক
এৰি দিলে। এইদৰে কেইবাদিনো পিকেটিং চলিল। সেইবাবে কলেজত
পিকেটিং কৰি সত্যাগ্রহ আৰম্ভ কৰিব পৰা নগ'ল। কিন্তু কলেজিয়েট স্কুলৰ
সমুখত পিকেটিং চলি আছিল। আন আন জিলাৰপৰা যিবিলাক বাতৰি
আহিছিল, তাৰপৰা বুজা গ'ল সকলো নগৰতে স্কুলত পিকেটিং চলিবলৈ
ধৰিছে। নগাওঁৰ এটা বাতৰিৰপৰা জনা গ'ল যে, ১৭ জুলাই তাৰিখে নগাওঁ
হাইস্কুল খোলাৰ দিন আছিল কিন্তু সেইদিনা খুলিব পৰা নহ'ল। এইদৰে
বৰপেটাৰপৰাও খবৰ পোৱা হ'ল যে, ১৪ জুলাই তাৰিখে বৰপেটাৰ হাইস্কুল
খুলিব পৰা নহ'ল।

২ আগষ্ট তাৰিখে গুৱাহাটীৰ কলেজিয়েট স্কুলৰ সমুখত ৫ জন ছাত্রই
পিকেটিং কৰাত ৪ জন গ্রেপ্তাৰ হ'ল আৰু এজনক তেওঁৰ দেউতাকে টানি
নি শ্বিলঙলৈ পঠালে।

তেজপুৰত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে এখন প্রতিবাদ সভা বহিল
আৰু ৺পদ্মনাথ গোহাঞিবৰুৱাই সভাপতিৰ আসনৰপৰা কৈছিল—"তেজপুৰ



ৰাজনৈতিক আন্দোলনৰপৰা মুক্ত আছে দেখি তেজপুৰত পতা কানিংহাম
চাৰ্কুলাৰখন তুলি ল'ব লাগে।" যি কি নহওক, অভিভাৱকসকলে চাৰ্কুলাৰ
মতে চহী কৰি ছাত্রক স্কুললৈ নপঠাবলৈ স্থিৰ কৰিলে আৰু লগতে নতুন
স্কুল খোলাৰ সিদ্ধান্ত হ'ল।

হাইস্কুলত পিকেটিং কৰা বাবে ৪ জন ছাত্রক তিনি মাহৰ কাৰাদণ্ড
দিয়াৰ বাতৰি শিৱসাগৰৰপৰা পোৱা হ'ল। (শ্রীহৰেন কটকী, হৰেন শৰ্ম্মা,
দুৰ্গেশ্বৰ বৰদলৈ আৰু সুৰেন্দ্ৰনাথ বৰুৱা।) জাঁজীৰপৰা অহা চিঠিত খবৰ
পোৱা হ'ল—৪ আগষ্ট তাৰিখে জাঁজীত বহা সভাত (শ্রীকুশৰাম মুক্তিয়াৰ
সভাপতি) কানিংহাম চাৰ্কুলাৰ মতে চহী দি কোনো ছাত্রই স্কুললৈ নোযোৱা
স্থিৰ কৰিছে। বৰপেটাৰপৰা অহা বাতৰিত পোৱা হ'ল যে, পিকেটিং কৰা
বাবে শ্রীব্রজনাথ দাস, দীনবন্ধু ওজা, মাধৱচন্দ্ৰ দাস, নগেন্দ্ৰনাথ ঘোষক
গ্রেপ্তাৰ কৰা হৈছে। গ্রেপ্তাৰৰ পাছত বৰপেটাত ১৪৪ ধাৰা জাৰি কৰি
শোভাযাত্রা আদি নিষেধ কৰা হয়। কিন্তু নিষেধ সত্বেও প্রায় এহেজাৰমান
সৰু সৰু ল'ৰাৰ এটা শোভাযাত্রা ওলাই ডি-ছি আৰু মহকুমাধিপতিৰ সমুখেদি
যায়। আনফালৰপৰা আঢ়ৈ হেজাৰমান মানুহৰ এটা বিৰাট শোভাযাত্রা
ওলোৱাত ১৮ জনক গ্রেপ্তাৰ কৰে।

পণ্ডিত জৱহৰলাল নেহৰুৰ গ্রেপ্তাৰৰ পাছত শিৱসাগৰত ৰাজহুৱা সভা
বহিছিল। শিৱসাগৰৰপৰা বাতৰি পোৱা হৈছিল, মঃ বখতদৌল্লা আৰু আব্দুল
ৰেজাকেও ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ কথা বুজাই কৈছিল। সভাত
৩২ জন ডেকাই স্বেচ্ছাসেৱক হ'বলৈ আগবাঢ়ি ওলায় আৰু কংগ্রেছৰ সভ্য
ভৰ্ত্তি কৰি কংগ্রেছৰ পুনৰ্গঠনৰ কাম হাতত লয়।

০ ০ ০

"শিৱসাগৰৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ তিনিটা খেৰৰ ঘৰ ২০ জুলাই তাৰিখে
কোনোবাই জ্বলাই দিয়া বুলি এটা বাতৰি পোৱা হয়।"......

"১১ আগষ্ট তাৰিখে ৺যাদৱপ্ৰসাদ চলিহাৰ নেতৃত্বত এটা শোভাযাত্রা
ওলাই কাছাৰী ঘৰৰ আগেদি যাওঁতে শোভাযাত্রাত বাধা দিয়া হয়।
শ্রীইন্দ্ৰনাথ কাকতী, শ্রীফটিক চলিহা প্রমুখ্যে ভালেখিনি লোক তাত বৈ
থাকিবলগীয়া হৈছিল। যি কি নহওক, শিৱসাগৰৰ মহকুমাধিপতিয়ে শেহত
শোভাযাত্রা যাবলৈ দিয়াত চাৰ্কিট হাউছৰ আগেদি বৰপুখুৰীৰ পাৰেদি এই
সমদলে গীত গাই গাই ভ্রমণ কৰে। স্কুলত পিকেটিং চলি আছে।"......

"জাঁজীৰ জামুগুৰি পথাৰত মহিলাসকলৰ এখন ডাঙৰ সভা হয়। অ চাৰিওৰপৰাই কেবাশও মহিলা আহিছিল। ইয়াৰ বাহিৰেও মৰাণ, বামুনগ আদি সকলো ঠাইৰেপৰা আইসকল আহিছিল। শ্ৰীযুক্তা সুন্দৰী বৰকাক সভানেত্ৰী পাতি এইখন সভা চলোৱা হয়।"......

"আমগুৰিত শ্ৰীনগেন্দ্ৰনাথ শইকীয়া কংগ্ৰেছ কমিটীৰ সম্পাদক নি হৈছে আৰু শ্ৰীযুত বসন্ত বৰঠাকুৰ সহকাৰী সম্পাদক নিযুক্ত হৈ তেওঁলোকে গাৱেঁ গাৱেঁ ফুৰি কংগ্ৰেছৰ প্ৰচাৰকাৰ্য্য চলাই আছে। ২২ গাৱঁত সূতা কটাৰ কাম ভালদৰে চলি আছে, বিশেষকৈ হিলৈদাৰী আ আমগুৰিৰ বামুনগাৱঁত। চাৰিওত শ্ৰীযুত বলোৰাম চলিহাই নেতৃত্ব কাম কৰিছে।"

......"শ্ৰীফটিকচন্দ্ৰ ভূঞাই এহালিচা মাটিৰে সৈতে এটা টিনৰ ঘ কংগ্ৰেছৰ বাবে দিয়া বুলি বাতৰি আহিছে।"

"শ্ৰীগোপালচন্দ্ৰ নেওগ, শ্ৰীমাখন শইকীয়া, শ্ৰীবসন্ত বৰঠাকুৰক আমগুৰি গ্ৰেপ্তাৰ কৰা হৈছে।" (৭ ছেপ্তেম্বৰ তাৰিখে)

"শ্ৰীবুদ্ধধৰ চলিহা, শ্ৰীসুৰেন্দ্ৰনাথ বৰুৱা, কেশৰলাল চলিহা, বিমলাচৰ খাটনিয়াৰ পিকেটিং কৰাৰ বাবে গ্ৰেপ্তাৰ হৈছে।" (২৪ আগষ্ট)

......"২৫ আৰু ২৬ আগষ্ট তাৰিখেও পিকেটিং চলোৱা বাবে ৭ জ গ্ৰেপ্তাৰ হৈছে। জাঁজী হাইস্কুলৰ চৰকাৰী সাহায্য বন্ধ কৰা বুলি এখন চি পোৱা হৈছে। কাৰণ, ছাত্ৰসকলে কানিংহাম চাৰ্কুলাৰ মতে 'বণ্ড' চ কৰিবলৈ মান্তি হোৱা নাই। আসাম ছাত্ৰ সন্মিলনৰ সম্পাদক শ্ৰীৰজনীকা গোস্বামী গ্ৰেপ্তাৰ হোৱাত জাঁজী বামুণপুখুৰী ছাত্ৰ সন্মিলনৰ উদ্যোগত জাঁজী এখন সভা বহিছিল। শ্ৰীপূৰ্ণকান্ত খাউণ্ড এই সভাৰ সভাপতি আছিল।"......

"১২ আগষ্ট তাৰিখে শিৱসাগৰত (১) শ্ৰীদুৰ্গাপ্ৰসাদ বৰঠাকু (২) শ্ৰীপদ্মধৰ চলিহা, (৩) শ্ৰীশিৱপ্ৰসাদ বৰুৱা, (৪) শ্ৰীপ্ৰসাদচন্দ্ৰ দত্ত (৫) জাঁজীত শ্ৰীনবনাথ শৰ্ম্মা, (৬) কালুগাৱঁত শ্ৰীতৰুণ শৰ্ম্মাৰ ঘ খানাতালাছ হয়।"

"২৮ এপ্ৰিল তাৰিখে নগাৱঁত কংগ্ৰেছ কমিটী পুনৰ সংগঠিত হয় পণ্ডিত কনকচন্দ্ৰ শৰ্ম্মা সভাপতি, শ্ৰীহলধৰ ভূঞা সম্পাদক নিযুক্ত হয়। প্ৰা এহেজাৰ স্বেচ্ছাসেৱক ভৰ্ত্তি কৰি শিক্ষা দিয়া হৈ আছে। এই কামত শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা লাগিছে।"......



......"২৭ জুলাই তাৰিখে শ্ৰীহলধৰ ভূঞা ২ মাহৰ জেইল খাটি মুকলি হৈ আহি পুনৰ কামত লাগিছে। হাইস্কুলত পিকেটিং চলি আছে।"......

"শ্ৰীমহম্মদ আবু, শ্ৰীৰাধিকা বৰ্ম্মা, শ্ৰীধীৰেন বসু, শ্ৰীদেবেন ঘোষ, শ্ৰীমতিৰাম দাস, শ্ৰীহংসৰাম কলিতা, শ্ৰীক্ষীৰোদ চৌধুৰী, শ্ৰীমহেন্দ্ৰ দাসক গ্ৰেপ্তাৰ কৰি ডি-চি শ্ৰীপাঁচুগোপাল মুখাৰ্জ্জীৰ আদালতত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড দিয়া হৈছে। এওঁলোকৰ বাহিৰেও আৰু ১৪ জনক গ্ৰেপ্তাৰ কৰা হয়। শ্ৰীমহেন্দ্ৰনাথ মহন্তক পুতেকৰ সৈতে (শ্ৰীনগেন মহন্ত) গ্ৰেপ্তাৰ কৰা হয়। পুতেকক এৰি দি শ্ৰীমহন্তক ২৫ টকা জৰিমনাৰে সৈতে কাৰাদণ্ড দিয়া হয়। শ্ৰীযুত হলধৰ ভূঞাৰ খালাছৰ দিনা পুৰণিগুদামৰ শ্ৰীনৰেন হাজৰিকা আৰু সুধাংশু বেনাৰ্জ্জী গ্ৰেপ্তাৰ হয়। তেওঁলোকৰ দোষ হৈছে লাইচেন্স নোহোৱাকৈ শোভাযাত্ৰা উলিওৱা।"......

"যোৰহাটৰপৰা শ্ৰীহৰিনাৰায়ণ বৰুৱা আৰু গুৱাহাটীৰপৰা চন্দ্ৰপ্ৰভা শইকীয়ানী আহি নগাৱঁত এখন ৰাজহুৱা সভাত বক্তৃতা দিছিল।"......

"স্কুলসমূহৰ ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামী আহি আজি নগাওঁ হাইস্কুলৰ মেনেজিং কমিটীৰ মেম্বাৰসকলৰ লগত স্কুল খোলাৰ সম্পৰ্কে আলোচনা কৰিছিল।"......

"জাজৰীত কানীয়াৰ পট্টা পোৱাৰ বাবে ১৩ জনক গ্ৰেপ্তাৰ কৰিছে।" (২৮ জুলাই)......

"বৰভাবাৰীত ৬০০ জন কানীয়াৰ ভিতৰত এতিয়া ১৫০ জনমান কানীয়াই কানি খাই আছে।"......

"শ্ৰীপূৰ্ণ শৰ্ম্মাই ২৫ জনমান সেৱক লৈ কঠিয়াতলিলৈ গৈছে। শ্ৰীউপেন শৰ্ম্মাই লাওখোৱা ঢিং অঞ্চললৈ, মঃ ইছলাম খাঁই জালুগুটিলৈ, শ্ৰীচন্দ্ৰকান্ত ফুকন, শ্ৰীৰত্ন মহন্ত, শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীমহম্মদ ছৰীয়া, শ্ৰীগিৰিকান্ত বৰুৱা প্ৰভৃতিয়ে দিহাদিহি গাওঁবিলাকলৈ গৈছে।"......

"চাপৰমুখত এখন ডাঙৰ সভা বহিছিল। (৯ ছেপ্টেম্বৰ) শ্ৰীমহীচন্দ্ৰ বৰা বি-এল সভাপতি আছিল। শ্ৰীযুতা চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে ওজস্বিনী ভাষাৰে এটি বক্তৃতা দিছিল।"

"ধৰমতুলত পিকেটিং চলি আছে। শ্ৰীৰাধানাথ বিশ্বাস গ্ৰেপ্তাৰ হৈছে।" (১০ ছেপ্টেম্বৰ)......

"চামগুৰিত পিকেটিং কৰাৰ বাবে শ্ৰীগিৰিকান্ত বৰুৱা বি-এল গ্ৰেপ্তা হয়।" (১৪ ছেপ্টেম্বৰ)......

"শ্ৰীগিৰিকান্ত মহন্ত, শ্ৰীভোলানাথ হাজৰিকা জখলাবন্ধাত গ্ৰেপ্তাৰ হয় (১৪ ছেপ্টেম্বৰ)

"যমুনামুখত শ্ৰীমুকুলচন্দ্ৰ ভূঞা আৰু নগৰত পিকেটিং কৰাৰ বা কনকচন্দ্ৰ দাস গ্ৰেপ্তাৰ হৈছে।"......

"শ্ৰীমহীচন্দ্ৰ বৰা, শ্ৰীমতিৰাম বৰা, শ্ৰীগোপালচন্দ্ৰ শৰ্ম্মা, শ্ৰীকনকচন্দ্ৰ শৰ্ম্মা, কংগ্ৰেছ অফিছ, ভলন্টিয়াৰ কেম্প আদি খানাতালাছ হয় (১৫ ছেপ্টেম্বৰ)......

"ফুলগুৰিত পিকেটিং চলি আছে। হেমচন্দ্ৰ বৰা ফুলগুৰিত গ্ৰেপ্তা হৈছে।"

"শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা আৰু শ্ৰীগিৰিকান্ত বৰুৱাৰ ১০ মাহ সশ্ৰম, শ্ৰীমতিৰা বৰাৰ ৪ মাহ সশ্ৰম কাৰাদণ্ড হৈছে।"......

"শ্ৰীহৰনাথ বৰা লাওপানী কংগ্ৰেছ কেম্পত গ্ৰেপ্তাৰ হৈছে।"

"বামুণী, চাপৰমুখ আৰু আঠগাৱঁত ২০ আৰু ২ ছেপ্টেম্বৰ তাৰিখে ১ জন সেৱক গ্ৰেপ্তাৰ হৈছে। ঢিঙত শ্ৰীকণপাই দাস, শশধৰ শৰ্ম্মা, কলীয়াকান্ত শইকীয়া, লক্ষীকান্ত শইকীয়া, ভৱানীকুমাৰ হাজৰিকা পিকেটিং কৰাৰ বাবে গ্ৰেপ্তাৰ হৈছে।" (১৬ ছেপ্টেম্বৰ)......

দুজন সেৱক কামৰূপত গ্ৰেপ্তাৰ হৈছে।" (১৯ ছেপ্টেম্বৰ)......

"নগাৱঁত শ্ৰীনগেন শৰ্ম্মা গ্ৰেপ্তাৰ হোৱাত শ্ৰীতুৰাকান্ত মহন্তই তেওঁৰ মালা পিন্ধাওঁতে পুলিচ চাহাবে তেওঁক চৰ মাৰে।"......

"বালিজুৰি চাহ-বাগিছাৰ মেনেজাৰে চাপানলাৰ কানি দোকানত পিকেটিং কৰা সেৱক কেইজনমানক মাৰপিট কৰে। ইয়াৰ উপৰিও মূৰৰপাৰ গান্ধীটুপী কাঢ়ি নি ভৰিৰে গচকে। এই বাতৰি ওলোৱাত বালিজুৰি চাহ বাগানৰ হাটলৈ দোকানী নাযাবলৈ স্থিৰ কৰে।"......

"কেলিডেন চাহ-বাগানৰ বনুৱাসকলে ধৰ্ম্মঘট কৰিছে বুলি বাত আহিছে।"

"চাপানলাত পিকেটিং কৰাৰ বাবে ৪৩ জন গ্ৰেপ্তাৰ হৈছে। ৯ জনৰ বিচাৰ কৰি দণ্ড দিয়া হৈছে। জীয়াজুৰি বাগানৰ মেনেজাৰ চাহাবে এজন বনুৱাৰ হৈ নিজেই কানি নিয়েহি। এজন বুঢ়া ভলন্টিয়াৰ সোণাৰাম সূতে



চাহাবক ক'লে, 'চাহাব, আপুনি ইংৰাজ হৈ কানি একুৱাবলৈহে ক'ব লাগিছিল। তাকে নকৰি কানীয়াক সহায় কৰাটো বেয়া হোৱা নাইনে?' চাহাবে এই কথাত বুঢ়াজনক মাৰধৰ কৰি মটৰ গাৰীত উঠি গুচি যায়। এই কথাষাৰ ওলোৱাত ৩০ জন সেৱক আহি দোকানত পিকেটিং কৰেহি। সেইদিনা বৰ বৰষুণ আছিল। বোকাত লুতুৰি-পুতুৰি হৈও সেৱকসকলে পিকেটিং চলাই আছিল। এনেতে আব্‌কাৰী বিভাগৰ ছুপাৰিণ্টেণ্ডেণ্ট আহি উপস্থিত হ'লহি আৰু শ্ৰীলীলাধৰ শইকীয়া, শ্ৰীতাৰকচন্দ্ৰ বৰা, শ্ৰীমহীধৰ, মথো কেওট প্ৰভৃতিক গ্ৰেপ্তাৰ কৰায়।"......

"পূজাৰ সময়ত পিকেটিং কৰাৰ বাবে বাঙলুত ৫ জন, কামপুৰ আৰু যমুনামুখত ১২ জনক গ্ৰেপ্তাৰ কৰা হয়। ৯ জন সেৱকক পুলিচে বৰকৈ প্ৰহাৰ কৰে। (চামগুৰি)

"মঃ ইছলাম খাঁৰ ওপৰত ১৪৪ ধাৰা জাৰি হৈছে। (তেওঁ চিঠি-পত্ৰ লৈ গুৱাহাটীলৈ অহা-যোৱা কৰি আছিল।) তেওঁৰ ঘৰ খানাতালাছ কৰা হয়। নৰকান্ত বৰদলৈ আৰু চাকীৰাম বৰাক কামপুৰলৈ যোৱাৰ বাটত (৫ অক্টোবৰ) গ্ৰেপ্তাৰ কৰা হয়।......

"যমুনামুখত আৰু তিনিজন ভলন্টিয়াৰ গ্ৰেপ্তাৰ হৈছে।"

......"পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মাক ১৮৮ ধাৰামতে বৰভগীয়াত গ্ৰেপ্তাৰ কৰা হয় (১৩ অক্টোবৰ)। নগাৱঁৰ উত্তৰ-পূব অঞ্চলত বাগিচাৰ হাটবিলাক ৰাইজে 'বয়কট' কৰাৰ ফলত এটা গুৰুতৰ পৰিস্থিতি হ'ব ধৰিছে। বালিজুৰি, চাপানলাত মেনেজাৰে ভলন্টিয়াৰক মাৰধৰ কৰা বাবে দোকানীসকলে বাগিচাৰ হাটলৈ যোৱাটো এৰি দিছে। বনুৱাসকলে ধান-চাউল কিনিবলৈ নোপোৱাত পৰিস্থিতি গুৰুতৰ হোৱাত পণ্ডিত কনকচন্দ্ৰ শৰ্ম্মাই হাট বৰ্জ্জনৰ বিষয়ে কুঁৱৰীটোলৰ চাৰিআলিৰ ভেলেউতলত ডাঙৰ সভা পাতি বুজনি দি আছিল। তেওঁক ৪ মাহৰ সশ্ৰম কাৰাদণ্ড দিয়া হৈছে।" (১৮ অক্টোবৰ)

"২৫ জন ভলন্টিয়াৰ আজি (১৩ অক্টোবৰ) শোভাযাত্ৰা কৰা বাবে গ্ৰেপ্তাৰ হ'ল। সকলোকে পাছত এৰি দি ৯ জনক আটক কৰি থ'লে—(১) দেৱকান্ত বৰুৱা, (২) চিবলচন্দ্ৰ দাস, (৩) মহম্মদ ছিৰাজউদ্দিন আহম্মদ, (৪) গোলাপচন্দ্ৰ বৰা, (৫) গোপালচন্দ্ৰ বৰা, (৬) মহেন্দ্ৰনাথ দাস, (৭) সুধাংশুভূষণ বানাৰ্জ্জী, (৮) ক্ষীৰোদ চৌধুৰী, (৯) জয়কান্ত শৰ্ম্মা। (শেষৰ ৪ জনক আগতেও এবাৰ গ্ৰেপ্তাৰ কৰা হৈছিল।)"

......"পণ্ডিত জৱহৰলাল নেহৰুক মুক্তিৰ পাছত পুনৰ গ্ৰেপ্তাৰ কৰ
বাতৰি ওলোৱাত নগাৱঁত বিনা লাইচেন্সে শোভাযাত্ৰা উলিওৱাত মহম
আবুক দ্বিতীয়বাৰলৈ গ্ৰেপ্তাৰ কৰা হয়। ( ২৩ অক্টোবৰ )......

"নগাৱঁত হাইস্কুলৰ শিক্ষক শ্ৰীদেবীচৰণ শৰ্ম্মাৰ পুতেক উপেন শৰ্ম
শিক্ষক ভূমিধৰ বৰাৰ পুতেক নীলধৰ বৰা আৰু অশ্বিনী বৰকাকতীকে আ
কৰি ৭ জনক গ্ৰেপ্তাৰ কৰা হয়। তেওঁলোকে কামপুৰৰ কানি-দোকান
পিকেটিং কৰিছিল। তেওঁলোকৰ প্ৰত্যেকজনক ৩ মাহৰ সশ্ৰম কাৰাদ
দিয়া হৈছে।"

"নীৰাই সূত, শশী সূতক পুনৰ গ্ৰেপ্তাৰ কৰা হৈছে।"

"আমছৈত কানি দোকানত পিকেটিং কৰাৰ বাবে ১৩ জনক আ
ধৰমতুলৰপৰা ৭ জনক আনিছে।"......

"চামগুৰিৰপৰা আজি ( ২২ অক্টোবৰ তাৰিখে ) গ্ৰেপ্তাৰ কৰি অনাসকল
নাম—(১) নবীনচন্দ্ৰ হাজৰিকা, (২) কলাই কেওট, (৩) মহেন্দ্ৰ কো
(৪) মানিক কোছ, (৫) পূৰ্ণকান্ত শইকীয়া, (৬) দুৰ্গেশ্বৰ কলিতা, (৭) নৰকা
শইকীয়া, (৮) যোগেশ্বৰ কেওঁট, (৯) শিশুৰাম কলিতা, (১০) মানিক সূ
(১১) মানসিং কৈৱৰ্ত্ত, (১২) বেণুৰাম কৈৱৰ্ত্ত।"

......"চামগুৰিত পুনৰ আজি ( ২৩ অক্টোবৰ তাৰিখ ) ৮ জন
গ্ৰেপ্তাৰ কৰিছে—(১) সুৰেন শৰ্ম্মা হাজৰিকা, (২) ৰাধাকান্ত শইকীয়
(৩) হেমকান্ত কলিতা, (৪) মহীধৰ শইকীয়া, (৫) গুণাই কৈৱৰ্ত্ত, (৬) ভগীৰা
কৈৱৰ্ত্ত, (৭) ৰজনীকান্ত কলিতা, (৮) দেবেন শৰ্ম্মা।"

......"কলিয়াবৰত আজি ( ২৪ অক্টোবৰ ) বদনচন্দ্ৰ বৰদলৈ কাপ্তা
গ্ৰেপ্তাৰ হ'ল। তেওঁৰ লগত দণ্ডীধৰ শৰ্ম্মা, হলধৰ শইকীয়া, বিনন্দচ
কোছ, ভদ্ৰ কলিতা, ভোগৰাম কলিতা, বালীৰাম কলিতা, টঙ্কেশ্বৰ বৰাকে
গ্ৰেপ্তাৰ কৰি দোকান এখনত আটক কৰি থোৱাৰ পাছত নগাৱঁলৈ অন
হয়।"......

"চামগুৰিত ভূধৰ গায়ন, ধেনুৰাম গায়ন, অকণচন্দ্ৰ শইকীয়াক গ্ৰেপ্তা
কৰিছে।"

"আজি ( ১২ নৱেম্বৰ ) নগাৱঁত লাঠী চলোৱা হৈছিল। বহুতো ভলন্টিয়া
আহত হ'ল। তেওঁলোকক কংগ্ৰেছ অফিছত শুশ্ৰূষা কৰা হ'ল। ৰাতি
তেওঁলোক তাত শুই থাকোঁতে পুলিচে আহি খানাতালাছ কৰিলে।"



নগাৱঁৰপৰা এইদৰে আন্দোলনৰ বাতৰি গুৱাহাটীলৈ আহি আছিল। বৰপেটা, গোলাঘাট, শিৱসাগৰ, যোৰহাট, তেজপুৰ, মঙ্গলদৈ, ডিব্ৰুগড়কে আদি কৰি সকলো ঠাইৰেপৰা বাতৰি আহি আছিল। ( এই প্ৰবন্ধত সকলো ঠাইৰপৰা অহা বাতৰিবিলাক প্ৰকাশ কৰিবলৈ ঠাই নহ'ব। )

অসম গৱৰ্ণমেণ্টৰ প্ৰচাৰ বিভাগে কংগ্ৰেছে ঘৃণনীয়া মেজ-মেল বৰ্জ্জন কৰা প্ৰস্তাৱ সম্পৰ্কে কিদৰে প্ৰচাৰকাৰ্য্য চলাইছিল তাৰ নমুনা এদিন পোৱা হ'ল।

"নিৰ্ব্বোধে জ্ঞানীলোকৰ সমুখত ওলাবলৈ নিবিচাৰে, সেইবাবে গান্ধীক অনুসৰণ কৰি কংগ্ৰেছে ঘৃণনীয়া মেজ-মেললৈ যাবলৈ নিবিচাৰে।"

এনে এখন প্ৰচাৰ পত্ৰিকা লৈ ৺গোলোকচন্দ্ৰ পাঠক এদিন উপস্থিত হ'ল। সেই সময়ত বাতৰি কাকতৰ ওপৰত যি অৰ্ডিনান্সৰ খড়্গ দাঙি থোৱা হৈছে, তালৈ চাই অসম গৱৰ্ণমেণ্টৰ সংস্কৃতি শিষ্টাচাৰবোধৰ অভাৱ বুলি সমালোচনা কৰি লিখা টোকা এটা প্ৰকাশ কৰিব পৰা নহ'ল। জামিন বাজেয়াপ্তৰ ভয়ত বহুতো বাতৰি কাকত বন্ধ হৈ আছিল। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই মন্তব্য কৰিলে—"যি সকল অসম গৱৰ্ণমেণ্টৰ পৰিচালক, তেওঁলোকৰপৰা ইয়াৰ বাহিৰে আন যুক্তি আশা কৰিব নোৱাৰি।" কিন্তু অসমৰ গাৱঁলীয়া ৰাইজে চৰকাৰৰ প্ৰচাৰ পত্ৰিকাৰ যুক্তি দেখি বুজিব পাৰিলে—চৰকাৰৰ একো যুক্তি নোহোৱাতহে এনে কথা উলিয়াইছে।

জুলাই মাহৰ শেষৰফালে ( ২৮ জুলাই ) ফাঁচীবজাৰত পিকেটিং আৰম্ভ হ'ল। শ্ৰীগিৰীন্দ্ৰনাথ চৌধুৰী আৰু শ্ৰীউপেন্দ্ৰনাথ নবিছে পিকেটিং কৰি গ্ৰেপ্তাৰ হৈ আদালতত মুক্তি পালে। কাৰণ তেওঁলোকৰ পক্ষ সমৰ্থন কৰি ৺ৰোহিণীকুমাৰ চৌধুৰী আদালতত থিয় দিলেহি। যি কি নহওক, গিৰীন্দ্ৰনাথ চৌধুৰীয়ে পুনৰ পিকেটিং কৰি দণ্ডিত হ'ল। ইয়াৰ লগে লগে শ্ৰীভৱানীপ্ৰসাদ বৰুৱা, শ্ৰীৰবীন কাকতী, শ্ৰীসুনীল মজুমদাৰ, শ্ৰীভৱানীচৰণ ডেকা, শ্ৰীনবীন কলিতা, শ্ৰীৰণেন ভট্টাচাৰ্য্য প্ৰভৃতি পিকেটিং কৰি গ্ৰেপ্তাৰ হয়। ইয়াৰ পাছত নলবাৰীত ৭ জন গ্ৰেপ্তাৰ হ'ল। আগষ্ট মাহৰ শেহত অসম গৱৰ্ণমেণ্টৰ এখন বিজ্ঞপ্তি লৈ পুনৰ ৺গোলোকচন্দ্ৰ পাঠক আহিল। তাত লেখা আছিল—"১০০ জনতকৈ অধিক ডেকাই পিকেটিং কৰি কাৰাদণ্ডিত হৈছে, কিন্তু তেওঁলোকক উচটাই জেললৈ দণ্ডভোগ কৰিবলৈ পঠোৱাসকল বাহিৰত আছে।"

২১ জুলাই তাৰিখে বহা অসম ছাত্ৰ সন্মিলনৰ পাছত ( পানবজাৰ

হৰিসভাত সন্মিলন বহিছিল ) ছাত্ৰসকলৰ উদ্যোগত পিকেটিং চলিবলৈ ধৰিলে। ‘কাউন্সিল অব্ এক্চন’ এখন পাতি লোৱা হৈছিল। ইয়াৰ সভাপতি শ্ৰীবিষ্ণুৰাম মেধি, সম্পাদক শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী। ছাত্ৰ সন্মিলনৰ পাছত এই কমিটীৰ কাৰ্য্যকাৰকসকলৰ সলনি হৈছিল। ছাত্ৰ সন্মিলনৰ বিশেষ অধিবেশন নবহালৈকে এই কমিটীয়ে পিকেটিং আদি চলাইছিল, কিন্তু এতিয়া কাৰ্য্যকাৰক সলনি হৈ নতুনকৈ এই কমিটী গঠিত হ'ল। শ্ৰীৰজনীকান্ত গোস্বামীয়েই উক্ত কমিটীৰ সম্পাদক হ'ল।

ফাঁচীবজাৰত বিৰাট শোভাযাত্ৰা হ'ল ( ১ ছেপ্টেম্বৰ )। শ্ৰীকন্ন ঠাকুৰীয়া, শ্ৰীভৱানীচৰণ ভট্টাচাৰ্য্য গ্ৰেপ্তাৰ হয়। কমিছনাৰৰ অফিচৰ মুখ্য কৰ্ম্মচাৰী ৺নীলনাথ শৰ্ম্মাৰ পুতেক শ্ৰীযতীন শৰ্ম্মাকো গ্ৰেপ্তাৰ কৰি পাছত এৰি দিয়া হ'ল। ৺প্ৰিয় শৰ্ম্মা ( বজালী ), শ্ৰীমোহিনীমোহন শৰ্ম্মাক গ্ৰেপ্তাৰ কৰি ২ মাহৰ কাৰাদণ্ড দিয়া হ'ল।

পলাশবাৰীৰ এ-এছ-আই শ্ৰীহলধৰ বৰুৱাৰ পুতেক আৰু শুৱালকুছিৰ শ্ৰীকীৰ্ত্তিনাথ দাসক ফাঁচীবজাৰত গ্ৰেপ্তাৰ কৰা হয়। শ্ৰীনৰনাৰায়ণ গোস্বামী টিহু অঞ্চললৈ গৈ প্ৰচাৰত লাগিল। শ্ৰীনাৰায়ণ ভট্টাচাৰ্য্য আৰু শ্ৰীসুৰেন শৰ্ম্মাও তেওঁৰ লগত গ'ল। কুকুৰমাৰা, ছয়গাওঁ, বকো প্ৰভৃতি অঞ্চললৈ শ্ৰীবেলিৰাম দাস, শ্ৰীদেবেন্দ্ৰনাথ চৌধুৰী আৰু শ্ৰীৰাধিকাৰাম দাস গ'ল।

১৯৩০ চনৰ আন্দোলনত কংগ্ৰেছে এটা নিয়ম লৈছিল যে, আন্দোলন চলাবলৈ কংগ্ৰেছ অনুষ্ঠানৰ সভাপতি গ্ৰেপ্তাৰ হ'লে তেওঁ নিজৰ উত্তৰাধিকাৰী মনোনীত কৰি যাব। এইদৰে পণ্ডিত জৱহৰলালৰ উত্তৰাধিকাৰী হ'বলগীয়া হ'ল তেওঁৰ দেউতাক পণ্ডিত মতিলাল; প্ৰদেশবিলাকতো সেইদৰে ডিক্টেটৰ প্ৰভৃতি মনোনীত হৈছিল।

জুলাই মাহ শেষ হ'ল। সভা-সমিতি, পিকেটিং, হৰতাল আদি হৈ আছে হয়, গ্ৰেপ্তাৰৰ সংখ্যা সৰহ নোহোৱা বুলি চৰকাৰী বিবৃতিত জনা যায়। নেতৃস্থানীয় লোক তেতিয়ালৈকে গ্ৰেপ্তাৰ হোৱা নাই। কৰ্ত্তৃপক্ষৰ এনে এটা মনোভাৱ হ'ল যে, নেতাসকলে জেইললৈ যাবলৈ লোকক উদ্গনি দি নিজে আঁৰত আছে। এনে মৰ্ম্মে এটা চৰকাৰী বিবৃতিও প্ৰকাশ হ'ল। শ্ৰীযুত মেধি, ৺হেমচন্দ্ৰ বৰুৱা, ৺সিদ্ধিনাথ শৰ্ম্মা প্ৰমুখ্যে কিছুমানে গাৱেঁ গাৱেঁ ফুৰি লাহোৰ প্ৰস্তাৱৰ মৰ্ম্ম বুজাই আছিল। ১২ আগষ্ট তাৰিখে ক্ৰিমিনেল এমেণ্ডমেণ্ট এক্ট জাৰি কৰি ভলন্টিয়াৰ সংগঠন আৰু কংগ্ৰেছ বেআইনী বুলি



ঘোষণা কৰা হ'ল আৰু অসমৰ সকলো ঠাইতে ব্যাপকভাৱে খানাতালাচ কৰা হ'ল। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ভাৰাঘৰত পতা সত্যাগ্ৰহী শিবিৰ পুলিচে দখল কৰিলে; তাত ৺গোলোকচন্দ্ৰ পাঠক, শ্ৰীতীৰ্থনাথ শৰ্ম্মা প্ৰভৃতি কিছুমান সেৱক আছিল।

তেজপুৰৰপৰা বাতৰি আহিল চতিয়াত ৺গঙ্গানাথ বৰকটকী, ৺ৰত্নেশ্বৰ ৰায়কে আদি কৰি কিছুমান কৰ্ম্মীক পিকেটিং কৰা বাবে গ্ৰেপ্তাৰ কৰি এৰি দিয়া হ'ল। ঢেকিয়াজুলি, বিহগুৰি আদি বহুতো ঠাইত পিকেটিং চলি আছিল। পিকেটিং চলিলেও প্ৰায়বিলাক ক্ষেত্ৰত গ্ৰেপ্তাৰ কৰি এৰি দিয়া হৈছিল। কিছুমানক কাৰাদণ্ড দিয়া হৈছিল।

এনে এটা পৰিস্থিতিত সভাপতি শ্ৰীবিষ্ণুৰাম মেধিৰ গ্ৰেপ্তাৰ অতি সোনকালে হোৱাৰ সম্ভাৱনা হ'ল আৰু ভৱিষ্যতলৈ কোনে এই দায়িত্ব ল'ব তাৰো আলোচনা হ'ল। ৺গোপীনাথ বৰদলৈয়ে এই দায়িত্ব ল'বলৈ মান্তি হ'লেও ঘৰুৱা অসুবিধাৰ বাবে বাহাদুৰ বাগানৰ অংশ বেচাৰ দিহা কৰি ওলাব বুলি জনালে। শ্ৰীযুত মেধি গুৱাহাটী নগৰৰ বাহিৰত উলুবাৰীৰ ওচৰত শ্বিলঙৰপৰা আহোঁতে বাটত গ্ৰেপ্তাৰ হ'ল আৰু তেওঁ বৰদলৈক মনোনীত কৰি গ'ল। কিন্তু বাহাদুৰ বাগানৰ অংশ বিক্ৰী কৰাৰ দিহা নোহোৱাত তেওঁ দায়িত্ব ল'ব পৰা নাছিল আৰু সেইবাবে এমাহমান পাছত ৺যাদৱপ্ৰসাদ চলিহাই এই দায়িত্ব ল'লেহি। ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺সিদ্ধিনাথ শৰ্ম্মা ২০ ছেপ্টেম্বৰ তাৰিখে গ্ৰেপ্তাৰ হোৱাত শিৱসাগৰৰপৰা ৺যাদৱপ্ৰসাদ চলিহা আৰু যোৰহাটৰপৰা শ্ৰীদেৱেশ্বৰ শৰ্ম্মা আহি গুৱাহাটী পালেহি আৰু আন্দোলন চলোৱাৰ সম্পৰ্কে আলোচনা হ'ল।

আলোচনা চলি আছে, এনেতে লেখকক এজনে বাহিৰলৈ মাতিছে বুলি এজন কৰ্ম্মীয়ে ( শ্ৰীদেৱপাল দাস ) বতৰা দিয়াত ওলাই গৈ দেখিলোঁ এজন ডেকা। সুশ্ৰী, সুস্থ, চকুত দৃঢ়তা ফুটি ওলাইছে, থিয় দি আছে। মোক পাই তেওঁ ক'লে, “মোক আশ্ৰয় দিব পাৰিবনে? মই পলৰীয়া ৰাজনৈতিক আচামী।”

“আমাৰ আন্দোলনততো পলোৱাৰ কথা নাই।”

“নহয়, মই বিপ্লৱী দলৰ, মোৰ মূৰৰ ওপৰত দহহেজাৰ টকা চৰকাৰে পুৰস্কাৰ ঘোষণা কৰিছে।”

“কি, আপুনিয়েই দীনেশৰঞ্জন নেকি?”

"হয়, মৱেই ঢাকাৰ মিট্‌ফোৰ্ড হস্পিতালত আই-জি-পি ছিম্‌ছনৰ ওপৰত গুলি চলাইছিলোঁ।"

"চাওক, আমি প্ৰকাশ্য আন্দোলন চলোৱা সত্ত্বেও পুলিচে আমাৰ ওপৰত কিদৰে চকু ৰাখিছে। সউ বেল গছজোপাৰ তলত সৰু সৰু ল'ৰা কেইটিয়ে মাৰ্ব্বল গুটি খেলি আছে। তেওঁলোকক পুলিচে টকা দি এইদৰে থৈছে, কোন ক'লৈ আহে খবৰ দিবলৈ। আপুনি ইয়াত থকা দেখিলেই পুলিচে বেঢ়ি ধৰিবহি আৰু আপুনি গ্ৰেপ্তাৰ হ'ব। তাতকৈ আপুনি এখন চাহ-বাগিচালৈ যাওক। তাত কাৰো চকুত নপৰাকৈ থাকিব পাৰিব।"

ইয়াৰে কেইমাহমান পাচত ১৯৩১ চনৰ ফেব্ৰুৱাৰী মাহত আমি জেইলত বাতৰি কাকতত পঢ়িলোঁ, বেঙ্গল ছেক্ৰেটাৰীয়েটত আৰু দুজন ইংৰাজ কৰ্ম্মচাৰীক বিভলভাৰেৰে গুলিয়াই দীনেশৰঞ্জন আত্মঘাতী হ'ল। এজন ত্যাগী সাহিয়াল ডেকাই দেশসেৱাৰ এটা ভ্ৰান্ত আদৰ্শ লৈ নিজৰ প্ৰাণ সঁপি দিলে। বুকু ভেদি ছমুনিয়াহৰ লগতে এই ত্যাগী আত্মাৰ কল্যাণৰ বাবে এটা প্ৰাৰ্থনা অন্তৰলৈ আহিল।

আনহাতে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺সিদ্ধিনাথ শৰ্ম্মাক গ্ৰেপ্তাৰ কৰি এমাহমান হাজোতত ৰাখি বিচাৰত এৰি দিয়া হ'ল। বিচাৰক আছিল কামৰূপৰ ডি-চি মিঃ প্ৰিচাৰ্ড। তাৰ পাছত পুলিচে ১০৮ ধাৰাৰ মোকৰ্দ্দমা ৰুজু কৰিলেও বিচাৰকে মুক্তি দিলে। মুক্তি পোৱাৰ পাছত ৺বৰুৱা প্ৰদেশ কংগ্ৰেছৰ সেই সময়ত হোৱা সভাপতি যাদৱপ্ৰসাদ চলিহা আৰু ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ লগত কলিকতালৈ গৈ ৺মতিলাল নেহৰুক লগ ধৰি অসমত হোৱা আন্দোলনৰ ৰিপোৰ্ট দিলে। হেজাৰৰ ওপৰ সেৱকে কাৰাদণ্ড বৰণ কৰা সত্ত্বেও ৺নেহৰুৱে দেশভক্ত ফুকনে আন্দোলনৰপৰা আঁতৰি থকাত অসন্তোষ প্ৰকাশ কৰিলে।

এইদৰে নানান ঘটনাৱলীৰ মাজত মাৰ্চ্চ মাহ পালেহি আৰু ৫ মাৰ্চ্চ তাৰিখে গান্ধী-আৰৱিন চুক্তি স্বাক্ষৰিত হোৱাত ৭ মাৰ্চ্চ তাৰিখে জেইলত বন্দী হৈ থকা সেৱকসকলে মুক্তি পালে।

ভাৰতীয় ৰাজনীতিত এই চুক্তিৰ দুটা পৰস্পৰ-বিৰোধী প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। ৰাজনৈতিক অনুষ্ঠান হিচাপে এই চুক্তিয়ে কংগ্ৰেছৰ মৰ্য্যাদা বঢ়ালে। ভৱিষ্যতলৈ চুক্তিৰ ফলত ৰাজনৈতিক ক্ষমতা হস্তান্তৰ হোৱাৰ সম্ভাৱনাত কৰ্ম্মীসকলৰ মনলৈ নতুন প্ৰেৰণা আহিল।

কিন্তু নেতাজী সুভাষচন্দ্ৰ বসু প্ৰভৃতি উগ্ৰপন্থী লোকসকলৰ মনলৈ



অসন্তোষৰ ভাব আহিল আৰু তেওঁলোকে গান্ধীজীৰ ৰাজনৈতিক বিচক্ষণতাৰ অভাৱ হোৱা বুলি সমালোচনা কৰিবলৈ ধৰিলে। গুপ্তহত্যাদিৰ অভিযোগত দণ্ডিত হোৱা লোকসকল চুক্তিৰ ভিতৰত অন্তৰ্ভুক্ত নোহোৱাটোত আৰু চুক্তিৰ কেইসপ্তাহমান পাছতে ভগৎসিং, শুকদেৱ, ৰাজগুৰুৰ ফাঁচি হোৱাত ডেকাদল উত্তপ্ত হৈ উঠিল। ইয়াৰ পৰিণতি হ'ল—কৰাচী কংগ্ৰেছলৈ যোৱাৰ বাটত মালীৰ ষ্টেশ্যনত নামোঁতে গান্ধীজীক ক'লা পতাকাৰে অভিবাদন কৰি আৰু 'গান্ধী উভতি যোৱা' বুলি ধ্বনি। কিন্তু ডেকাসকলৰ এনেবিলাক কথাৰ প্ৰত্যুত্তৰ দিলে গান্ধীজীয়ে স্বভাৱসুলভ হাঁহি আৰু ধৈৰ্য্যেৰে আৰু ইয়াৰ পাছত দিয়া তেওঁৰ বিবৃতিত ডেকাদল শান্ত হ'ল। এইদৰে কৰাচী অধিৱেশনত স্বাধীনতা আন্দোলনৰ দ্বিতীয় পৰ্ব্বৰ অন্ত হ'ল।

কৰাচী অধিৱেশনৰ লগে লগে স্বাধীনতা আন্দোলনৰ দ্বিতীয় পৰ্ব্ব অন্ত হ'ল বুলি ক'লেও মই ভাবোঁ অন্ত হোৱা নাছিল। নৈয়েদি নাও বাই যাওঁতে নাৱৰীয়াই সোঁতৰ সুবিধা পাই ব'ঠা মাৰিবলৈ এৰিলেও গুৰিয়ালে সাৱধানতাৰে সৈতে গুৰি বঠা ধৰি থাকে।

কৰাচী কংগ্ৰেছত সভাপতিৰ বাব ছৰ্দ্দাৰ পেটেলৰ ওপৰত পৰিলেও আচলতে গুৰিয়াল আছিল ডেকা নেতা জৱহৰলাল। তেৱেঁই প্ৰতি মুহূৰ্ত্ততে সকলোকে সাৱধান কৰি দি আছিল। চুক্তিয়ে শান্তিৰ বতৰ সৃষ্টি কৰাত জানোচা দেশবাসী সতৰ্ক হ'বলৈ এৰি দিয়ে, তাৰবাবে তেওঁ প্ৰতিদিনে একোটা বিবৃতি চাৰ্কুলাৰ জাৰি কৰি কৰ্ম্মীসকলক সঁকিয়াই দিবলৈ ধৰিলে। সেইবাবে ১৯৩২ চনৰ জানুৱাৰী মাহত জৱহৰলাল আৰু মহাত্মা গান্ধীৰ গ্ৰেপ্তাৰ নোহোৱালৈকে কংগ্ৰেছৰ সংগঠনৰ কাম চলিবলৈ ধৰিলে। সৈন্যাধ্যক্ষই যুদ্ধৰ পাছত যন্ত্ৰবিলাকৰ মেৰামতি কৰি লোৱাত লগাৰ দৰে জৱহৰলালে কংগ্ৰেছৰ আনুষ্ঠানিক যন্ত্ৰটো সংস্কাৰ কৰি লোৱাত লাগিল।

১৯৩০ চনত অসমে ভাৰতৰ স্বাধীনতা আন্দোলনত কোনোমতে খোজ মিলাব পাৰিলেও পৰিস্থিতিৰ বিশ্লেষণ কৰিলে পোৱা যাব—১৯২১ চনৰ দৰে অসমৰ গাৱেঁ-ভূঞে বিৰাট গণ-জাগৰণ ১৯৩০ চনত হোৱা নাছিল। ১৯২১ চনত অসমে ভাৰতৰ ফালে চাবলগীয়া হোৱা নাছিল, ভাৰতেহে অসমৰ ফালে চাইছিল। "সাহিয়াল অসমৰ সাহিয়াল নেতা দেশভক্ত"ই সমগ্ৰ ভাৰতৰ বাবে বুৰঞ্জী ৰচনা কৰিছিল। কিন্তু ১৯৩০ চনত পুৰণি নেতাসকল আঁতৰি যোৱাত ডেকা নেতাসকলে যথেষ্ট বেগ পাবলগীয়া হৈছিল।

১৯৩১ চনত কংগ্ৰেছৰ কাম কংগ্ৰেছৰ মেম্বৰ ভৰ্ত্তি কৰি কংগ্ৰেছ ক
বিলাক সংগঠিত কৰা, কংগ্ৰেছৰ কাম কৰিবলৈ সেৱক দল গঢ়ি তোলা অ
চুক্তিমতে কাম হোৱাত চকু দিয়া, চৰকাৰৰ ফালৰপৰা যাতে চুক্তিৰ চৰ্ত্ত
কাম হয়, তালৈ সতৰ্ক দৃষ্টি ৰখা আৰু নোহোৱা দেখিলে ততালিকে নি
ভাৰত কংগ্ৰেছক জনোৱা। চুক্তিৰ পাছত ভাইচ্ৰয় লৰ্ড আৰৱিনৰ কাৰ্য্যক
উকলি যোৱাত তেওঁ আজৰি হ'ল আৰু নতুন ভাইচৰয় লৰ্ড ৱিলিংডন আহি
ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধান কৰিবলৈ লৰ্ড আৰৱিনে যি উ
মনোভাব আনিছিল, লৰ্ড ৱিলিংডনে তাৰ বিপৰীত ভাব অনাত ৰাজনৈতি
পৰিস্থিতি ক্ৰমাৎ বেয়া হ'বলৈ ধৰিলে। সময়ে সময়ে অৱস্থা এনে হৈছি
যেন চুক্তি বাতিল হ'ব আৰু আন্দোলন পুনৰ আৰম্ভ হ'ব; মহাত্মা গান্ধী
ঘূৰণীয়া মেজ-মেললৈ যোৱাটো নহ'ব। আনহাতে, গণ-জাগৰণ আনিব
কংগ্ৰেছ কৰ্ম্মীসকলে ৰায়ত সন্মিলন, ৰাষ্ট্ৰীয় সন্মিলন আদি পতাত মন দিলে
তেজপুৰৰ বিশ্বনাথত ন-দুৱাৰ ৰায়ত সন্মিলন, গমিৰিত ছয়দুৱাৰ ৰায়ত সন্মিল
বিহগুৰিত চাৰিদুৱাৰ ৰায়ত সন্মিলন, শিৱসাগৰৰ বলীয়াঘাটত শিৱসাগৰ ৰাষ্ট্ৰ
সন্মিলন, যোৰহাটত অসম প্ৰাদেশিক ৰাষ্ট্ৰীয় সন্মিলন আদি কৰি কেইবাঠাইত
ডাঙৰ ডাঙৰ সন্মিলন পাতিছিল। এইবিলাক সন্মিলনৰ লগত মহিলা সন্মিলন
যুৱক সন্মিলন আদি পাতি ডেকা-গাভৰু, মুনিহ-তিৰোতা নিৰ্ব্বিশেষে সকলো
মাজত জাগৰণ আনিবলৈ যত্ন কৰা হ'ল। ১৯৩০ চনৰ আন্দোলনত গণ
আন্দোলনৰ ৰূপ সকলো জিলাত দেখা নগ'লেও কেইবাখনো জিলাত মহিল
কৰ্ম্মীসকলে আন্দোলনত অংশ লোৱাত আৰু কাৰাদণ্ড বৰণ কৰাত আন্দোলনে
নতুন প্ৰেৰণা পাইছিল।

১৯২১ চনতোযে মহিলা কৰ্ম্মী ওলোৱা নাছিল, সেইটো নহয়। ঘৰখন
গিৰিহঁত যেতিয়া জেইললৈ যাবলগীয়া হ'ল, তেতিয়া তিৰোতাসকলে গাৱেঁ
গাৱেঁ ওলাই ৰাইজৰ মাজলৈ ওলাল—এই জাতীয় সঙ্কটৰ সময়ত ৰাইজ যাতে
বিচলিত নহয়, তাৰবাবে বুজনি দিবলৈ। স্বাধীনতা আন্দোলনৰ এই নতুন
ৰূপ দেখা পাই বৃটিছ শাসনকৰ্ত্তাসকলে কি কৰিব নকৰিব বুজিব নোৱাৰ
হ'ল। সেইবাবে তেওঁলোকে মহিলা কৰ্ম্মীসকলক গ্ৰেপ্তাৰ নকৰাকৈ আছিল
কিন্তু ১৯৩০ চনত মহিলা কৰ্ম্মীসকলে পিকেটিং কৰিবলৈ ওলাই অহাত গ্ৰেপ্তাৰ
হ'বলগীয়া হৈছিল। তেওঁলোকৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডই দেশবাসীৰ জাগৰণ
অনাত সহায় কৰিলে।



এইবিলাকৰ পাছত কংগ্ৰেছ সেৱাদল গঠনৰ চেষ্টাই গাৱঁলীয়া জীৱনতো
নতুন জাগৰণ অনাত সহায় কৰিলে। সেৱাদল যথা নিয়মত সংগঠন হ'বৰ
আগৰেপৰা জিলা কিছুমানত সেৱাদলৰ সমাৱেশ পতা হৈ আছিল। এনে
সমাৱেশত পতাকা অভিবাদন, ভাৰতীয় পৰিস্থিতিৰ আৰু যুদ্ধোত্তৰ পৃথিৱীৰ
আন্তৰ্জ্জাতিক ৰাজনৈতিক পৰিস্থিতিৰ ব্যাখ্যা আদি কাৰ্য্যসূচী আছিল। যি
কি নহওক, পাছত নৱেম্বৰ মাহত নগাৱঁৰ বৰহমপুৰ গাৱঁত যথা নিয়মত
সেৱাদল সংগঠন কৰিবলৈ শিবিৰ প্ৰতিষ্ঠা কৰা হ'ল। এই শিবিৰলৈ প্ৰশিক্ষণ
দিবলৈ ভাৰতীয় কংগ্ৰেছ সেৱাদলৰ অধিনায়ক ডাক্তৰ হাৰ্দীকাৰে পঠালে
কৰ্ণাটৰ বেলগামৰ এজন ডেকা কৰ্ম্মীক। তেওঁৰ নাম আছিল হাটিং গাডী।
নৱেম্বৰ মাহৰ মাজভাগত বৰহমপুৰত উপনিষদৰ মন্ত্ৰ ঃ

"ওম্ সহনাববতু সহনৌভুনক্তু
সহবীৰ্য্যং কৰবাবহৈ
তেজস্বীনাবধীতমস্তু মা বিদ্বিষাবহৈ॥
ওঁ শান্তিঃ শান্তিঃ শান্তিঃ"

উচ্চাৰণেৰে সৈতে উদ্বোধন কৰা হ'ল। এই শিবিৰত ৺জ্যোতিপ্ৰসাদ আগৰৱালা,
হৰিনাৰায়ণ বৰুৱা, শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা প্ৰভৃতিয়েও যোগ দি প্ৰশিক্ষণ লৈছিল।

উপনিষদৰ মন্ত্ৰ উচ্চাৰণেৰে সৈতে এই প্ৰশিক্ষণ শিবিৰ উদ্বোধন কৰা
হ'লেও সকলো সেৱকৰ অন্তৰ শুদ্ধ হোৱা নাছিল। তেওঁলোকৰ কিছুমানে
...ংহতিৰ বিৰোধী সংস্কাৰ এই শিবিৰত ৰক্ষা কৰিবলৈ যত্ন কৰাত মতানৈক্য
উপস্থিত হ'ল। শিবিৰ ভাঙি যোৱাৰ উপক্ৰম হোৱাত আৰু এই বাতৰি
...াগৰীৰ হেমচন্দ্ৰ বৰুৱাই পোৱাত তেওঁ ৺সিদ্ধিনাথ শৰ্ম্মা, ৺ডাক্তৰ ভুবনেশ্বৰ
বৰুৱা, শ্ৰীবিষ্ণুৰাম মেধি প্ৰমুখ্যে কেইজনমান কৰ্ম্মীক লগত লৈ বৰহমপুৰ
...লেগৈ। ভাৰতৰ স্বাধীনতাৰ আন্দোলনত যোগ দিওঁতে আমি যি সঙ্কল্প
...হণ কৰিছোঁ, সেই সঙ্কল্পমতে কৰা প্ৰতিজ্ঞাৰ ব্যাখ্যা কৰি সকলোকে লগ
...গালে। কোনো সেৱক শিবিৰৰপৰা ওলাই নগ'ল আৰু কেই সপ্তাহ-
...নলৈকে চলাই এই শিবিৰ সমাপ্ত কৰা হ'ল।

প্ৰতিখন জিলাৰপৰা দুজন তিনিজনকৈ সেৱকে যোগ দি প্ৰশিক্ষণ
...বিৰ পাতি সেৱাদল সংগঠন কৰাত সুবিধা হ'ল। এই সেৱাদলে সেই
...য়ত অসমৰ সামাজিক জীৱনত যথেষ্ট প্ৰভাৱ পেলাইছিল আৰু ইয়াৰ ফলত
...ৰণশীল সংস্কাৰ আঁতৰাই উদাৰতাৰ মনোভাৱ অনাত সহায় কৰিছিল।

১৯২১ চনত চতিয়াৰ এখন গাৱঁৰ ৰাজহুৱা সভাৰ কথা মনলৈ আহি তাত কিছুমান লোকে প্ৰশ্ন কৰিছিল—ওপৰৰ শ্ৰেণীৰ হিন্দুসকলে তেওঁলো ঘৃণাৰ চকুৰে চায়। তেওঁলোকে সুধিছিল—একেটা নামঘৰত তেওঁলোক কৰা মাহ-প্ৰসাদ গ্ৰহণ কৰা হ'বনে ? এই প্ৰশ্নৰ উত্তৰত ৺চন্দ্ৰনাথ শৰ্ম্মা, ৺লক্ষ্মী শৰ্ম্মা প্ৰভৃতিয়ে গ্ৰহণ কৰিব বুলি কোৱাত তেওঁলোকে চতিয়াৰ কিছুমান লো নাম লৈ তেখেতসকলে ল'বনে বুলি সুধিছিল। এইবিলাক সংস্কাৰ বৰ্তমা সম্পূৰ্ণৰূপে নগ'লেও উঠি অহা ডেকাসকলে ৰক্ষা নকৰা হৈছে।

চুক্তিৰ চৰ্ত্ত পালন সম্পৰ্কত গৱৰ্ণমেণ্টৰ ফালৰ পৰা অসমৰ ও অভিযোগ অনা হ'ল যে চুক্তিৰ পাছতো নগাৱঁত কানীয়াসকলৰ ওপৰত বল প্ৰ কৰা হৈ আছে। এনে অভিযোগ পাই নগাৱঁলৈ গৈ তদন্ত কৰিবলগীয়া হৈছি

১৯২১ চনত কানীয়াসকলক পট্টা দিয়াৰ নিয়ম নাছিল। কিন্তু ক তদন্ত কমিটিৰ (১৯২৪ চনত) ৰিপোৰ্ট দিয়াৰ পাচত গৱৰ্ণমেণ্টে কানী পট্টা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন কৰি কানিৰ প্ৰচলন কমোৱাৰ ব্যৱস্থা কৰিছি কিছুমান গাৱঁত (বিশেষকৈ নগাৱঁত) গাওঁলীয়া সমাজৰ হেঁচাত কানীয়াস সমাজত পট্টাবিলাক জিম্মা দিবলগীয়া হৈছিল। ইয়াতো অন্ত হোৱা নাছি কানীয়াক আটক কৰি থবলৈ সমাজৰপৰা ফাটেকৰো ব্যৱস্থা হৈছি এনেবিলাক কথা অহিংস আন্দোলনৰ অন্তৰ্ভুক্ত হব নোৱাৰে। এনে অভি যাতে আগলৈ হ'ব নোৱাৰে তাৰ ব্যৱস্থা কৰিবলগীয়া হ'ল। সেই স এনেবিলাক চিঠি-পত্ৰ আজি বৰ মূল্যবান নথী হ'লহেঁতেন।

১৯৩১ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ ফালৰপৰা প্ৰদেশ কংগ্ৰে হিচাপ পৰীক্ষা কৰিবলৈ হিচাপ-পৰীক্ষক পঠোৱা হৈছিল। আন্দোলন আ হওঁতে গুৱাহাটীত ১৯ এপ্ৰিল তাৰিখে বহা প্ৰাদেশিক কংগ্ৰেছৰ সভাত সম্পা মৌলানা মহম্মদ তৈয়বুল্লাই যি প্ৰতিবেদন দাঙি ধৰিছিল (যি প্ৰতিবে কথা আগতে উল্লেখ কৰা হৈছে), সেই প্ৰতিবেদনতে কংগ্ৰেছৰ অৱস্থা আছিল পৰিষ্কাৰকৈ বুজিব পৰা যাব। আন্দোলনৰ সময়ছোৱাত মুঠ হৈছিল ১১০০ টকা। হিচাপ-পৰীক্ষক আচাৰ্য্য যুগলকিশোৰ আচৰিত হ তেওঁ কৰ্ম্মীসকলৰ লগত আলোচনা কৰোঁতে কৈছিল, যুক্তপ্ৰদেশৰ (সেই স বৰ্ত্তমানৰ উত্তৰ প্ৰদেশক যুক্তপ্ৰদেশ বোলা হৈছিল) একো একোখন জিলা ১ লাখৰপৰা ৩ লাখলৈ খৰচ হয়, এঘাৰশ টকাৰে আপোনালোকে কেনে ইমান ডাঙৰ এটা আন্দোলন চলাব পাৰিলে? যুক্তপ্ৰদেশৰ জিলাবিলা



এক লাখকৈ খৰচ কৰা সত্বেও জিলাবিলাকত গড়ে এহেজাৰমান মানুহে কাৰাদণ্ড বৰণ কৰিছিল। কিন্তু তেওঁ দেখিলে যে প্ৰদেশ কংগ্ৰেছৰ স্বকীয়া অফিছ ঘৰ নাই ; কাগজ-পত্ৰ, চাৰ্কুলাৰ আদি থ'বলৈ নিৰ্দ্ধাৰিত ব্যৱস্থা নাই ; তাৰ উপৰি অফিছৰ বাবে চকি-মেজ, টাইপ মেশ্বিন, কেৰাণী আদি নাই। তেওঁ ৰিপৰ্টত কি লিখিছিল ক'ব নোৱাৰোঁ, জৱহৰলাল অসমৰ অৱস্থা শুনি শঙ্কিত হ'ল। তেওঁ কঠোৰ মন্তব্যেৰে সৈতে চিঠি লিখিলে। তেওঁৰ সেই চিঠিখন পঢ়ি কৰ্ম্মীসকলৰ মনলৈ দুখৰ লগতে উত্তেজনাও আহিল। তেওঁলোকৰ মনত ভাব হৈছিল—তেওঁলোকে আন প্ৰদেশৰ দৰে দেশসেৱা কৰাৰ বাবে একো বৃত্তি নোলোৱাকৈ কাম কৰিছে, পৰিয়ালৰ ভৰণ-পোষণৰ ব্যৱস্থালৈ চকু নিদিয়াকৈ কংগ্ৰেছ অনুষ্ঠানটো মৃতপ্ৰায় অৱস্থাৰপৰা শক্তিশালী কৰিবলৈ যত্ন কৰিছে, তেওঁলোকে অফিছৰ যাৱতীয় সৰঞ্জামেৰে সৈতে অফিচ চলাব নোৱাৰিলেও জাতীয় সংগ্ৰাম আন প্ৰদেশৰ দৰে সমানে চলোৱাত একো ত্ৰুটী কৰা নাই। যি কি নহওক, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই অসমৰ পৰিস্থিতি বুজাই দি জৱাহৰলালৰ কঠোৰ মন্তব্যৰ প্ৰতিবাদ কৰি এখন চিঠি লিখিলত তেওঁ দুখ প্ৰকাশ কৰি উত্তৰ দিয়াত অসমৰ কৰ্ম্মীসকল শান্ত হ'ল। সেই সময়ৰ এনেবিলাক গুৰুত্বপূৰ্ণ চিঠি আজিলৈকে ৰক্ষা কৰিব পৰা হ'লে মূল্যবান হ'লহেঁতেন। যথানিয়মত আমি অফিচ চলাব নোৱাৰা বাবে কংগ্ৰেছৰ আন্দোলন সম্পৰ্কীয় বহুতো মূল্যবান নথি-পত্ৰ হেৰাবলগীয়া হোৱাটো আমাৰ দুৰ্ভাগ্যৰ কথা। কিন্তু আজি ৪০ বছৰৰ পাছত সেই সময়ৰ কথাবিলাক স্মৃতিপটলৈ আহোঁতে ভাবোঁ—সেই চিঠিখনে আমাৰ কৰ্ম্মশক্তি দুগুণে বঢ়াইছিল। এই চিঠিখনৰ বাবে কংগ্ৰেছৰ স্থায়ী ঘৰ সাজিবলৈ ডাক্তৰ হৰিকৃষ্ণ দাসে উজান বজাৰত মাটি এডোখৰ দান দিলে আৰু ঘৰ সাজিবলৈ ধন আৰু কাঠ সংগ্ৰহ কৰাত লাগিলোঁ। ইয়াৰ ফলত ভাৰতবৰ্ষৰ ভিতৰত এলাহাবাদত ৺মতিলালৰ দানত পোৱা স্বৰাজ ভৱনৰ বাহিৰে অসম প্ৰদেশ কংগ্ৰেছেই স্থায়ী ঘৰ সাজিব পাৰিলে। ১৯৩৫ চনত ৺ডাক্তৰ বিধানচন্দ্ৰ ৰায় গুৱাহাটীলৈ আহোঁতে প্ৰদেশ কংগ্ৰেছ অফিছ দেখি এনে মন্তব্য কৰিছিল। সকলো প্ৰদেশত ভাৰাঘৰত কংগ্ৰেছৰ অফিছ চলোৱা হৈ আছিল। ১৯৩১ চনত কোন মুহূৰ্ত্তত চুক্তি বাতিল হৈ পুনৰ আন্দোলন আৰম্ভ কৰিব লগীয়া হ'ব পাৰে, তাৰ নিশ্চয়তা নাছিল। গান্ধী-আৰৱিন চুক্তি আৰু ঘূৰণীয়া মেজ-মেলৰ ওপৰত যাতে কৰ্ম্মীসকলে আশা ৰাখি হাত সাৰটি বহি নাথাকে, তাৰবাবে তেওঁ কঠোৰ মন্তব্য কৰি চিঠি লিখিছিল।

১৯৩১ চনৰ আৰু কেইবাটাও লেখত ল'বলগীয়া কথা মনলৈ আহিছে। ৺ডাক্তৰ হৰিকৃষ্ণ দাসে বিশ্বনাথত বহা নদুৱাৰ ৰায়ত সন্মিলনত সভাপতিৰ ভাষণত মৃত্যুদণ্ডত দণ্ডিত হোৱা ভগতসিং, শুকদেৱ, ৰাজগুৰুৰ আত্মত্যাগৰ প্ৰশংসা কৰাত গৱৰ্ণমেণ্টে তেওঁৰ পেন্সন কিয় বন্ধ কৰা নহ'ব, তাৰ কাৰণ দৰ্শাবলৈ দি পাছত পেন্সন বন্ধ কৰাৰ আদেশ দিলে। তেওঁ চিভিল ছাৰ্জন হিচাপে অৱসৰ গ্ৰহণ কৰাৰ পাছত কংগ্ৰেছৰ আন্দোলনত যোগ দিয়াতে বোধকৰোঁ আপত্তি হৈছিল; কাৰণ কৰাচী কংগ্ৰেছ অধিৱেশনত গৃহীত হোৱা প্ৰস্তাৱতো তেওঁলোকৰ আত্মত্যাগৰ প্ৰশংসা কৰাতো গৱৰ্ণমেণ্টে আইন প্ৰয়োগ কৰা নাছিল।

ইয়াৰ বাহিৰে ছয়দুৱাৰ ৰায়ত সন্মিলনত দিয়া বক্তৃতাৰ বাবে ৺মহাদেৱ শৰ্ম্মা, ৺লক্ষ্মীধৰ শৰ্ম্মা, শ্ৰীমহিমচন্দ্ৰ সিংহ, শ্ৰীচেনীৰাম দাসৰ ওপৰত মোকৰ্দ্দমা তৰা হৈছিল। চুক্তিয়ে অনা শান্তিৰ বতৰতো এনেবিলাক কথাই অশান্তিৰ সৃষ্টি কৰিছিল।

১৯৩১ চনত মহাত্মা গান্ধী ঘূৰণীয়া মেজ-মেললৈ যোৱাটোও ভাৰতৰ স্বাধীনতাৰ বুৰঞ্জীত এটা লেখত ল'বলগীয়া ঘটনা। মহাত্মা গান্ধীয়ে আঠুমূৰীয়া কাপোৰখন কঁকালত মেৰিয়াই মেজ-মেলত যোগ দিবনে—এই কথাষাৰ ভাৰতৰ বাইজৰ মনলৈ আহিছিল। এই কথাষাৰৰ সমিধান দিলে মহাত্মাই, "মই দুবেলা দুমুঠি খাবলৈ নোপোৱা কোটি কোটি ভাৰতৰ নৰ-নাৰীৰ প্ৰতিনিধি হিচাপে মেজ-মেলত যোগ দিবলৈ ওলাইছোঁ। মই তেওঁলোকৰ দৰেই যাম।" তেওঁ মেজ-মেলত দিয়া ভাষণত ভাৰতৰ অন্তৰৰ বাণী প্ৰকাশিত হৈছিল। অসমৰ কৰ্ম্মীসকলৰ বাবে এই বক্তৃতাবিলাক অসমীয়াত ভাঙনি কৰি প্ৰকাশ কৰাটো স্থিৰ কৰি ৺হেমচন্দ্ৰ বৰুৱাই লেখকক দায়িত্ব দিলে। সেই সময়ত ৺মহাদেৱ শৰ্ম্মা কিতাপ, আলোচনী আদি প্ৰকাশ কৰাত লাগি কলিকতাত আছিল। তেওঁ অবিনাশ প্ৰেছত ছপা কৰি সোনকালে প্ৰকাশ কৰাৰ দায়িত্ব ল'লে আৰু সেৰাদল আন্দোলন আৰম্ভ হোৱাৰ লগে লগে কিতাপখন ছপা হৈ অহাত আন্দোলন চলাওঁতে সুবিধা হ'ল।

১৯৩১ চনত গুৱাহাটীৰ কেবা ঠাইতো ছাত্ৰ সন্মিলন আদি পতা হৈছিল। এনেবিলাক সন্মিলনত ৺হেমচন্দ্ৰ বৰুৱা সভাপতি হিচাপে যোগদান কৰি ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি, নতুনকৈ গঢ়ি উঠা ছোভিয়েট ৰুছিয়াৰ সমাজবাদকে আদি কৰি আন্তৰ্জ্জাতীয় পৰিস্থিতি বুজাই ছাত্ৰসকলৰ মাজত নৱ-



জাগৰণ অনাত যত্ন কৰিছিল। এইদৰে ডিচেম্বৰ মাহৰ শেহৰ সপ্তাহত আমি ধন সংগ্ৰহ, কংগ্ৰেছৰ আনুষ্ঠানিক সংগঠন আদি কামলৈ বৰপেটালৈ যাবলগীয়া হ'ল। ১৯৩০ চনত বৰপেটাত কাম ভাল হ'লেও পাছৰ সাম্প্ৰদায়িক কথা লৈ কৰ্ম্মীসকলৰ মাজত মতানৈক্যৰ সৃষ্টি হ'বলৈ ধৰাত শ্ৰীযুত বিষ্ণুৰাম মেধি, ৺ডাক্তৰ ভুবনেশ্বৰ বৰুৱা প্ৰমুখ্যে এদল কৰ্ম্মী যোৱাটোৰ প্ৰয়োজন হ'ল। ১৯৩২ চনৰ পৰিস্থিতিৰ সন্মুখীন হোৱাত যাতে কোনো অসুবিধা নহয়, তাৰ বাবে যত্ন কৰা হ'ল।

ভাৰতীয় পৰিস্থিতিত জৱহৰলাল নেহৰুৰ গ্ৰেপ্তাৰেই ১৯৩২ চনৰ নতুন বছৰটো কিদৰে আহিব লাগিছে, তাৰ আগজাননী দিলে। মহাত্মা গান্ধী মেজ-মেলৰপৰা উভতি আহি বোম্বেত নামোঁতে জৱহৰলাল নেহৰুৱে তেওঁক লগ পাবলৈ বুলি এলাহাবাদৰপৰা আহিবলৈ ওলাওঁতে তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল। ইয়াৰ পাছত মহাত্মাক গ্ৰেপ্তাৰ কৰাত আন্দোলন আৰম্ভ হ'ল।

১৯৩০ চনত নগাওঁত যদিও ভাল কাম হৈছিল, তাতো কিছুমান সাম্প্ৰদায়িক কথা লৈ কৰ্ম্মীসকলৰ মাজত মতানৈক্য দেখা দিছিল। সকলো কথা সামান্য আছিল, কিন্তু সামান্য হ'লেও কিছুমান কৰ্ম্মীৰ মনত এইবিলাকে উত্তপ্ত ভাবৰ সৃষ্টি কৰিছিল। অব্ৰাহ্মণে ১১ দিনৰ পাছত অশৌচৰ অন্ত পেলাব নে ৩০ দিনলৈকে পিণ্ডাদি দি শ্ৰাদ্ধ কৰিব। এই লৈ সমাজত খলকনিৰ সৃষ্টি হ'ল। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই তেওঁৰ স্বভাৱ-সুলভ ধেমালিৰে ক'লে —"আমি জীৱিত লোকসকলক কেনেকৈ ভালমতে পিণ্ড খুৱাব পাৰোঁ তাৰ ব্যৱস্থাত লাগিছোঁ। এতিয়া মৃতকলৈ ১১ দিনতে পিণ্ড দিয়াটোৰ অন্ত পেলায় নে ৩০ দিনত পেলায় তাকে লৈ কাজিয়া কৰাতকৈ জীৱিত থকা লোকসকলৰ পিণ্ডৰ কেনেকৈ ভাল ব্যৱস্থা কৰিব পাৰি, তাত লগাটোহে উচিত নহ'বনে ?"

মহাত্মাৰ গ্ৰেপ্তাৰৰ বাতৰি অহা মাত্ৰে আমি স্বাধীনতা দিৱস ২৬ জানুৱাৰীৰ দিনটো কেনেকৈ পালন কৰিব পাৰোঁ, তাৰ দিহাত লাগিলোঁ। মহাত্মা গান্ধীৰ গ্ৰেপ্তাৰৰ বাতৰি অহা মাত্ৰে প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যকৰী কমিটীৰ জৰুৰী অধিৱেশন পাতি ২৬ জানুৱাৰীৰ বাবে প্ৰস্তুতিৰ নিৰ্দ্দেশ দিয়া হ'ল। নিৰ্দ্দেশত কোৱা হৈছিল যে সেইদিনা সমদল বান্ধি জাতীয় পতাকা উত্তোলন কৰি স্বাধীনতাৰ সংকল্প প্ৰকাশ্যে গ্ৰহণ কৰিব লাগিব। কৰ্ত্তৃপক্ষই বাধা দিলে অহিংসভাৱে বাধা নামানি কাৰ্য্যসূচীমতে কাম কৰিব লাগিব। লাঠী চাৰ্জ্জৰ বাবেও সাজু হৈ ওলাবলৈ আৰু পুলিচে লাঠী চলালে সমদল ছত্ৰভঙ্গ নহৈ বহি লাঠীৰ কোব ল'বলৈ প্ৰস্তুত হ'ব লাগিব।

এই নিৰ্দ্দেশ সকলো জিলালৈকে পঠোৱাৰ বাহিৰেও লেখকক তেজপু গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়লৈ যাবলৈ জনোৱা হ'ল। এইমতে মই ৭ তাৰিখে পুৱাৰ মেইল জাহাজত তেজপুৰলৈ ৰাওনা হ'লোঁ। সে সময়ত গাওঁবিলাকত ডেকাসকলে দিনটো ধান কটাত ব্যস্ত। দিনত মানু লগ পোৱাৰ সুবিধা নোহোৱাত কৰ্ম্মীসকলে গধূলি হোৱাৰ পাছত ওলাবলগী হৈছিল। ৺জ্যোতিপ্ৰসাদে য়ুৰোপত সঙ্গীত শিক্ষা কৰি আহি কিছুমান গাৰঁ ৰাসৰ ভাওনাত যোগ দি, নতুন টেক্নিকেৰে সৈতে সাজ-সজ্জাৰ উন্নতি কৰিবলৈ সহায় কৰাত গাওঁ কিছুমানত নতুন জাগৰণ আহিছিল। তেওঁলোক গধূলি গোটাই নিকামূল সত্ৰৰ ওচৰৰ এখন গাৰঁৰ নামঘৰত (ৰঙাপুখুৰী স্বাধীনতাৰ বাবে আমি কি কৰা উচিত বুজাই এটা দল গঠন কৰাৰ ব্যৱস্থা কৰা হ'ল। সকলোৱে একেটা উত্তৰ—"ধান কেইটা চপাই লওঁ, তাৰ পাছ আপুনি যিহকে কৰিবলৈ কয় কৰিব পাৰিম। মাঘ বিহুলৈ আৰু কেইনি মানহে বাকী। বিহুৰ লগে লগে আমি ধান চপাই ল'ব পাৰিম।" যিহও ২২ তাৰিখে নিকামূল সত্ৰত সকলোকে গোট খাবলৈ জনাই ১০ জানুৱা তাৰিখে জ্যোতিপ্ৰসাদক লগত লৈ জামুগুৰি, চতিয়া, বিশ্বনাথলৈ বুলি ওলো হ'ল।

সকলো কৰ্ম্মীকে লগ ধৰি ২৬ জানুৱাৰীৰ বাবে সেৱক সংগ্ৰহৰ দায়ি বুজাই দি আমি দুয়ো বিহালীলৈ ৰাওনা হ'লোঁ। ভগ্নস্বাস্থ্য লৈ ৺জ্যোতি প্ৰসাদে কিদৰে কাম কৰিছিল সেইবিলাক কথা মোৰ মনলৈ আহে। সে সময়ত তেওঁ পিত্তবিকাৰত ভুগি আছিল। আহাৰত অলপ ত্ৰুটী হ'লে পিত্তবিকাৰ হৈ পেটত অসহ্য বিষ হৈ তেওঁ মাটিত পৰিব লগীয়া হৈছিল চতিয়াত হঠাতে পুৱা পিত্তবিকাৰ হৈ বাটৰ কাষৰ ঘাঁহনিত তেওঁ শুই প ক'লে—"দাদা, আপুনি যাওক। মই ইয়াতে শুই থাকোঁ।" যি কি নহও ওচৰতে গেৰেকী গাওঁ আছিল। সেই গাৰঁৰ ডেকাসকলে বাপুৰাম গগৈ, মা বৰুৱা প্ৰভৃতিয়ে আমাৰ বাবে বাট চাই আছিল। খবৰ পাই তেওঁলো সকলো লৰি আহিল আৰু৺জ্যোতিপ্ৰসাদক গেৰেকী গাওঁলৈ নি ফুকনৰ ঘৰ শুৱাই থোৱা হ'ল। এই পিত্তবিকাৰ যে শেষত কেন্সাৰ বেমাৰত পৰিণ হ'ব সেই সময়ত বুজা নাছিলোঁ। তেওঁ তাত অলপ জিৰণি লৈ সুস্থ হৈ উঠিল বিশ্বনাথলৈ যাবলৈ ওলোৱাত মই বাধা দিয়া নাছিলোঁ। আজি প্ৰায় ৪ বছৰৰ পাছত এই কথাযাৰ মনলৈ অহাত মোৰ মনলৈ অনুতাপৰ ভা



আহিছে। গাৰঁৰপৰা দুখন বাইছিকল যোগাৰ কৰি আমাৰ দুয়োৰো যোৱাৰ ব্যৱস্থা কৰি দিলে। ইয়াৰ আগতে চতিয়াৰ সলাল গাৰঁত এটা সেৱাদলৰ শিবিৰ খুলিবলৈ আমি ব্যৱস্থা কৰি আহিছিলোঁ। ইয়াৰ বাবে পিছত শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীৰ এজন ককায়েক ৺চক্ৰেশ্বৰ ভাগৱতীয়ে শিবিৰৰ বাবে মাটি দিয়া অপৰাধত দণ্ডিত হ'বলগীয়া হৈছিল।

আমি আবেলি পৰত বিশ্বনাথৰ ভিৰগাওঁ পাই শ্ৰীচেনীৰাম দাসৰ ঘৰত থাকি কৰ্ম্মীসকলক লগ ধৰিলোঁ। নবীনচন্দ্ৰ ভট্টাচাৰ্য্যৰ বাহিৰে পুৱণি কৰ্ম্মী প্ৰায়েই ঘৰুৱা কামত লাগিছে। সহযোগ কৰিলেও কাৰাদণ্ড বৰণ কৰিবলৈ আগবাঢ়ি আহিবলৈ টান পালে। যি কি নহওক, ২৬ জানুৱাৰীৰ বাবে তেজপুৰলৈ সেৱক কিছুমান পঠাবলৈ গাত লোৱাত আমি পাছ দিনা পুৱা বিহালীলৈ ওলালোঁ। বিহালীত ৺পোৱালচন্দ্ৰ বৰা, ছবিলাল উপাধ্যায়ক (যিসকলে ১৯২১ চনত কাৰাদণ্ড বৰণ কৰিছিল) লগ ধৰিলোঁ। ৺বৰাৰ নাতিনীয়েক বুদ্ধেশ্বৰেও ১৯৩০ চনত ৬ মাহ দণ্ড ভোগ কৰি আহিছিল। এইদৰে ২ বজাত বাংছালী গাৰঁৰ নামঘৰ পালোঁহি। শ্ৰীদত্তৰাম দাসে কিছুমান ডেকা-গাভৰু গোটাই থৈছিল; বৰালীমৰা, জামুৱনীৰপৰা তাত আহি উপস্থিত হৈছিল। এইদৰে আবেলি পৰত গমিৰিলৈ আগবাঢ়িলোঁ। বুৰৈ ঘাট পোৱাত পুহমহীয়া বেলি মাৰ যাবলগীয়া হ'ল। ইয়াতেই ৺জ্যোতিপ্ৰসাদৰ পুনৰ পিত্তবিকাৰ হ'ল। তেওঁ বুৰৈৰ বালিত শুই পৰি ক'লে—"দাদা, আপুনি যাওক, মই ইয়াতে জিৰাওঁ।" "কি কোৱাহে, তোমাক মই ইয়াতে পেলাইথৈ যাব পাৰোঁনে? তুমি অলপ জিৰণি লোৱা। মই বাইছিকল দুখন সিপাৰত থৈ আহোঁ। পাছত তোমাক বোকোছাত লৈ পাৰ হম।" বদতীয়েদি নতুন ঘাট হোৱাত তলৰ ঘাটত নাৱৰ একো ব্যৱস্থা নাছিল। বুৰৈৰ পাৰৰ কেইবামাইলো জনশূন্য; মানুহৰ বসতি নাই। গধূলি হোৱামাত্ৰে ভালুক ওলায়। পুহমহীয়া বুৰৈ নৈত পানী কম হ'লেও বালিত ভৰি দিয়া মাত্ৰে পোত খাই আঠুৰ ওপৰলৈকে পানী পায়। যি নহওক, বাইছিকল দুখন পাৰ কৰি ৺জ্যোতি-প্ৰসাদক বোকোচাত লৈ বুৰৈ পাৰ হৈ বাইচিকলত বহুৱাই দুখন বাইচিকল টানি নিয়াত লাগিলোঁ। এইদৰে গমিৰি পাওঁ পাওঁ হৈছোঁ, এনেতে এখন মটৰ গাড়ীৰ লাইট আমাৰ মুখত পৰিলহি। গাড়ীখন ৰখাই ৺ধীৰেন্দ্ৰনাথ আগৰৱালা নামি আহি ক'লে—"তহঁত ক'ৰপৰা ওলালিহি?" মই ক'লোঁ—"আমি 'গ্লোবট্ৰটাৰ', পৃথিৱী ভ্ৰমণত ওলাইছোঁ।" চাওঁ, তেওঁৰ গাড়ীখনত

পৰিয়ালৰ বহুতেই বহি ভৰি আহিছে। মই ক'লোঁ—"জ্যোতিপ্ৰসাদক যে তেনেকৈ গাড়ীত ভোলাগুৰিলৈ নি ৰাতিতো জিৰণি দিব লাগে।" তেওঁ ক —"তই কি কৰিবি?" মই ক'লোঁ—"মই ওচৰতে থকাৰ দিহা কৰিম।" কি নহওক, ৰাতিটোলৈ মোক থকাৰ ব্যৱস্থা কৰি দি তেওঁলোকে জ্যোতিপ্ৰস সৈতে ভোলাগুৰিলৈ গ'ল আৰু পিছদিনা পুৱা মোক ভোলাগুৰিলৈ নিব গাড়ী পঠালে।

ছয়দুৱাৰ ৰায়ত সন্মিলনৰ আগৰেপৰা এই অঞ্চলত এটা নতুন জাগ আহিছিল। ১৯২১ চনতো আমি এই অঞ্চলত জাগৰণ আনিবপৰা নাছিলে ১৯৩০ চনত শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, শ্ৰীবিবেক আগৰৱালাক লগত লৈ অঞ্চলত ফুৰি যোৱাৰ পাছত জ্যোতিপ্ৰসাদে গীতেৰে ডেকাসকলৰ মনত এ প্ৰেৰণা আনিছিল যে, ডেৰশমান ডেকাৰ এটা সমদল বিশ্বনাথত বহা নতুন ৰায়ত সন্মিলনলৈ খোজ কাঢ়ি গৈছিল। এই সময়তেই জ্যোতিপ্ৰস তেওঁৰ কেইবাটাও বিখ্যাত গীত সমদলত গৈ থাকোঁতে ৰচনা কৰিছিল অ সুৰ দিছিল।

কলাবাৰীৰপৰা গমিৰিলৈকে এই অঞ্চলত সেৱাদলৰ প্ৰাথমিক সংগ হৈ থকাত আশ্বস্ত হ'লোঁ। তাৰ পিছদিনা পুৱা কেইজনমান কৰ্ম্মীক লগ ভোলাগুৰি পালোঁগৈ। মাঘবিহুৰ বাবে কলাবাৰী অঞ্চলৰ ডেকাস বিহুবলীয়া। কিছুমান গাওঁ ম'হ-যুঁজত উন্মত্ত হৈছে।

১৫ তাৰিখে ভোলাগুৰিত জ্যোতিপ্ৰসাদক জিৰণি ল'বলৈ এৰি গমি ঘাটলৈ আহি উজনিমুৱা মেইল জাহাজ ধৰি যোৰহাটলৈ ৰাওনা হ'লোঁ। তাৰিখৰ স্বাধীনতা দিন উপলক্ষে তেজপুৰৰ নিকামূলত সকলো অঞ্চলৰ সেৱকসকলৰ সমাৱেশ আৰম্ভ হ'ব। তেতিয়ালৈকে জ্যোতিপ্ৰসাদক জিৰ লৈ গা ভাল কৰি লবলৈ কৈ জাহাজত উঠিলোঁ।

ৰাতি ৮ বজা মানত শোৱনশিৰি ঘাট পোৱাত চাওঁ, এদল মহি কৰ্ম্মীৰে সৈতে গোলাঘাটৰ শ্ৰীৰাজেন বৰুৱা তিতি-বুৰি আহি জাহাজত উঠি তেওঁলোক আহঁতগুৰিৰ ফালৰপৰা আহিছে। তেওঁলোকক লগ পাই ভা পালোঁ। মোৰ কাৰ্য্যসূচী জনোৱাত শ্ৰীৰাজেন বৰুৱাই ক'লে—"ভাল হৈছে যোৰহাটৰপৰা ট্ৰেইনত শাওতলি ষ্টেশ্যনলৈকে আহিবা। ষ্টেশ্যনলৈ মানুহ য তোমাক পতিয়া গাৱঁলৈ নিবলৈ। তাত এখন ডাঙৰ সভা পতাৰ ব্যৱ হৈছে।" ২৬ জানুৱাৰীৰ বাবে গোলাঘাটৰ প্ৰস্তুতিৰ কথা শুনি ভাল পালোঁ



এইদৰে পাছদিনা পুৱা কোকিলামুখৰ ঘাট পালোঁ আৰু 'জে-পি-আৰ' ৰেলত উঠি যোৰহাট পালোঁগৈ। দুপৰীয়া গৈ কেন্দুগুৰিৰ শ্ৰীদেৱেশ্বৰ শৰ্ম্মাৰ ঘৰ পাই জিৰণি লৈ ৺হৰিনাৰায়ণ বৰুৱাক বিচাৰি উলিয়ালোঁ। তেওঁ সেই সময়ত গাৱঁৰ ভাওনাত ব্যস্ত। 'জয়দ্ৰথ বধ' নাটকত ভীমৰ ভূমিকা লৈছে। মই ধেমালি কৰি কলোঁ—"বৰুৱা, এতিয়া ভাওনাৰ ভীমৰ ঠাইত আচল ভীম হ'ব লাগিব।" যোৰহাটত সংগঠন দেখি সন্তুষ্ট হোৱা নাছিলোঁ। যোৰহাটত দেখুৱাৰ পৰা কাম কৰিব পাৰিলেও লাগি থকা কৰ্ম্মী সেই সময়ত কম আছিল। ১৯৩১ চনত যোৰহাটলৈ ভাইচৰয় লৰ্ড আৰৱিন যাওঁতে 'আৰৱিন উলটি যোৱা' বুলি ক'লা পতাকা দেখুওৱা, অসম ৰাষ্ট্ৰীয় সন্মিলনৰ সময়ত সমদল বান্ধি প্ৰভাতফেৰী কৰোঁতে লাঠী চাৰ্জ্জৰ সন্মুখীন হ'ব পৰা সেৱক দল থকা সত্বেও সেই সময়ত উদ্দীপনাৰ অভাৱ হৈছিল। যি কি নহওক, সকলো বন্ধু-বান্ধৱৰে সৈতে ২৬ জানুৱাৰীৰ বাবে সংগঠনৰ আলোচনা কৰি পাছদিনা পুৱা ফৰকাটিং ৰেল ধৰি শাওতলি ষ্টেশ্যনত নামি পতিয়া গাৱঁৰ সভাত যোগ দি গধূলি গোলাঘাটলৈ আহি শিৱসাগৰলৈ বুলি ট্ৰেইন ধৰিলোঁ।

শিৱসাগৰ পাই ৺সোণাৰাম দত্তক লগ ধৰিলোঁ আৰু দুপৰীয়া তেওঁৰ লগত বলীয়াঘাটলৈ গৈ কৰ্ম্মীসকলক লগ ধৰিলোঁ। শিৱসাগৰৰ সংগঠন দেখি আশান্বিত হৈ পাছদিনা পুৱা খোৱাং ৰেলত খোৱাং ষ্টেশ্যনত নামি খোৱাং ঘাটলৈ বুলি খোজ ললোঁ। পাছত বুজিলোঁ যে, মৰাণহাট ষ্টেশ্যনত নমা হ'লে ভাল আছিল; বাট কিছু চমু হ'লহেঁতেন। কিন্তু আন্দোলনৰ সময়ত কোন মুহূৰ্ত্তত কেনেকৈ কোন ওলাই সহায় কৰে ক'ব নোৱাৰি। জীৱনত এনেদৰে বহুতো অভিজ্ঞতা হৈছিল। খোৱাং ষ্টেশ্যনতো সেইদিনা তেনে হ'ল। হঠাতে এজন মোৰ অচিনাকি বন্ধুৱে মোক ক'লে—"আপুনি এইখিনি বাট খোজ কাঢ়ি গৈ ডিহিং নৈৰ সিপাৰে ডিব্ৰুগড়লৈ যোৱা বাছ ধৰা টান হ'ব। আপুনি এইখন বাইচিকল লৈ যাওক। মৌজাদাৰ দুৱৰাৰ অফিচত বাইচিকলখন থৈ গ'লেই মই পাম।" সেইজন লোকে অকস্মাতে মোক এই সহায় কৰাত সুবিধা হ'ল আৰু আবেলি নৌহওঁতেই ডিব্ৰুগড় পালোঁ আৰু ৺লক্ষেশ্বৰ বৰুৱাৰ ঘৰলৈ কৰ্ম্মীসকল আহিল। আন্দোলন হিচাপে ১৯৩০ চনত ডিব্ৰুগড়ত আন্দোলনৰ কাম ভাল হ'লেও লাগি থকা কৰ্ম্মী সৰহ নাছিল। ৺কেদাৰ গোস্বামীৰ ভায়েক ৺ইন্দ্ৰকান্ত গোস্বামী অসুস্থ। টি-বি বুলি চিকিৎসকে সন্দেহ কৰিছে। ডাক্তৰ চক্ৰৱৰ্ত্তী, চৰদাৰ বৈৰাম সিং, বিলাস ৰায়

খেমানী, ৺যজ্ঞেশ্বৰ বৰুৱা, পৰেশ সেন আদি কৰ্ম্মীসকলে '৩০ চনত খাটিছিল তেওঁলোকে পুনৰ কামত লাগিব বুলি আশ্বাস দিয়াত ২১ তাৰিখে ট্ৰেইন গুৱাহাটী পাই ৺হেমচন্দ্ৰ বৰুৱাক সকলো জিলাৰ পৰিস্থিতিৰ কথা জনালোঁ

গুৱাহাটীতো শ্ৰীলক্ষ্মীধৰ বৰাই দক্ষিণপাৰ আৰু উত্তৰপাৰৰ গ কিছুমান ঘূৰি ২৬ জানুৱাৰীৰ বাবে প্ৰস্তুত কৰিব ধৰিছে বুলি ৺বৰুৱাৰ শুনিলো। সেইসময়ত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ মনত ২৬ জানুৱাৰীৰ বা প্ৰস্তুতি, সেৱাদল সংগঠন, প্ৰদেশ কংগ্ৰেছৰ অফিচ ঘৰৰ বাবে কাঠ আ ধন সংগ্ৰহৰ বাহিৰে আন একো চিন্তা নাছিল। তেওঁ মোক ক'লে—" পলাশবাৰীলৈ যাব লাগিব। হিমংছিঙ্কাই পলাশবাৰীত বি-জি শ্লিপাৰ কিছুম দিব বুলি কৈছে। যাতে বন্দী কাঠ নাহে, তাৰ বাবে তই যা। চাই-চি আনিব পাৰিবি।" সেই মতে গৈ কাঠ লৈ গধূলি উভতিলোঁ।

২৩ জানুৱাৰী তাৰিখে জাহাজেৰে তেজপুৰ পালোঁহি। ডেৰশমান সে সকলো ঠাইৰপৰা আহি নিকামূলত সমবেত হৈছেহি। বেদানন্দ শৰ্ম্মা, ফনী দাসে ড্ৰিল আদি শিক্ষা দি আছে। ৺জ্যোতিপ্ৰসাদে সমদল গীত আ শিকোৱাত ব্যস্ত। ৺জ্যোতিপ্ৰসাদে ৰাজনীতিত লাগিলেও তেওঁ আ শিল্পী-সঙ্গীতজ্ঞ। সঙ্গীতজ্ঞই কেনেকৈ সঙ্গীতৰ সুৰত হেৰ্‌ফেৰ্‌ হলে সহ্য কৰে সুৰত ভুল হোৱা মাত্ৰে তেওঁ ঠাচ্‌ কৰে চৰ মাৰে। এনে কথা দেখি ম বেলেগে তেওঁৰ লগত কথা হলোঁ। "হেৰা, আমি এওঁলোকক গোট আনিছোঁ ২৬ জানুৱাৰীৰ লাঠী চাৰ্জ্জত সাহেৰে সৈতে থিয় দিব পাৰেনে ত পৰীক্ষা দিবলৈ। সঙ্গীতৰ পৰীক্ষা দিবলৈতো অনা নাই।" যি কি নহও তেওঁ তেওঁৰ মতে শিক্ষা দিবলৈ ধৰিলে।

গাওঁবিলাকৰপৰা চাউল, শাক-পাচলি, ধনৰ বৰঙনি আহি আছে। দি কাৰ্য্যসূচী আছিল পুৱা ড্ৰিল শিক্ষা, দুপৰীয়া সঙ্গীত শিক্ষা, শিবিৰৰ ঘৰ সজ কাম আৰু গধূলি জোৰ-বন্তি লৈ সমদল কৰাটো নতুন কথা হৈছিল আ এই কথাবাৰে গাওঁবিলাকৰ ডেকা-গাভৰুৰ মনলৈ নতুন ভাব আনিছিল।

আনহাতে তেজপুৰ নগৰৰ ক'ত পতাকা অভিবাদন কৰা হ'ব তা লৈ অসুবিধাৰ সমুখ হ'বলগীয়া হ'ল। তেজপুৰ নগৰত পুলিচ থানাৰ সমু সমুখী ভিক্টোৰীয়া জুবিলী লাইব্ৰেৰীৰ সংলগ্ন মুকলি পথাৰ মিউনিচিপেলিটি চেয়াৰমেনে পতাকা উত্তোলনৰ বাবে দিবলৈ অস্বীকাৰ কৰিলে। দুজনমা উকীল বন্ধুৱে ট্ৰাষ্ট দলিলৰ চৰ্ত্ত অনুসাৰে ৰাজহুৱা কামত নিদিয়াত মোক



তৰিবলৈ পৰামৰ্শ দিলে। কিন্তু পতাকা উত্তোলনলৈ দুদিন বাকী। এতিয়া মিউনিচিপেলিটীৰ লগত যুঁজ কৰালৈ মন দি সময় নষ্ট কৰা হ'ব নে বৃটিছ ৰাজশক্তিৰ বিৰুদ্ধে আয়োজন যুঁজৰ কৰা হ'ব? চেয়াৰমেনজন ১৯২১ চনত অসহযোগ আন্দোলনৰ সমৰ্থক আছিল। কিন্তু এই সময়ত তেওঁ কংগ্ৰেছৰ বিৰোধী হ'ল। আমাৰ দেশত এনে কিছুমান লোক আছে, যিসকলে ছেগ বুজি সুবিধা লৈ আঁতৰি গৈ বৃটিছ ৰাজশক্তিৰ ফলীয়া হৈ তাৰপৰাও সুবিধা ল'বলৈ কুণ্ঠিত হোৱা নাছিল।

২৫ জানুৱাৰী তাৰিখ পালেহি। পতাকা উত্তোলনৰ ঠাই স্থিৰ হোৱা নাই। আমি স্থিৰ কৰিলোঁ আমি সমদল বান্ধি নগৰত ফুৰি মহাত্মা গান্ধী তেজপুৰলৈ আহোঁতে সভা পতা ঠাই প'লো ফীল্ডতেই পতাকা উত্তোলন কৰি স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰিম। ইয়াৰ বাবে গাৰঁৰপৰা অহা ৰাইজক নিকামূল সত্ৰত গোট খাবলৈ নিৰ্দ্দেশ দিয়া হ'ল আৰু শ্ৰীৰুদ্ৰকান্ত বৰাক দায়িত্ব দিয়া হ'ল পতাকা উত্তোলনৰ বাবে প্ৰাথমিক কামখিনি কৰিবলৈ। সেইবাবে তেওঁ ২৫ তাৰিখে প'লো ফীল্ডৰ কাষতে থকা বামুণ-চুবুৰীলৈ গৈ ভলুকা বাঁহৰ খুটাৰ দিহা কৰি গাঁত খনাই থ'লে। খুটা পুতি থ'লে ৰাতিৰ ভিতৰতে পুলিচ নাইবা তেওঁলোকৰ সমৰ্থকে খুটা নষ্ট কৰিব পাৰে বুলি ৰাতিপুৱা খুটা পুতি কেইবাজনো সেৱকেৰে সৈতে খুটা ৰক্ষা কৰিবলৈ দায়িত্ব দিয়া হ'ল।

২৬ জানুৱাৰী ৰাতিপুৱাতে ওলালোঁ। সেই সময়ত মই পুলিচ লাইনৰ কাষত থকা ৺হেমচন্দ্ৰ হাজৰিকাৰ ঘৰত ৰাতিটো থকা কৰিছিলোঁ। (৺হাজৰিকাই সেই সময়ত তেজপুৰত ওকালতি ব্যৱসায় কৰিছিল।) ৰাতিপুৱাতে থানাৰ সমুখেদি গৈ তেওঁলোকৰ প্ৰস্তুতিলৈ চকু দি নিকামূললৈ আহিলোঁ। চাৰে সাত বজাত নিকামূল সত্ৰত সেৱকসকলক অহিংসভাৱে লাঠী চাৰ্জ্জৰ সম্মুখীন হ'বলৈ শপত গ্ৰহণ কৰাটো নিৰ্দ্ধাৰিত আছিল। কাৰোবাৰ যদি মনত সংশয় থাকে, তেন্তে আগতেই বিদায় ল'বলৈ কোৱা হ'ল। এজন এজনকৈ আহি সত্ৰৰ থাপনাৰ সমুখত শপত লোৱাৰ পিচত সমদল বান্ধিবলৈ দিহা কৰা হ'ল। পতাকাধাৰী ওখ ডাঙৰ শ্ৰীফনীধৰ দাস আৰু হেমোৰাম হাজৰীকা—সেই পতাকাখন এওঁলোক দুজনে বহলকৈ ধৰিছিল। তাৰ পাছত নিকামূল সত্ৰৰ শ্ৰীগহনচন্দ্ৰ গোস্বামীৰ সহধৰ্ম্মিণী, তেওঁলোকৰ পাছত সেৱক-বাহিনী আৰু সেৱকবাহিনীৰ পাছত গাৰঁৰপৰা অহা ৰাইজক শৃঙ্খলাবদ্ধভাৱে সজোৱা হ'ল। সমদলটোৰ শৃঙ্খলা ৰক্ষা কৰিবলৈ সমুখত লেখক, মাজভাগত

শ্ৰীগহনচন্দ্ৰ গোস্বামী আৰু পাছভাগত সেৱাদলৰ জিলা অধিনায়ক ৺জ্যোতিপ্ৰসাদ। এয়ে নিৰ্দ্দেশ আছিল যে লাঠী চাৰ্জ্জ হ'লে 'বৈঠ যাও' বুলি আদেশ দিয়া হ'ব। লেখকৰ ওপৰত এই দায়িত্ব দিয়া হ'ল। এইদৰে দুই তিনি ফাৰ্লংমান জোৰা এটা সমদল নিকামূলৰপৰা তেজপুৰ নগৰৰ ফালে ওলাল। সমদলৰ গীত আছিল জ্যোতিপ্ৰসাদৰ 'বিশ্ববিজয়ী ন'যোৱান'। বজাৰৰ দোকানীসকলৰ শঙ্কাপূৰ্ণ দৃষ্টি (লাঠী চাৰ্জ্জ হ'ব বুলি)। আগৰৱালাৰ পকী পোৱাত মাতৃহৃদয়া ৺কিৰণময়ী আগৰৱালা ওলাই আহিল। সমদলৰ ফালৰপৰা সেৱাদলৰ নিয়মানুসাৰে সেৱাদলৰ সকলোকে তেওঁৰ ফালে মুখ ঘূৰাবলৈ নিৰ্দ্দেশ দিয়া হ'ল। এইদৰে আমি থানাৰ সমুখ পালোঁহি। এনেতে থানাত দুইছেল বাজিল। লাঠী লৈ এদল চিপাহী লৰি আহি থানাৰ গেটত থিয় হ'ল আৰু আন এটা দলে টাউন হলৰ গেটত থিয় দি ৰ'ল। সমুখত পুলিচ ইন্সপেক্টৰ মুখাৰ্জ্জী। তেওঁৰ মুখ গহীন। মই হাঁহি মুখেৰে আগ বাঢ়িলোঁ। দেখিলোঁ থানা আৰু টাউন হলৰ টোলত সোমাই পতাকা উত্তোলন কৰোঁ বুলি শঙ্কা কৰি তেওঁ পুলিচ বাহিনী সাজু কৰাইছিল। 'বৈঠ যাও' নিৰ্দ্দেশ দিম বুলি ভাবিও দিয়া নহ'ল আৰু সমদলে নগৰ ফুৰি প'লো ফীল্ডত পতাকা উত্তোলন কৰি স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰিলে।

সমদলৰ বাবে লাইচেন্স লোৱাটো সেই সময়ত নিয়ম আছিল। নিয়ম ভঙ্গ কৰা বুলি আমাৰ ওপৰত শাস্তিমূলক ব্যৱস্থা ল'ব পাৰিলেহেঁতেন। থানাৰ সমুখ বিনা বাধাত পাৰ হৈ যোৱা দেখি বজাৰৰ জনতাই সমদলৰ লগ হৈ আমাৰ সংখ্যা বঢ়ালে। যি কি নওহক, ২৬ জানুৱাৰী তাৰিখটো এইদৰে সুকলমে পালন কৰাৰ পিচত আমি সংগঠনলৈ মন দিবলগীয়া হ'ল।

তাৰ পিছত প্ৰশিক্ষণ শিবিৰ ভালকৈ চলাবলৈ ৫০ জন সেৱকক বাচ হ'ল। চাউল-পাত, শাক-পাচলি আদি সকলো প্ৰয়োজনীয় বস্তু গাওঁবিলাকৰপৰা আহি আছিল। প্ৰশিক্ষণ শিবিৰৰ কাৰ্য্যসূচী আছিল ৰাতিপুৱা পতাকা উত্তোলন, পতাকা অভিবাদন, ড্ৰিল, গাওঁবিলাকৰ মাজেদি সমদল বান্ধি ফুৰা, দুপৰীয়া ২ বজাৰপৰা কংগ্ৰেছৰ বুৰঞ্জী, ৰাজনৈতিক পৰিস্থিতি, গণতান্ত্ৰিক সমাজ আদি নানান বিষয় সম্পৰ্কে সেৱকসকলক বুজোৱা।

লাহে লাহে সেৱাদলৰ উৎসাহ বাঢ়িবলৈ ধৰিলে। আমি য়ুনিফৰ্ম দিয়াৰ কথা ভাবিলোঁ। এইবাবে গাওঁবিলাকত ধন সংগ্ৰহ হ'বলৈ ধৰিলে আৰু শ্ৰীৰুদ্ৰকান্ত বৰাক নগাওঁলৈ পঠোৱা হ'ল জালুগুটিৰ বাৰপূজীয়াৰপৰা



হাতেকটা সূতাৰ বৰকাপোৰ কিনি আনিবলৈ। চতিয়া, জামুগুৰি আদি ঠাইতো প্ৰশিক্ষণ শিবিৰ পাতিবলৈ ব্যৱস্থা হ'বলৈ ধৰিলে।

এমাহমান গুৱাহাটীৰপৰা আঁতৰি থকা বাবে ১৪ ফেব্ৰুৱাৰী তাৰিখে ৰাতিৰ জাহাজত গুৱাহাটীলৈ ৰাওনা হ'লোঁ। পিচদিনা উজানবজাৰৰ ৺হেম বৰুৱা থকা ঘৰ পাওঁতে ৺বৰুৱাই ক'লে—"অলপ আগতে খানাতালাছ শেষ হোৱাত পুলিচৰ দাৰোগাসকল গ'ল। বোধকৰোঁ দুই এদিনতে সেৱাদল বেআইনী ঘোষণা কৰা হ'ব।"

৺বৰুৱাই অনুমান কৰা মতে পিছদিনা গেজেটত জাননী ওলাল আৰু ময়ো লৰালৰিকৈ পুনৰ তেজপুৰলৈ উভতিলোঁ। নিকামূল পোৱাৰ পিচত খানাতালাছৰ কথা শুনিবলৈ পালোঁ। আমি থকা কেম্পঘৰবিলাকলৈ ইতিকিং কৰি এজন পুলিচ কৰ্ম্মচাৰীয়ে হেনো মন্তব্য কৰিছিল—"বৰাৰ ঘৰত তৰাৰ গাঁঠি।" ১৯২১ চনত খানাতালাছ কৰোঁতে ডেপুটী কমিশ্যনাৰ লেইনীয়ে আমি সামান্যভাৱে জীৱন যাপন কৰিবলৈ লোৱাত আচৰিত হৈছিল কিন্তু ইতিকিং কৰা নাছিল। দুপৰীয়া আমাৰ প্ৰশিক্ষণ শিবিৰলৈ নিৰ্দ্দেশ আহিল, সেৱাদল বেআইনী বুলি ঘোষণা কৰা হৈছে; শিবিৰ চলোৱাটো দণ্ডনীয় হ'ব। যি কি নহওক, আমি আলোচনা কৰি স্থিৰ কৰিলোঁ—বৰ্ত্তমানে নিকামূলৰ শিবিৰ তুলি দি সেৱাদল গাৱেঁ গাৱেঁ সোমাই নামঘৰে নামঘৰে শিবিৰ চলাব। এইদৰে আৰু ১৫ দিনমানৰ পিচত দলটো গধূৰ কৰি আইন ভঙ্গ কৰাত লাগিব। বাঁহবাৰীৰ বালীসিয়ালৈ সকলোকে পঠোৱা স্থিৰ হ'ল কিন্তু সেৱাদলৰ কিছুমানে ক'লে—"কাইলৈ ৰাতিপুৱাতে আমি শিবিৰ এৰিম। আজি ৰাতিটো থাকোঁ।" ৺জ্যোতিপ্ৰসাদ বহুতদিন ঘৰলৈ যোৱা নাছিল। সেইদিনা শনিবাৰ। বাণ থিয়েটাৰত কিবা থিয়েটাৰৰ আয়োজন হৈছিল। ৺জ্যোতিপ্ৰসাদ গধূলি থিয়েটাৰলৈ গ'ল আৰু ৰাতি নিকামূললৈ উভতি নাহি ঘৰতে শুইছিল।

পিচদিনা পুঁৱতী নিশা চাৰি বজামানত পুলিচ লাইনৰ ওচৰত মই থকা ঘৰটোৰ সমুখেদি পুলিচ বাহিনীয়ে 'মাৰ্চ্চ' কৰি যোৱাৰ শব্দ শুনি সাৰ পালোঁ আৰু নিকামূলৰ বিৰুদ্ধে অভিযানৰ প্ৰস্তুতি বুলি অনুমান কৰি শোৱাপাটী এৰিলোঁ আৰু থানাৰ প্ৰস্তুতিলৈ চকু দি নিকামূললৈ আগ বাঢ়িলোঁ। সেৱকসকলে যথা নিয়মত উঠি দৈনন্দিন কৰ্ত্তব্যত লাগিছে। পুলিচবাহিনী আহিব ধৰিছে। সোনকালে শিবিৰ এৰি বালীসিয়ালৈ যাবলৈ ক'লোঁ। আমাৰ নিৰ্দ্দেশ আছিল বালীসিয়াত দিনটো থাকি ৰাতি বালিপাৰালৈ যাব আৰু

এইদৰে নতুন নতুন সেৱক সংগ্ৰহ কৰি ধৰা দি থাকিব। "সোনকালে ক
বুলি কৈ মই সত্ৰৰফালে আগবাঢ়িলোঁ। চাওঁ, শ্ৰীগহনচন্দ্ৰ গোস্বামী দুৱাৰমু
থিয় দি নিমৰ ঠাৰি এদালেৰে দাঁতোন কৰি আছে। তেওঁক সকলো ক
জনালোঁ। তেওঁ ক'লে—"ব'লক, শিবিৰলৈ যাওঁ।" এইদৰে আমি দু
শিবিৰ পাওঁতে পুলিচ বাহিনী উপস্থিত হ'লহি। সেইদিনা পুলিচ বাহিনী
হাতত লাঠীৰ সলনি ছুৰীন লগোৱা ৰাইফল বন্দুক। সুধিলোঁ—"কি কৰিব
আহিছে?" "গ্ৰেপ্তাৰ কৰিবলৈ"—উত্তৰ দিলে, "পোনতে খানাতালাছ ক
হ'ব।" তেওঁলোকেৰে সৈতে আমি শিবিৰত সোমালোঁ। সেৱকসকলে
মাৰভাত খাই অঁতাই বাহিৰ ওলাল। খানাতালাছ কৰি অঁতাই ক'লে-
"আপোনালোকক গ্ৰেপ্তাৰ কৰিলোঁ।" খানাতালাছৰ শেষত সেৱকসকল
লাঠীৰ লগত চাউল, বাচন আদি জব্দ কৰিলে। এনেতে শ্ৰীবেদানন্দ শৰ্ম্মা
ক'লে—"আমাক পতাকা অভিবাদন কৰিবলৈ দিয়ক।" পুলিচৰ দাৰোগাজ
এনে অনুৰোধ ভাল পালে—কিয়নো বিচাৰৰ বাবে প্ৰমাণ পাব। সেইবা
তেওঁলোক মান্তি হ'ল আৰু সেৱাদলৰ নিয়মমতে পুলিচ বাহিনীয়ে শিবিৰ বে
থোৱা অৱস্থাত পতাকা অভিবাদন কৰা হ'ল। মই পতাকা উত্তোলন কৰিলোঁ
শ্ৰীগহনচন্দ্ৰ গোস্বামী মোৰ কাষত থিয় হ'লহি আৰু এইদৰে ২০ ফেব্ৰুৱাৰী
তাৰিখ দেওবাৰে পুৰা সেৱাদলৰ ৪৯ জন সেৱকেৰে আমাক গ্ৰেপ্তাৰ ক
তেজপুৰ থানালৈ অনা হ'ল। গ্ৰেপ্তাৰৰ পিচতো শ্ৰীবেদানন্দ শৰ্ম্মা আ
শ্ৰীফণীধৰ দাসে সেৱকসকলক দুজনকৈ শাৰী পাতিবলৈ হুকুম দিলে। এ
সমদলৰ আগত শ্ৰীগহনচন্দ্ৰ গোস্বামীৰে সৈতে মই থিয় দিলোঁ। শিবিৰ বে
থকা সশস্ত্ৰ পুলিচ বাহিনীয়েও এই সমদলটোক দুয়োফালৰপৰা বেঢ়ি পেলালে
বেৰি পেলোৱাৰ পিচত আমি মাৰ্চ্চ কৰি আগবাঢ়িলোঁ আৰু লগে লগে
সেৱকসকলে ৺জ্যোতিপ্ৰসাদৰ সমদল গীত গাবলৈ ধৰিলে।

পিচত দেখা গ'ল যে এনেদৰে গ্ৰেপ্তাৰ হোৱাত আন্দোলনৰ গতিবে
বঢ়োৱাত সহায় কৰিলে। অকল তেজপুৰতে ৬৮০ জনৰ সৰহ সত্যাগ্ৰহী
কাৰাদণ্ডিত হৈছিল।

জেইলত আটক কৰাৰ পিচত কেইবা সপ্তাহো হাজোতত ৰখাৰ পিচ
আমাৰ বিচাৰ হ'ল। বিচাৰলৈ জানিবা আদালতলৈ অনা হোৱা নাছিল
জানোচা সমদল সঙ্গীতেৰে আদালতত সঙ্কটজনক পৰিস্থিতিৰ সৃষ্টি কৰোঁ
সেইবাবে জেইলৰ ভিতৰত বিচাৰ হ'ল। বিচাৰৰ কেইবাটাও সৰু-সুৰা ক



মনলৈ আহিছে। বিচাৰৰ সময়ত সৰু-সুৰা কথা হ'লেও সেই সময়ৰ পৰিস্থিতিৰ আভাস পোৱা যাব। বিচাৰক ডেপুটী কমিশ্যনাৰ ফ্ৰিলে ৰৰকৈ চিগাৰেট হুপিছিল। এটা শেষ হোৱা মাত্ৰে আন এটা মুখত লগাব। ২ ঘণ্টামান আদালতত চিগাৰেট হুপিব নোৱাৰি আমাক সুধিলে —চিগাৰেট হুপিলে আমাৰ কিবা আপত্তি হ'বনে? তেওঁ আমাৰ অনুমতি বিচৰাত আচৰিত হৈ ক'লো—"জেইলৰ ভিতৰ হ'লেও এইখনক আপুনি আদালত পাতিছে। আদালতৰ সন্মান ৰক্ষা কৰে নে নাই সেইটো আপোনাৰ ওপৰত নিৰ্ভৰ কৰিছে।" এই বোলাত তেওঁ তাৰপৰা ওলাই গৈ জেইলৰ বাহিৰ পালে। আনহাতে দাৰোগা এজনে ডি-চি যোৱাত জেপৰপৰা তামোল উলিয়াই চোবাবলৈ ধৰাত বেদানন্দ শৰ্ম্মাই তেওঁৰপৰা তামোল এখন বিচাৰিলে। তেওঁ বৰ কোমল স্বভাৱৰ লোক আছিল। তেওঁ এনেয়ে তামোল এখন দিবলৈ আপত্তি নকৰিলেহেঁতেন। পিচে তেওঁ উচপ্ খাই উঠি ক'লে—"আপোনাক তামোলখন দিলে মোৰ চাকৰি লৈ বিপদ হ'ব।" এই-বুলি তেওঁ লগৰ এগৰাকী দাৰোগাৰ কি বিপদ হৈছিল, তাকে ক'লে। লাঠী চাৰ্জ্জত (তেজপুৰত) সেৱকসকলৰ মূৰত টাঙোন মৰাৰ পিচত তেওঁৰ সৰু ল'ৰাটিৰ অসুখ হ'ল আৰু অসুখ হোৱাত কোনোবাই পৰামৰ্শ দিলে—নাম-কীৰ্ত্তন কৰি পাঁচজন গান্ধীৰ ভকতক খুৱাই দিব লাগে। দাৰোগাজনে কংগ্ৰেছত যোগ দিয়া তেওঁৰ সম্পৰ্কীয় কেইজনমান ডেকাক প্ৰসাদ খুৱালে। এনে কথা ৰিপোৰ্ট হোৱাত তেওঁৰ লটিঘটি হৈছিল হেনো।

বিচাৰ শেষ হ'ল আৰু শ্ৰীগহনচন্দ্ৰ গোস্বামীক এবছৰ সশ্ৰম কাৰাদণ্ড, ৫০০৲ টকা জৰিমনা অনাদায়ে আৰু ৬ মাহ কাৰাদণ্ড। বেদানন্দ শৰ্ম্মা আৰু ফণীধৰ দাসক এবছৰ সশ্ৰম কাৰাদণ্ড আৰু মোৰ ওপৰত ৬ মাহ সশ্ৰম দণ্ড আৰু ৫০০৲ জৰিমনা অনাদায়ে আৰু ৬ সপ্তাহ কাৰাদণ্ড। গোস্বামীক সত্ৰৰ মাটিত সেৱাদলৰ শিবিৰ পাতিবলৈ দিয়া বাবে এবছৰ আৰু ৬ মাহৰ দণ্ড দি মোক তেওঁতকৈ লঘু দণ্ড দিয়াৰ কাৰণ আছিল। পতাকা অভিবাদন অনুষ্ঠানটোত মোৰ প্ৰধান দায়িত্বৰ কথা কোৰ্ট ইন্সপেক্টৰে বিচাৰকক বুজাব নোৱাৰিলে।

সেইদিনা (১৯৩২ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে) এইদৰে আমি গ্ৰেপ্তাৰ হোৱাৰ আগতে ২৬ জানুৱাৰী তাৰিখৰ পৰাই অসমত গ্ৰেপ্তাৰ আৰম্ভ হৈছিল—নগাৱঁত ৩০ জন, গোলাঘাটত ৩৪ জন, ধুবুৰীত ১৩ জন। প্ৰায়বিলাক ঠাইতে পুলিচে সেৱাদলৰ অফিছঘৰটো দখল কৰি তলা-চাবি লগাইছিল।

নগাওঁ শিবিৰত কৰ্ণাটকৰ ডেকা কৰ্ম্মী (যিজনক সেৱাদলৰ শিক্ষণৰ দা
দিয়া হৈছিল) শ্ৰীহাৰ্টিং গাডীক গ্ৰেপ্তাৰ কৰি পিচত ৬ মাহৰ সশ্ৰম কাৰা
দিয়া হৈছিল। শ্ৰীৰমাকান্ত মুক্তিয়াৰকো গ্ৰেপ্তাৰ কৰি ছমাহৰ সশ্ৰম কাৰা
দিয়া হৈছিল। ইয়াৰ পিছত কলিয়াবৰৰ শ্ৰীথানুৰাম ভূঞাক গ্ৰেপ্তাৰ ক
তিনি মাহৰ দণ্ড দিয়া হৈছিল। যোৰহাটত শ্ৰীকুমুদৰাম বৰা, বিষ্ণুৰাম ব
৺শশীধৰ মলিয়া, উপেন্দ্ৰনাথ বৰুৱা, হীৰানাথ বৰুৱা, সুৰেন্দ্ৰনাথ ফুকন, ডিম্বে
শৰ্ম্মা, বিষ্ণুৰাম বৰুৱা আদিক গ্ৰেপ্তাৰ কৰা হৈছিল। গোলাঘাটত পুণ্য
হাজৰিকা, সোমেশ্বৰী গগৈ, সৰুমাই গগৈ, দৰিকী দাসী, ভোগেশ্বৰী গ
ৰূপহী গগৈ আদিৰ গ্ৰেপ্তাৰৰ বাতৰি গুৱাহাটীলৈ আহিছিল। এই
ধুবুৰীত শ্ৰীহিৰণ্য কুমাৰ বসু প্ৰমুখ্যে ১৩ জনক গ্ৰেপ্তাৰ কৰাৰ বা
আহিছিল। শিৱসাগৰতো ৰবীন কাকতী, সোণাৰাম দত্ত, পুষ্পধৰ চ
প্ৰভৃতি গ্ৰেপ্তাৰ হোৱাৰ বাতৰি আহিছিল। দেৱগাৱঁৰপৰা পোৱা বাতৰি
৺গঙ্গাৰাম মেধিৰ ঘৰ খানাতালাছ কৰি কংগ্ৰেছ আৰু মহিলা সমিতি সম্পৰ্ক
কাকত-পত্ৰ লৈ গৈছিল। ইয়াৰ কিছুদিন পিচত ৺মেধিকো গ্ৰেপ্তাৰ ক
হ'ল।

যি কি নহওক, তেজপুৰত ২০ ফেব্ৰুৱাৰী তাৰিখে একেলগে ৫০ জন
গ্ৰেপ্তাৰ কৰাৰ পিচত তেজপুৰত আন্দোলনৰ গতিবেগ বাঢ়িবলৈ ধৰিলে আ
এসপ্তাহমান নৌযাওঁতেই প্ৰায় তিনিশ—চাৰি-দুৱাৰৰ ১৫০, নদুৱাৰৰ ১২
জন সেৱকক গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড দিয়া হ'ল। শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী
কিছুদিনৰ বাবে গুৱাহাটীত সাদিনীয়া 'অসমীয়া'ৰ কাম কৰি আছিল। তে
তেজপুৰলৈ উভতি অহাৰ পিচত আন্দোলনৰ গতিবেগ আৰু দুগুণ বাঢ়িল
সেৱাদলৰ বাবে ছশ কৰ্ম্মী দণ্ডিত হৈছিল। সেই সময়ত তেজপুৰৰ এজ
সেৱকে সত্যাগ্ৰহত অভিনৱ উপায় লৈছিল। এই প্ৰবন্ধ লিখি থাকোঁতে
সেৱকজনৰ নাম সোঁৱৰণলৈ অহা নাই। তেওঁ বালিপাৰাৰ চেঙেলিম
গাৱঁৰ। সেই 'অজান্তি মুলুক'ৰ পলিটিকেল অফিছাৰজনে তেওঁৰ ঘৰ কেইবাবাৰে
ভাঙি দিছিল। তেওঁ ৬ জন সেৱকেৰে সৈতে ঘোঁৰাৰে সৈতে ছয়দুৱাৰ
বৰঙাবাৰীৰ পৰা যাত্ৰা আৰম্ভ কৰিছিল। ঘোঁৰাৰ পিঠিত কাকত লিখি আঁ
দিয়া হৈছিল—তেওঁ ৰাজসূয় যজ্ঞ পাতিছে; এই 'হয়' যি ধৰিব, তেওঁ ৰণ দি
লাগিব ইত্যাদি। এইদৰে তেজপুৰৰ কছাৰীৰ ঘৰ পোৱাত তেওঁলোক
গ্ৰেপ্তাৰ কৰি ৬ মাহৰ কাৰাদণ্ড দিয়া হৈছিল। ইয়াৰ কিছুদিনৰ আগতে



তিয়াৰ দুজনমান কৰ্ম্মীয়ে আদালতৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰি
াৰাদণ্ড বৰণ কৰিছিল। ১৯৩২ চনত ৺জ্যোতিপ্ৰসাদৰ সমদল গীত
াৱাটোকো অপৰাধ বুলি কৰ্ত্তৃপক্ষই শাস্তিৰ ব্যৱস্থা কৰিছিল। চতিয়াৰ
ীগোলোকচন্দ্ৰ শইকীয়াই ইয়াৰ বাবে কাৰাদণ্ড ভোগ কৰিবলগীয়া হৈছিল।
জ্যোতিপ্ৰসাদৰ ওপৰতো এবছৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০০্ টকা জৰিমনা,
নাদায়ে আৰু ৬ মাহৰ সশ্ৰম কাৰাদণ্ডৰ নিৰ্দ্দেশ হৈছিল। বালিপাৰাৰ
সৰকজনে বাণৰজাৰ বংশধৰ বুলি দাবী কৰি ৰাজসূয় যজ্ঞ পাতিবলৈ এইদৰে
ত্ন কৰিছিল।

তেজপুৰত ৺লক্ষ্মীধৰ শৰ্ম্মা, ৺মহাদেৱ শৰ্ম্মা, শ্ৰীমহিমচন্দ্ৰ সিংহ,
ীচেনীৰাম দাসৰ বিচাৰৰ বাবে ১৯৩১ চনত কেইবাবাৰো শুনানী হৈছিল।
ৱশেষত নৱেম্বৰ মাহৰ ৫ তাৰিখে ৰায় দিয়া হৈছিল। এইমতে ৺মহাদেৱ
ৰ্ম্মাক ৫০০্ টকা জৰিমনা, অনাদায়ে ৬ মাহৰ কাৰাদণ্ডৰ আদেশ হোৱাত
৺শৰ্ম্মাই জৰিমনাৰ টকা নিদি জেইললৈকে গ'ল। কিন্তু এটা নতুন উপায়েৰে
জৰিমনা আদায় কৰা হৈছিল। ৺শৰ্ম্মা জেইলত বন্দী থাকোঁতে ই-এ-চি বন্ধু
এজন গৈ তেওঁলোকৰ ঘৰত উপস্থিত হ'ল আৰু তেওঁৰ খুৰাদেৱেক ৺টুৱাকান্ত
শৰ্ম্মাৰপৰা ৫০০্ টকা খুজি লৈ আহি জমা দিয়াত তেওঁক খালাচ দিয়া
হ'ল। আন কেইজনৰ ওপৰত আদেশ দিয়া হ'ল যে ডি-চিয়ে মাতিলে
হাজিৰ হ'ব লাগিব। ৺লক্ষ্মীধৰ শৰ্ম্মাই মুক্তি পোৱাটো ভাল হৈছিল; কাৰণ,
তাৰ পিচত তেওঁ অসুস্থ হৈ মৃত্যু বৰণ কৰিলে।

১৯৩০ চনৰপৰা ১৯৩৪ চনলৈকে অৰ্থাৎ যি সময়ত আন্দোলন চলি আছিল, সেই সময়ছোৱাত চেনি আৰু চিগাৰেট বৰ্জ্জন সাধাৰণ কথা হৈছিল। চেনিৰ সলনি গুড়ৰে সৈতে চাহ খোৱা সকলোৰে অভ্যাস হৈছিল। দ্বিতীয়তে, চিগাৰেট বৰ্জ্জন হোৱাটোও সাধাৰণ কথা হৈছিল। এইখিনিতে এটা ঘটনা মনলৈ আহিছে—এদিনাখন মই নেফা সীমান্তৰ এখন চাহ-বাগিচাৰ হাটত ফৰেষ্ট ৰেঞ্জাৰ এজনৰ লগত কথা হৈ আছো। ৰেঞ্জাৰে অভ্যাসবশতঃ চিগাৰেট হুপি আছিল। এনেতে ফৰেষ্টত কাম কৰি থকা নেপালী কৰতীয়া এজনে আহি তেওঁক দাবীৰ সুৰত ক'লে—"বাবু, তই এতিয়াও চিগাৰেট খাই আছ! মহাত্মা গান্ধী জেইলত বন্দী বুলি নাজাননে?" এনে বোলাত তেওঁ চিগাৰেট পেলাই দিছিল।

জেইলৰ পৰা খালাচ হৈ আহি তেজপুৰৰ বালিপাৰালৈ যাওঁতে আসাম

ৰাইফল্‌ছত কাম কৰা এজন ডাক্তৰ বন্ধুৱে এটা ঘটনাৰ কথা কৈছি
১৯৩২ চনৰ জানুৱাৰী মাহত পৰ্ব্বতৰ পৰা নামি অহা ডফলা এজনে বালী
সীমান্তৰ পলিটিকেল অফিচাৰ কামিং চাহাবক সুধিলে—"হেৰৌ চা
গান্ধীৰজাৰে সৈতে তহঁতৰ হেনো ৰণ লাগিছে। তহঁতে হেনো হাৰি আ
এই প্ৰশ্ন কৰাত হেনো চাহাবৰ খং চুলিৰ আগ পালে। একো উ
নিদিয়াকৈ চন্তৰীক আদেশ দিলে—"ইয়াক গাৰ্‌দত সুমোৱা।" (Put h
into quarter guard.) ডফলাজনে ক'লে—"উঃ, তোক মই কথা
সুধিছিলোঁহে।" অলপ শান্ত হৈ চাহাবে ডফলাজনক ক'ৰপৰা এনে
পালে বুলি সুধিলত ডফলাজনে ক'লে—"কিয়, তহঁতে আমাৰ পাহাৰলৈ
কাটিবলৈ পঠোৱা মুনীয়াবিলাকে কৈছে।"

তেজপুৰত আন্দোলনৰ গতিবেগ বাঢ়ি যোৱাৰ লগে লগে আম
তেজপুৰ জেইলৰ পৰা বদলি কৰিলে। ইয়াৰ পিচত শ্ৰীবিজয়চন্দ্ৰ ভাগ
আৰু জ্যোতিপ্ৰসাদ আগৰৱালা গ্ৰেপ্তাৰ হয়।

যোৰহাট জেইললৈ বদলি হৈ যোৱাৰ পিচত গুৱাহাটীৰ পৰা শ্ৰীৰজনীক
গোস্বামীক বদলি কৰি অনা হ'ল। তেওঁৰপৰা শুনিলো, কৰ্ম্মবীৰ নবীন
বৰদলৈ আৰু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাক ১৩ এপ্ৰিল তাৰিখে জালিয়ানৱালা
দিৱসত পতাকা অভিবাদনত যোগ দিয়া বাবে তিনি মাহৰ কাৰাদণ্ড দি
হৈছে।

১৯৩২ চনৰ পৰা ১৯৩৪ চনলৈকে আন্দোলন কেনেকৈ চলিছিল তা
বিৱৰণ আগলৈ থৈ এই প্ৰবন্ধ ইয়াতেই শেষ কৰিলো।

# ১৯৪২ চনৰ অসমৰ গণবিপ্লৱ

[ ত্যাগবীৰ হেম বৰুৱাই লিখা এই প্ৰৱন্ধটি অমৃতবাজাৰ পত্ৰিকাৰ প্ৰথম স্বাধীনতা সংখ্যাত প্ৰকাশ হৈছিল ]

১৯৪২ চনৰ আন্দোলনটো ফৰাচী বিপ্লৱৰ দৰেই অতি ব্যাপক আৰু উৎসাহত অদম্য আছিল। যদিও এই আন্দোলনটোৰ সবিশেষ এতিয়াও সংগৃহীত হোৱা নাই, ফৰাচী বিপ্লৱৰ সম্পৰ্কে সেই কালৰ ভিক্টৰ হিউগে লিখাৰ দৰে ইয়ো ফৰাচী বিপ্লৱৰে সম পৰ্য্যায়ৰ আছিল। ভাৰতীয় গণ-আন্দোলনৰ বুৰঞ্জীত প্ৰতীক স্বৰূপ স্মৰণীয় চিপাহী বিদ্ৰোহৰ দিনৰে পৰা স্বেচ্ছাই আগবাঢ়ি আহি জাতীয় জীৱনত আলোড়ন সৃষ্টি কৰা এনে আন্দোলন ১৯৪২ চনৰ আগষ্ট মাহৰ আগতে ভাৰতত হোৱা নাছিল। আগষ্টৰ আন্দোলনটো জনসাধাৰণৰ আশা-আকাঙ্খাৰ জীৱন্ত প্ৰতীক। নিজৰ বুকুৰ ৰক্তেৰে দেশপ্ৰেমৰ সৌধ হিচাবে এই আন্দোলন জনসাধাৰণে গঢ়ি তুলিছিল। স্বাধীনতাৰ হকে অৰ্দ্ধাহাৰী আৰু অৰ্দ্ধনগ্ন লোকে কৰা ই এটা আন্দোলন। মাক্সৱেলৰ চতুৰতা আৰু টটেনহামৰ কংগ্ৰেছৰ দায়িত্ব সম্পৰ্কে ইঙ্গিতৰ সন্মুখত ভাৰতৰ প্ৰকৃত শত্ৰুৰ বিপক্ষে কৰা ইয়েই জনসাধাৰণৰ এখন বাস্তৱ যুদ্ধ হিচাবে পৰিগণিত হৈ থাকিব।

### *অগ্নিস্ফুলিঙ্গ প্ৰজ্জালন ঃ*

কংগ্ৰেছৰ প্ৰতি আস্থাভাজনসকলৰ ১৯৪২ চনৰ আগষ্টত বম্বেত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনৰ ওপৰতে সকলোৱে আশা ৰাখিছিল আৰু বৃটিছ চৰকাৰে ষ্টেফৰ্ড ক্ৰীপ্‌চৰ যোগে তাৰিখ পাৰ হৈ যোৱা এখন চেক দি ভাৰতীয় জনসাধাৰণক ঠগিবগৈ চেষ্টা কৰিছে বুলি এটা বিতৃষ্ণাৰ ভাৱ আৰু জাতীয় চৰকাৰৰ অবিহনে অসহায়তাৰ ভাৱ গঢ়ি উঠিছিল। কংগ্ৰেছে বিদেশী আক্ৰমণৰ বিপক্ষে ৰাষ্ট্ৰৰ জনগণৰ একান্ত সমৰ্থন পাব বুলি সকলোৱে আশা কৰিছিল। বৃটিছে নিজৰ প্ৰতিজ্ঞা ভঙ্গ আৰু তেওঁলোকে প্ৰকৃত দৃষ্টিৰে ভাৰতৰ উচিত দাবী মানিবলৈ অমান্তি হোৱাৰ কাৰণে দেশখন বাৰুদৰ ঘৰৰ

দৰে যেই কোনো সময়তে সামান্য আঘাততে অগ্নিশিখা জ্বলি উঠাকৈ প্রস্তুত হৈ আছিল। অপ্রয়োজন ভাবে ভাৰতবৰ্ষৰ সকলো নেতাকে বন্দী কৰা কাৰ্য্যই আন্দোলনৰ এটা সুযোগ দিলে। সমৰ ডাৱৰৰ আৱৰণ যেতিয়া প্রদেশবোৰৰ আকাশত ঘণীভূত হ'ল, যদিও নিখিল ভাৰত কংগ্রেছ কমিটীৰ কোনো অনুমতি নাছিল সকলোৱে অৱৰ্ণনীয় ভাবে প্রতিবাদ জনালে। বম্বেত নেতাসকলক গ্রেপ্তাৰ কৰাৰ হুকুম দিয়াৰ সময়তেই অসমতো নেতা আৰু বহুতো নামজ্বলা লোকক গ্রেপ্তাৰ কৰিলে। ইয়াৰ ভিতৰতে মৌলানা তৈয়বুল্লা, শ্রীযুত( সকল ) বিষ্ণুৰাম মেধী, ফখৰুদ্দিন আলী আহমদ, দেবেশ্বৰ শৰ্ম্মা আদিক ৯ আগষ্ট তাৰিখে বন্দী কৰিলে। গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্ম্মাক বম্বেৰপৰা ঘূৰি আহোঁতে ধুবুৰীত গ্রেপ্তাৰ কৰিলে। এই বন্দী কৰা কাৰ্য্যই আন্দোলনটো পশ্চাদ্‌গামী কৰাতকৈ অন্য প্ৰকাৰে জুইত ঘিউ ঢলাৰ দৰেহে হ'ল। ১৬ আগষ্ট তাৰিখে অসম চৰকাৰৰ মুখ্য সচিবে অতি সন্তোষ মনেৰে প্ৰকাশ কৰিলে যে বন্দী কৰাৰ পিচত দেশত শান্তি বিৰাজ কৰিছে। এই অৱস্থা যে ধুমুহাৰ আগৰ শান্ত অৱস্থা সেই কথা ভাবিবই পৰা নাছিল।

চৰকাৰৰ দমন নীতি, নেতাসকলক অপ্রয়োজনীয় ভাবে বন্দী কৰা, চৰকাৰে ৰক্ত-পিপাসু নীতি গ্ৰহণ কৰি স্বাধীনতা বিচৰা জনমতক দমন কৰাৰ প্রতিক্রিয়া হিচাবে এই আন্দোলন হৈছিল। যি সময়ত দ্বিতীয় মহাসমৰ চলি আছিল আৰু অতি প্রয়োজনীয় সময়তে নেতাসকলক বন্দী কৰা হৈছিল।

"স্বাধীনতা আন্দোলন আৰম্ভ হল যেতিয়া,
পিতাৰ পৰা পুত্ৰৰ হাত পৰিল তেতিয়া।"

এই বিপ্লৱৰ গৌৰৱময় ইতিহাস অসমৰো আছে। প্রদেশখনক যুদ্ধৰ বাতাবৰণে আৱৰি ৰাখিছিল আৰু প্ৰত্যেক ইঞ্চি মাটিকেই জাপানৰ বিপক্ষে যুঁজিবলৈ মিত্ৰপক্ষৰ সৈন্যই কৰলত ৰাখিছিল। মেচিনগান, পিস্তল আৰু বুলেটক আওকাণ কৰি নিজৰ বিপ্লৱৰ পতাকা উৰুৱাই ভাৰতৰ মুক্তি-যুঁজৰ বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰিছিল। অসমী আইৰ পো-জীসকলে অতি সাহস আৰু বিশ্বাসেৰে স্বাধীনতা সংগ্ৰামত আগ ভাগ লোৱা কাৰ্য্যও শিখাৰ আখৰেৰে লিখাৰ যোগ্য।

নেতাসকলক বন্দী কৰা কথা বনজুইৰ দৰে বিয়পি পৰিল আৰু "কৰিম বা মৰিম" এই বৈপ্লৱিক শ্ল'গানেৰে জনসাধাৰণে ইয়াৰ প্ৰতিবিধান কৰিবলৈ বিচাৰিছিল। জনসাধাৰণৰ প্ৰধান লক্ষ্য আছিল পুলিচ থানা বা ষ্টেচনবোৰ



আৰু গোলামী মনোবৃত্তি বাহাল ৰখা বৃটিছৰ সকলো অনুষ্ঠান—যেনে ন্যায় বিভাগ আদিৰ লগত সম্পৰ্ক ছেদ কৰাই আছিল জনসাধাৰণৰ মনোভাব। বিহালি, ঢেকিয়াজুলি, গহপুৰৰ থানাবোৰত কৰা অহিংস আক্ৰমণ এই আন্দোলনৰ এক জ্বলন্ত নিদৰ্শন আছিল। ৰাষ্ট্ৰৰ কাৰণে লজ্জাজনক বৃটিছৰ এই প্ৰতীকবোৰৰ ওপৰত নিজৰ ক্ষমতা সাব্যস্ত কৰাৰ উদ্দেশ্যে থানাবোৰ অধিকাৰ কৰিবৰ কাৰণে ৰাইজে শাৰি পাতি পাতি শোভাযাত্ৰা কৰি গৈছিল।

### *লীগ চৰকাৰ ঃ*

বিধান সভাৰ কংগ্ৰেছী সদস্যসকলক আটক কৰি ৰখাৰ পিচত অসম চৰকাৰৰ নেতৃত্ব বহন কৰিলে চতুৰ পুৰুষ চাৰ মহম্মদ ছাদুল্লাই। এই চৰকাৰে কংগ্ৰেছৰ আন্দোলন. মষিমুৰ কৰিবৰ কাৰণে এক প্রতিক্রিয়াশীল ভূমিকা গ্রহণ কৰিছিল। এই আইন-ৰক্ষকসকলৰ অত্যাচাৰ আৰু কাৰ্য্যই বুৰঞ্জীত ক'লা তেজৰ চেকা সানি গ'ল। আনৰ দুখত বৃটিছ চৰকাৰে সুখ অনুভৱ কৰিছিল। ১৯৪২ চনৰ ১৫ আগষ্টত গোৱালপাৰাত এটা ছাত্ৰৰ শোভাযাত্ৰাৰ ওপৰত অমানুষিক লাঠি চালনা আৰু কনকলতা, থুলেশ্বৰী আৰু ভোগেশ্বৰীক নৃশংস ভাবে হত্যা কৰাৰ উপৰিও যোৰহাট জেলত ১৯৪৩ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে কৰা লাঠী চালনাত ১৮১ জন ৰাজনৈতিক বন্দী ভীষণ ভাবে আহত হোৱা কাৰ্য্যই বুৰ্জোৱাসকলৰ সহজাত আওকণীয়া স্বভাৱৰ বিষয়ে সাক্ষ্য দিয়ে।

আজি-কালি কনকলতাৰ নাম ঘৰুৱা হৈ পৰিছে। সকলো মানুহৰ মাজত কনকলতাই মাৰ্গাৰেট কজিনৰ যুদ্ধৰ কাৰণে এটা হেতু এই কথাকে প্ৰমাণিত কৰিলে আৰু ভাৰতৰ মহিলাসকলে ইয়াত আশাতীত সহাঁৰি জনালে। তেওঁ এজনী ১৪।১৫ বছৰীয়া ছোৱালী আছিল। যেতিয়া এক বিৰাট শোভাযাত্ৰাই থানাৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰিবলৈ গৈছিল তেতিয়া দৰং জিলাৰ গহপুৰ থানাত এই ঘটনা সংঘটিত হয়। কনকলতাই শোভাযাত্ৰাৰ নেতৃত্ব বহন কৰিছিল। শোভাযাত্ৰা থানা চৌহদৰ কাষ পাওঁতে থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই থানাৰ চৌহদলৈ এক খোজো আগ নাবাঢ়িবলৈ ছোৱালীজনীক মানা কৰিলে। তাৰ উত্তৰত কনকলতাই কলে যে থানাখন ৰাইজৰ হে, চৰকাৰী বিষয়াসকল ৰাইজৰ সেৱক আৰু বিদেশীৰ তলত কাম কৰিবলৈ তেওঁলোকৰ কোনো নৈতিক অধিকাৰ নাই। সঙ্গিন আৰু পিস্তলৰ সমুখতো কনকলতাই ডাৰোগাক নিজ কৰ্ত্তব্য পালন কৰিবলৈ সকিয়াই দিয়ে

আৰু জীৱনৰ বিনিময়তো নিজৰ কৰ্ত্তব্য পালন কৰিব বুলি কয়। ভীৰুৱে কনকলতাৰ তিৰবিৰাই থকা চকুতে গুলিৰে আঘাত কৰিলে। তেজৰ দোঙাত তেওঁ বাগৰি পৰিল। মুকুন্দ কাকতি নামৰ এজন যুবকে মৃত সঙ্গী কনকলতাৰ হাতৰ পৰা পতাকাখন তুলি লৈ থানাৰ পিনে আগবাঢ়ি যায়। পুলিচ বিষয়াই আকৌ গুলি চলায়। তেওঁ তাতেই বাগৰি পৰি মৃত্যু বৰণ কৰে।

জনসাধাৰণৰ উদ্যম অবিনশ্বৰ। থানাৰ এই অমানুষিক ঘটনাত লিপ্ত থাকোঁতে অন্য ফালৰ পৰা ৰাইজে থানাৰ ওপৰত পতাকা উকৰালেগৈ। কনকলতাই যি উদ্দেশ্য সাধনৰ অৰ্থে আত্মাহুতি দিলে তেওঁলোকে সেই উদ্দেশ্য সফল কৰিলে।

থানাৰ সমীপৱৰ্ত্তী চাহবাগানৰ মালিকসকলে পুলিচৰ লগত সম্পূৰ্ণ সহযোগিতা কৰিছিল। যেনিয়ে তেনিয়ে গুচি যোৱা শোভাযাত্ৰীসকলক তেওঁলোকে যি বেয়া ব্যৱহাৰ কৰিছিল সেই কথা অতি পৈশাচিক। শোভাযাত্ৰী সকলক তেওঁলোকে এইদৰে চিঞৰিছিল। যদিও বৃটিছসকলে গুণ্ডাৰাজৰ কথা নাজানে তথাপি "তহঁতি গুণ্ডা" বুলি কৈছিল।

## ঢেকিয়াজুলি ঃ

তেজপুৰৰপৰা ২২ মাইলমান পশ্চিমত অৱস্থিত ঢেকিয়াজুলিত নিৰস্ত্ৰ জনতাৰ ওপৰত গুলি চালনা কৰাটো সমানেই দুখজনক আৰু তাৎপৰ্য্যপূৰ্ণ। গহপুৰৰ দৰেই ১৯৪২ চনৰ ২০ ছেপ্তেম্বৰৰ দিনা ঢেকিয়াজুলি থানাত জাতীয় পতাকা উত্তোলন কৰাৰ কাৰণে ভালেমান লোক সদলবলে আগবাঢ়ি গৈছিল। পুলিচে গুলি চালনা কৰিলে, ১২ বছৰীয়া থুলেশ্বৰী নামৰ এজনী ছোৱালীকে ধৰি ২০ জন লোকৰ মৃত্যু হ'ল। সেই অঞ্চলত এতিয়াও কিছুমান ক্ষত-বিক্ষত হোৱা লোক আছে যিসকলৰ মূৰ, হাত, ভৰি, গাত সেই গৌৰৱপূৰ্ণ ঘটনাৰ চিন বিৰাজিত। সকলো ছেৰাই গৈ যিটো ল'ৰাই থানাত পতাকা উত্তোলন কৰিছিল তেওঁকো গুলিয়াই মৰা হ'ল। যেতিয়া বঙ্গদেশৰ পৰা অনা মুছলমান গুণ্ডাবোৰ থানাৰ চৌহদৰ পৰা ওলাই আহি মহিলাসকলকে ধৰি সকলোৰে ওপৰত অত্যাচাৰ চলালে, অৱস্থা অতি বেয়াৰ পিনে ঢাল খালে।

সেইটো বজাৰৰ দিন আছিল। নগৰৰ পৰা আমদানি কৰা মিলিটেৰী পুলিচে বজাৰৰ মানুহবোৰকে কংগ্ৰেছ জনসমাজ বুলি ভাবি নিৰ্ব্বিচাৰে গুলি কৰিবলৈ ধৰিলে। তিৰোতাসকলক বেয়া আচৰণ কৰিলে। সেইদিনা মুঠ



মৃত্যুৰ সংখ্যা ১৬ আৰু এশ জনৰো অধিক জখম হ'ল। মৃতকসকলৰ তিনি গৰাকী মহিলা, তাৰে এগৰাকী গৰ্ভৱতী আছিল।

ঢেকিয়াজুলি ডাক্তৰখানাত এজন বগা চাহাবে এজন ৰোগীক কংগ্ৰেছী লোক বুলি ভাবি ৰিভলভাৰ উলিয়াই লৈ গুলি কৰিব খুজিছিল; যেনিবা সেই সময়তে ডাক্তৰ আহি মধ্যস্থতা কৰে।

গহপুৰ আৰু ঢেকিয়াজুলিত হোৱা পুলিচৰ অত্যাচাৰৰ প্ৰতিবাদ জনাবলৈ তেজপুৰৰ ময়দানত ২১ ছেপ্তেম্বৰ তাৰিখে গোটখোৱা লোকসকলৰ ওপৰতো পুলিচে লাঠী চালনা কৰে। ইয়াত লাঠী আৰু সঙ্গিন মুক্তভাবে ব্যৱহাৰ কৰা হৈছিল। এই কাৰ্য্যত ভালেমান লোক তেজেৰে লুতুৰি-পুতুৰি হৈ ময়দানত পৰি গৈছিল। আঘাতপ্ৰাপ্ত লোকৰ সংখ্যা এশৰ কম নহ'ব।

## নগাওঁ ঃ

আতিশয্য আৰু ব্যাপকতাৰ ফালৰপৰা নগাৱেঁ এক স্পষ্ট নিদৰ্শন দাঙি ধৰে। প্ৰকৃততে বুৰ্জ্জোৱা দমন-নীতি কাৰ্য্যৰ নগাওঁ খনেই প্ৰধান দুৰ্ভাগ্যজনক লক্ষ্য স্থান বুলি ক'ব পাৰি। দুৰ্ব্বাৰ বিদ্ৰোহ আৰু পুলিচ মিলিটেৰীৰ কাৰ্য্যই উদণ্ড অমানুষিকতাৰ নিদৰ্শন দাঙি ধৰিছিল। মুঠতে জিলাখনত অন্যায় অত্যাচাৰৰ ৰাজত্ব চলিছিল।

১৯৪২ চনৰ কুৰি আগষ্ট তাৰিখে সন্ধিয়া পৰত এদল যুৱকক বেবেজীয়া দলঙৰ ওচৰত তাৰ তলত লুকাই থকা কিছুমান মিলিটেৰীয়ে আক্ৰমণ কৰি দুজন ডেকাক গুলিয়াই হত্যা কৰে। পিচ দিনা বহা দলঙৰ ওচৰত আন এজন ডেকাক গুলিয়াই মৰা হয়। পুৱণি কালৰ হুন আৰু টাৰ্টাৰবিলাকৰ দৰে মিলিটেৰীবিলাকক এইসকলৰ তেজে সান্ত্বনা দিব নোৱাৰাত তেওঁলোকে নিশা অতৰ্কিতে বেবেজীয়া গাৱঁত সোমাই সহায়হীন মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী ভেদে সকলোৰে ওপৰত অৱৰ্ণনীয় অত্যাচাৰ চলোৱাত আন্দোলন অতি ভয়ানক হৈ উঠিল। পুৱা সিহঁতে প্ৰায় ৪০০ মান লোকক গোটাই প্ৰখৰ ৰ'দত বেবেজীয়াৰপৰা নগাওঁ থানালৈ সঙ্গিন আৰু লাঠীৰ ভয় দেখুৱাই লৈ গৈছিল।

পুলিচ আৰু মিলিটেৰীৰ নৃশংসতাই মানৱতাৰ সীমা চেৰাই গৈছিল। আনকি তিনিদিনৰ আগতে প্ৰসৱ হোৱা এগৰাকী মহিলাক কেচুৱাটো লৈ লগত যাবলৈ বাধ্য কৰিছিল। সন্তানটোৰ বাটতে মৃত্যু হৈছিল আৰু মহিলা

গৰাকী বহুত দিন ধৰি অসুখত জীয়াতু ভুগিলে। জাৰ্মান ভাষাত কবৰ দৰে নগাওঁ নৈশ শক্তিৰ প্ৰভাৱত আছিল।

### মিলিটেৰীৰ নিষ্ঠুৰতা ঃ

বেবেজীয়া আৰু আন ঠাইবিলাকত মিলিটেৰী আৰু পুলিচে চোপ লৈ দোষীক চিকাৰ কৰিব খুজিছিল। গাওঁখনলৈ আগবাঢ়ি যোৱা মিলিটেৰীৰ খবৰটোৰ আগ-জাননী দিবলৈ গাৱঁৰ পহৰাদাৰী তিলক ডেকাই শিঙা বজাইছিল। পুনৰবাৰ শিঙা বজালে হত্যা কৰা হ'ব বুলি মিলিটেৰীয়ে ভয় দেখুৱাইছিল। যি কামত নিয়োজিত হৈছিল তিলকে তাৰ বিশ্বাসঘাটকতা কৰিবলৈ আপত্তি দৰ্শালে। এই কথাত চাৰ্জেণ্টটোৱে নিচেই কাষৰপৰা তিলকলৈ গুলি কৰিলে আৰু তেওঁৰ মূৰৰ খোলা ভাগি পৰি গ'ল।

এই বন্দুকৰ শব্দই গাৱঁৰ মানুহক সেই স্থানলৈ আমন্ত্ৰণ কৰিলে। গাৱঁৰ সকলো মানুহে হাতত টৰ্চ্চ লাইট লৈ সেই ঠাইত উপস্থিত হ'ল আৰু মহিলাসকলে মৃত্যু বৰণ বা গ্ৰেপ্তাৰ হ'বলৈ প্ৰথমেই আগবাঢ়ি ওলাল। মিলিটেৰীয়ে পুনৰ গুলি চলোৱাত থিতাতে ৬ জন লোকৰ মৃত্যু হ'ল। বন্দুকলৈ কেৰেপ নকৰি ৰাইজে তিলকৰ ৰক্তপ্লাৱিত দেহাটো সৎকাৰ কৰিবৰ কাৰণে সম্ভ্ৰমেৰে তুলি লৈ গ'ল। পিচদিনা পুৱা প্ৰায় ৩০০ তকৈ অধিক লোকক বন্দী কৰা হ'ল আৰু অমানুষিক ব্যৱহাৰ কৰা হ'ল।

এটা বগা কমাণ্ডাৰৰ নেতৃত্বত মিলিটেৰীয়ে এটা শান্তি সেনাৰ শিবিৰ আক্ৰমণ কৰে আৰু তাৰ সকলোকে আটক কৰি শান্তিসেনাসকলক কোবাবলৈ লগাই দিয়ে আৰু ঘৰটোত জুই লগাই দিয়ে। এই পিশাচসকলৰ কাৰ্য্যৰ প্ৰতিবাদ এজন সৰু ল'ৰাই কৰাত ল'ৰাটিক কমাণ্ডাৰে গোৰ মাৰি জুইৰ মাজত পেলাই দিছিল। কথমপি ল'ৰাটিয়ে বগুৱা বাই জুইৰ মাজৰপৰা ৰক্ষা পাবলৈ সক্ষম হ'ল আৰু গাৱঁৰ মানুহে ল'ৰাটিক তাৰপৰা আঁতৰাই লৈ গ'ল।

ত্ৰিবৰ্ণ পতাকাখনেই এই বুৰ্জোৱা পশুসকলৰ একমাত্ৰ লক্ষ্য আছিল। ৰহা হাইস্কুলৰ ওপৰত চাৰি-পাঁচ বছৰমান ত্ৰিবৰ্ণ পতাকাখন উৰি আছিল। কোনোবা এজন বগা চাহাব সেইফালে যাওঁতে পতাকাখন উৰি থকা দেখি স্কুললৈ সোমাই গ'ল আৰু পতাকাখন নমাবলৈ ক'লে। স্কুললৈ ছাত্ৰ আহিবলৈ বন্ধ কৰাত তেতিয়া স্কুল খালি আছিল। এই অতি অসন্মানজনক



কামটো কৰিবলৈ অমান্তি হোৱাত সেই মিলিটেৰী বিষয়াটোৱে শিক্ষকসকলৰ ওপৰত জপিয়াই পৰি গোৰ লাঠী মৰাৰ উপৰিও কোবাবলৈ ধৰিলে।

### ভোগেশ্বৰী ফুকননী ঃ

পুলিচ আৰু মিলিটেৰীৰ হিংসাত্মক কাৰ্য্যই চলি থকা সংঘৰ্ষৰ ওপৰত অন্ধকাৰৰ ছাঁ পেলালে। পুলিচৰ হাতত থকা বৰহমপুৰৰ কংগ্ৰেছ ভৱনত এটা ভোজ খোৱাৰ উদ্দেশ্যে সেই অঞ্চলৰ ল'ৰা, বুঢ়া, মহিলাসকলে ১৬ ছেপ্তেম্বৰ তাৰিখে গোট খাইছিল। নগৰৰপৰা ঠাইখন মাত্ৰ ৫ মাইল দূৰত। নগৰৰ ভালেমান লোকো তালৈ আহিছিল। পুলিচ আৰু মিলিটেৰীসকলে বৃটিছ সাম্ৰাজ্যৰ কাৰণে এই কাৰ্য্যত বিপদৰ গোন্ধ পাইছিল আৰু শীঘ্ৰে সেই ঠাইলৈ বন্দুক আৰু সঙ্গিন নিয়া হৈছিল। মিলিটেৰীয়ে কিছুমান ছোৱালীৰ হাতৰপৰা জাতীয় পতাকাখন কাঢ়ি নিবলৈ সক্ষম হ'ল।

ৰত্নমালা নামৰ এজনী ষোড়শী গাভৰুৰ লগত পতাকাখন কাঢ়ি নিয়ালৈ টনা-আজোৰা লাগিছিল। শেষত ছোৱালীজনী পৰি গ'ল আৰু পতাকাখনো তেওঁৰপৰা কাঢ়ি নিলে। এই কথাত ৰত্নমালাৰ আইতাক ভোগেশ্বৰী ফুকননী বৰ উত্তেজিত হ'ল। তেওঁৰ হাতৰ পতাকাখনৰ মাৰি ডালেৰে বগা চাহাবৰ মুখত খোচ মাৰি দিলে, যিটোৱে বগা চাহাবক উত্তেজিত কৰিবলৈ যথেষ্ট আছিল। তেওঁ এটা গুলিৰে সেই বুঢ়ী গৰাকীক বগৰাই দিলে।

### আৰু বহুতো মৰিল ঃ

তাৰ পিচতে প্ৰকাণ্ড ঢৌৰে অহা জোৱাৰৰ দৰে আগবাঢ়ি ছোৱালী-জনীক বচাবলৈ অহা জনতাৰ ওপৰত গুলি চলোৱা হ'ল। লক্ষ্মীৰাম হাজৰিকা আৰু ঠগীৰাম সুত আৰু বলো সুত ওচৰতে নিৰ্জীৱ শিলামূৰ্ত্তিৰ দৰে বৈ থকা অৱস্থাতে গুলিত বাগৰি পৰে আৰু বহুতে ঘূণীয়া হয়। ৰাইজে গোটেই নিশা শ কিটা বেৰি থাকে, ফুলেৰে সজ্জিত কৰে, পুৱা ফটো লয় আৰু এটা বিৰাট শোভাযাত্ৰাৰে এই বীৰ-বীৰাঙ্গনাসকলক শ্মশানলৈ লৈ যায়।

মহান নেপোলিয়নৰ ঘটনাৰ দৰে সৰু একোটা কথায়ো ইতিহাস ৰচনা কৰে। লক্ষ্মী হাজৰিকাই এটা স্মৰণীয় কথা আৰু ইতিহাস এৰি গৈছে। তেওঁ মৰণৰ লগত সংগ্ৰাম কৰি থকা অৱস্থাতে জেপত খেপিয়াই এটা এক-অনীয়া আৰু ছয় পয়চা উলিয়াই দেশৰ কাৰণে খৰছ কৰিবলৈ তেওঁক আৰৰি

থকা লোকৰ হাতত দি গৈছে। তেজ আৰু মুদ্ৰাৰে এইটোৱেই দেশৰ স্বাৰ্থৰ কাৰণে দিয়া তেওঁৰ শেষ দান।

বুৰঞ্জীত এনে আত্ম-বলিদান আৰু ত্যাগৰ নিদৰ্শন নিচেই কম। দেৰশ বছৰ বৃটিছ শাসনাধীন হৈ থাকিও ভাৰতীয় জনসাধাৰণৰ মনত মহান ত্যাগৰ কাৰণে উদ্‌গণি জনোৱা প্ৰকৃত উৎসাহ অব্যাহত আছিল।

### *এখন পূৰ্ণ ছবি ঃ*

মিলিটেৰী আৰু পুলিচৰ অত্যাচাৰৰ এটা সম্পূৰ্ণ প্ৰতিচ্ছবি সেই সময়ত নগাওঁ উকীল সন্থাই গ্ৰহণ কৰা এটা প্ৰস্তাৱৰ যোগে পোৱা যায়।

"এই সন্থাই দুখেৰে অনুভৱ কৰে যে জিলাখনত প্ৰশাসন চলি থাকোঁতে জিলা মেজিষ্ট্ৰেটৰ বঙলাৰ মাত্ৰ দুই ফাৰ্লং আঁতৰত চৰকাৰী হাইস্কুলত ১৯৪২ চনৰ ১৬ ছেপ্তেম্বৰ তাৰিখে অনেক লোকক, য'ত ডেকা-সকলেই সংখ্যাধিক, গাওঁ অঞ্চলৰপৰা গ্ৰেপ্তাৰ কৰি আনি থানালৈ নিয়াৰ আগতে মিলিটেৰীয়ে অতি নগ্নভাবে অত্যাচাৰ আৰু দমন কৰিছে, জনসাধাৰণৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিছে আৰু বেত, গোৰ আদি নিৰ্দ্দয় ভাবে ব্যৱহাৰ কৰিছে।

এই গ্ৰেপ্তাৰ কৰা লোকসকলক থানালৈ বা আদালতৰ লক-আপলৈ নিনি কিয় মিলিটেৰী থকা চৰকাৰী হাইস্কুললৈ নিয়া হ'ল এই কথা সন্থাই বুজিবলৈ টান পাইছে। গাওঁ অঞ্চলৰ লোকসকল কেনেদৰে জীৱনৰ নিৰাপত্তা নোহোৱাকৈ অসহায় অৱস্থাত জীৱন নিৰ্ব্বাহ কৰিব লগা হৈছে এই এটা উদাহৰণেৰেই সন্থাক সজাগ কৰি তুলিছে।

এইটো জানিবপৰা গৈছে যে কিছুমান ছাত্ৰক জাতীয় পতাকা উত্তোলন কৰিবলৈ যাওঁতে আটক কৰি নগাৱঁৰ মিলিটেৰীৰ প্ৰধান কাৰ্য্যালয় আৰু মিলিটেৰী বঙলালৈ আনি নিৰ্দ্দয় ভাবে বেত দিয়া আৰু গোৰ মৰা হৈছে। ১৯৪২ চনত ১০ ছেপ্তেম্বৰ তাৰিখে এনে ধৰণৰ অমানবীয় ব্যৱহাৰ জাগী, দৰঙ্গীয়া গাৱঁৰ মানুহকো কৰা হৈছিল। কিছুমান লোকক শাৰী পাতি থকা মিলিটেৰীৰ মাজেদি যাবলৈ দিয়া হৈছিল, তেওঁলোকক লঠিয়াবৰ আৰু অপমানিত কৰিবৰ কাৰণে। ইয়াৰ ফলত বহুতে জখম হৈছিল। এইবোৰ মিলিটেৰীৰ নিৰ্দ্দয়তা আৰু অপ্ৰয়োজনীয় দমনতাৰ আন আন নিদৰ্শন।

এই ঘটনা মুনিহ-তিৰোতাকে লৈ ভালেমান লোক আটক হোৱাৰ



পিচত ঘটিছিল। তেওঁলোকক মিলিটেৰীৰ দুটা শাৰীৰ মাজেদি যাবলৈ দিয়া হৈছিল আৰু মিলিটেৰীয়ে পাৰ হৈ যোৱা লোকসকলক এটা এটাকৈ চৰিয়াইছিল। এই আটক হোৱা লোকসকলে এনে ব্যৱহাৰেই গ্ৰহণ কৰিব লগা হৈছিল। এই সন্থাই সেই কাৰণে মিলিটেৰীৰ এই আতিশয্যৰ বাবে আৰু তেওঁলোকে অমানুষিক ব্যৱহাৰ কৰাৰ ঘোৰ প্ৰতিবাদ জনায় আৰু স্থানীয় কৰ্ত্তৃপক্ষক আৰু অসম চৰকাৰক এনে দুখজনক ঘটনাৰ অৱসান ঘটাবলৈ অনুৰোধ জনায়।

### *কামৰূপ ঃ*

২৫ ছেপ্তেম্বৰ তাৰিখে জালাহত হোৱা এখন সভাত যোগদান কৰি ঘূৰি আহোঁতে সাদেৰী গাৱঁৰ ৰাউটৰাম দাস আৰু বজালি হাইস্কুলৰ ৮ম মান শ্ৰেণীৰ ছাত্ৰ মদনচন্দ্ৰ বৰ্ম্মণক পাটাচাৰকুচি থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই গুলি কৰি হত্যা কৰে।

কেইজনমান মানুহে সভাৰপৰা আহি আলিৰ কাষৰ এজোপা গছৰ তলত জিৰাওঁতে তেওঁ দিহা-দিহি গুচি যাবলৈ আদেশ দিয়ে। যি হেতুকে তেওঁলোকে তাত মিটিং কৰা নাছিল সেই কাৰণে দিহা-দিহি যাবলৈ অমান্তি হোৱাত পুলিচ বিষয়াই তেওঁলোকৰ ওপৰত গুলি চলায় আৰু দুজনক মৃত্যু-মুখত পেলায়। ইয়াৰ পিচতে তেওঁ ঘূৰি আহোঁতে আন এটা দলক লগ পায় আৰু তেওঁলোকৰ ওপৰতো গুলি চালনা কৰি কেইজনমানক ঘূণীয়া কৰে।

বিধান সভাৰ মজিয়াত ৰোহিণীকুমাৰ চৌধুৰীয়ে প্ৰশ্ন কৰাত চাৰ মহম্মদে তলত দিয়া উত্তৰ দিয়ে—

"মই পিচৰ সিদ্ধান্তত এনেদৰে আহিব পাৰিছো যে সভা-সমিতি শোভাযাত্ৰাৰ যোগেদি কংগ্ৰেছ দলৰ সন্মান বজায় ৰাখিবলৈ আৰু ক্ষমতা সাব্যস্ত কৰিবলৈ চেষ্টা চলোৱা হৈছে আৰু বৰ্ত্তমানৰ শাসনাধিস্থিত চৰকাৰৰ ঠাইত ঠায়ে ঠায়ে সমান্তৰাল চৰকাৰ গঠনৰ চেষ্টা চলোৱা হৈছে। মোৰ বন্ধুৱে বিধান সভাত উল্লেখ কৰা দৰঙৰ গহপুৰ আৰু ঢেকিয়াজুলি, নগাৱঁৰ বৰহমপুৰ আৰু কামৰূপৰ পাটাচাৰকুচিৰ দুৰ্ভগীয়া ঘটনা এই কাৰণেই সংঘটিত হৈছে।"

কামৰূপ জিলাৰ সৰভোগৰ আকাশীযানৰ ঘাটিৰ ঘটনাটো স্মৰণীয়। ১৯৪২ চনৰ ২৬ আগষ্টত এই ঘটনা ঘটিছিল। অতি গভীৰ বিপদৰ মাজতো

জনতাই নিজকে সংগঠিত কৰিবপৰা আৰু শক্তি একত্ৰিত কৰি কাম কৰিব পৰাৰ ই এটা উদাহৰণ। হেজাৰ হেজাৰ লোকে আকাশীযানৰ পথাৰ যুক্ত-ভাৱে আক্ৰমণ কৰাৰ ই নিদৰ্শন। যি সময়ত স্বাধীনতাৰ দাবী মানি নোলোৱাকৈ জনসাধাৰণে যুদ্ধৰ কোনো কাৰ্য্যতে সহায় নকৰিবৰ কাৰণে সংকল্প গ্ৰহণ কৰিছিল, তেনে সময়ত মিলিটেৰী ঠিকাদাৰে জমা কৰি ৰখা খেৰ, বাঁহ, তিনিখন এম, ই, এচ্, গাড়ী, পৰিদৰ্শন বঙলা আৰু বহু এম, ই, এচ্-ৰ থকা ঘৰ জুই লগাই দি ভস্মীভূত কৰে। এই জুই অতি ওপৰলৈকে উঠিছিল আৰু ১৬ মাইলৰ আঁতৰত থকা বৰপেটাৰ মহকুমাধিপতিৰ চকুত পৰিছিলগৈ। নিজৰ গাড়ীৰে লৰালৰিকৈ তেওঁ ফেৰীঘাটলৈ গ'ল কিন্তু ওপৰঞ্চি মিলিটেৰী যাব নোৱাৰাকৈ সকলো বাটপথ বিচ্ছিন্ন কৰি থোৱা হৈছিল। ইয়াৰপৰা ইয়াকে বুজিবলৈ দিয়া হৈছিল যে যিখন যুদ্ধলৈ ভাৰতবৰ্ষক আজুৰি নিয়া হৈছে সেইখন ভাৰতবৰ্ষৰ যুদ্ধ নহয়, এইখন হৈছে দুটা অতি নিম্নস্তৰৰ ৰাজতন্ত্ৰৰ মাজত হোৱা যুদ্ধ, য'ত তেওঁলোকৰ কোন বেছি ক্ষমতাশালী তাক প্ৰমাণ কৰিবলৈ বিচৰা হৈছে। গতিৰ মহিলাসকলে পাঠশালাৰ থানাখন আক্ৰমণ কৰি এদিন অৱৰুদ্ধ কৰি ৰাখে।

*পূব অসম ঃ*

যোৰহাট আৰু শিৱসাগৰ মহকুমাত গাওঁ অঞ্চলৰ ছাত্ৰ আৰু ৰাইজে চৰকাৰী কাৰ্য্যালয় আৰু কাছাৰিৰ আগত বিক্ষোভ প্ৰদৰ্শন কৰিছিল। বিদেশীৰ তলত কাম কৰি বিদেশী শাসন অব্যাহত ৰখাৰ কাৰ্য্যত কৰ্ম্মচাৰী-সকলক বাধা দিয়াৰ কাৰণে ডাঙৰ ডাঙৰ শোভাযাত্ৰা উলিওৱা হৈছিল আৰু সভা-সমিতি পতা হৈছিল। যোৰহাটত কিছুমান সৰু সৰু ল'ৰাক আটক কৰি গাড়ীত ভৰাই লৈ নামবৰ হাবিত বনৰীয়া জন্তুৰ খাদ্য হবৰ কাৰণে এৰি দিছিল গৈ।

এই জিলাবিলাকত গঠনমূলক কাম আৰু বাধাযুক্ত কাৰ্য্য দুয়োটাই অব্যাহত ভাবে চলাই ৰখা হৈছিল। গঠনমূলক কামৰ হিচাবত প্ৰত্যেকখন গাওঁকে একোখন ৰাষ্ট্ৰলৈ পৰিণত কৰিবলৈ বিচৰা হৈছিল য'ত একোজন ৰাষ্ট্ৰপতিয়ে প্ৰতিনিধি হিচাবে প্ৰশাসনীয় কাম চলাব। সকলো ব্যৱস্থাৰে টিয়ক, চাবিগাওঁ, হাতীগড়ত এনে ধৰণৰ সৰু সৰু স্বাধীন ৰাষ্ট্ৰ গঠন হৈছিল।

আন বাধাযুক্ত প্ৰচেষ্টা আছিল মিলিটেৰীক খাদ্য-সম্ভাৰ যোগান ধৰাটো



বন্ধ কৰা। প্ৰকৃততে ৰাজ্যৰ ই এখন আত্মনিৰ্ভৰশীল আঁচনি আছিল। এনে ব্যৱস্থা লোৱাৰ ফলত মিলিটেৰীক ছাগলী, জন্তু, কুকুৰা, ধান আদি দিয়া বন্ধ হৈছিল। ইয়াক কাৰ্য্যত প্ৰতিফলিত কৰিবলৈ যাওঁতে সাধাৰণতে পুলিচ আৰু মিলিটেৰীৰ লগত ৰাইজৰ সংঘৰ্ষ হৈছিল। লাঠী, সঙ্গিন চালনা আৰু দলে দলে আটক কৰা কাম দৈনন্দিন ঘটা ঘটনাৰ দৰে হৈছিল।

যোৰহাটৰ টিয়কত হোৱা লাঠী চালনা অতি স্মৰণীয়। ইয়াতে বাধাদানৰ আঁচনি কৃতকাৰ্য্য হৈছিল। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াৰ কাৰণে এই কৃতকাৰ্য্যতা অসহনীয় হৈছিল আৰু কংগ্ৰেছী লোকক এশিকনি দিয়াৰ বাবে প্ৰস্তুত হৈছিল। থানাৰ কাষতে থকা কংগ্ৰেছ অফিচত যেতিয়া প্ৰায় ৪০০ মান লোক লগ খাইছিল তেতিয়াই পুলিচৰ সেই শুভক্ষণ মিলিছিল। সেই নিৰ্ভীক পুলিচ বিষয়াই যোৰহাট টাউনৰপৰা মিলিটেৰী নিয়াৰ বাবে অনুৰোধ পঠালে। চিকাৰৰ ওপৰত জপিয়াই পৰাৰ দৰে পুলিচ আৰু মিলিটেৰীয়ে ৰাইজৰ ওপৰত জপিয়াই পৰিল আৰু মুনিহ, তিৰোতা, লৰা-ছোৱালীৰ ওপৰত সঙ্গিন আৰু লাঠীৰে আক্ৰমণ চলালে। জাতীয় পতাকাখন মহিলাসকলৰপৰা কাঢ়ি নিবৰ প্ৰয়াসেৰে সঙ্গিন আৰু লাঠীৰে প্ৰহাৰ কৰিলে। এই কামত দুজন বেয়াকৈ ঘূণীয়া হৈছিল। যোৰহাটৰ প্ৰবীন কংগ্ৰেছ নেতা শশীধৰ মলিয়া বৰুৱা বহুকাললৈ ঘূণীয়া হ'ল।

*শিৱসাগৰ ঃ*

শিৱসাগৰ টাউনলৈ অহা সকলো বাট-পথতে পুলিচ আৰু মিলিটেৰীয়ে চোকা নজৰ ৰাখিছিল। তত্ৰাচ ১৯৪২ চনৰ ২০ চেপ্তেম্বৰ তাৰিখে প্ৰায় ১৫ হেজাৰ লোকৰ এটা সমাৰেশ টাউনত হৈছিল আৰু দেশৰ স্বাধীনতা আৰু বৃটিছ শাসনৰ অৱসানৰ দাবীৰ ধ্বনি তুলি আলিবাটেদি শোভাযাত্ৰা কৰি আহিছিল। জয়সাগৰ আৰু পলিটেকনিক স্কুলৰ কাষত পুলিচ আৰু মিলিটেৰীয়ে শোভাযাত্ৰাকাৰীসকলৰ ওপৰত সঙ্গিন ব্যৱহাৰ কৰিছিল। কুৰিজন লোক সেইদিনা জখম হয়।

মানুহৰ সহ্য কৰাৰ এটা সীমা আছে। চৰকাৰে দমনৰ বাবে লোৱা ব্যৱস্থাৰ কাৰণে আন্দোলনটো সংগোপনে চলোৱা হ'ল। স্বাভাৱিকতে জনসাধাৰণৰ মনত বিদ্ৰোহাত্মক ভাৱ সুদৃঢ় হ'ল। তেওঁলোকে চৰকাৰৰ হিংসাত্মক কাৰ্য্যৰ প্ৰতিবিধান কৰিবলৈ সাজু হ'ল আৰু জনসাধাৰণে ছেগা-

চোৰোকাকৈ কৰা ধ্বংসাত্মক কাৰ্য্যই চৰকাৰৰ সকলো কাৰ্য্যক তল পেলালে। ১৯৪২ চনৰ ছেপ্তেম্বৰ আৰু ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহৰ ভিতৰত বৈপ্লৱিক বিচাৰধাৰাৰ অনেক প্ৰচাৰ-পত্ৰ প্ৰকাশ হ'ল। এই প্ৰচাৰ-পত্ৰবিলাকে ৰেল লাইন উঠোৱা আৰু টেলিফোন, টেলিগ্ৰাফ আদিৰ দ্বাৰা কাছাৰী আৰু চৰকাৰী কাৰ্য্যালয়ৰ লগত থকা যোগাযোগৰ ব্যৱস্থাসমূহ বিচ্ছিন্ন কৰিবলৈ উদগণি দিছিল।

এই তলে তলে চলোৱা আন্দোলনটোৱে যুবকসকলৰ বৈপ্লৱিক মনোভাবৰপৰা শক্তি আহৰণ কৰিছিল। তেওঁলোকে বৃটিছ শক্তিৰ প্ৰতীক-বিলাক ধ্বংস কৰাৰ কথা ভাবিছিল আৰু কৃতকাৰ্য্যও হৈছিল। বাস্তৱ পথেদি বিপ্লৱী ধাৰা অনুসৰণ কৰিবলৈ মৃত্যু-বাহিনী গঠন কৰিছিল। নৱেম্বৰ মাহৰ পৰা পিচলৈ আন্দোলনটোৰ ই এটা গতানুগতিক ধাৰা হৈ পৰিল।

আমাক দিয়া পুলিচৰ ৰিপোৰ্ট মতে ৬টা ৰেলগাড়ী বগৰোৱা ঘটনা হৈছিল; তাৰে দুটা বেয়াকৈ হৈছিল আৰু ভালেমান প্ৰাণনাশ হৈছিল। ৰঙিয়াৰ ওচৰত হাতীখলা দলঙত এখন মিলিটেৰী ফৌজ অনা গাড়ী বগৰোৱা হৈছিল। ১৯৪৪ চনৰ ফেব্ৰুৱাৰী মাহত শিৱসাগৰৰ লাকুৱাত এখন যাত্ৰী-বাহী ৰেলগাড়ী বগৰাইছিল। সৰুপথাৰত বগৰোৱাখন মিলিটেৰীৰ বস্তু-বাহানি অনা গাড়ী আছিল। ইয়াৰ উপৰি টেলিগ্ৰাফ অফিচ, কলেজ আৰু ৰেলষ্টেচনৰ প্লেটফৰ্ম্মত ফুটাবলৈ কিছুমান কেঁচা বোমা তৈয়াৰ কৰিছিল। এনে ধৰণৰ আন্দোলন মহাত্মা গান্ধীয়ে আগাখাঁ প্ৰাসাদৰপৰা ভাইচৰয়লৈ লিখা চিঠিৰ পিচৰপৰাই বন্ধ হয়।

আন্দোলনটো জুইৰ ফিৰিঙটিৰে এটা আগ্নেয়গিৰিৰ দৰে উত্তপ্ত আছিল। চাৰি মাহৰ কাৰণে অসামৰিক প্ৰশাসন একেবাৰে অচল হৈ পৰিছিল আৰু অসমৰ পুলিচসকলক গণ্ডগোলীয়া অঞ্চলত থোৱাই চৰকাৰৰ কাম আছিল।

### কুশল কোঁৱৰ ঃ

এই আন্দোলনটোত দুজন লোকৰ প্ৰতিচ্ছবি জ্বলন্ত হিচাবে চকুত পৰে। অসমত বৃটিছ শাসন প্ৰবৰ্ত্তন হোৱাৰ আগলৈকে ৬ শ বছৰ ৰাজত্ব কৰা আহোম বংশৰ সন্ততি কুশল কোঁৱৰে দেশপ্ৰেমত আপ্লুত হৈ হাঁহি মুখে ফাঁচি-কাঠত উঠিছিল। অসমৰ মিৰি সম্প্ৰদায়ৰ কমলা মিৰি আগষ্ট বিপ্লৱৰ আন এজন বীৰ আছিল।



চৰকাৰৰ পক্ষ সমৰ্থনকাৰী এজন সাক্ষীৰ কথাতে সৰুপথাৰত ৰেল গাড়ী বগৰোৱা কাৰ্য্যত এজন নিৰপৰাধী লোক কুশল কোঁৱৰক লিপ্ত কৰা হ'ল। অতি দৃঢ়মনা, শুৱনি, শকট-আৰট, কংগ্ৰেছৰ আদৰ্শত বিশ্বাসী কুশল কোঁৱৰে দেশপ্ৰেমৰ বাবে ফাঁচি-কাঠত জীৱন ত্যাগ কৰিলে। এজন সহবন্দিৰ কথা—১৯৪৩ চনৰ ২৫ জুন তাৰিখে তেওঁক ফাঁচি দিয়াৰ আগদিনা আমি জেলত থকা লোকসকলে তেওঁক লগ ধৰিলো। তেওঁ স্বাভাৱিক ভাবেই বিচলিত নোহোৱাকৈ আছিল আৰু হাঁহি মুখে আমাক আদৰণি জনাইছিল। তেওঁৰ মুখত ঐশ্বৰিক জ্যোতি দেখা গৈছিল। এই পৰিস্থিতিয়ে আমাৰ অন্তৰৰ দুখ আৰু বেদনা অনেক লাঘৱ কৰিছিল আৰু সাহস আৰু গৌৰৱ যোগাইছিল; লগে লগে এই মহান বীৰজনৰ কাৰ্য্যত তৱধ মানিছিলো।

ইতিহাসে সেই ঘটনাৰ কথা চকুত দাঙি ধৰে। তেওঁৰ শেষ বাণী-কিটা দাৰ্শনিক তথ্যযুক্ত আৰু অনুপ্ৰেৰণাদায়ক। 'যি জন্ম গ্ৰহণ কৰিছে তেওঁৰ মৃত্যু অনিবাৰ্য্য। আৰু এই কামটোৰ বাবে ভগবানে হে সকলোৰে মাজৰপৰা মোক বাচি লৈছে তাৰ বাবে মই সুখী। ভগবানে মোক ভাল পায়।' তেওঁৰ মতে জীৱন অবিনশ্বৰ আৰু মৃত্যু হৈছে পৃথিবীৰপৰা আঁতৰাই নিয়া ব্যৱস্থা। যেতিয়া শেষ মুহূৰ্ত্ত আহিল, অকণো বিচলিত নোহোৱাকৈ তেওঁ ফাঁচি-শালত উঠিল; তেওঁৰ চাৰিও কাষে থকা সকলোকে বিদায় মাগিলে, বৈষ্ণৱ কীৰ্ত্তনৰ এটা ফাকি গালে 'পাৰ কৰা দীননাথ সংসাৰ সাগৰ' আৰু শেষ নিঃশ্বাস পেলালে।"

### কমলা মিৰি ঃ

কাৰাবাসত ধৈৰ্য্যেৰে মৃত্যুক আঁকোৱালি লোৱা কমলা মিৰি স্থিতপ্ৰজ্ঞৰ প্ৰতীক। জেল কৰ্ত্তৃপক্ষই ভৱিষ্যতে কোনো আন্দোলনত যোগ নিদি ভাল হিচাবে থাকিব বুলি লিখি দিবলৈ পৰামৰ্শ দিছিল। কিন্তু অসম মাতৃৰ এই সাহসী সন্তানজনে তাক অসৎ পৰামৰ্শ বুলি ধৰি মৃত্যুৰ দিন গণি থকা অৱস্থাতে এনে অপমানজনক কাম কৰিবলৈ মান্তি নহ'ল। মৃত্যুৰ এদিন নে দুদিনৰ আগত জেইলাৰে শেষবাৰ এনেদৰে লিখি দিবলৈ পৰামৰ্শ দিয়াত তেওঁ এটা উপযুক্ত উত্তৰ দিলে, "মই এই কষ্ট মোৰ ব্যক্তিগত লাভৰ কাৰণে কৰা নাই। কৰিছোঁ তোমালোকৰ আৰু সকলোৰে কাৰণে। তুমি কিয় এখন প্ৰতিশ্ৰুতি লিখি দিবলৈ ধৰি আছা?"

কমলা মিৰিয়ে জেলত থাকোঁতেই লিখিবলৈ আৰু পঢ়িবলৈ শিকিছিল। যাতে কংগ্রেছৰ ৰিপোর্টবোৰ তেওঁ নিজে লিখিব পাৰে তাৰ বাবে তেওঁ লিখিবলৈ আৰু পঢ়িবলৈ শিকিছিল। তেওঁৰ ৰাৰ্দ্ধা যঁতৰৰ প্ৰতি ঐকান্তিক মোহ আছিল আৰু জেলত থাকোঁতেই সূতা কাটিবলৈ শিকিছিল। বৰ্ণবিলাক পঢ়াৰ দৰেই সূতা কটাতো শ্ৰীযুত গোপীনাথ বৰদলৈ তেওঁৰ বৰ মৰমৰ শিক্ষক আছিল।

### *কলেক্টিভ টেক্স ঃ*

কলেক্টিভ টেক্স নিৰ্ব্বিচাৰে লগাইছিল আৰু অতি নিৰ্দ্দয়ভাবে আদায় কৰিছিল। সৈন্যসকলক গাওঁবিলাকলৈ পঠাই দিয়া হৈছিল। এওঁলোকে মানুহক ভয় দেখুৱাইছিল, গাওঁবোৰত লুটপাত কৰিছিল আৰু জোৰ কৰি ঘৰৰ ভিতৰত সোমাই দুখীয়া লোকৰ ধনৰ চন্দুকবোৰ ভাঙিছিল আৰু মহিলা সকলক অপমান কৰিছিল। বিভিন্ন জিলাত লগোৱা টেক্সৰ হিচাব তলত দিয়া হৈছে—

| জিলাৰ নাম | কিমান টকা লগোৱা হৈছিল |
|---|---|
| চিলেট | ২০০০ টকা |
| লক্ষীমপুৰ | ১০,০০০ টকা |
| শিৱসাগৰ | ১,৪৩,০০০ টকা |
| নগাওঁ | ৮৭,৫০০ টকা |
| দৰং | ৮২,২০০ টকা |
| কামৰূপ | ৭০,৫৮৭ টকা |
| গোৱালপাৰা | ১৫,০০০ টকা |

আচল হিচাবত আৰু একলাখ পঁচিশ হেজাৰ টকা বঢ়াই ধৰিব পাৰি। চৰকাৰে এই হিচাব কমকৈ দেখুৱাইছে।

### *নিধানু ৰাজবংশী ঃ*

কলেক্টিভ টেক্স সংগ্ৰহৰ ক্ষেত্ৰত হোৱা মৰ্ম্মন্তুদ ঘটনা হ'ল নিধানু ৰাজবংশীৰ মৃত্যু। তেওঁ গোৱালপাৰাৰ ককিৰা নামে গাৱৰ লোক। অসম বিধান সভাত শ্ৰীৰোহিণী কুমাৰ চৌধুৰীয়ে দিয়া বক্তৃতাৰপৰা প্ৰকৃত সত্য তলত দাঙি ধৰা হ'ল—



"নিধানু ৰাজবংশীৰপৰা মাত্ৰ ৮ টকা কলেক্টিভ টেক্স আদায় কৰিবলৈ এজন চিপাহী পঠোৱা হৈছিল। নিধানু নগদ টকা দিবলৈ অসমৰ্থ আছিল, গতিকে চিপাহীয়ে তেওঁৰ একমাত্ৰ হালোৱা গৰু হালকে অধি গ্ৰহণ কৰে। গৰুহাল উলিয়াই আনোঁতে সেই হালেই তেওঁৰ একমাত্ৰ হালোৱা গৰু বুলি প্ৰতিবাদ কৰিছিল। এই কথাত চিপাহীয়ে তেওঁক ককৰ্থনা কৰে আৰু গৰুহাল ঘূৰাই দিয়ে।

"নিশা ১১মান বজাত মহকুমাধিপতিয়ে ধুবুৰীৰপৰা ঘূৰি যাওঁতে এই ঘটনাৰ ৰিপোর্ট পাই দুজন ইউৰোপীয় বিষয়া আৰু দুই লৰী সশস্ত্ৰ চিপাহী লৈ সেই ঠাইত উপস্থিত হয়। মহকুমাধিপতিয়ে এটা জ্বলা চাকিৰে মানুহজনক এটা বন্ধ ঘৰত থকা পায়গৈ। তেওঁক ওলাই আহিবলৈ কোৱা হ'ল কিন্তু তেওঁ তাত অমান্তি হ'ল। এই কথাত মহকুমাধিপতিয়ে ঘৰটো বেৰি ধৰি গুলি চলাবলৈ হুকুম দিলে। এই বগা চাহাবে গুলি চালালে। দুটা গুলি মৰা হৈছিল আৰু আন কেইটামান গুলিয়ে মানুহজনৰ আঠুত আঘাত কৰিলে আৰু তেজেৰে লুতুৰি-পুতুৰি হৈ তেওঁ পৰি গ'ল। এটা গুলিয়ে বিপৰীত ফালে এখন বেৰ ফালি বাহিৰত ৰৈ থকা এটা চিপাহীৰ গাত লগাত থিতাতে মৰি যায়। এই কথাত চিপাহীবোৰে দুৱাৰখন জোৰেৰে খুলি সঙ্গিনেৰে নিধানুক বলীয়া গাহৰিৰ দৰে খুচিবলৈ ধৰে আৰু তেওঁৰ মৃত্যু হ'ল। সেই কাৰণে সন্মানিত মুখ্যমন্ত্ৰীৰ ওচৰত মোৰ নিবেদন—যদি ঘটনা এনেকুৱাই হয় তেন্তে যাৰ অবিচাৰৰ কাৰণে এনেদৰে এজন লোকক হত্যা কৰা হ'ল তেওঁৰ ওপৰত এজন ৰাজহুৱা কৰ্ম্মচাৰীৰ দৰে নৰহত্যাৰ বিচাৰ হব লাগে।"*

(শ্বহীদ স্মৃতিগ্ৰন্থৰ সৌজন্যত)

*এই ঘটনাটো শেষত মুখ্যমন্ত্ৰী মহম্মদ চাহুল্লাই সত্য বুলি স্বীকাৰ কৰে।

# আমি স্বাধীনতা সংগ্ৰামলৈ কেনেকৈ আহিলো

**শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী**

১৯১৯ চনত বালগঙ্গাধৰ তিলকৰ লোকান্তৰ ঘটিলত মহাত্মা গান্ধীক ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাই অবিসম্বাদী নেতা হিচাপে গ্ৰহণ কৰিলে। প্ৰথম বিশ্বযুদ্ধ শেষ হৈ যোৱাৰ পিচত ভাৰতক স্বায়ত্ব-শাসন দিয়াৰ ক্ষেত্ৰত বৃটিছ চৰকাৰে যুদ্ধৰ সময়ত দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰি ভাৰতৰ প্ৰতি বিশ্বাস-ঘাটকতা কৰিলে। ভাৰতৰ অমৰাত্মা ক্ষুব্ধ হৈ উঠিল কিন্তু সেই ক্ষুব্ধতাৰ স্ফূৰণ কেনেদৰে হব সেই বিষয়ত নেতাসকল বিমোৰত পৰিছিল। মহাত্মা গান্ধীয়ে অহিংস আৰু শান্তিপূৰ্ণ সত্যাগ্ৰহৰ মাজেদি তাৰ বিকাশ বিচাৰিলে। অইন দ্বিতীয় পন্থা এটি আন কোনেও দিব নোৱাৰাত নেতা সকলৰ কাৰো কাৰো মনত গান্ধীজীৰ নেতৃত্ব সম্পৰ্কত দ্বিধা ভাৱ থাকিলেও ভাৰতৰ স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰত গান্ধীজীৰ নেতৃত্ব সকলোৰে মানি লবলৈ ৰাজী হ'ল।

ৰাওলাট আইনক কেন্দ্ৰ কৰি ভাৰতীয় স্বাধীনতা আন্দোলন মূৰ্ত্ত হৈ উঠিল। মহাত্মা গান্ধীয়েও কেনেদৰে আন্দোলন আৰম্ভ কৰিব লাগে সেইটো চিন্তা কৰি বিমোৰত পৰিছিল। গান্ধীজীৰ অগাধ ভগৱত-বিশ্বাসে তেখেতক পথৰ সন্ধান দিলে। তেখেতে অশৰীৰী বাণী ( Inner Voice ) শুনিলে। ৬ এপ্ৰিল তাৰিখে ভাৰতৰ সকলো লোককে উপবাসে থাকি হৰতাল কৰিবলৈ আহ্বান জনালে। আমি তেতিয়া মধ্য ইংৰাজী স্কুলৰ তৃতীয় মান শ্ৰেণীত পঢ়িছিলো। হৰতাল শব্দটো আমি তেতিয়াই প্ৰথম শুনিলো। তাৰ পিচত বিজুলী সঞ্চাৰে দেশব্যাপী প্ৰবল আলোড়নৰ সৃষ্টি হ'ল। ক্ৰমে ক্ৰমে আন্দোলন গাৱেঁ-ভূঁয়ে বিয়পি পৰিল। গাৱেঁ-গাৱেঁ কংগ্ৰেছৰ শাখা গঠন হব ধৰিলে আৰু পূৰ্ণোদ্যমে তিলক স্বৰাজ্য ভাণ্ডাৰলৈ টকা সংগ্ৰহৰ কাম আৰম্ভ হ'ল।

১৯২১ চনত গান্ধীজী গোটেই ভাৰতবৰ্ষ পৰিভ্ৰমণৰ কাৰ্য্যক্ৰম লৈ অসমলৈও আহিছিল। তেতিয়া আমি পোনপ্ৰথমে সৰভোগ ৰেল ষ্টেচনত গান্ধীজীৰ দৰ্শন লাভ কৰিছিলো। গান্ধীজীৰ সম্পৰ্কত সেই সময়ত বহুতো অলৌকিক কাহিনী মানুহৰ মুখে মুখে প্ৰচাৰ হৈছিল। অসমত সেই সময়ত



আমি তিনি গৰাকী নেতাৰ নাম শুনিছিলো। তেখেতসকল আছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু কুলধৰ চলিহা ডাঙৰীয়া।

আমাৰ মৌজা কংগ্ৰেছ কমিটীত আমাৰ খুড়া এগৰাকী সম্পাদক নিৰ্ব্বাচিত হৈছিল। তেখেতে চৰকাৰী মণ্ডলৰ কাম ইস্তফা দি আন্দোলনত যোগ দিছিল। সম্পাদক নিৰ্ব্বাচনৰ কেইদিনমান পিচতে পুলিচে আমাৰ ঘৰ খানাতালাছ কৰিছিল। আন্দোলনৰ বাবে তেতিয়া আমাৰ স্কুলৰ ছাত্ৰসংখ্যা কমি যোৱাত স্কুল বন্ধ হোৱাৰ বাবে আমি ঘৰতে আছিলো। আমাৰ ঘৰ পুলিচে খানাতালাছ কৰাত আমি আমাৰ বয়সৰ ল'ৰাবিলাকৰে সৈতে লগ লাগি 'মহাত্মা গান্ধী কি জয়', 'ভাৰত মাতা কি জয়', 'বন্দে মাতৰম্' ইত্যাদি ধ্বনিৰে ৰাস্তাত শোভাযাত্ৰা কৰাৰ কথা এতিয়াও আমাৰ মনত সজীৱ হৈ আছে। বহুতো লোক জেললৈ গ'ল। তাৰ পিচত চৌৰি-চৌৰাৰ দুৰ্ঘটনাৰ বাবে মহাত্মা গান্ধীয়ে আন্দোলন বন্ধ কৰি দিলে, আৰু মহাত্মা গান্ধীৰ ছবছৰ কাৰাবাসৰ হুকুম হ'ল।

তাৰ পিচত কংগ্ৰেছৰ ভিতৰতে এটা দলে, বিধান সভা আৰু বিধান পৰিষদলৈ গৈ ভিতৰৰপৰা সংগ্ৰাম চলাবৰ বাবে সাজু হ'ল। গান্ধীজীয়ে সেই-সকলৰ হাতত কংগ্ৰেছৰ ৰাজনৈতিক নেতৃত্ব গতাই দি গঠনমূলক কামত আত্ম-নিয়োগ কৰিবলৈ সঙ্কল্প ললে। কংগ্ৰেছৰ আন্দোলন নাইকিয়া হ'ল।

১৯২৬ চনত গুৱাহাটীত জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন বহিছিল। তাৰ পিচৰপৰাই পুনৰ আন্দোলন মূৰ ডাঙ্গি উঠিব ধৰিলে। ১৯২৭ চনত কংগ্ৰেছৰ মাদ্ৰাজ অধিবেশন ডাঃ আনছাৰীৰ সভাপতিত্বত বহিছিল। সেই অধিবেশনত পণ্ডিত মতিলাল নেহেৰুৰ সভাপতিত্বত কেনেদৰৰ স্বায়ত্ব-শাসন ভাৰতবৰ্ষই পাব লাগে তাৰে এখন খছৰা প্ৰস্তুত কৰিবলৈ এটা কমিটী গঠন কৰি দিয়া হয়। ১৯২৮ চনত পণ্ডিত মতিলাল নেহেৰুৰ সভাপতিত্বত কলিকতাত কংগ্ৰেছৰ অধিবেশন বহিছিল। নেহেৰু কমিটীৰ অনুমোদন অনুসৰি ভাৰতক ঔপনিবেশিক স্বায়ত্ব-শাসন দিয়াৰ দাবী বৃটিছ চৰকাৰে মানি নোলোৱাত পূৰ্ণ স্বৰাজ কংগ্ৰেছৰ লক্ষ্য বুলি ঘোষণা কৰিবলৈ আৰু লগে লগে তাৰ বাবে আন্দোলন কৰিব লাগে বুলি নেতাজী সুভাষচন্দ্ৰ বসু আৰু পণ্ডিত জৱহৰলাল নেহৰুৰ নেতৃত্বত এটা দলে কংগ্ৰেছত এটি প্ৰস্তাৱ ডাঙ্গি ধৰিছিল। মহাত্মা গান্ধীয়ে সেই প্ৰস্তাৱৰ বিৰোধিতা কৰি এবছৰৰ ভিতৰত নেহৰু প্ৰতিবেদন গ্ৰহণ কৰিবলৈ সময় দিব লাগে আৰু সেই সময়ৰ ভিতৰত বৃটিছ

চৰকাৰে ভাৰতক ঔপনিবেশিক স্বায়ত্ব-শাসন নিদিলে পূৰ্ণ স্বৰাজেই কংগ্ৰেছৰ লক্ষ্য বুলি ধৰি লৈ আন্দোলন কৰিব বুলি প্ৰস্তাৱ ডাঙ্গি ধৰিলে। পণ্ডিত জৱহৰলাল নেহৰুৰ লগত মহাত্মা গান্ধীৰ আপোচ হ'ল কিন্তু সুভাষচন্দ্ৰ বসুৱে গান্ধীজীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। মহাত্মা গান্ধীৰ প্ৰস্তাৱ বিপুল ভোটাধিক্যত কংগ্ৰেছত গৃহীত হ'ল।

এবছৰ সময় উকলি গল। ১৯২৯ চনত লাহোৰৰ ৰাঙ্গী নদীৰ পাৰত পণ্ডিত জৱহৰলাল নেহৰুৰ সভাপতিত্বত কংগ্ৰেছৰ অধিবেশন বহিল। সেই জুবিলী অধিবেশনত প্ৰতিনিধি হিচাপে যোগ দিয়াৰ আমাৰো সৌভাগ্য হৈছিল। বৃটিছ চৰকাৰে কলিকতা কংগ্ৰেছৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰাত লাহোৰ কংগ্ৰেছত পূৰ্ণ স্বৰাজেই কংগ্ৰেছৰ লক্ষ্য বুলি ঘোষণা কৰি মহাত্মা গান্ধীয়ে ডাঙ্গি ধৰা প্ৰস্তাৱ গৃহীত হ'ল আৰু মহাত্মা গান্ধীৰ ওপৰত আন্দোলন পৰিচালনা কৰাৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰা হ'ল।

১৯৩০ চনৰ ২৬ জানুৱাৰী গোটেই ভাৰততে কংগ্ৰেছৰ পতাকা উত্তোলন কৰি ভাৰতবাসীয়ে পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰিলে। গুৱাহাটী জুবিলী পাৰ্কত দেশভক্ত তৰুণৰাম ফুকনে পতাকা উত্তোলন কৰিছিল। তাৰ পিচত গান্ধীজীয়ে কেনেদৰে আন্দোলন কৰিবলৈ নিৰ্দ্দেশ দিয়ে তাৰ বাবে ভাৰতবৰ্ষৰ সকলো লোকে আগ্ৰহেৰে অপেক্ষা কৰিব ধৰিলে। মাৰ্চ্চ মাহৰ ১২ তাৰিখে গান্ধীজীয়ে তেখেতৰ সবৰমতি আশ্ৰমৰ ৮৬ জন আশ্ৰমবাসীক লগত লৈ লোণ আইন অমান্য কৰিবৰ বাবে ডাণ্ডীলৈ যাত্ৰা কৰিলে। বহুতে এই যাত্ৰাৰ গুৰুত্ব উপলব্ধি কৰিব পৰা নাছিল। কিন্তু এই যাত্ৰাকে কেন্দ্ৰ কৰি তাৰ পিচত যি গণ-আন্দোলন আৰম্ভ হ'ল তেতিয়াহে চিয়াশী জনৰ এই ক্ষুদ্ৰ অভিযানৰ অন্তৰালত কি মহৎ শক্তি লুকাই আছিল সেইটো সকলোৱে বুজিব পাৰিছিল। তাৰ পিচৰপৰাই আৰম্ভ হ'ল 'ত্ৰিশ'ৰ আইন অমান্য আন্দোলন।

অসমত সেই আন্দোলনে বিশেষকৈ ছাত্ৰ আন্দোলনৰ ৰূপ লৈছিল। সেই সময়ত অসমত মিঃ কানিংহাম শিক্ষা বিভাগৰ ডাইৰেক্তৰ আছিল। আমি তেতিয়া চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। এই চাৰ্কুলাৰখন অত্যন্ত অসন্মানজনক বুলি প্ৰত্যাহাৰ কৰিবৰ বাবে সকলো শ্ৰেণীৰ লোকৰপৰাই দাবী জনোৱা হৈছিল। ছাত্ৰসকলেও সেই চাৰ্কুলাৰ প্ৰত্যাহাৰ কৰিব লাগে বুলি দাবী জনাইছিল। চাৰ্কুলাৰ প্ৰত্যাহাৰ নহ'ল। জুলাই মাহত গ্ৰীষ্মৰ বন্ধৰ পিচত স্কুল-কলেজ খোলা হ'ল। লগে লগে অসম ছাত্ৰ সন্মিলনৰ এখন



বিশেষ অধিবেশন শ্ৰীঅমিয়কুমাৰ দাসৰ সভাপতিত্বত গুৱাহাটীত বহিছিল। সন্মিলনত চাৰ্কুলাৰখন প্ৰত্যাহাৰ নকৰিলে ছাত্ৰসকলে স্কুল-কলেজ বৰ্জ্জনৰ সিদ্ধান্ত কাৰ্য্যকৰী কৰিবলৈ আইন অমান্যৰ বাবে প্ৰস্তুত হ'ল; আৰু অৱশেষত বহুতো ছাত্ৰই আন্দোলনত যোঁগদান কৰাৰ বাবে কাৰাবৰণ কৰিব লগীয়াত পৰিল।

কলেজ বৰ্জ্জনৰ ক্ষেত্ৰত মোৰ মনত সংঘৰ্ষৰ উদয় হৈছিল। সক্ৰিয় আন্দোলনত যোগদান কৰিলে ভৱিষ্যতে আৰু পঢ়া-শুনাৰ পথ বন্ধ হব আৰু সেইটো হবলৈ দিয়াতো উচিত হবনে নহয় সেই বিবেচনাৰ বাবে। এনেকুৱা এটা দোমোজাত পৰি মই কলেজ খটি কৰি ঘৰলৈ গলো। দুমাহ মান পিচতে আন্দোলনৰ গতি ঢিলা হৈ আহিল। তেতিয়া আকৌ কলেজলৈ ফিৰি আহিলো। তাৰ পিচত সেই বছৰতে বি, এ, পাছ কৰিলো।

১৯৩১ চনত অসম ছাত্ৰ সন্মিলনৰ বছৰেকীয়া অধিবেশন পণ্ডিত কনক চন্দ্ৰ শৰ্ম্মাৰ সভাপতিত্বত গুৱাহাটীত কুমাৰ ভাস্কৰ নাট্যমন্দিৰত বহিছিল। সেই সভাত দেশভক্ত তৰুণৰাম ফুকণ, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ প্ৰমুখ্যে নেতাসকলেও যোগদান কৰিছিল। শ্ৰীৰজনীকান্ত গোস্বামী তেতিয়া ছাত্ৰ সন্মিলনৰ সম্পাদক আছিল। তেখেতে কেবা বছৰো একেৰাহে সেই দায়িত্বত অধিষ্ঠিত আছিল। তেখেতৰ ছাত্ৰ-জীৱনৰ অন্ত পৰাত পুনৰ নিৰ্ব্বাচনৰ বাবে প্ৰাৰ্থী হব নোৱাৰাৰ বাবে নতুনকৈ সম্পাদক নিৰ্ব্বাচন কৰিব লগা হৈছিল। মই তেতিয়া ল' কলেজৰ ছাত্ৰ। সংখ্যাধিক্য ভোটত মই ছাত্ৰ সন্মিলনৰ সম্পাদক নিৰ্ব্বাচিত হলো। ঠিক সেই সময়তে মহাত্মা গান্ধী বিলাতলৈ ঘূৰণীয়া মেজ মেলত যোগ দিবলৈ গৈছিল। ১৯৩০ চনৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰাৰ বাবে মনত সদায় আপচোছ ৰৈ আছিল আৰু কেতিয়াকৈ সংগ্ৰামত যোগ দিব পৰা যায় তাৰেই সুযোগ বিচাৰি অপেক্ষা কৰি আছিছো। গান্ধীজীৰ বিলাত যাত্ৰা ব্যৰ্থতাত পৰ্য্যবসিত হবৰ আগন্তুকে মনত নতুন প্ৰেৰণাৰ সঞ্চাৰ কৰিছিল।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা তেতিয়া যুৱকসকলৰ অত্যন্ত বিশ্বস্ত নেতা। তেখেত আৰু শ্ৰীঅমিয়কুমাৰ দাস একেলগে উজান বজাৰৰ সৰু ঘৰ এটাত বাস কৰিছিল। আমি কেবাজনো আইন কলেজৰ ছাত্ৰই কলেজ ছুটী হলে ৺বৰুৱাৰ ঘৰলৈ যোৱাৰ এটা অভ্যাস কৰিছিলো। আৰু বিশেষকৈ ছাত্ৰ সন্মিলনৰ সম্পাদক নিযুক্ত হোৱাৰ পিচত আমাৰ ছাত্ৰসকলে জাতীয় আন্দোলনত কি ভাবে সহায় কৰিব পাৰে সেই বিষয়ে পৰামৰ্শ কৰিছিলো।

মহাত্মা গান্ধী বিলাতৰপৰা ব্যৰ্থ-মনোৰথ হৈ ঘূৰি আহিল। তেখেত বিলাতত থাকোঁতেই গান্ধী-আৰৱিন চুক্তি ভঙ্গ কৰি উত্তৰ-পশ্চিম সীমান্তৰ লালকোৰ্ত্তাসকলৰ ( Red Shirts ) আৰু উত্তৰ প্ৰদেশৰ কিষাণসকলৰ ওপৰত চৰকাৰী নিৰ্য্যাতন চলিছিল। মহাত্মা গান্ধী ভাৰতলৈ ঘূৰি আহি পোৱাৰ আগতেই পণ্ডিত জৱহৰলাল নেহৰুক কৃষক আন্দোলনৰ সংক্ৰান্তত গ্ৰেপ্তাৰ কৰিছিল। মহাত্মা গান্ধী আহি বোম্বেত পদাৰ্পণ কৰাৰ লগে লগে বোম্বাইত কংগ্ৰেছ ৱৰ্কিং কমিটী বহিছিল। মহাত্মা গান্ধীয়ে ৱৰ্কিং কমিটীৰ নিৰ্দ্দেশমতে গান্ধী-আৰৱিন চুক্তি ভঙ্গৰ বাবে প্ৰতিকাৰ বিচাৰি লৰ্ড উইলিংডনৰ লগত দেখা-সাক্ষাতৰ অনুমতি প্ৰাৰ্থনা কৰিছিল। লৰ্ড উইলিংডনে সেই কথাত সন্মত নহৈ মহাত্মা গান্ধীক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম দিলে। মহাত্মা গান্ধীৰ গ্ৰেপ্তাৰৰ পিচত পুনৰ আইন অমান্য আৰম্ভ হ'ল।

আমি স্বস্তিৰ নিশ্বাস পেলালো। আন্দোলনত অংশ গ্ৰহণ কৰাৰ সৌভাগ্য ঘটিল। অসম ছাত্ৰ সন্মিলনৰ ফালৰপৰা ছাত্ৰসকলক আন্দোলনত যোগ দিবৰ বাবে সংগঠিত হবলৈ আহ্বান জনোৱা হ'ল। বিশেষকৈ স্বদেশী গ্ৰহণ আৰু বিলাতী বৰ্জ্জন এই কাৰ্য্যক্ৰমত ছাত্ৰসকলক সহযোগ জনাবলৈ অনুৰোধ জনোৱা হ'ল। এই বিষয়ত ছাত্ৰসকলৰ কৰ্ম্মতৎপৰতাই স্বাধীনতা আন্দোলনৰ শক্তি বৃদ্ধি কৰিছিল বুলি সকলো নেতাই মত প্ৰকাশ কৰিছিল। বহুতো ছাত্ৰই শিক্ষানুষ্ঠান পৰিত্যাগ কৰি সক্ৰিয় আন্দোলনত যোগ দিছিল। যিসকলে তেনেকৈ আন্দোলনত যোগ দিছিল সেইসকলৰ ভিতৰত আজি আমাৰ কেবাগৰাকীও বিশিষ্ট নেতা আছে।

মই ত্যাগবীৰ হেম বৰুৱাৰ নিৰ্দ্দেশত আন্দোলনৰ প্ৰাৰম্ভণিতে শ্ৰীদেবেন্দ্ৰ নাথ শৰ্ম্মাৰ লগত নলবাৰীলৈ গৈছিলো। নলবাৰীত গৈ প্ৰথমতে স্বৰ্গীয় বাণীকিঙ্কৰ গোস্বামীৰ ঘৰত আলহী হৈছিলো। তেতিয়া কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলৰ গতি-বিধি পুলিচে পদে পদে নিৰীক্ষণ কৰি থকাৰ কাৰণে চৰকাৰৰ লগত সম্বন্ধ থকা নাইবা চৰকাৰৰপৰা অনুগ্ৰহ বিচৰা মানুহে স্বেচ্ছাসেৱক-সকলক আশ্ৰয় দিবলৈ টান পাইছিল, কিন্তু সাধাৰণ মানুহৰপৰা যথেষ্ট মৰম-চেনেহ আৰু শ্ৰদ্ধা লাভ কৰিছিল। নলবাৰী অঞ্চলত কেবা সপ্তাহো একেৰাহে গাৱেঁ গাৱেঁ ঘূৰি ফুৰি শৰ্ম্মাক তাতেই এৰি মই গুৱাহাটীলৈ ঘূৰি আহিলো। পুনৰ ৺বৰুৱাৰ নিৰ্দ্দেশমতেই ৺গোলোক চন্দ্ৰ পাঠকৰ লগত কামৰূপৰ দক্ষিণ পাৰলৈ স্বেচ্ছাসেৱক সংগ্ৰহৰ উদ্দেশ্যে গলো। তেতিয়া কামৰূপৰ দক্ষিণ পাৰ



অঞ্চল যাতায়াতৰ ক্ষেত্ৰত বৰ পিছপৰা আছিল। তালৈ গৈ প্ৰথমতে পলাশবাৰীৰ স্বেচ্ছাসেৱক শিবিৰত যোগ দিলো। সেই শিবিৰত আশ্ৰম-জীৱন কেনেকৈ যাপন কৰিব লাগে তাৰেই প্ৰশিক্ষণ দিয়া হৈছিল। দুইসপ্তাহ মান তাত থকাৰ পিচত স্বেচ্ছাসেৱকসকলৰে এজনক শিবিৰৰ নায়ক পাতি থৈ পাঠক আৰু মই দুয়োজনে পদব্ৰজে পলাশবাৰীৰপৰা গাৱেঁ গাৱেঁ যাত্ৰা আৰম্ভ কৰিলো। আমাৰ লগত আৰু এগৰাকীয়ে লগ ললে, তেওঁ হ'ল শ্ৰীদেবেন ঠাকুৰীয়া।

আমি গৈ বকো পালো। বকোত গৈ আমি দুভাগ হলো। মই আৰু ঠাকুৰীয়াই নগৰবেৰালৈ যাত্ৰা কৰিলো, পাঠক বকোতে থাকিল। বন্দবস্ত হ'ল, আমি এসপ্তাহ পিচত আহি চমৰীয়াত লগ লাগিম। ঠাকুৰীয়া আৰু মই দুয়ো গৈ হেকেৰা পালো। তাৰপৰা স্বৰ্গীয় কমলা মেনেজাৰৰ লগত নগৰবেৰালৈ গৈছিলো। নগৰবেৰাত এটা কংগ্ৰেছ স্বেচ্ছাসেৱক শিবিৰ আছিল, তাত তিনিজন স্বেচ্ছাসেৱক আছিল; আমি গৈ পাওঁতেই স্বেচ্ছাসেৱক কেইজনে, তালৈ পুলিচে মাজে মাজে গৈ তেওঁলোকক জুলুম কৰি আমনি দিয়াৰ কথা কলে। আমি কৈছিলো যে পুলিচৰ জুলুমৰ বিৰুদ্ধে শান্তিপূৰ্ণ ভাৱে থিয় দিব পৰাটোতেই আমাৰ জয়।

এদিনাখন শনিবাৰ। ৰাতিপুৱা ৰন্ধা-বঢ়াৰ যোগাৰ কৰি থৈ আমি গাৱঁলৈ গৈছিলো। আবেলি প্ৰায় তিনিমান বজাত ঘূৰি ঘূৰি শিবিৰলৈ আহিলো। দেখিলো যে আমাৰ শিবিৰৰ ঘৰটো মাটিত ঢলি পৰি আছে আৰু আমাৰ সেৱক কেইজনে তাৰেই ওচৰতে মন মাৰি বহি আছে। সোধাত কলে যে পুলিচে ঘৰটো বগৰাই পেলালে আৰু খোৱা-বোৱাৰ বাবে জোগাৰ কৰা বয়-বস্তুখিনিও লৈ গ'ল। বাছন-বৰ্ত্তনবিলাকো কোবাই ভাঙ্গিলে। আমাৰ আৰু সেইদিনা ভাত খাবলৈ নহ'ল। বজাৰৰ পৰা অলপ মুৰি কিনি আনি তাকেই চোবাই দিনটো কটালো।

নগৰবেৰাৰপৰা আমি যথাসময়ত চমৰীয়ালৈ আহিলো। চমৰীয়াত আহি পাঠকক লগ পালো। তেওঁ দুদিনমানৰপৰাই আহি তাত আছিল। সেই দিনটো বোধহয় এপ্ৰিল মাহৰ ৮ কি ৯ তাৰিখ। পাঠকে ক'লে যে গুৱাহাটীৰপৰা খবৰ আহিছে আমি আটাইবিলাকে গুৱাহাটীলৈ যাব লাগে। তাত জালিয়ানৱালাবাগ দিৱসত আমি যোগ দিব লাগিব। কথাটো শুনি বৰ উৎসাহিত হলো। কাৰণ তেনে এটা সমাৱেশত আমাৰ গ্ৰেপ্তাৰৰ

সম্ভাৱনা আছিল। ঠিক হ'ল যে পাঠকে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে স্বেচ্ছাসেৱক সংগ্ৰহ কৰি গৈ গৈ গুৱাহাটী পাব আৰু আমি বকো হৈ ৰাস্তাৰে বাটৰ শিবিৰবপৰা স্বেচ্ছাসেৱক সংগ্ৰহ কৰি লৈ গুৱাহাটী পাবহি লাগিব। সেই মতে আমি যাত্ৰা কৰিলো। ১২ এপ্ৰিল তাৰিখে আমি গুৱাহাটি ঠিক সময়ত পালো। পাঠকৰ দল আহি পাওঁতে অলপ ৰাতি হৈছিল। গুৱাহাটীত আহি জানিব পাৰিলো যে আমাৰ নেতাসকলৰ বহুতেই কলিকতালৈ কংগ্ৰেছৰ বিশেষ অধিবেশনত যোগ দিবলৈ গৈছে। ডাঃ হৰিকৃষ্ণ দাস, শ্ৰীবিষ্ণুৰাম মেধি আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ গুৱাহাটীতে আছিল। মুঠতে ৫০ জন মান স্বেচ্ছাসেৱক গুৱাহাটীৰ ১৩ এপ্ৰিলৰ সমাবেশত অংশ গ্ৰহণ কৰিবলৈ গোট খাইছিল।

১৩ এপ্ৰিল ১৯৩২ চন ৰাতিপুৱাতে পতাকা উত্তোলনৰ আয়োজন হ'ল। তেতিয়া অসম প্ৰদেশ কংগ্ৰেছৰ স্থায়ী নিজা অফিচ ঘৰ নাছিল। আজিকালি যি ঠাইত কংগ্ৰেছ প্ৰেছটো আছে সেই ঠাইতে কংগ্ৰেছ অফিচ বন্ধাৰ জো-যা চলিছিল। সৰু এটা ঘৰ থিয় কৰোৱা হৈছিল। সেই মাটি ডোখৰ ডাঃ হৰিকৃষ্ণ দাসে কংগ্ৰেছ অফিচ নিৰ্ম্মাণৰ বাবে দান দিছিল। তাতেই পতাকা উত্তোলনৰ স্থান নিৰ্দ্দিষ্ট হৈছিল। আমি সকলোৱেই সমদলেৰে প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীবিষ্ণুৰাম মেধি দেৱক আদৰি আগবঢ়াই আনিছিলো। আমাৰ সমদলটো তাত উপস্থিত হোৱাত দেখিলো পুলিচৰ বিৰাট সমাবেশ। লগতে ডিপুটী কমিচনাৰ মিঃ প্ৰিচাৰ্ড, কমিচনাৰ মিঃ বেন্টিঙ্ক আৰু পুলিচ চাহাব। আমি গৈ পোৱাৰ লগে লগে কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আহি আমাৰ লগত চামিল হৈছিল। ঠিক ৰাতিপুৱা ৮ বজাত পতাকা উত্তোলন উৎসৱ আৰম্ভ হৈছিল। উৎসৱ আৰম্ভ হোৱাৰ লগে লগে আমাক আটাইবিলাকক পুলিচে আগুৰি ধৰিলে আৰু ডিপুটী কমিচনাৰে ১৪৪ ধাৰা জাৰি কৰি আমাক আঁতৰি যাবলৈ নিৰ্দ্দেশ জাৰী কৰিছিল। আমি কোনেও এখোজো লৰচৰ নকৰি পতাকা উত্তোলন উৎসৱ আনুষ্ঠানিক ভাবে চলাই যোৱাত আমাৰ আটাইবিলাকক গ্ৰেপ্তাৰ কৰি জেললৈ লৈ গ'ল। সিদিনাখন বহাগ বিহু আছিল। বাটত অসংখ্য মানুহে আমাক অভিবাদন জনাইছিল। জেলত নি ৫ জনৰ বাহিৰে আমাক আটাইবিলাকক তৃতীয় শ্ৰেণীৰ বিচাৰাধীন বন্দী হিচাবে শ্ৰেণী বিভক্ত কৰিলে। জেললৈ মোৰ সেয়ে প্ৰথম যাত্ৰা। জেলৰ আও-ভাও মই একো বুজা নাছিলো। গধূলি আমাক বন্ধ ঘৰৰপৰা বাহিৰ



উলিয়াই আনি প্ৰত্যেককে ছুটাকৈ লোহাৰ বাতি বাচি লবলৈ দিলে। এই বাতি ছুটা এটা ভাত খাবৰ কাৰণে, আনটো পানী খাবৰ বাবে। বাতিবিলাক দিয়াত আগতে জেললৈ অহাৰ অভিজ্ঞতা থকাসকলৰ পুৰণি বাতি লবৰ কাৰণে হেতা-ওপৰা লাগিছিল। মই পুৰণি বাতি লবৰ বাবে হেতা-ওপৰা লগাৰ কাৰণ ধৰিবপৰা নাছিলো। মই ছুটা নতুন বাতি ললো। বাতিবিলাক চাফা কৰিবৰ কাৰণে আমাক পানীৰ ওচৰলৈ লৈ গ'ল। মই বাতি ছুটা ঘঁহি ঘঁহি হাতৰ ছাল তুলিলো, কিন্তু বাতিৰ মামৰ গুচাব নোৱাৰিলো। আমাৰ ভিতৰত এজন বিশিষ্ট কৰ্ম্মী আছিল স্বৰ্গীয় ৰাজেন কলিতা। তেখেতে মোৰ ছুৰৱস্থা দেখি মোৰ ওচৰ চাপিল আৰু কৈছিল—মই হেনো নতুন বাতি লৈ ভুল কৰিলো। পুৰণি বাতিহে লব লাগিছিল। মই তেতিয়াহে বুজিলো যে পুৰণি বাতি লবৰ বাবে কিয় হেতা-ওপৰা লাগিছিল। যি হ'ক, কলিতাই ছুটুকুৰা ইটা লৈ, ঘঁহি ঘঁহি গুড়ি উলিয়াই মোৰ বাতি ছুটাৰ মোটামুটি ভাবে মামৰ গুচালে। পাঁচ বজাত ভাত খাবলৈ যাবৰ বাবে নিৰ্দ্দেশ হ'ল। শাৰী পাতি ভাতৰ বাবে অপেক্ষা কৰিছো, তেনেতে জেলৰ গেটৰপৰা খবৰ আহিল আমাৰ হেনো খালাছৰ হুকুম হৈছে আৰু আমাক আটাইকে বাহিৰলৈ মাতিছে। আমি ওলাই আহিলো, আমি সকলোকে খালাছ দিলে। সেইখিনিতে আমাৰ সেই যাত্ৰাৰ জেল-জীৱনৰ অন্ত পৰিল।

মই, ৺পাঠক আৰু শ্ৰীদেবেন শৰ্ম্মা তিনিওজনে একেলগে পানবজাৰৰ স্বৰ্গীয় মতিলাল নাথৰ ছুইতলা ঘৰটোৰ ওপৰৰ তলাৰ এটা কোঠালীতে থাকো। শ্ৰীদেবেন শৰ্ম্মা ইতিমধ্যে গ্ৰেপ্তাৰ হৈ জেললৈ গ'ল। পাঠক আৰু মই তাতেই থাকো, কিন্তু অ'ত ত'ত যেতিয়াই য'তে সুবিধা হয় তাতেই ভাত খাই ফুৰো। পিছ দিনাখন আকৌ আমি গাৱঁলৈ ঘূৰি গলো। কেইদিনমান পিচত গুৱাহাটীলৈ আহিছো, পাঠকো লগতে আহিছিল। আমি ছুয়ো ৰাতি একেখন বিছনাতে প্ৰায়ে শোওঁ। সেইদিনা ১১ মে তাৰিখ ৰাতিপুৱাৰ দোকমোকালিতে আমাৰ এজন বন্ধুৱে ছুৱাৰত টুকুৰিয়াই মোক মাতিলে আৰু খবৰ দিলে যে মোক গ্ৰেপ্তাৰ কৰিবৰ বাবে পুলিচে বিচাৰি ফুৰিছে। পাঠকে মোক সোনকালে তাৰপৰা ওলাই যাবলৈ তোৰজোৰ লগাইছিল। তেওঁৰ ভয় যে মই সোনকালে ওলাই নগলে ছুয়োকে গ্ৰেপ্তাৰ কৰিব। পাঠকৰ নিৰ্দ্দেশ মতে মই কোনোমতে গা-পা ধুই বাহিৰলৈ ওলাই শ্ৰীলক্ষ্মীধৰ বৰাৰ ঘৰৰ ফালে খোজ ললো। বৰাৰ ঘৰলৈ গৈ খবৰ পালো যে বৰাক ইতিমধ্যে

পুলিচে লৈয়ে গৈছে। মই গৈ তাত উপস্থিত হোৱাৰ লগে লগেই পুলিচে মোৰ লগ ধৰিলে আৰু গ্ৰেপ্তাৰ কৰি তাৰপৰা ডিপুটী কমিচনাৰৰ বঙ্গলালৈ লৈ গ'ল।

বঙ্গলাত গৈ দেখিলো ডাঃ ভুবনেশ্বৰ বৰুৱা, শ্ৰীৰজনীকান্ত গোস্বামী আৰু শ্ৰীলক্ষ্মীধৰ বৰাক তাত বহুৱাই ৰাখিছে। মোকো নি তাতেই সুমুৱালে। মই সেইখিনি পোৱাৰ অলপ পিচতে আমাক জেললৈ পঠিয়াই দিলে। জেলত গৈ শ্ৰীখগেন্দ্ৰনাথ নাথক লগ পালো। কেইদিনমান আগতে তেখেতক গোৱালপাৰা জেলৰপৰা স্থানান্তৰিত কৰি আনিছে।

কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ তেতিয়া গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন। আমাৰ গ্ৰেপ্তাৰৰ দিনা তেখেত মফচলত আছিল। আমাৰ লগত একেলগে তেখেতৰো গ্ৰেপ্তাৰী পৰোৱানা আছিল। কিন্তু তেখেত ঘৰত নথকাত তেখেতক আমাৰ লগত গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। পিছদিনা তেখেতে মফচলৰপৰা ঘূৰি আহি পুলিচক জনাই দিয়াত তেখেতকো গ্ৰেপ্তাৰ কৰি আনিলে। আমি একেলগে আঠাইবিলাক লগ হলো।

আমি পূৰ্ণ আনন্দৰ মাজেদি জেল জীৱন আৰম্ভ কৰিলো। ৺বৰদলৈদেৱ সুগায়ক আছিল। তেখেতে সদায় বৰগীত গাই আমাক আনন্দ দিছিল। শ্ৰীনাথে খুব ভাল জাতীয় দেশপ্ৰেমমূলক সঙ্গীত গাইছিল। তেখেতসকলৰ সঙ্গীতৰ মূৰ্চ্ছনাৰ ঝঙ্কাৰ আজিও মাজে সময়ে কাণত পৰা যেনে লাগে। দিনবিলাক এনে দৰেই আনন্দৰ মাজেদি যাব ধৰিলে। কুৰিদিন মান পিচত আমাৰ বিচাৰ হ'ল আৰু আঠাইবিলাকৰে জেল হ'ল। জেলৰ হুকুম হোৱাৰ লগে লগে আমাক গুৱাহাটী জেলৰপৰাও স্থানান্তৰ কৰাৰ হুকুম আহিল। ৺বৰদলৈক পঠিয়ালে চিলেটলৈ, ডাঃ বৰুৱাক শিলচৰলৈ, শ্ৰীৰজনী গোস্বামীক যোৰহাটলৈ, শ্ৰীবৰাক তেজপুৰলৈ, আৰু মোক নগাৱঁলৈ বদলি কৰিলে। শ্ৰীবৰাৰ বাহিৰে আমাৰ বাকী কেইজনক একেলগে ৰাতি ৰেল ষ্টেচনলৈ লৈ গ'ল। খগেনবাবুক মোৰ লগত নগাৱঁলৈ পঠিয়ালে। বৰাক পিছদিনা ৰাতিপুৱাহে নিব। আমি তেওঁক গুৱাহাটী জেলতে এৰি প্ৰত্যেকে প্ৰত্যেকৰ নতুন গন্তব্য স্থানলৈ যাত্ৰা কৰিলো। যাবৰ সময়ত আমি হাঁহি হাঁহি বৰাৰপৰা বিদায় লৈছিলো কিন্তু আমাক বিদায় দিওঁতে বৰাৰ চকুযুৰি চলচলীয়া হৈ উঠিছিল।

চাপৰমুখ ষ্টেচনত মোক আৰু নাথক নমাই থৈ বৰদলৈ, বৰুৱা,



গোস্বামীক লৈ ৰেলখন' চকুৰ আঁৰ হৈ গ'ল। তেখেতসকলৰ লগত এৰা-এৰি হোৱাৰ পিচতহে জেললৈ আহিলো সেইকথা মনলৈ আহিছিল।

নগাওঁ জেলত সোমালো। তাত বহুতো জিলাৰপৰা অহা ছাত্ৰ লগ পালো। সেইবিলাকৰ প্ৰায়খিনিকে 'শিকল বেৰী' বা 'দাণ্ডা বেৰী' লগোৱা আছিল। সৰু সৰু কণ কণ ল'ৰাবিলাকক এনে ভাবে কঠোৰ শাস্তি দিয়াত কৰ্ত্তৃপক্ষৰ প্ৰতি বিৰাগ ভাৱ উদয় হোৱা স্বাভাৱিক। নগাওঁ জেলত আৰু এগৰাকী আমাৰ নেতা ৺বিমলাপ্ৰসাদ চলিহাদেৱক লগ পালো। তেখেতৰ লগত সেয়ে আমাৰ প্ৰথম দেখাদেখি। ছিলেটকে ধৰি গোটেই অসমৰ বিভিন্ন জিলাৰ কৰ্ম্মীসকল তাত থকাত সেইবিলাকৰ লগত ৰং-ধেমালি কৰি আনন্দ উৎসাহৰ মাজেদি আমাৰ জেল-জীৱনৰ দিনবিলাক কটা গৈ থাকিল।*

* ( শ্বহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত

# ৪২ৰ আন্দোলনৰ যৱনিকাৰ আঁৰত

**শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী**

১৯৩৯ চনৰ ছেপ্টেম্বৰ মাহত দ্বিতীয় বিশ্বযুদ্ধ হ'ল। যুদ্ধ ঘোষণা হোৱাৰ লগে লগে বৃটিছ পাৰ্লিয়ামেণ্টে ভাৰত, ব্ৰহ্মদেশ আদি তেওঁলোকৰ উপনিবেশবিলাকেও যুদ্ধ ঘোষণা কৰা বুলি আনুষ্ঠানিকভাৱে অধ্যাদেশ জাৰি কৰিলে আৰু ভাৰতত থকা ৰাজ-প্ৰতিনিধিয়েও যুদ্ধকালীন অৱস্থাৰ সকলো ব্যৱস্থা লৈ অধ্যাদেশ জাৰি কৰিলে। বৃটিছ পাৰ্লিয়ামেণ্টেও গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া সংশোধনী আইন গ্ৰহণ কৰিলে। ভাৰতত এটা নতুন ৰাজনৈতিক পৰিস্থিতিয়ে দেখা দিলে। মহাযুদ্ধৰ সন্দৰ্ভত বৃটিছ পাৰ্লিয়ামেণ্ট আৰু বৃটিছৰ প্ৰতিনিধিয়ে ভাৰতৰ প্ৰতি কৰা ব্যৱহাৰ অগণতান্ত্ৰিক আৰু অবৈধ বুলি কংগ্ৰেছে তাৰ প্ৰতিবাদ কৰিলে। ১৯৩৫ চনৰ গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট অনুসৰি স্বায়ত্ব শাসনৰ ভিত্তিত পোৱা যুক্তৰাষ্ট্ৰ গাঠনিটো বহু আলাপ আলোচনা কৰি কংগ্ৰেছে পৰীক্ষামূলকভাৱে গ্ৰহণ কৰিবলৈ মহাত্মা গান্ধীৰ পৰামৰ্শমতে মান্তি হৈছিল। তাৰ বিধান অনুসৰি হোৱা নিৰ্ব্বাচনত ভাৰতৰ এঘাৰখন প্ৰদেশৰ ভিতৰত অসমকো ধৰি মুঠ আঠখন প্ৰদেশত কংগ্ৰেছ চৰকাৰ প্ৰতিষ্ঠিত হয়। জনসাধাৰণৰ দ্বাৰা নিৰ্ব্বাচিত প্ৰতিনিধিৰ দ্বাৰা গঠিত আঠখন প্ৰদেশত গণতান্ত্ৰিক চৰকাৰ চলি থকা অৱস্থাত ওপৰৰ পৰা এইদৰে তেওঁলোকৰ মতামত নোলোৱাকৈ যুদ্ধখন ভাৰতবাসীৰ ওপৰত জাপি দিয়াটো অগণতান্ত্ৰিক আৰু অবৈধ ব্যৱস্থা বুলি কংগ্ৰেছে তাৰ বিৰূপ সমালোচনা কৰিলে।

১৯৩৯ চনৰ ১৪ নবেম্বৰ তাৰিখে কংগ্ৰেছ কাৰ্য্যনিৰ্ব্বাহক কমিটীয়ে এনে ব্যৱস্থাবিলাকত অসন্তোষ প্ৰকাশ কৰি কঠোৰ মনোভাৱ প্ৰকাশ কৰিলে। জাৰ্ম্মান নাজী চৰকাৰে পোলেণ্ডৰ ওপৰত আক্ৰমণ চলোৱাত গভীৰ উদ্বেগ প্ৰকাশ কৰি তেনে কাৰ্য্য প্ৰতিৰোধ কৰিবলৈ যোৱাৰ বাবে ফৰাচী আৰু বৃটিছ চৰকাৰক সমৰ্থন জনালে। কিন্তু কংগ্ৰেছে লগে লগে এই কথাও স্পষ্টভাৱে ঘোষণা কৰিলে যে গণতান্ত্ৰিক স্বাধীনতাৰ নামত হোৱা এই যুদ্ধত



বৃটিছ চৰকাৰে যি অগণতান্ত্ৰিক ব্যৱস্থাৰে ভাৰতবাসীক যুদ্ধত লিপ্ত কৰাইছে, তাক কংগ্ৰেছে কেতিয়াও মানি লব নোৱাৰে। ইংৰাজ চৰকাৰৰ লগত বন্ধু হিচাপে হাত মিলাই এই যুদ্ধ কৰিবলৈ গণতন্ত্ৰত বিশ্বাসী কংগ্ৰেছ সাজু আছে, যদিহে বৃটিছ চৰকাৰে ভাৰতবৰ্ষক তেওঁলোকৰ সমমৰ্য্যাদা দি সমপৰ্য্যায়ৰ বন্ধু হিচাপে কাম কৰিবলৈ দিয়ে। তাকে কৰিলেহে প্ৰকৃততে শান্তি প্ৰতিষ্ঠা কৰিব খোজা বুলি বৃটিছ চৰকাৰে দিয়া ঘোষণাৰ ভিতৰত সত্যতা আছে বুলি কংগ্ৰেছে বিশ্বাস কৰিব পাৰিব। তাক নকৰিলে ভাৰতবাসীক দাস হিচাবে গণ্য কৰি কেৱল হুকুম দি কাম আদায় কৰিব খুজিলে ভাৰতবাসীয়ে সেই যুক্তি মানি লব নোৱাৰে আৰু যুদ্ধত তেওঁলোকৰ সমৰ্থন দিব নোৱাৰে। বৃটিছ চৰকাৰে কংগ্ৰেছৰ এই নীতিগত দাবী আওকাণ কৰি প্ৰদেশবিলাকত, বিশেষকৈ কংগ্ৰেছ-শাসিত আঠখন প্ৰদেশত নানা প্ৰকাৰৰ হস্তক্ষেপ কৰিবলৈ ধৰিলে। মন্ত্ৰী বা বিধান সভাবিলাকক অৱজ্ঞা কৰি উচ্চপদস্থ বিষয়াসকলক লৈ ৰাজ্যপালে পোনপটীয়া ভাৱে সকলো কাম চলাবলৈ ধৰিলে। কংগ্ৰেছী চৰকাৰ-বিলাকে এনে এটা অসন্মানজনক অৱস্থা মানি লৈ শাসনৰ গাদীত নামত থকাতকৈ ইস্তফা দিয়াটোৱেই উচিত বুলি সিদ্ধান্ত কৰিলে। সেই সময়ত অসমত থকা বৰদলৈ সংযুক্ত মন্ত্ৰীসভায়ো ইস্তফা দিলে। এই ঘটনা-প্ৰবাহে জাতীয় চেতনা সকলো লোকৰে মনত দ'কৈ ঠাই পাইছিল। আমিও ছাত্ৰ হিচাবে এই কথাবিলাকৰ দ্বাৰা স্বাভাবিকতে কংগ্ৰেছৰ প্ৰতি বেছিকৈ আকৰ্ষিত হৈছিলো। ইতিমধ্যে বহুতো কংগ্ৰেছীৰ নেতা গান্ধীজীৰ পৰিকল্পনা মতে একক সত্যাগ্ৰহ আন্দোলন কৰি জেললৈ গ'ল আৰু ছাৰ ছৈয়দ ছাদুল্লাক মাতি ৰাজ্যপালে পুনৰ অসমত অকংগ্ৰেছী চৰকাৰ পাতিলে। আমাৰ মাজত বিভিন্ন ৰাজনৈতিক ভাৱধাৰাৰ প্ৰচাৰ হবলৈ ধৰিলে। তেতিয়া মই শিলঙত ছেণ্ট এডমাণ্ডছ্ কলেজৰ ছাত্ৰ। অসম ছাত্ৰ ইউনিয়ন নামৰ এটা অনুষ্ঠানৰ মই সম্পাদক হৈ আছিলো। ১৯৩৮ চনত ৺গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত সংযুক্ত কংগ্ৰেছী মন্ত্ৰীসভা গঠন হোৱাত আমি ছাত্ৰ ইউনিয়নে সকলো সময়তে ভাৰতৰ বিভিন্ন কংগ্ৰেছী নেতাসকলক লগ পোৱাৰ সুযোগ পাইছিলো। তাত সেই সময়ত আমি আন এটা বিশেষ স্থান অধিকাৰ কৰিবৰ সুবিধা পাইছিলো। ১৯৪০ চনত এলাহাবাদ বিশ্ববিদ্যালয়ত আইন পঢ়িবলৈ যাওঁ। এলাহাবাদ বিশ্ববিদ্যালয়ত প্ৰত্যক্ষভাৱে কংগ্ৰেছত থকা ছাত্ৰবিলাকৰ ভিতৰৰ ময়ো এজন বুলি পৰিগণিত হলো। এলাহাবাদেই তেতিয়া ভাৰতীয় জাতীয় কংগ্ৰেছৰ কৰ্ম্মতৎপৰতাৰ মূল স্থান।

আচাৰ্য্য জে, বি, কৃপালনি, ডঃ ৰামমনোহৰ লোহিয়া, বিজয়লক্ষ্মী পণ্ডিত, ডাঃ কাটজু, ৰফি আহমদ কিড্‌ৱাই, আচাৰ্য্য নৰেন্দ্ৰদেৱ, পুৰুষোত্তমদাস টেণ্ডন আদি দেশৰ নেতাসকলক ছাত্ৰসমাজৰ প্ৰতিনিধিৰূপে আন আন প্ৰতিনিধি-সকলক লগত লৈ অতি কাষৰপৰা কথা পতা, তেওঁলোকৰ লগত ছাত্ৰ হিচাবে আমাৰ কথাবিলাক কোৱাৰ সুবিধা পাইছিলো। মহাত্মা গান্ধী আহিলে ভলন্টিয়াৰ হোৱা আৰু ছাত্ৰ প্ৰতিনিধি দলত গৈ দেখা কৰাৰ সৌভাগ্যও হৈছিল। পণ্ডিত নেহৰু আৰু আবুল কালাম আজাদৰ পিচে পিচে ঘূৰি-ফুৰাটোও সৌভাগ্যৰ কথা বুলি গৌৰৱ অনুভৱ কৰিছিলো। আটাইতকৈ ডাঙৰ সৌভাগ্যৰ কথা বুলি স্মৰণ কৰো সেই সময়ত এলাহাবাদত বহা ঐতিহাসিক নিখিল কংগ্ৰেছ কমিটীত ভলন্টিয়াৰ হিচাপে কাম কৰিবলৈ পোৱাটো।

১৯৪২ চনটো ভাৰতৰ ইতিহাসত এটা বৰ উত্তেজনাপূৰ্ণ বছৰ। এই বছৰতেই ভাৰতবাসীয়ে দ্বিতীয় মহাযুদ্ধৰ বিভীষিকা দেখিছিল। যুদ্ধ ভাৰতবৰ্ষতেই যেন লাগিছে, ভাৰতবাসীয়ে সকলো ক্ষেত্ৰতে তেনে অনুভৱ কৰিবলৈ ধৰিলে। জাপানে পেনাং, ছিঙ্গাপুৰ আদি দখল কৰি মালয়ৰ ফাললৈ আগুৱালে। ১৯৪১ চনত লাখ লাখ ভাৰতীয় লোক সা-সম্পত্তি সকলো ত্যাগ কৰি ভাৰতলৈ আশ্ৰয় বিচাৰি আহিল। ভাৰতৰ গাৱেঁ-ভূঞে সিঁচৰিত হৈ পৰা এই ভগনীয়াসকলৰ মুখৰপৰা ভাৰতবাসীয়ে যেতিয়া যুদ্ধৰ বিভীষিকাবিলাকৰ কথা শুনিলে, তেতিয়া তেওঁলোকে যুদ্ধখন চকুৰ আগত দেখিবলৈ পোৱা যেন ভাবি আতঙ্কিত হ'ল। নগৰবিলাকত বোমা বৰ্ষণ হোৱাৰ আশঙ্কাত তাৰ বাসিন্দাসকলে নিৰাপদ ঠাই বিচাৰি গাৱঁলৈ যাবলৈ ধৰিলে। কংগ্ৰেছেও যুদ্ধ আহি ভাৰতবৰ্ষৰ ওপৰত পৰিল বুলি ভাবি নিজৰ কৰ্ত্তব্য নিৰ্ণয় কৰিবলৈ উৎকণ্ঠিত হ'ল। ছাৰ ষ্ট্ৰাফৰ্ড ক্ৰীপছ্ এই মুহূৰ্ত্তত ভাৰতৰ সকলো চিন্তাধাৰাৰ নেতাসকলৰ লগত এটা বুজা-পৰালৈ আহিবলৈ ভাৰতলৈ বৃটিছ চৰকাৰৰ দ্বাৰা প্ৰেৰিত হ'ল। আলোচনা চলিল কিন্তু তেওঁৰ প্ৰস্তাৱ কোনো ৰাজনৈতিক দলৰ কাৰণে গ্ৰহণীয় নহ'ল।

১৯৪২ চনৰ মাৰ্চ্চ মাহৰ ২৯ তাৰিখে ৰাতৰি যোগনিয়াৰসকলৰ সভাত তেওঁ পৰিষ্কাৰ কৰি কলে যে সকলো দলে একমত হৈ বিচাৰিলেও ভাৰতৰ প্ৰতিৰক্ষা দায়িত্ব ভাৰতবাসীৰ হাতত দিয়া নহব। গতিকে তেওঁ যেনেকৈ আহিছিল, তেনেকৈয়ে উভতি গ'ল। তেওঁ উভতি যোৱাৰ পিচত কংগ্ৰেছে



কোন পথ লব, সেই বিষয় লৈ গভীৰ চিন্তাত পৰিল। মহাত্মা গান্ধীৰ বাহিৰে ভাৰতবাসীৰ নাড়ী-নক্ষত্ৰ জনা নেতা ইতিপূৰ্ব্বে ওলোৱা নাই আৰু কংগ্ৰেছতো নাই। পণ্ডিত জৱাহৰলাল নেহৰুৱে সময়ে সময়ে ফেচিজিমৰ প্ৰতি থকা প্ৰবল ঘৃণা আৰু বিদ্ৰোহী মনটো দমাই ৰাখিব নোৱাৰি কিছু কথাৰ এৰা-ধৰা কৰি হলেও এই যুদ্ধত মিত্ৰ শক্তিৰ ফালে ভাৰতবাসীৰ শক্তি-সামৰ্থ্য যোগাই গণতান্ত্ৰিক শক্তিক বিজয়ী কৰিব লাগে বুলি মত পোষণ কৰিছিল। কিন্তু মহাত্মা গান্ধী অচল-অটল। ভাৰতবাসীৰ কাৰণে পূৰ্ণ গণতান্ত্ৰিক স্বাধীনতা ঘোষণাই হ'ল বৃটিছ চৰকাৰৰ এই যুদ্ধত ঘোষিত নীতিৰ আন্তৰিকতাৰ মাপকাঠী। সম্পূৰ্ণ ক্ষমতা হস্তান্তৰ যুদ্ধৰ পিচত হলেও তেওঁৰ আপত্তি নাছিল কিন্তু স্পষ্ট প্ৰতিশ্ৰুতি দিলেহে তেওঁ ভাৰতবাসীক যুদ্ধত সহায় কৰিবলৈ পৰামৰ্শ দিব পাৰিব। এনে এটা ঐতিহাসিক মুহূৰ্ত্তত ১৯৪২ চনৰ এপ্ৰিল মাহত এলাহাবাদত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ বৈঠক বহিল। তাতেই হ'ল কংগ্ৰেছৰ অগ্নিপৰীক্ষা। কংগ্ৰেছী ছাত্ৰসকলে ৰাতিয়ে-দিনে এইবিলাক কথালৈয়ে ব্যস্ত। এই সময়ত বহা কংগ্ৰেছ কমিটীৰ এই অধিবেশনে স্বাভাৱিকতে আমাক ভৱিষ্যতৰ বিষয়ে উৎকণ্ঠিত কৰি তুলিছিল। শ্ৰীৰাজাগোপালাচাৰীয়ে আত্ম-নিয়ন্ত্ৰণ নীতিৰ ভিত্তিত পাকিস্থানৰ দাবী মানি লৈ ইংৰাজৰ লগত এটা বুজা-পৰা হ'ব লাগে বুলি কংগ্ৰেছ কমিটীত পাণ্ডিত্যপূৰ্ণ বক্তৃতা দিছিল। বক্তৃতা প্ৰসঙ্গত তেখেতে কৈছিল—"Pakistan is only a ghost and I want to hold and face it." পাকিস্তান মাত্ৰ এটা প্ৰেত, তাক মই ধৰি লৈ মুখামুখীকৈ চাবলৈ বিচাৰিছো। কংগ্ৰেছী ছাত্ৰসমাজে এইবিলাক কথাৰ বৰ নিন্দা কৰিছিল। এলাহাবাদত আমি কংগ্ৰেছী ছাত্ৰসকলৰ লগত মুছলিম লীগ ছাত্ৰসকলৰ জেদাজিদি ভালকৈয়ে হৈছিল। এবাৰ ছাত্ৰসকলৰ মাজত সংঘৰ্ষও হৈছিল। মিঃ জিন্না এলাহাবাদলৈ মুছলিম সন্মিলন উপলক্ষে যাওঁতে মুছলিম ছাত্ৰসকলে বিশ্ববিদ্যালয় চৌহদত এখন সভাৰ আয়োজন কৰে। সেই সভাৰ উদ্দেশ্য লৈ পুৰা তেওঁলোকে চিনেট হলত মুছলিম লীগ পতাকা উত্তোলন কৰাৰ সিদ্ধান্ত লোৱাৰ কাৰণে এটা ভীষণ সংঘৰ্ষৰ সূত্ৰপাত হৈছিল। শেষত জিলা কৰ্ত্তৃপক্ষৰ হস্তক্ষেপত সমস্যাৰ সমাধান হয়। কংগ্ৰেছ কমিটীৰ এই এলাহাবাদ অধিৱেশনে ভৱিষ্যত কৰ্ম্মপন্থা স্থিৰ কৰিবলৈ মহাত্মা গান্ধীৰ ওপৰতে আস্থা স্থাপন কৰে। তেতিয়া কংগ্ৰেছ সভাপতি আছিল মৌলানা আবুল কালাম আজাদ। মহাত্মা গান্ধীৰ

সকলো কথাৰপৰা দেশত কিবা এটা যে ধুমুহা আহিব লাগিছে, তাক সকলোৱে অনুমান কৰিব পাৰিছিল।

১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে মৌলানা আজাদৰ সভাপতিত্বত বোম্বেৰ গোৱালিয়ৰ টেঙ্ক ময়দানৰ সভাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হয়। এই প্ৰস্তাৱত পৰিষ্কাৰ কৰি কোৱা হয় যে মুক্তি আৰু স্বাধীনতা ভাৰতবৰ্ষৰ জন্মস্বত্ব। এই স্বত্ব কোনো কাৰণতেই খৰ্ব্ব হবলৈ দিয়া নহব। গান্ধীজীৰ নেতৃত্বত এই দাবী প্ৰতিপন্ন কৰিবলৈ এটা অহিংস গণ-বিপ্লৱৰ সিদ্ধান্ত লোৱা হয়। ইয়াৰ সকলো কৰ্ম্মপন্থা গান্ধীজীৰ নিৰ্দ্দেশক্ৰমে হ'ব। সভাত গান্ধীজীয়ে বক্তৃতাত এই কথা পৰিষ্কাৰ কৰি দিয়ে যে, গণ-আন্দোলনৰ সিদ্ধান্ত লোৱা হৈছে যদিও তাৰ আগতে ইংৰাজ চৰকাৰৰ লগত এটা বুজা-পৰাত আহিবলৈ তেওঁ যত্ন কৰিব। কিন্তু ৯ আগষ্টৰ দিনা দোকমোকালিতে বোম্বাইৰ মালাবাৰ পৰ্ব্বতত থকা আগাখাঁ ভৱনৰপৰা গান্ধীজীক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। পণ্ডিত জৱহৰলাল নেহৰু, মৌলানা আজাদ, ডঃ ৰাজেন্দ্ৰপ্ৰসাদ, ছৰ্দাৰ পেটেল আদি নেতাসকলকো সেই ৰাতিয়েই গ্ৰেপ্তাৰ কৰি অজ্ঞাত স্থানলৈ লৈ গ'ল। ৰাতি গ্ৰেপ্তাৰ হোৱাৰ আগতে, আন্দোলন হলে ই কেনে ধৰণৰ হব, তাৰ আলোচনা প্ৰসঙ্গত গান্ধীজীয়েই এইটো তেওঁৰ জীৱনৰ অন্তিম আন্দোলন বুলি কৈ 'কৰেঙ্গে ইয়া মৰেঙ্গে' সঙ্কল্পৰ ইঙ্গিত দিছিল। অসমৰ বৰদলৈ প্ৰভৃতি নেতাসকলকো অসমলৈ অহাৰ পথত ধুবুৰীত গ্ৰেপ্তাৰ কৰে। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ প্ৰস্তাৱৰ পিচতে আমাৰ নেতাসকলক এইদৰে অতৰ্কিতে গ্ৰেপ্তাৰ কৰাটো ইংৰাজ চৰকাৰৰ ভাৰতৰ জনতাৰ ওপৰত আক্ৰমণ বুলি জনতাৰ বিপ্লৱৰ জুই গোটেই দেশতে জ্বলি উঠিল। 'ইংৰাজ, ভাৰত ত্যাগ কৰা'—এয়ে হ'ল মন্ত্ৰ আৰু এই লক্ষ্য পূৰণ নোহোৱা পৰ্য্যন্ত 'কৰেঙ্গে ইয়া মৰেঙ্গে'—এয়ে হ'ল সঙ্কল্প। এদল প্ৰধান নেতাই বম্বেৰ এই সিদ্ধান্তৰ বিৰূপ সমালোচনা কৰি ইংৰাজৰ লগত এটা মীমাংসালৈ আহিব লাগে বুলি মত প্ৰকাশ কৰি এই আন্দোলনৰপৰা আঁতৰি আছিল। শ্ৰীচক্ৰৱৰ্ত্তী ৰাজাগোপালাচাৰী, ৺ভুলাভাই দেশাই, ৺কে, এম, মুন্সী আদি নেতাসকল এই দলত আছিল আৰু তেওঁলোকে ৮ আগষ্টৰ প্ৰস্তাৱ আৰু তাৰ পিচত হোৱা ঘটনাৱলীৰ সমালোচনা কৰি আন্দোলনৰপৰা আঁতৰি আছিল। ৰাজাগোপালাচাৰীয়ে আন্দোলন চলি থকা অৱস্থাতে এটা জাতীয় চৰকাৰ গঠন কৰিবৰ কাৰণে ইংৰাজ চৰকাৰৰ লগত চলোৱা আলোচনাৰ প্ৰস্তাৱত বিপ্লৱীসকলে তীব্ৰভাৱে সমালোচনা কৰিছিল।



১৯৪২ চনৰ আন্দোলনত নমাৰ লগে লগে পুলিচে মোক পলাতক ঘোষণা কৰিলে। চলিত আইন মতে মোক গ্ৰেপ্তাৰ কৰিবৰ কাৰণে যি ব্যৱস্থা লব লাগে সকলো লৈছে। শ্ৰীমহেন্দ্ৰ হাজৰিকা (বৰ্ত্তমান খাদীমন্ত্ৰী) সেই সময়ত নগাওঁ জিলা কংগ্ৰেছৰ সভাপতি আৰু মোক পাতিছিল জিলা কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ জিলাধিনায়ক। মানুহৰ ওপৰত পুলিচ আৰু সেনা-বাহিনীৰ নিৰ্ম্মম অত্যাচাৰ। ভোগেশ্বৰী ফুকন, তিলক ডেকা, কনকলতা আদি ২১জন লোকক গুলিয়াই হত্যা কৰা, বহুতক চিৰকালৰ কাৰণে ঘূণীয়া কৰা, মাৰ-পিত, গ্ৰেপ্তাৰ আদিয়েও মানুহৰ বিপ্লৱী মন দমন কৰিব নোৱাৰিলে। কিন্তু লৰা-ছোৱালী, নাৰী, বুঢ়া-মেঠাৰ ওপৰত অত্যাচাৰ, নিৰ্ম্মম মাৰ-পিত, পাইকাৰী জৰিমনা আদিৰ হেঁচাত জনতা জৰ্জ্জৰিত হ'ল। জনতায়ো প্ৰতিশোধ লবৰ কাৰণে বহু দুৰ্ঘটনা কৰিলে। দুই-তিনি মাহমান আন্দোলন চলাৰ পিচত ৰাইজে মুকলিভাৱে আন্দোলন কৰাটো স্থগিত ৰাখি বাচকবনিয়া শান্তি-সেনাৰ দ্বাৰা মৃত্যু-বাহিনী গঠন কৰি আন্দোলনৰ কৌশল সলনি কৰিব লগা হ'ল। গোলাঘাটত ৺শঙ্কৰ বৰুৱাই এই আন্দোলন বহুত দিনলৈকে চলাই আছিল। এটা নামঘৰত ৰাতি শুই থকা অৱস্থাত শ্ৰীমহেন্দ্ৰ হাজৰিকাক সশস্ত্ৰ পুলিচে ঘেৰাও কৰি গ্ৰেপ্তাৰ কৰিলে। ৺শঙ্কৰ বৰুৱা গোলাঘাটত নিৰাপদ নহয় বুলি ভাবি নগাৱঁলৈ আশ্ৰয় লবলৈ আহোঁতে নুমলিগড়ৰ দলঙত গাড়ী তালাচি কৰি গ্ৰেপ্তাৰ কৰিলে। ব'লোগৈ মই। মই বৰ অকলশৰীয়া হৈ পৰিলো। ৺হেমচন্দ্ৰ বৰুৱাই (ত্যাগবীৰ) তেতিয়া নৰিয়া গাৱেই অসমৰ বিভিন্ন জিলাৰ আন্দোলনৰ গুৰি ধৰি আছে। সেই ক্ষীণ অস্থিচৰ্ম্মসাৰ, ৰুগীয়া মানুহজনে কথা কৈ থাকোঁতে চকুত যি বিপ্লৱৰ অগ্নিশিখা জ্বলিছিল, আজিও সি মোৰ চকুৰ আগত ভাঁহি উঠে। তেখেতে মোক মতাই আনিলে। তেতিয়া শ্ৰীযুতা অমলপ্ৰভা দাস জেলৰ বাহিৰত। ৰাতি তেখেতসকলৰ ঘৰতে মোৰ থকাৰ ব্যৱস্থা কৰি দি কেইদিনমান ৰাখিলে। পিচত শ্ৰীযুতা অমলপ্ৰভা দাস আৰু শ্ৰীলক্ষ্মী বৰাদেৱৰ মাকক লগত দি মোকে জি-ও-চি বুলি আখ্যা দি এখন অষ্টিন গাড়ীত অসমৰ বিভিন্ন স্থানত লৰা-ছোৱালীৰ শান্তি-সেনা দল পুনৰ সঞ্জীৱিত কৰিবলৈ নিৰ্দ্দেশ দিলে।

এই কামত আমি কিছুদিন উজনি আৰু নামনি অসমত ফুৰিলো। কিন্তু পুলিচৰ দমন আৰু অত্যাচাৰত জৰ্জ্জৰিত হৈ থকা লোকসকলক পুনৰ সংগঠন কৰা কাম অতি জটিল আৰু তাক অতি গোপন ভাৱে কৰাহে সম্ভৱ।

আমি এই কামত বৰ কৃতকাৰ্য্য হব নোৱাৰিলো। ইতিমধ্যে লাহে লাহে আমাৰ দুই এজন নেতা জেলৰপৰা মুক্ত হৈ আহিল। মোৰ স্বাস্থ্য ভাঙি পৰাত ডঃ ৺ভুৱনেশ্বৰ বৰুৱা আৰু ৺হেম বৰুৱাই মোৰ চিকিৎসাৰ সুব্যৱস্থাৰ কাৰণে চিন্তাগ্ৰস্ত হ'ল। এই কালছোৱাত শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীগিৰীণ চৌধুৰী, শ্ৰীৰবীন নবিছ আদিৰ লগত মোৰ ঘনিষ্ঠতা বাঢ়ে। তেওঁলোক তেতিয়া গুপ্তভাৱে কংগ্ৰেছৰ কামত লিপ্ত আছিল। ৺জ্যোতিপ্ৰসাদ আগৰৱালাই ভগ্ন-স্বাস্থ্য লৈ শ্ৰীযুতা অমলপ্ৰভা দাসৰ ঘৰতে কিছুদিন আছিল। ময়ো তাতে গৈ দুয়ো একলগে থকাৰ সুযোগ পাইছিলো। আগৰৱালাক তেতিয়া পলাতক আচামী বুলি চৰকাৰে ঘোষণা কৰিছিল। পিচত তেখেতে চিকিৎসাৰ কাৰণে কলিকতালৈ গৈ তেখেতৰ খুলশালীয়েক ভোলা ভূঞাৰ লগত টালিগঞ্জত থাকেগৈ। মোৰ বিৰুদ্ধে থকা চৰকাৰী পক্ষৰ অভিযোগবিলাকত নৰহত্যাৰ পৰা চৰকাৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰালৈকে নানা ধাৰাই আছিল। গতিকে ক'ত নিৰাপদে ৰাখি চিকিৎসা কৰাব, সেইটোহে ডাঙৰ চিন্তা হ'ল। কিছুদিন শ্ৰীলক্ষ্যধৰ চৌধুৰী আৰু শ্ৰীগিৰীণ চৌধুৰী ( মন্ত )ৰ আশ্ৰয়ত উত্তৰ গুৱাহাটী, ৰংমহল আদিত থকাৰ ব্যৱস্থা হ'ল। কিন্তু তাতো নিৰাপদ নহয় যেন দেখি মোক তেজপুৰত তেজপুৰ টাউনৰপৰা ৯ মাইল দূৰত থকা নখুটি চাপৰিৰ নেপালী খুটিত ৰখাৰ ব্যৱস্থা কৰা হ'ল। তাত সেই সময়ত ৺মহাদেৱ শৰ্ম্মাৰ পৰিয়ালটো আছিল। মোক নি তাতে থোৱা হ'ল। তেজপুৰত আমাৰ সহকৰ্ম্মী সকলে অতি যত্ন আৰু মৰমেৰে মোৰ খা-খবৰ লৈ থাকিলেও খোজকঢ়াৰ বাহিৰে অন্য যাতায়াত নথকা এই ঠাইখনলৈ তেওঁলোক ঘনাই অহা-যোৱা কৰাটো সম্ভৱপৰ নাছিল। তাত মোৰ দিনবিলাক নেযায় নুপুৱাই যেন লাগিল।

দুইমাহ কাল এই দৰে বনবাস খটাৰ পিচত এদিন তেজপুৰৰ পুৰণি কংগ্ৰেছ কৰ্ম্মী শ্ৰীকদ্ৰ বৰাদেৱে ৺হেমচন্দ্ৰ বৰুৱাদেৱৰ এখন চিঠি লৈ নখুটি ওলালগৈ। সেই চিঠিত তেখেতক নিৰ্দ্দেশ দিয়া হৈছে মোক যেনে-তেনে নিৰাপদে গুৱাহাটীলৈ নিবলৈ। নিৰাপদ পথ নদী-পথ বুলিয়েই তেখেতসকলে পৰামৰ্শ কৰি গৈছিল। সেইমতেই নাও ঠিক কৰি শ্ৰীযুত বৰাদেৱ আৰু মই ব্ৰহ্মপুত্ৰৰ বুকুৰেদি চাৰে তিনিদিন গৈ গুৱাহাটী পাওঁ, তাৰপৰা উত্তৰ গুৱাহাটীলৈ গৈ শ্ৰীগিৰীণ চৌধুৰী আৰু শ্ৰীলক্ষ্য চৌধুৰীৰ আশ্ৰয়ত ৰাতিটো কটাওঁ। ৰাতি ডাঃ বৰুৱা গৈ কেইটামান টকা, পৰামৰ্শ আৰু ঠিকনা আদি দি



কলিকতালৈ যাবলৈ নিৰ্দ্দেশ দিয়ে। শ্ৰীলক্ষ্য চৌধুৰীয়ে লগত মানুহ লৈ সেই সময়ত আমিনগাৱঁৰপৰা কলিকতালৈ যোৱা গধূলি ৭ বজাৰ মেইলত মোক তুলি দিয়ে। পিচদিনা কলিকতালৈ গৈ ৺জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগ পাওঁ। আগৰ বন্দৱস্ত অনুসৰি কলিকতাৰ ৰাণী ৰাসমণি ৰ'ডত থকা আত্মগোপনকাৰী কৰ্ম্মিবিলাকৰ গুপ্ত বাহৰত সেই সময়ত বিহাৰ, বঙ্গ, উৰিষ্যা আৰু অসমৰ সংগ্ৰামৰ ভাৰপ্ৰাপ্ত আঞ্চলিক সমন্বয়-ৰক্ষী অন্নদাপ্ৰসাদ চৌধুৰীৰ লগত মোৰ থকাৰ ব্যৱস্থা হয়। কলিকতাত সেই সময়ত এনেধৰণৰ ভাৰতৰ বিভিন্ন প্ৰদেশৰ কৰ্ম্মিবিলাকৰ বাবে ৮টা শিবিৰ আছিল। শ্ৰদ্ধেয় চৌধুৰী এজন বিখ্যাত কংগ্ৰেছ কৰ্ম্মী; গান্ধীজীৰ একান্ত অনুগত। তেওঁ নিখিল ভাৰত খাদী বোৰ্ডৰ চেয়াৰমেন আছিল। পিচত তেওঁ ডঃ প্ৰফুল্ল ঘোষৰ মন্ত্ৰীসভাত ৰাজহ-মন্ত্ৰী হৈছিলগৈ। আমাৰ বৰ্ত্তমান খাদী-মন্ত্ৰী শ্ৰীমহেন্দ্ৰ হাজৰিকাৰ জীৱনৰ আগছোৱাত ৺চৌধুৰীৰ কুমিল্লৰ আশ্ৰমতে তেখেতৰ একান্ত অনুগত শিষ্য হিচাবে থাকি ৰাজনীতি আৰু মহাত্মা গান্ধীৰ আদৰ্শেৰে শিক্ষালাভ কৰাৰ সৌভাগ্য ঘটিছিল। মই যেন তেখেতৰ আশ্ৰয়ত ইমানদিনৰ হতাশা আৰু নিৰ্ব্বাসনৰ পিচত পুনৰ জন্ম পালো। বৰ্ত্তমানৰ এগৰাকী বিখ্যাত শ্ৰমিক নেত্ৰী ডঃ মৈত্ৰেয়ী বসুৰ চিকিৎসা লাভ কৰাৰ উপৰিও ভাৰতৰ বিভিন্ন প্ৰদেশৰ বিপ্লৱী যোদ্ধাসকলক লগ পোৱাৰ আৰু একেলগে থকাৰ এই কালছোৱা মোৰ জীৱনত অতি মূল্যবান। কিন্তু ইয়াৰো তো সীমা আছে। তাত দিন যিমানেই গৈছে সিমানেই আমাৰ নগাৱঁত পুলিচৰ তাড়নাত পলাই থকা সহকৰ্ম্মীসকলৰ দুখ-দুৰ্গতিৰ কথা মনত পৰিবলৈ ধৰিলে। তেওঁলোকৰ ভিতৰৰ কেইবাজনৰো বেমাৰৰ কথা জানিছিলো। কিন্তু মোক আন্দোলন শেষ নোহোৱা পৰ্য্যন্ত অসমলৈ যাতে উভতি আহিবলৈ দিয়া নহয়, তাৰ বাবে ৺আগৰৱালালৈ ইয়াৰ পৰা নিৰ্দ্দেশ গ'ল। মোৰ বেমাৰ ভাল হোৱাৰ লগে লগে মনৰ বেমাৰটোৱে উক দিলে। এনেকুৱা নিষ্কৰ্ম্মা জীৱনটো অসহ্য হৈ উঠিল।

চৌৰঙ্গীৰ ফুটপাথত ব্লেক-আউটৰ টিমিক-টামাক পোহৰত ৺আগৰৱালা-দেৱক কৈ পেলালো—"মোক অসমলৈ যোৱাৰ বিষয়ে এটা ব্যৱস্থা কৰি দিয়ক। মই এইদৰে ইয়াত আৰু থাকিব নোৱাৰো।" কিছুসময় নিমাত হৈ তেখেতে উত্তৰ দিলে, "তেওঁলোকৰ মানা নেমানি আপুনি গলে তেওঁলোকৰ সহানুভূতি নেপাব। আন্দোলন আৰু নহয়—এতিয়া নেতাসকলক খালাচ দিয়া দিনলৈকে এইদৰে থাকিব লাগিব। প্ৰয়োজন হলে কোনোবা চাহৰ দোকানত 'বয়'

( Boy ) হৈও দিনকেইটা খেদাব লাগিব।" বেজাৰ লাগি কিবাকিবি বকিলো! তেওঁ মোৰ কথাত বেজাৰ পালে আৰু আবেগৰ সুৰত কৈ পেলালে, "আমাৰ মাজত তেনেহলে আপোনাৰ এই মত মিলা মানুহ নেপাব। অন্নদাবাবুয়েও আপোনাৰ এই মত সমৰ্থন নকৰিব। আপোনাৰ কাৰণে উচিত হ'ব জয়প্ৰকাশ নাৰায়ণৰ দলৰ মানুহক লগ ধৰা। তেওঁলোক ইয়াতে আছে।" তাৰ কেইদিনমানৰ পিচত ৺অন্নদাবাবুৰ সহায়ত টালিগঞ্জৰ ৺যাদব চলিহাদেৱৰ ঘৰত অৰুণা আচফ আলি আৰু অচ্যুত পটবৰ্দ্ধনক লগ পোৱাৰ সুযোগ ঘটিল।

দুপৰীয়াৰ আহাৰ তাতে হ'ল। অৰুণা আচফ আলি আৰু পটবৰ্দ্ধনে মোৰ লগত বেলেগে কথা পাতিবলৈ ইচ্ছা কৰি পিচদিনা পুনৰ এজন লোক পঠিয়াই তেওঁলোকৰ ঘাটিলৈ মাতি নিলে কিন্তু কথাবিলাকৰপৰা মোৰ বুজিবলৈ বাকী নেথাকিল যে পলাতক বিপ্লৱীসকলৰ মাজত এটা মতানৈক্য ঘটিছে। দুদিনমানৰ পিচত ইণ্ডিয়ান চেম্বাৰ অৱ কমাৰ্চৰ ছেক্ৰেটাৰী সুৰেশ দেশায়ে তেওঁৰ ক্লাইভ ষ্ট্ৰীটৰ কাৰ্য্যালয়লৈ মোক মতাই পঠালে। মই তেতিয়াও অন্নদাবাবুৰ লগতেই আছো। অন্নদাবাবুয়ে মোক এটা বিশেষ কামত বোম্বেলৈ পঠাবলৈ ঠিক কৰিলে আৰু ময়ো যাবলৈ মান্তি হলো। সুৰেশ দেশায়ে আবেলি ৪ বজাত এজন ভদ্ৰলোকক মাতি কিবা এটা ইঙ্গিত দি মোক তেওঁৰ লগত যাবকৈ কলে। বাছত বৰ ভীৰ। তেওঁ য'তে উঠিছে, তাতে উঠিছো ; য'তে নামিছে, তাত নামিছো। এইদৰে ৪।৫ খন বাছ সলনি কৰি শেষত খোজ কাঢ়ি গৈ বালিগঞ্জ থানাৰ ওচৰত এটা গলিয়েদি নি মোক ৰঙা ৰং দিয়া পকী ঘৰ এটাত সুমুৱালে। ভিতৰত এখন দুৱাৰত নাম-ফলিত লিখা আছে 'মিঃ সিংহ'। মোক বাহিৰৰ কোঠাত বহিবলৈ দি তেওঁ দুৱাৰখন ঠেলি ভিতৰলৈ সোমাল। কিন্তু যোৱাৰ আগতে মোক ইঙ্গিত দি গ'ল ( You are meeting J. P. ) অৰ্থাত "তুমি জে, পি-ক লগ পাবা"। সেইদিনা প্ৰথম সেই সময়ৰ ভাৰতৰ বিপ্লৱীসকলৰ আদৰ্শ পুৰুষ শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ লগত সাক্ষাত হোৱাৰ সৌভাগ্য ঘটিল। তেওঁৰ লগত ডাঃ লোহিয়াও আছিল। সেই মুহূৰ্ত্তত মোৰ মনত কি এক শিহৰণ, তাক আজিও মনত পেলাই ভাল লাগে। বহুত সময় কথা হলোঁ। মই সন্দেহ কৰি থকা মতভেদৰ কথাটো বুজিলো। ৰামগড় কংগ্ৰেছৰ আগতে জামছেদপুৰত চৰকাৰৰ বিৰুদ্ধে দিয়া এটা বক্তৃতাৰ পিছত তেওঁক গ্ৰেপ্তাৰ কৰি ১ বছৰ কাৰাদণ্ড দিছিল। '৪২ চনত বিপ্লৱ



আৰম্ভ হোৱাৰ পিচত তেওঁ জেলৰ নিষ্ক্ৰিয় জীৱন এৰি সংগ্ৰামত সক্ৰিয় ভূমিকা লবৰ কাৰণে হাজাৰিবাগ চেণ্ট্ৰেল জেলৰপৰা চাৰিজন সহকৰ্ম্মীসহ পলাই যায়। কিছুদিনৰ পিচত তেওঁক আৰু ডাঃ ৰামমনোহৰ লোহিয়াক সহকৰ্ম্মী কেইজনমানেৰে নেপালৰ সীমান্তৰ আলমোৰা নামে ঠাইতে গ্ৰেপ্তাৰ কৰে। তাৰপৰা স্থানান্তৰলৈ আনিবৰ কাৰণে ৰাতি আটক কৰি থোৱা ঠাইত দুজন পুলিচক হত্যা কৰি তেওঁৰ লগৰীয়াসকলে তেওঁলোকক পলুৱাই লৈ যায়। সেই শান্ত সৌম্য ব্যক্তিজনক চকুৰ আগত দেখি মোৰ এই লোমহৰ্ষক কাহিনীবিলাক মনত পৰিল। মনত প্ৰশ্ন হবলৈ ধৰিলে—এইজন পুৰুষৰ দ্বাৰা এনে কাৰ্য্য সম্ভৱ নে? মই হঠাত এবাৰ সুধি পেলালো, "আপুনি জেলৰপৰা পলাই আহিল কিয়?" এই কথাৰ উত্তৰ প্ৰসঙ্গত তেওঁ যি ক'লে, তাৰ ভাষা এতিয়া মনত নাই, কিন্তু ১৯৪৩ চনত কোনো এক অজ্ঞাত স্থানৰপৰা ভাৰতত সেই সময়ত থকা আমেৰিকান সৈন্য আৰু কৰ্ম্মচাৰীসকলৰ উদ্দেশ্যে লিখা চিঠিত তেওঁ পৰিষ্কাৰ কৰি এই কথাটো এইদৰে লিখিছিল—

> "I recently escaped from Hazaribagh Central prison so that I may serve the cause of freedom more actively. The enemy, I mean the British Imperialist Government, has set up a reward for my arrest; as if I were a criminal runaway from justice. Surely every one of you, if a prisoner of war and given the chance, would run away from your enemies' camp, and your comrades and your countrymen would rightly look upon you as a hero. I am no hero, and yet I am not a criminal. I wish merely to work for the freedom of my people."

মহাত্মা গান্ধীয়ে ১৯৪৩ চনৰ আগষ্ট মাহত তেখেতক বন্দী কৰি থোৱা পুনাৰ আগাখাঁ পেলেচৰপৰা এটা বিবৃতি দি জনালে যে তেওঁৰ আদৰ্শত বিশ্বাসী সকলো কংগ্ৰেছী লোকে কেৱল অহিংস আৰু মুক্ত আন্দোলন কৰিব ; কাৰণ সত্যাগ্ৰহত হিংসা আৰু গুপ্তহত্যাৰ স্থান নাই। এই দলটোক তেতিয়া সত্যাগ্ৰহী দল বুলি আখ্যা দিয়া হৈছিল। তেতিয়া এটা দল শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত চলিবলৈ ধৰিলে। তেওঁলোকৰ এই '৪২ চনৰ আন্দোলনৰ ব্যাখ্যা হ'ল যে, সেইটোৱেই মহাত্মা গান্ধীৰ নিজৰ উক্তিমতেই ভাৰতৰ মুক্তিৰ শেষ সংগ্ৰাম আৰু ভাৰতবাসীৰ মূল মন্ত্ৰ হ'ল "কৰিম কিম্বা মৰিম"। '৪২ চনৰ ৮ আগষ্টৰ দিনা ৰাতি প্ৰতিনিধিসকলৰ বক্তব্যৰ উত্তৰত বোলে গান্ধীজীয়ে কৈছিল যে,

নেতাসকলক আন্দোলনৰ প্ৰস্তুতি কৰিবলৈ নৌ পাওঁতেই যদি গ্ৰেপ্তাৰ কৰে, তেনেহলে এই আন্দোলনত প্ৰতিজন ভাৰতবাসীয়েই নিজৰ নিজৰ নেতা হ'ব। এই আন্দোলনত জেললৈ যোৱাটোৱেই লক্ষ্য নহয়। জেলৰ জীৱনক মাখনৰ দৰে কোমল বুলি তাৰ পৰিবৰ্ত্তে কষ্ট আৰু অন্তিম ত্যাগ হ'ব এই আন্দোলনত প্ৰতিজন ভাৰতবাসীৰে কাম্য। জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত বিপ্লৱ কৰা এই দলটোক 'আগষ্টিয়াৰ' আখ্যা দিয়া হৈছিল। এই দলটোৰ মত আছিল এই যে, গান্ধীজীয়ে যি মহান, পবিত্ৰ আৰু অহিংস সত্যাগ্ৰহ মানি লৈছিল আৰু আনকো গ্ৰহণ কৰিবলৈ কৈছে, সি ৰাজনৈতিক ক্ষেত্ৰত সম্ভৱপৰ নহয়। গান্ধীজীয়ে অহিংসা আৰু সত্যৰ প্ৰতি অবিচলিত বিশ্বাস কোনো অৱস্থাতেই মোকাবিলা কৰিবলৈ মান্তি নহৈ কংগ্ৰেছৰ সাধাৰণ সভ্য হবলৈকো অমান্তি হৈছিল। যেতিয়া ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ দ্বাৰা যুদ্ধৰ বিৰুদ্ধে প্ৰচাৰ কৰাৰ সিদ্ধান্ত ললে, গান্ধীজীয়ে সকলোৱে জনাজাত কংগ্ৰেছৰ নেতা এজনকো প্ৰথম ব্যক্তিগত সত্যাগ্ৰহী মনোনীত নকৰি আশ্ৰমবাসী, কোনোদিনে ৰাজনীতিত অংশ গ্ৰহণ নকৰা আচাৰ্য্য বিনোৱা ভাৱেকহে মনোনীত কৰিছিল। 'আগষ্টিয়াৰ'-সকলৰ কথা হ'ল এই আন্দোলনতে তেওঁলোকে যি পন্থা গ্ৰহণ কৰিছিল, সিহে সেই সময়ত ভাৰতবৰ্ষৰ মুক্তি-যুঁজৰ অতি সম্ভৱপৰ পথ। তেওঁলোকৰ মতে গান্ধীজীৰ ব্যক্তিগত সত্যাগ্ৰহৰ প্ৰতি যি বিশ্বাস আছে, তাৰ বিচাৰ-ধাৰাৰে তেওঁলোকৰ কৰ্ম্ম-পন্থাৰ বিচাৰ হব নোৱাৰে। তেওঁলোকক বিচাৰ কৰিব নিখিল ভাৰত কংগ্ৰেছ কমিটীয়েহে। 'সত্যাগ্ৰহী'সকলে আন্দোলন চলি থকা অৱস্থাত বেলেগ পথ লবলৈ কৰা সিদ্ধান্ত 'আগষ্টিয়াৰ'সকলৰ মতে নেতাসকলে ৰাইজক দিয়া "কৰেঙ্গে ইয়া মৰেঙ্গে" প্ৰতিশ্ৰুতিৰ বিশ্বাসঘাতকতা স্বৰূপ। ৰাইজক এইদৰে নিৰ্ম্মম জ্বালা-যন্ত্ৰণা খুৱাই নেতাসকলক জেলত এৰি আৰু স্বাধীনতাৰ লক্ষ্য পূৰণ নোহোৱাকৈয়ে কোনো নতুন সিদ্ধান্ত লোৱাটো তেওঁলোকৰ কাৰণে ন্যায়সঙ্গত হোৱা নাই। গতিকে তেওঁলোকৰ লক্ষ্য হ'ল জনসাধাৰণৰ এই জাগি উঠা বিপ্লৱী মনোভাৱক জীয়াই ৰাখি নেতাজী সুভাষ বসুৰ আজাদ হিন্দ ফৌজৰ লগত সম্পৰ্ক স্থাপন কৰি ভাৰতৰ মুক্তি-যুঁজ শক্তিশালী কৰা, বৃটিছ চৰকাৰৰ সেই দুৰ্ব্বল মুহূৰ্ত্তত চেপা দি ভাৰতৰ স্বাধীনতা লাভ কৰা। সেই সময়ত বিপ্লৱীসকললৈ সম্বোধন কৰি লিখা আৰু গুপ্তভাৱে ছপা হৈ পুস্তিকা আকাৰে প্ৰচাৰ হোৱা ১নং, ২নং আৰু ৩নং চিঠিৰ জৰিয়তে গুপ্তভাৱে কাম কৰি থকা বিপ্লৱীসকললৈ এই নিৰ্দ্দেশবিলাক দিয়া হৈছিল। ১৯৪৩ চনত কোনো এক অজ্ঞাত স্থানৰপৰা মুক্তি-যুঁজাৰুসকললৈ ১নং চিঠিত শ্ৰীজয়প্ৰকাশ নাৰায়ণে লিখা ইংৰাজী বাক্য দুটামান ইয়াত উদ্ধৃত কৰি দিয়াৰ লোভ সামৰিব নোৱাৰিলো—



> "Coming to the question as it affects us, I would first remind you of the difference between Gandhiji's views on non-violence and those of the Working Committee and the A.I.C.C. Gandhiji is in no event prepared to depart from non-violence. With him it is a question of faith and life principle. Not so with the Congress. The Congress has stated repeatedly during this war that if India became free, or even a national Government were set up, it would be prepared to resist aggression with arms. So if we are prepared to fight Japan and Germany with arms, why must we refuse to fight Britain in the same manner?
>
> "I should add that I have no hesitation in admitting that non-violence of the brave if practised on a sufficiently large scale, would make violence unnecessary, but where such non-violence is absent, I should not allow cowardice, clothed in shastric subtleties to the development of this revolution and lead to its failure."

মোৰ কলিকতাত থকাৰ আৰু পিচত নিৰাপদে অসমলৈ অহাৰ সকলো দায়িত্ব 'আগষ্টিয়াৰ'দলে গাত ললে। কিন্তু মই যে ৺অন্নদাবাবুক তেওঁ দিয়া দায়িত্ব লৈ বোম্বেলৈ যাম বুলি কথা দিলো? জয়প্ৰকাশ নাৰায়ণে লাহেকৈ মাত্ৰ কলে, "তুমি তেওঁক কথা দিব নেলাগিছিল"। মই মোৰ কথা ৰাখি বোম্বেলৈ গলো কিন্তু বোম্বেত পেটেল নিৱাসত মোক আৰু মোৰ লগত যোৱা সেই সময়ৰ কলিকতাৰ ছাত্ৰ, এতিয়া ভূমি সংৰক্ষণ বিভাগৰ সঞ্চালক শ্ৰীমান প্ৰমোদ-গোস্বামীক গ্ৰেপ্তাৰ কৰে। হাজোতত থকা এজনৰ বোম্বে হাইকোৰ্টৰ 'ৰিট' দৰ্খাস্তৰ ৰায়ৰ বলত বিনা অপৰাধে সন্দেহত ১৫ দিনতকৈ বেছি দিন আটক কৰি থোৱা সকলো বন্দীকে মুক্তি দিবলৈ হুকুম হোৱাত এইবেলি অস্থায়ী কাৰাবাসত আটক কৰি থোৱা অসমৰ আমিও মুক্তি পাওঁ। মই বোম্বেলৈ যাব লগাৰ কাৰণটোও উল্লেখযোগ্য। সেই বছৰৰ ৯ আগষ্ট তাৰিখে গান্ধীজীৰ মুক্তিৰ দাবী কৰি ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰপৰা এটা নিৰ্দ্ধাৰিত সংখ্যক শান্তি-সেনা বোম্বে চহৰৰ গোৱালিয়ৰ টেঙ্ক ময়দানত সমবেত হৈ পদব্ৰজে পুনালৈ আগ বাঢ়িব। আমাৰ অসমৰপৰাও ১২ জন শান্তি-সেনা নিৰ্ব্বাচিত হৈছিল। মই বোম্বেত থাকি অসমৰপৰা যোৱা কিজনক দেখা দিলে তেওঁলোক উৎসাহিত হব,—এয়ে কথা।

বোম্বেৰপৰা আহি পোনে পোনে 'আগষ্টিয়াৰ'সকলৰ বাহৰলৈ যাওঁ। ইতিমধ্যে ৺অন্নদা বাবুও অৱশ্যে গ্ৰেপ্তাৰ হ'ল। তেওঁলোকে মোক লোৱাৰ চিৎপুৰ ৰ'ডত এটা কোঠালী ভাৰা কৰি থকা-মেলাৰ দিহা কৰি দিলে। সেই সময়ত মোৰ তত্বাবধান আৰু খা-খবৰ শ্ৰীসুবোধ হাজৰিকাই লৈছিল আৰু অসমলৈ তেওঁৰ জৰিয়তে খা-খবৰবিলাক দিছিলো। এদিন ভবানীপুৰৰ এটা ঘৰত আমাৰ আলোচনা বহিল। আলোচনাত শ্ৰীযুতা অৰুণা আচফ আলিয়ে প্ৰস্তাৱ কৰিলে যে, তেওঁ নিজে অসমলৈ গৈ সকলো কথা জানিব খোজে। শ্ৰীজয়প্ৰকাশ নাৰায়ণে তেওঁৰ দুঃসাহসিক প্ৰস্তাৱত আচৰিত হলেও শেহত মান্তি হ'ল। নকলেও হ'ব যে, তেতিয়া অৰুণা আচফ আলি, ডাঃ লোহিয়া, পটৱৰ্দ্ধন, সকলোৰে মূৰৰ কাৰণে দাম নিৰ্দ্ধাৰণ কৰা হৈছিল। জয়প্ৰকাশ নাৰায়ণৰতো কথাই নাই, অৰুণা আচফ আলি অসমলৈ আহি অসমৰ নেতাসকলক লগ ধৰি কলিকতালৈ উভতি যায়। তাৰ পিচত মই সেই বছৰৰ দুৰ্গাপূজাৰ সপ্তমীৰ দিনা আহি গুৱাহাটী পাওঁ আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰী আৰু ৺শঙ্কৰ বৰুৱাক লগ পাওঁ। আমি ধৰা দি ফাটেকলৈ যাব লাগে বুলি কেইবাজনো কংগ্ৰেছী নেতাই আমাক অসমতো বৰ বিব্ৰত কৰিছিল। কিন্তু লোকপ্ৰিয় বৰদলৈদেৱক লগ ধৰি আমাৰ চিন্তাধাৰা আৰু কৰ্ম্মপদ্ধতিৰ কথা কোৱাত তেখেত এখন যুটীয়া আলোচনাৰ আয়োজন কৰে আৰু আলোচনাৰ শেষত তেখেতসকলৰ আদৰ্শৰ লগত অমিল হোৱা সত্বেও আমাক কৰ্ত্তব্য পথত আগুৱাই যাবলৈ দিলে আৰু আমাৰ বিৰুদ্ধে কোনো প্ৰকাৰৰ বিৰোধিতা নকৰিবলৈ বাকীসকলক পৰামৰ্শ দিলে। এইবিলাক হৈছিল ১৯৪৪ চনত। ১৯৪৫ চনত নেতাসকলক মুক্তি দিয়ে আৰু কংগ্ৰেছ পুনৰ শান্তিপূৰ্ণ অৱস্থালৈ ক্ৰমান্বয়ে ঘূৰি আহে। ১৯৪৬ চনৰ মাৰ্চ্চত লৰ্ড পেথিক লৰেঞ্চৰ নেতৃত্বত বৃটিছ কেবিনেট মিছন আহি নেতৃবৰ্গৰ লগত আলোচনা কৰি মে' মাহত এখন তিনিখলপীয়া আঁচনি দাঙি ধৰে। ১৬ জুনত কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে সেই আঁচনিৰ সংশোধন বিচাৰে আৰু মুছলিম লীগৰ বিৰোধিতাত বৃটিছ গৱৰ্ণমেন্টে সেই দাবী অগ্ৰাহ্য কৰে। ইয়াৰ পিচত দেশ বিভাজনৰ ভিত্তিত ১৯৪৭ চনৰ ১৫ আগষ্টত ক্ষমতা হস্তান্তৰৰ দিন স্থিৰ কৰা হয়।

# ভাৰতৰ মুক্তি যুঁজৰ থূলমূল অভিজ্ঞতা

**শ্ৰীলীলাধৰ বৰুৱা**

আজি ৪১ বছৰৰ পিচত স্বাধীনতা আন্দোলনৰ বিষয়ে লিখিবলৈ গৈ যিবিলাক ঘটনা মনত আছে, তাৰে এটি চমু টোকা ইয়াত দিবলৈ চেষ্টা কৰিছো। ইয়াত বহু কৰ্ম্মীৰ কথা বাদ পৰিব পাৰে; তাৰ বাবে যেন সহকৰ্ম্মীসকলে মোৰ দোষ-ত্ৰুটি মাৰ্জ্জনা কৰে।

১৯২১ চনৰ জানুৱাৰী মাহৰ ১৮ তাৰিখে প্ৰায় ১১ বজাত মহাত্মা গান্ধী আমিনগাওঁ ষ্টেচনত নামেহি। সেই সময়ত মোৰ মাত্ৰ ১৩ বছৰ বয়স, আৰু মই হাইস্কুলৰ ছাত্ৰ আছিলো।

মহাত্মা গান্ধী প্ৰথম বাৰৰ কাৰণে অসমলৈ অহা বুলি জানিব পাৰি স্কুল এৰি মহাত্মাৰ দৰ্শন লাভৰ উদ্দেশ্যে ১৮ জানুৱাৰীৰ পুৱা আমিনগাওঁ ৰেল ষ্টেচন পাওঁগৈ।

পাণ্ডুঘাটত যেতিয়া মহাত্মা গান্ধী জাহাজৰ ওপৰৰপৰা চিৰিয়েদি নামি আহে, মই তেখেতৰ ওচৰ চাপি নমস্কাৰ কৰো। তেখেতে মোৰ গালত থপৰিয়াই 'কেইসা হেই বেটা' বুলি কৈ মৰম কৰি জাহাজৰপৰা নামি যোৱাৰ লগে লগে ময়ো তেখেতৰ পিচ ললো।

পাণ্ডুৰপৰা জনতাই শোভাযাত্ৰা কৰি মহাত্মাক গুৱাহাটীৰ ৺তৰুণৰাম ফুকনৰ ঘৰলৈ আগবঢ়াই আনিছিল। আবেলি ৫ বজাত ফুকনৰ পথাৰত সজা মণ্ডপত গান্ধীজীয়ে অসহযোগ আন্দোলনৰ বিষয়ে ভাষণ দিয়ে আৰু সভাৰ শেষত বিলাতী কাপোৰ দাহন যজ্ঞ আৰম্ভ কৰে। গুৱাহাটীৰপৰা মহাত্মা গান্ধী তেজপুৰ, নগাওঁ, যোৰহাট, ডিব্ৰুগড় আৰু তাৰপৰা ছিলচৰলৈ যায়। যোৰহাটৰপৰা তিতাবৰ পাওঁতে প্ৰায় গোটেই ৰাতি লাগিছিল আৰু মাজতে এবাৰ মহাত্মাৰ দবাটো এমাইলমান এৰি থৈ যোৱাৰ পিচত গাৰ্ড চাহাবে আকৌ ইঞ্জিন-চালকক মাতি আনি টানি নিয়াইছিল।

অসমৰ যিখন ঠাইলৈকে মহাত্মা গৈছিল, সেই ঠাইতেই বিলাতী কাপোৰ পোৰাৰ দিহা কৰিছিল।

১৯২৯ চনৰ ডিচেম্বৰ মাহ। কলিকতাৰ চিটি কলেজৰ হোষ্টেলৰ মৈদানত ৰাতিপুৱা ৪ বজাত ব্যায়াম কৰি আহি চাহ খাবলৈ যো-জা কৰিছো। এনেতে গুৱাহাটীৰপৰা শ্ৰীপবিত্ৰনাথ শৰ্ম্মা আৰু উত্তৰ গুৱাহাটীৰ ৺ৰাধামোহন বৰদলৈ আহি মোৰ কমত উপস্থিত। তেখতসকলৰপৰা জানিব পাৰিলো যে, তেখেতসকল লাহোৰ কংগ্ৰেছলৈ অসমৰপৰা প্ৰতিনিধি হিচাবে যোগ দিবলৈ আহিছে। তেখেতসকলৰ লগত মোৰো যাবৰ ইচ্ছা হোৱাতো আই-এছ-ছি পৰীক্ষা আগত থকাৰ কাৰণে যাব নোৱাৰিলো।

৩১ ডিচেম্বৰৰ ৰাতি ১২ বজাত জৱহৰলাল নেহেৰুৱে পূৰ্ণ স্বৰাজ ঘোষণা কৰি প্ৰস্তাৱ আনিব বুলি খবৰ পাই সেইদিনা আমি হোষ্টেলৰ ল'ৰাবিলাকে গোটেই ৰাতি উজাগৰে থাকি চাকি-বন্তি লগাই উৎসৱ পালন কৰো।

১৯৩০ চনৰ মাৰ্চ্চ মাহত মহাত্মা গান্ধীয়ে যেতিয়া লৱণ আইন ভঙ্গ কৰিবৰ কাৰণে সবৰমতী আশ্ৰমৰপৰা আশ্ৰমবাসীসকলক লগত লৈ ডাণ্ডী অভিমুখে পদ-যাত্ৰা কৰিব বুলি খবৰ ওলাল, সেইদিনাই কলিকতাৰপৰা সেই পদযাত্ৰাত যোগ দিবলৈ মনস্থ কৰিলো। মই মোৰ বন্ধু নগাঁৱৰ শ্ৰীপুষ্পধৰ বৰুৱা আৰু মঙ্গলদৈৰ শ্ৰীভদ্ৰকান্ত শৰ্ম্মাৰ লগত আলোচনা কৰাত তেখেতসকলে মোৰ মত সমৰ্থন কৰি মোক উক্ত পদ-যাত্ৰাত যোগ দিবলৈ উৎসাহ দিলে আৰু কলিকতাত থকা অসমীয়া বন্ধুসকলে মোক হাওৰা-দিল্লী মেইলত উঠাই বিদায় দিলে। পিচদিনা দিল্লী পাই ৰাতি ৯ বজাত দিল্লী-আহমদাবাদ মেইলত উঠি সবৰমতী আশ্ৰমলৈ ৰাওনা হওঁ।

সবৰমতী আশ্ৰমত মই পোনপ্ৰথমে ৺আব্বাচ তৈয়বজীক লগ ধৰো। তেখেতে মোৰ সকলো খবৰ লৈ মোক এসপ্তাহ গুজৰাট বিদ্যাপীঠত সত্যাগ্ৰহী ট্ৰেইনিং লৈ ডাণ্ডী অভিমুখে যাবলৈ উপদেশ দিয়াত মই ট্ৰেইনিং লৈ ডাণ্ডী পাওঁগৈ আৰু বাপুজীক লগ ধৰি সকলো কথা কওঁ। তেতিয়া তেখেতে ৺তৰুণ ফুকন আৰু ৺নবীন বৰদলৈৰ কথা সোধাত মই কৈছিলো, ফুকন আৰু বৰদলৈয়ে লাহোৰ কংগ্ৰেছৰপৰা ঘূৰি গৈ অসমৰ পৰিস্থিতিলৈ চাই আন এটা দল খুলি বিধান সভাত যোগ দিব লাগে বুলিহে বিবৃতি দিছে আৰু সেই কাৰণেই মই অসমৰ হৈ আপোনাৰ দলৰ লগত কাম কৰিবলৈ আহিছো। মহাত্মাই তেতিয়া মোক ১০ দিন কাম কৰি আকৌ অসমলৈ ঘূৰি গৈ কাম কৰিবলৈ কোৱাত মই তেখেতৰ আশীৰ্ব্বাদ শিৰত লৈ অসমলৈ আহি কামত লাগো।



ডাণ্ডীত থকা সময়ত সত্যাগ্ৰহীসকলে সদায় পুৱা প্ৰাৰ্থনা কৰি দলবান্ধি গৈ খেজুৰ গছ কাটিছিল আৰু সাগৰৰপৰা পানী আনি নিমখ তৈয়াৰ কৰিছিল আৰু আবেলি সদায় শিবিৰত খাই-বৈ উঠি প্ৰাৰ্থনা কৰিছিল আৰু তাতেই মহাত্মাই ৰাজহুৱা সভাত ভাষণ দিছিল।

ডাণ্ডীৰপৰা অসমলৈ ঘূৰাৰ পথত জয়পুৰ ষ্টেচনলৈকে মই প্ৰত্যেক ষ্টেচনতে ৰাইজৰপৰা খুব আদৰ-সাদৰ পাইছিলো আৰু মোৰ বাটত খোৱাৰ কোনো অসুবিধা হোৱা নাছিল। কিয়নো, মহাত্মাৰ ওচৰৰপৰা অহা বুলি জানিলেই মোক মানুহে খাবলৈ দিছিল। ডাণ্ডীৰপৰা গুৱাহাটী পোৱাৰ লগে লগে মই গুৱাহাটীৰ কিছুমান যুবকক লগ ধৰি মহাত্মাৰ বাণীৰ বিষয়ে কোৱাত যুবকসকলে জুবিলী ফীল্ডত এখন ৰাজহুৱা সভা আহ্বান কৰে। সেই সভাতে ৺তৰুণৰাম ফুকনে সভাপতিত্ব কৰে।

দেশৰ পৰিস্থিতিৰ বিষয়ে কেইজনমান বক্তাই কোৱাৰ পাচত সভাপতিয়ে সামৰণি মন্তব্য দিবলৈ উঠাত মই দুই আষাৰ ক'ব খোজাত সময় নাই বুলি সভাপতিয়ে কোৱাত যুবক সমাজৰ তৰফৰপৰা গুৱাহাটীৰ ব্যায়াম সংঘৰ প্ৰতিষ্ঠাতা শ্ৰীদেবপাল দাসে চিঞৰি চিঞৰি কবলৈ ধৰিলে—"সময় দিবই লাগিব, আমি তেখেতৰ বক্তৃতা শুনিব খোজো।" ৺ফুকন ডাঙৰীয়াই উপায় নাপাই দুই মিনিট সময় ক'বলৈ দিয়ে। দুই মিনিটৰ ঠাইত মই প্ৰায় ১০ মিনিট কওঁ আৰু মহাত্মাৰ আগত ফুকন, বৰদলৈৰ বিষয়ে যিবিলাক কথা কৈছিলো আৰু মহাত্মাই অসমৰ যুবকসকলৰ বিষয়ে যি যি কৈছিল, সেই সকলোবিলাক কোৱাৰ পিচত যুবকসকলে "নেতাসকলক বাদ দি যুবকসকলেই কামত লাগিব লাগে" বুলি মত দিয়ে। ১৯৩০ চনৰ আন্দোলনত ডেকাসকলেই আগ ভাগ লৈছিল।

গুৱাহাটীৰপৰা দুদিন পাচতে নগাঁৱলৈ যাওঁ আৰু তাত ঘৰে ঘৰে নিমখ বিলাই জুবিলী পথাৰত এখন ৰাজহুৱা সভা পাতো আৰু তাতেই নগাঁৱৰ সুযোগ্য নেতা ৺হলধৰ ভূঞাদেৱে আন্দোলন চলাবলৈ সেই সভাতে গাত লয় আৰু নগাঁৱত আন্দোলন চলায়। নগাঁৱৰপৰা ঘূৰি আহি তেজপুৰ অভিমুখে জাহাজত ৰাওনা হওঁ।

তেজপুৰলৈ যোৱাৰ পথত ৰাতিপুৱা তেজপুৰ পোৱাৰ সময়ত ত্যাগবীৰ হেম বৰুৱাক লগ পাওঁ। তেখেতক কলৈ যাব বুলি সোধাত তেখেতে কৈছিল যে, তেখেত আৰু শ্ৰীঅমিয় দাস জামুগুৰিৰ ৰায়ত সভালৈ যাব। তেখেতসকলে

মোকো ৰায়ত সভালৈ যাবলৈ লগ ধৰিছিল। মই তেজপুৰ হৈ সেই সভালৈ যাম বুলি কৈ তেজপুৰতে নামি গৈছিলো।

তেজপুৰত নামি মই মোৰ কলেজীয়া বন্ধু এজনৰ ঘৰত থাকিবলৈ যোৱাত, তেখেতৰ দেউতাকে থাকিব নোৱাৰোঁ বুলি কোৱাত মই বৰ বিমোৰত পৰি তেখেতৰ ঘৰৰপৰা ঘূৰি অহাত এজন বঙালী ল'ৰাই পাই মাতি নি এটা হোটেলত থকাৰ বাবে ঠিক কৰি দি মোৰ খোৱাৰ ব্যৱস্থা কৰি দিলে। মোৰ খবৰ পায়েই তেজপুৰৰ একনিষ্ঠ কৰ্ম্মী শ্ৰীযুত ৰুদ্ৰ বৰা আহি মোক জামুগুৰিত হোৱা ৰায়ত সভালৈ নিবলৈ আহিছিল আৰু ময়ো যাবলৈ ওলাইছিলো। যাবলৈ ওলোৱাৰ সময়তে কেইজনমান ল'ৰাই আহি খবৰ দিলে যে স্কুলৰ ল'ৰাবিলাকে মোক লৈ এটা শোভাযাত্ৰা কৰিবলৈ সাজু হৈছে। সেই কাৰণে মই প'ল' ফীল্ডলৈ যাব লাগে। তেতিয়া আমি সেই শোভাযাত্ৰাত যোগ দিবলৈ গলো। উক্ত শোভাযাত্ৰা পৰিচালনা কৰিছিল তেজপুৰৰ প্ৰবীণ নেতা ৺মহাদেৱ শৰ্ম্মাৰ ভায়েক শ্ৰীবেদানন্দ শৰ্ম্মাই। শোভাযাত্ৰা যেতিয়া কাছাৰিৰ ওচৰ পায়, তেতিয়া পুলিচ চাহাব আৰু ডেপুটী কমিছনাৰ চাহাব আহি শোভাযাত্ৰা ভঙ্গ কৰিবলৈ হুকুম দিয়ে। তেতিয়া মই গৈ ভঙ্গ নকৰো বুলি কোৱাত শ্ৰীবেদানন্দ শৰ্ম্মা আৰু মোক হাতত ধৰি ডেপুটী কমিছনাৰ চাহাবে কাছাৰিলৈ লৈ যায় আৰু প্ৰথম শ্ৰেণীৰ হাকিমক গতাই দিয়ে। বাকী শোভাযাত্ৰীসকলক বাধা দিব নোৱাৰি তেওঁলোকৰ ওপৰত লাঠি চালনা কৰে। কাছাৰিৰপৰা আমাক তৎক্ষণাৎ জেললৈ নি দুয়োকো এটা চেলত বন্ধ কৰি থলে। পিচদিনা পুৱা ১০ বজাত জেলৰ ভিতৰতে আলিমুদ্দিন হাকিমে বিচাৰ কৰি মোক ৪ মাহ কাৰাদণ্ড আৰু বেদানন্দক খালাচ দিলে। কাৰাদণ্ড দিয়াৰ লগে লগে মোক গেটতে কয়দীৰ পোচাক পিন্ধাই মোৰ কাপোৰবোৰ জেলতে জমা ৰাখি ভিতৰলৈ আনি সাধাৰণ কয়দীৰ লগত আলাপাতা খুন্দিবলৈ লগাই দিলে। ময়ো হেলাৰঙ্গে কাম কৰি যাবলৈ ধৰিলো। তাৰ কেইদিনমান পাচতে আকৌ শিল ভাঙিবলৈ লগালে। এইদৰে কাম কৰাৰ পাচত জেইলাৰে মৰম কৰি কাপোৰ বোৱা ঘৰত কাম কৰিবলৈ লগালে। সেই সময়ত মোৰ বাহিৰে আন কোনো ৰাজনৈতিক বন্দী জেলত নাছিল। মোক সাধাৰণ কয়দীৰ লগতে থাকিবলৈ দিছিল। গধূলি ধৰ্ম্মগ্ৰন্থ পঢ়িবৰ কাৰণে এটা লেম্প দিছিল। সেই সময়ত জেলত আঠুৰা ব্যৱহাৰ কৰিবলৈ নিদিছিল। সেই কাৰণে মহৰ কামোৰৰপৰা



হাত সাৰিবৰ কাৰণে ৰাতি শুবৰ সময়ত গোটেই গাত কেৰাচিন তেল ঘহি শুইছিলো। তেতিয়াহলে মহে নেকামোৰে।

মোৰ খালাচ হ'বৰ সময়ত ছিলেটৰপৰা ৺ব্ৰজেন্দ্ৰনাৰায়ণ চৌধুৰী, বিষ্ণুৰাম মেধি ডাঙৰীয়া আৰু দেৱী বৰুৱাক তেজপুৰ জেললৈ আনে। তেখেতসকল 'এ' আৰু 'বি' ডিভিজনৰ কয়দী আছিল কাৰণে তেখেতসকলৰ লগত মোক দেখা কৰিবলৈ দিয়া নাছিল। তেখেতসকল তেজপুৰলৈ অহাৰ লগে লগে মোক খালাচ দিবৰ কাৰণে গুৱাহাটীলৈ বদলি কৰে। বাটত আহোতে তিনিজন চিপাহীয়ে মোৰ দুয়ো হাতত হাত-কেৰেয়া দি আৰু কঁকালত জৰি লগাই জাহাজত আনে। জাহাজত মোক কেৱল শুকান চিৰা আৰু গুৰ খাবলৈ দিছিল।

গুৱাহাটীৰ জেইলত তেতিয়া প্ৰায় ৪০০ ৰাজনৈতিক বন্দী আছিল আৰু তাৰ ভিতৰত মই কেৱল শ্ৰীগিৰীন্দ্ৰ ( মণ্টু ) চৌধুৰীকহে চিনি পাইছিলো। কিয়নো, মই গুৱাহাটীত প্ৰায় নাছিলো বুলিবই পাৰি। পুৱা খালাচ দিয়াৰ সময়ত মই গেটত আহি শ্ৰীলক্ষ্মীধৰ বড়া আৰু ৺সিদ্ধিনাথ শৰ্ম্মা বিচাৰাধীন বন্দী হিচাবে থকা বুলি গম পাওঁ। জেলৰপৰা ওলাই আহি ৺নবীনচন্দ্ৰ বৰদলৈৰ ঘৰবিলাকত থকা কেম্পত শ্ৰীৰবীন কাকতী, শ্ৰীনবীন গগৈ আৰু ৺গোলোক পাঠকক লগ পাওঁ। পাঠক, ৰমা শৰ্ম্মা আৰু আন কেইজনমান কৰ্ম্মী লগ হৈ আমি দক্ষিণপাৰৰ গাওঁবিলাকত খাবৰ কাৰণে চাউল তুলি ফুৰিছিলো। তাৰ পিচত আমি উত্তৰ পাৰলৈ যাওঁ। আমাৰ লগত প্ৰায় ১০।১২ জন কৰ্ম্মী আছিল। লগত হাৰমনিয়ামো আছিল। কিয়নো, চাউল তোলাৰ সময়ত জাতীয় সঙ্গীত আদি গোৱা হৈছিল। দক্ষিণ-পাৰৰ গাওঁবিলাকত ঘূৰোতে শ্ৰীচন্দ্ৰকুমাৰ চাকছেনা, শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানী আৰু শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ নাম মানুহৰ মুখে মুখে শুনিছিলো। তেখেতসকলেও এই গাওঁবিলাকত ঘূৰি ঘূৰি খুব কাম কৰিছিল। এই গাওঁবিলাকত কাম কৰোতে তেজপুৰৰ শ্ৰীজানুৰাম দাসে আমাৰ লগত কাম কৰিছিল আৰু ৺আৰুণী দাসৰ ঘৰত আমাৰ থকা-মেলাৰ সকলো সুবিধা কৰি দিছিল। এই পৰিয়ালটোৰপৰাই আমি বহুত সুবিধা পাইছিলো। সেই সময়ত ৰামপুৰৰ আইসকলে আমাক খুব সহায় কৰিছিল। শ্ৰীদেবেন চৌধুৰী তেতিয়া জেলত আছিল আৰু তেওঁৰ ভালৰ কাৰণে আইসকলে নাম-কীৰ্ত্তন কৰিছিল। পলাশ-বাৰীৰ ভোগেশ্বৰ দাস আমাৰ লগৰ এজন ভাল কৰ্ম্মী আছিল। ইয়াৰ বাহিৰেও আমাৰ লগত আৰু বহুত কৰ্ম্মী আছিল। সেইসকলৰ নাম এতিয়া পাহৰিলো।

জেলৰপৰা ওলাই আহি কিছুদিন কাম কৰাৰ পাঁচত উত্তৰ গুৱাহাটীৰ অশ্বক্লান্ত পাহাৰত আউনিআটী সত্ৰৰ ওচৰত এখন হৰিজন আশ্ৰম খোলা হয়। উক্ত আশ্ৰমৰ ভেটী কমলাকান্ত ভট্টাচাৰ্য্যই স্থাপন কৰে। উক্ত আশ্ৰমত তেখেতৰ পৰিবাৰে মাজে মাজে গৈ আশ্ৰমৰ খেতিতঁ হোৱা সৰিয়হ আদি তুলি দি সহায় কৰিছিল।

১৯৩১ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভা কৰাচীত বহে। উক্ত সভালৈ মই, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীঅমিয়কুমাৰ দাস, ৺হেম বৰুৱা আৰু ৺সিদ্ধিনাথ শৰ্ম্মা একেলগে ৰেলত ৰাওনা হওঁ। মেধি ডাঙৰীয়া প্ৰথম শ্ৰেণীৰ দবাত গৈছিল। আমি বাকী কেইজন এটা তৃতীয় শ্ৰেণীৰ দবাত গৈছিলো। গাড়ীত ইমান ভিৰ হৈছিল যে, আমি কলিকতাৰপৰা লাহোৰলৈকে বহি গৈছিলো। বাটত আমাৰ চাহ আদি খোৱাৰ সকলো ব্যৱস্থা শ্ৰীঅমিয় দাসে কৰিছিল, কিয়নো, আমি নিজৰ বহা ঠাই এৰিলে আকৌ ঘূৰি আহি বহা টান আছিল। লাহোৰ ষ্টেচন পোৱাৰ লগে লগে শ্ৰীঅমিয় দাসে বাহিৰলৈ নামি গৈ চাহ আনে আৰু ছৰ্দাৰ ভগৎসিঙৰ ফাঁচি হোৱা খবৰটো কাগজত পঢ়ি আমাক দিয়ে। কৰাচী কংগ্ৰেছলৈ অসমৰপৰা বহুত প্ৰতিনিধি গৈছিল। আমি অসমীয়া প্ৰতিনিধিবিলাকে শ্ৰীযুতা চন্দ্ৰপ্ৰভা শইকীয়ানী আৰু ৺শঙ্কৰ বৰুৱাৰ নেতৃত্বত সদায় ৰাতিপুৱা প্ৰভাত-ফেৰি কৰিছিলো। শ্ৰীনৰনাৰায়ণ গোস্বামী আৰু মই কৰাচী কংগ্ৰেছৰপৰা ঘূৰি অহাৰ পথত ৰাৱলপিণ্ডি হৈ শ্ৰীনগৰলৈ যাওঁ। শ্ৰীনগৰৰপৰা খাইবাৰ পাছলৈ যোৱাৰ বন্দৱস্ত কৰিছিলো, কিন্তু সেই সময়ত খাইবাৰ পাছত যুঁজ লাগি থকা বাবে যোৱা নহ'ল। চি. আই. ডি. আমাৰ লগত অনবৰত আছিল, কিন্তু তেওঁলোকৰপৰা আমাৰ অসুবিধা নহৈ বৰং সুবিধাহে হৈছিল।

## ১৯৩২ চনৰ সত্যাগ্ৰহ আন্দোলন

কৰাচী কংগ্ৰেছৰ সভাত যোগ দি তাৰপৰা অসমলৈ ঘূৰি আহি মই ৺শঙ্কৰ বৰুৱা আৰু তেখেতৰ সহকৰ্ম্মী ৺ভোলা বৰুৱাৰ অনুৰোধত গোলাঘাটলৈ কাম কৰিবলৈ যাওঁ। তেখেতসকলে ১৯২৪ চনৰপৰাই গাৱেঁ গাৱেঁ অস্পৃশ্যতা বৰ্জ্জনৰ কাম কৰিছিল। এই কামত ৺দ্বাৰিকানাথ গোস্বামীয়ে তেখেত-সকলক সহায় কৰিছিল। তেখেতসকলে গাৱেঁ গাৱেঁ আশ্ৰম খুলিছিল। তেখেতসকলৰ আশ্ৰম খোলাৰ এটা বিশেষত্ব এইটোৱেই যে, যিঘৰ মানুহে তেখেতৰ আদৰ্শত মত দিছিল, সেই ঘৰতেই আশ্ৰমৰ নিয়ম-কানুন চলাই আশ্ৰম কৰিছিল। সেই কাৰণে মই গোলাঘাটত গৈ কাম কৰাত সহজ পাইছিলো। তেওঁৰ আশ্ৰম ৪।৫টা মৌজাত আছিল। মিকিৰ পাহাৰৰ কালিয়নী পাহাৰতো তেওঁৰ আশ্ৰম আছিল। তাৰপৰাই শ্ৰীকলীয়া টিমু নামৰ এজন মিকিৰে ১৯৩২ চনত জেল খাইছিল।



গোলাঘাট টাউনত আমাৰ কেম্প আছিল। ৺চন্দ্ৰ বৰুৱাৰ ঘৰ এটাত। তাত গাৱঁৰপৰা দৈনিক চাউল খুজি খুজি আমি কৰ্ম্মীসকলক খুৱাব লাগিছিল। কেম্পত প্ৰায় সদায়েই নিমখ-তেলেৰে ভাত খাব লাগিছিল। শঙ্কৰ বৰুৱা, মই আৰু ভোলা বৰুৱাই প্ৰায় ২০।২৫ জন কৰ্ম্মী লৈ গোলাঘাটৰ প্ৰায়বিলাক মৌজাতে সংগঠন কৰি ফুৰিছিলো। আমাৰ দলত আছিল ৺থগীৰাম কাকতি, নাওশলীয়া ফুকন, কেকাই সোণোৱাল, বলোৰাম গগৈ, টুৱাৰাম মহন্ত, ধীৰেন দত্ত, পোৱাল ঠাকুৰ, ৰঙ্গাই বৰমেধি, থগীৰাম বৰা, কমলা মিৰি, কানীয়া বুঢ়া ( নামতো পাইছিলো, মহুৰা বৰপথাৰৰ ), নালীয়া বৰা, বগাই দত্ত, সভাৰাম দাস, ধৰ্ম্মেশ্বৰ বৰুৱা, আনন্দি দাস আৰু বহুপথাৰৰ কেইজনমান কৰ্ম্মী। ১৯৩২ চনৰ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে মই পলাই পলাই গাৱেঁ গাৱেঁ সত্যাগ্ৰহী উলিয়াই টাউনত পিকেটিং কৰিবলৈ পঠিয়াইছিলো। গোলাঘাট টাউনৰ সৰহভাগ পৰিয়ালেই এই আন্দোলনত যোগ দিছিল। মদৰ দোকানত পিকেটিং কৰাসকলৰ ভিতৰত ৺গিৰিশ বৰুৱাৰ মাক, ৺গুতুলাৰ মাক আৰু আইতাক, বচন হাজৰিকা, ৺ভুবন বৰবৰাৰ শাহু-আইতাক আৰু তেখেতৰ পৰিবাৰৰ নাম উল্লেখযোগ্য। ছোৱালী সেৱিকাৰ ভিতৰত ব্ৰহ্মানন্দ দত্ত উকিলৰ জীয়েক দেৱবালা, হেম কাকতি ( বৰ্ত্তমান হেম ভূঞা ), পুণ্য কাকতি ( এতিয়া পুণ্য বৰবৰা ), গুণ বৰবৰা ( এতিয়া গুণ ভূঞা ), বীণা দাস ( এতিয়া বীণা হাজৰিকা ), তগৰ দাস ( এতিয়া তগৰ চৌধুৰী ), দেৱী বৰুৱা, আইধনী, মাখনী ছুৰবা ( এতিয়া মাখনী বৰুৱা ), ৺উমা বৰুৱা, নিকু হাজৰিকা, প্ৰফুল্ল দত্ত, বিমলা, লক্ষেশ্বৰী ৰাজখোৱা আৰু ৺ত্ৰৈলোক্য হাজৰিকাৰ ভনীয়েকৰ নাম উল্লেখযোগ্য। ডেকাৰ ভিতৰত ৺সোমকান্ত বৰুৱা, ৺উমাকান্ত বৰুৱা, উমা দাস, বিষ্ণু কাকতি, ভদ্ৰকান্ত ফুকন আৰু তেখেতৰ ভায়েক আৰু ৰাম আছিল। ( ইয়াৰ বাহিৰেও আন বহুতো কৰ্ম্মী আছিল, কিন্তু সিবিলাকৰ নাম মনত নাই। )

১৯৩২ চনত যেতিয়া পুলিচ ৰৰকৈ ধৰা-মেলা কৰিবলৈ ধৰিলে, তেতিয়া

মই আৰু ধীৰেন দত্তই গাৱঁে গাৱঁে পলাই চহৰলৈ সত্যাগ্ৰহী পঠিয়াই আন্দোলন চলাই থাকো। ডঃ ভুৱনেশ্বৰ বৰুৱা আৰু ৺হেম বৰুৱাই আমাক ধৰা দিবলৈ কোৱাত ঢেকীয়ালৰ নামঘৰত সভা পাতি গোলাঘাট থানাত জনাই দিয়াত মোক মিটিঙৰপৰা ধৰি আনে আৰু বিচাৰ কৰি এবছৰ চাৰিমাহ জেল দিয়ে। মোৰ লগত নালীয়া বৰা আৰু বগাই দত্তকো ধৰি জেল দিয়ে। যোৰহাট জেলতে কিছুদিন ৰাখি মোক ছিলেট জেললৈ বদলি কৰে। ছিলেট জেলত নবীন বৰদলৈ আৰু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাও 'এ' ডিভিজনত আছিল। মই তেওঁলোকৰ ভাত ৰান্ধনি আছিলো। ছিলেট জেলত মই কাপোৰ বোৱা আৰু কমাৰৰ কাম শিকো। জেলত ভাল কাম কৰাৰ বাবদ মই এমাহ জেল মাফ পাইছিলো।

১৯৩৩ চনত কংগ্ৰেছলৈ যোৱাৰ পথত পাৰ্ব্বতীপুৰত আসাম মেইলত সৰু লাইনৰপৰা গাড়ী বদলি কৰি ব্ৰডগজৰ লাইনত কলিকতালৈ যোৱা গাড়ীৰ তৃতীয় শ্ৰেণীৰ দবা এটাত মই আৰু ৺ভোলা বৰুৱা আৰু তেওঁৰ লগত অহা তিনিগৰাকী মহিলা বহি থাকোঁতে দেখো যে, কেইজনমান বগা কাপোৰ পিন্ধা মানুহে প্ৰত্যেক গাড়ীতে কোন কলৈ যাব সুধি ফুৰিছে। কাৰণটো মোৰ বুজিবলৈ বাকী নাথাকিল। মই তৎক্ষণাৎ বৰুৱাক ক'লো। চি. আই. ডিয়ে আমাৰ লগৰবিলাকক ধৰি গাড়ীৰপৰা নমাই লৈ গৈ প্লেটফৰ্ম্মত গোটাইছে। কেইজনমান চি. আই. ডিয়ে আমাৰ দবাৰ ভিতৰলৈ আহি কোৱামেলা কৰিলে—"এবাও নিশ্চয় কংগ্ৰেছেৰেই লোক"। ভোলা বৰুৱাৰ চেহেৰাটো একেবাৰে সন্ন্যাসীৰ দৰে আছিল। তেওঁৰ গাত কাপোৰ নাছিল; চুলি দীঘল কৰি ৰাখিছিল। মোৰো গাত কাপোৰ-কানি নাছিল। লগত কেৱল এটা মোনা। এজনে আহি বৰুৱাক সুধিলে, "মশাই কোথায় যাবেন?" বৰুৱাই কলে "বেলুৰ মঠে"। সেইজনেই ঘূৰি গৈ আনকেইজনক কলে—"এৰা নয়।" প্ৰবীণ ডেকাই মাত লগালে—"বৰুৱা, বৰাহঁতক ধৰিলে।" সেইবুলি কোৱা মাত্ৰকে এজনে "তুমিও চল" বুলি তেওঁকো লৈ গ'ল। তাৰ অলপ পিচতে আৰু কেইজনমান চি. আই. ডি. আহি ক'লে, "মশায় চলুন। বৈকুণ্ঠৰ মঠে যাবাৰ দৰকাৰ নেই।" আমিও ঠেঁটমোচ চেলেকি গাড়ীৰপৰা নামি গ'লো। নামি যোৱাৰ পিচত লক্ষ্মী বৰা আৰু ৰাধিকা দাসে আমাক দেখি কলে, "কেনে পালা? আমাক এৰি পলাব নোৱাৰিলা"। আমাৰ সকলোৰে নাম-ধাম লিখি লৈ শেষত পুলিচে আমাক জেৰা কৰি হাতত



হাতকেৰেয়া লগালে। আমাক থানালৈ নিয়াত দেখো যে ৺হৰিনাৰায়ণ বৰুৱাও ৰাতিৰপৰা তাত বন্দী হৈ আছে। আমাক দেখি তেখেতে মাত লগালে—"ভায়াহঁত,ময়ো ইয়াতে আছো।" তেখেতকো আনি আমাৰ লগ কৰি দিনাজপুৰৰ কাছাৰিলৈ লৈ গ'ল।

কাছাৰিৰপৰা গোটেই কেইজনকে জেললৈ নি এটা এটাকৈ কাপোৰ খুলি খুলি জোকাৰি চাইহে জেলৰ ভিতৰলৈ নি একেটা ৰুমতে বন্ধ কৰি ৰাখিলে। সেই সময়ত বঙ্গৰ আটক বন্দীসকলৰ ওপৰত জেল কৰ্ত্তৃপক্ষই খুব অত্যাচাৰ কৰাৰ কথা খবৰৰ কাগজত পঢ়িছিলো। আমি জেলৰ ভিতৰ সোমোৱাত তেওঁলোকে আমাক খিৰিকীয়েদি জুমি জুমি চায়ছিল। ৰাতি আমি খাই-বৈ বেশ স্ফুৰ্ত্তি কৰি কটালো। পিচদিনা পুৱা শুই উঠি চাহ খাইছো, এনেতে এজন চিপাহীয়ে আহি খবৰ দিলে আৰু ৪ জন অসমৰ মানুহ আহিছে। খবৰ শুনি কোন কোন আহিছে বুলি বাট চাই আছো। এনেতে চিপাহীয়ে শ্ৰীযুত বিষ্ণুৰাম মেধি, ৺হেম বৰুৱা, শ্ৰীঅমিয়কুমাৰ দাস আৰু নগাৱঁৰ হিতৰাম বৰাক আনি আমাৰ লগতে দি গ'ল। আমি সকলোৰে বৰ ৰং পালো। আমি আমাৰ পাৰ্ব্বতীপুৰৰ ঘটনাবিলাক তেওঁলোকক কৈ থাকোতেই অমিয় বাবুৱে কলে—"আমাৰ কি হ'ল জানা? গেটত আমাক সুধিলে—'লগত যদি পইচা আছে দি যাওক।' আমি পইচা দিয়াৰ পিচত আমাক আহিবলৈ কলে। পিচত হিতৰামৰ ধুতিখন খুলি জোকাৰোতে কঁকালৰপৰা পইচা চাৰিঅনা ওলাই পৰিল। তেতিয়া আমাৰো কাপোৰ-কানি খুলি জোকাৰি চালে। মেধিয়ে বৰ লাজ পালে। হিতৰামক বৰ ধমক দিলে।" সেই গল্প শুনি আমিও হাঁহিবলৈ ধৰিলো। সাতদিন জেলত ৰাখি আমাক এৰিছিল। কিয়নো, কলিকতাৰ কংগ্ৰেছৰ অধিবেশন বে-আইনী ঘোষণা কৰিছিল। কংগ্ৰেছ হৈ যোৱাৰ পিচত আমাক এৰি দিলে। আমি কলিকতালৈ গৈ ৺ভোলা বৰুৱাৰ লগত সঁচাকৈয়ে বেলুৰ মঠ পালোগৈ। এই ৺ভোলা বৰুৱা যেতিয়া ফৰকাটিঙত ষ্টেচন-মাষ্টৰ আছিল, তেতিয়া তেওঁ সদায় ভাং আৰু গধূলি মদ খাই ষ্টেচনত কাম কৰিবলৈ আহে, আৰু ষ্টেচনৰ দুই-এজনৰ লগত ঘুচি ঘুচি কৰিহে কামত বহে। তেওঁক শঙ্কৰ বৰুৱাই পাই কামৰপৰা ঘুচিয়া-১৯২৬ চনত কংগ্ৰেছৰ ভলণ্টিয়াৰ কৰি গুৱাহাটী কংগ্ৰেছলৈ আনে। এৰুৱাই পিচৰপৰাই তেওঁ সেইবিলাক বস্তু এৰি কংগ্ৰেছৰ কামত ধৰে। তাৰ বৰুৱাই আছিল শঙ্কৰ বৰুৱাৰ সোঁহাত। তেওঁক লগত লৈয়ে গোটেই ৺ভোলা

গোলাঘাটৰ গাৱেঁ গাৱেঁ অস্পৃশ্যতা বৰ্জ্জনৰ কাম কৰি ঘূৰি ফুৰিছিল আৰু ১৯২৬ চনৰপৰা তুয়ো গোলাঘাটৰ কংগ্ৰেছত প্ৰাণ যোগাইছিল।

১৯৩৪ চনত যেতিয়া আন্দোলন শাম কাটে আৰু মহাত্মা গান্ধীয়ে হৰিজন আন্দোলন আৰম্ভ কৰে, তেতিয়া মই ৺গোলোকচন্দ্ৰ পাঠকৰ লগত লগ লাগি ভৰলুমুখ শান্তিপুৰত শ্ৰীযুত নবনাৰায়ণ গোস্বামীৰ সহায়ত 'অসম সেৱাশ্ৰম' নামে এখন হৰিজন আশ্ৰম খোলা হয়। এই আশ্ৰমত ভৰলুমুখৰ মেটৰ-পটিৰপৰা চাৰিজন হৰিজন ল'ৰা আমাৰ আশ্ৰমত ৰাখো আৰু তাতে এখন স্কুল খোলো। সেই স্কুলৰ শিক্ষক হিচাবে শ্ৰীযোগেন ভট্টই কাম কৰিছিল। তাৰ লগতে পানবজাৰত অসম সেৱাশ্ৰম নাম দি এখন খাদি ভাণ্ডাৰো খোলা হয়। উক্ত ভাণ্ডাৰত শশীভূষণ ভাৰতী নামৰ কুমিল্লাৰ কৰ্ম্মী এজনে কাম কৰে আৰু তেওঁৰ লগতে ৺ৰামহৰি পাঠকেও মেনেজাৰ হিচাবে কাম কৰিছিল। মহাত্মা গান্ধী ১৯৩৪ চনত অসমলৈ অহা সময়ত আমাৰ আশ্ৰমত এখন প্ৰদৰ্শনী মুকলি কৰে।

উক্ত খাদি ভাণ্ডাৰত কাম কৰিবৰ কাৰণে ত্যাগবীৰ হেম বৰুৱাই শ্ৰীনবীন গোস্বামীক ১৯৩৯ চনত আমাৰ লগ লগাই দিয়েহি। আমাৰ ভাণ্ডাৰখন যেতিয়া ৺বিমলাপ্ৰসাদ চলিহাই অখিল ভাৰত কাটনি সঙ্ঘৰ তললৈ নিয়ে, তেতিয়া গোস্বামীও তাৰ কৰ্ম্মী হিচাপে বহালৈ যায় আৰু তাত কাম কৰে। সেই সময়ত আমাৰ কৰ্ম্মীবিলাকে ৫ টকাৰপৰা ১০ টকালৈ দৰ্ম্মহা পাইছিল। সেৱাশ্ৰমৰ কৰ্ম্মীবিলাকৰ কাৰণে ভুৱনেশ্বৰ কঁহাৰ ককাই, লক্ষ্মী বৰ্ম্মণ আৰু কেইজনমান কৰ্ম্মী লগত লৈ মুষ্টি-ভিক্ষা কৰি ফুৰিছিল।

১৯৩৪ চনত বহা বোম্বাই কংগ্ৰেছৰ প্ৰদৰ্শনীত এড়ি-মুগা কাপোৰৰ দোকান দিয়া হৈছিল। সেই প্ৰদৰ্শনীত শ্ৰীৰবীন নবীশ আৰু ৺জগদম্বা প্ৰসাদ বাজপায়ে আমাক বহু সহায় কৰিছিল। বোম্বাই কংগ্ৰেছৰ প্ৰদৰ্শনীলৈ যোৱাৰ খৰচ ৺নবীন বৰদলৈয়ে তেখেতৰ নিজৰপৰা দিছিল। এই আশ্ৰমৰ জৰিয়তে আমি ভাৰতৰ বিভিন্ন ঠাইত এড়ি-মুগাৰ প্ৰদৰ্শনী কৰি ফুৰিছিলো। এলাহাবাদ, ৱাৰ্দ্ধা আৰু বেনাৰসত হিন্দী শিক্ষাৰ কাৰণে কেইবাজনো ল'ৰা-ছোৱালী পঠাইছিলো আৰু তেওঁলোকেই আহি অসমত হিন্দী প্ৰচাৰৰ কাম কৰে।



## ১৯৪২ চনৰ আন্দোলন

ভাৰতবৰ্ষক দ্বিতীয় মহাযুদ্ধত যোগ দিবলৈ বাধ্য কৰোৱা হৈছিল। আনকি তাৰ বাবে বৃটিছ চৰকাৰে ভাৰতৰ লগত আলোচনা পৰ্য্যন্ত কৰাৰ প্ৰয়োজনীয়তা বোধ কৰা নাছিল। কিন্তু পিচত চাৰ্চিল চৰকাৰে ভাৰতীয় সমস্যা সমাধানৰ বাবে ক্ৰিপছ্ মিছন পঠিয়াব লগা হ'ল। ক্ৰিপছ্ মিছনৰ ব্যৰ্থতা, আৰু চিঙ্গাপুৰ আৰু ব্ৰহ্মদেশৰ পতনে ভাৰতবাসী ৰাইজক বৃটিছ চৰকাৰৰ ওপৰত থকা সকলো আশা পৰিত্যাগ কৰিবলৈ বাধ্য কৰাইছিল।

৪২ চনৰ ৯ আগষ্ট তাৰিখে বোম্বাইত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীত 'ভাৰত ত্যাগ' প্ৰস্তাব পাচ কৰিবলৈ কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে স্থিৰ কৰাত সেই ৰাতিতে ভাৰত চৰকাৰে সকলো নেতাকে গ্ৰেপ্তাৰ কৰে।

দেশৰ জনপ্ৰিয় নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ বাতৰি বনজুইৰ দৰে গাৱেঁ গাৱেঁ বিয়পি পৰাৰ লগে লগে জনতাই সেই নেতাসকলৰ মুক্তিৰ দাবী কৰে আৰু সৰ্ব্বস্ব ত্যাগ স্বীকাৰ কৰি হলেও বৃটিছৰপৰা ক্ষমতা নিজৰ হাতলৈ অনাৰ দৃঢ় প্ৰতিজ্ঞা লৈ দেশৰ চুকে-কোণে বিক্ষোভ প্ৰদৰ্শন কৰে।

মহাসমৰৰ মিলিটেৰী ৰাজৰ প্ৰতি আওকাণ কৰি সামৰিক বাহিনীৰ বয়-বস্তুৰ যোগান ধৰি বিপুল লাভ কৰাৰ লালসা ত্যাগ কৰিও স্বাধীনতাপ্ৰিয় অসমবাসীয়ে ৪২-ৰ গণ-আন্দোলনত জপিয়াই পৰে।

৯ আগষ্টৰ দিনা মৌঃ মঃ তৈয়বুল্লা, শ্ৰীফখৰুদ্দিন আলি আহমদ, শ্ৰীবিষ্ণুৰাম মেধি, ৺হৰিকৃষ্ণ দাস ডাঙৰীয়া, শ্ৰীদেবেশ্বৰ শৰ্ম্মা আৰু আন তুজনমানকো গ্ৰেপ্তাৰ কৰে। আনকি বাইহাটাৰ খাদি আশ্ৰমৰপৰা মোকো গ্ৰেপ্তাৰ কৰি আনিলে। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰপৰা মহাত্মাক দেখা কৰি অসমলৈ ঘূৰি আহোঁতে বাটতে ধুবুৰী জাহাজত ৺গোপীনাথ বৰদলৈ আৰু ৺সিদ্ধিনাথ শৰ্ম্মা ডাঙৰীয়াকো গ্ৰেপ্তাৰ কৰা হয়।

১৯৪৩ চনৰ জেল ডায়েৰীৰ তুটামান টোকাৰে এই প্ৰবন্ধৰ সামৰণি মাৰিম। ১০ ফেব্ৰুৱাৰী তাৰিখে মহাত্মাই অনশন আৰম্ভ কৰে আৰু আমি যোৰহাট জেলত থকা সকলো বন্দীয়ে মহাত্মাৰ কাৰণে প্ৰাৰ্থনা কৰো। এই প্ৰাৰ্থনা সদায় হৈ আছিল। ২১ ফেব্ৰুৱাৰী তাৰিখে মহাত্মাৰ অৱস্থা বেয়াৰ ফালে ঢাল খোৱাৰ খবৰ পাই সকলোৱে সামূহিক প্ৰাৰ্থনা কৰো।

২৪ ফেব্ৰুৱাৰী তাৰিখে গধূলি মহাত্মাৰ উপবাসৰ কাৰণে সামূহিক

প্ৰাৰ্থনা শেষ কৰি আমি শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মাৰ লগত কঁথা পাতি থাকোঁতেই জেলৰ পগলা ঘণ্টা বাজে আৰু আমাৰ ৱাৰ্ডৰ দুৱাৰখন চিপাহীয়ে বন্ধ কৰি দিয়ে। তাৰ পাচতেই জেলৰ ভিতৰত খুব গোলমাল হয়, আৰু ৰাজনৈতিক বন্দীসকলক চিপাহীবিলাকে লাঠিৰে মাৰধৰ কৰে।

৬ মাৰ্চ্চৰ দিনা সৰুপথাৰৰ ৰেল লাইন উঠোৱাৰ গোচৰত ৺কুশল কোঁৱৰৰ প্ৰমুখ্যে ৪ জনৰ ফাঁচিৰ আৰু ৩ জনৰ ১০ বছৰকৈ জেলৰ হুকুম হয়। ফাঁচিৰ হুকুম হোৱা কেইজন হ'ল ঃ—(১) কুশলচন্দ্ৰ কোঁৱৰ, (২) কণকেশ্বৰ কোঁৱৰ, (৩) ধৰ্ম্মেশ্বৰ ডেকা আৰু (৪) ঘনশ্যাম শইকীয়া। দহ বছৰকৈ জেল হোৱা কেইজন হ'ল ঃ—(১) ধনেশ্বৰ গগৈ, (২) নগেন্দ্ৰনাথ চুতিয়া, (৩) ইন্দ্ৰেশ্বৰ ফুকন।

৭ মাৰ্চ্চ তাৰিখৰ পুৱা মই আৰু শ্ৰীদেৱেশ্বৰ শৰ্ম্মা জেললৈ ফাঁচিৰ হুকুম হোৱা বন্দীসকলক দেখা কৰিবলৈ যাওঁতে ৺কুশল কোঁৱৰে কৈছিল—"মই একেবাৰে নিৰ্দ্দোষী, কোনো দোষ নকৰাকৈয়ে যাবলৈ হ'ল।" কণকেশ্বৰ কোঁৱৰে কৈছিল—"ছাৰ, কোনো দুখ নাই, দেশৰ কাৰণে জীৱন দিবলৈ প্ৰস্তুত।"

১১ মাৰ্চ্চ তাৰিখে ফাঁচিৰ হুকুম হোৱা কেইজনৰ কাৰণে সকলোৱে সমূহীয়া প্ৰাৰ্থনা কৰে। ২ মে'ৰ দিনা ফাঁচিৰ হুকুম হোৱা চাৰিজনৰ ভিতৰত আন তিনজনক দহবছৰকৈ জেল দি কেৱল ৺কুশল কোঁৱৰৰ ফাঁচিৰ হুকুম বাহাল ৰাখে।

# স্বাধীনতা যুদ্ধৰ জীৱন-স্মৃতি

**শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা**

স্বদেশৰ স্বাধীনতাৰ যুদ্ধত অংশ গ্ৰহণ কৰাটো গৌৰব আৰু ভাগ্যৰ কথা। এই লিখকেও সেই যুদ্ধত অংশ গ্ৰহণ কৰিছিল। নিতান্ত কৰ্ত্তব্য বুলিয়েই তেনে কৰা হৈছিল। সেই প্ৰসঙ্গত আমি কৰা বিভিন্ন কামৰ বিবৰণ বা স্মৃতি পৰিপাটিৰূপে ৰক্ষা কৰা হোৱা নাই। সেই কাৰণে বন্ধু-বান্ধৱসকলৰ নিৰ্দ্দেশত সেইবিলাকৰ মোটামুটি বিৱৰণ এটাহে বিবৃত কৰিব পাৰিম।

স্বাধীনতা আন্দোলনৰ প্ৰথম পৰ্য্যায়ৰ আৰম্ভণিতে ১৯২১ চনত আমি গোলাঘাট হাইস্কুলৰ তলৰ শ্ৰেণীৰ সৰু ল'ৰা আছিলো। যোৰহাটত মহাত্মা গান্ধীক চাবলৈ আৰু তেওঁৰ কথা শুনিবলৈ আমি ৪০।৫০ জন স্কুল এৰি গৈছিলো আৰু তেওঁক দেখি শুনি ধন্য মানিছিলো। সেই সময়ত গোলাঘাট মহকুমাৰ আন্দোলনৰ নেতৃত্ব কৰিছিল স্বৰ্গীয় মহেশ্বৰ বৰুৱা, গকুলেশ্বৰ হাজৰিকা, হেমধৰ পাত্ৰবৰা, দ্বাৰিকানাথ গোস্বামী প্ৰভৃতি কেইজনমানে। গ্ৰাম্য নেতাসকলৰ ভিতৰত দেৰগাৱঁৰ ৺গঙ্গাৰাম বৰমেধি আৰু চিনাতলিৰ কেদাৰ হাজৰিকাৰ নাম অগ্ৰগণ্য। পোনতে আন্দোলনত আগভাগ লৈ পিচত চৰকাৰী কৰ্ত্তৃপক্ষৰ ভাবুকিত কিম্বা গ্ৰেপ্তাৰ বা কাৰাদণ্ডিত হৈ আন্দোলন পৰিত্যাগ কৰা বা মুচুলুকা দি জেলৰপৰা ওলাই অহা নেতাকেইজনৰ নাম উল্লেখ কৰি তেওঁলোকৰ প্ৰতি অসন্মান প্ৰকাশ কৰিব নোখোজো।

উক্ত নেতাসকলৰ নেতৃত্বত গোলাঘাটৰ নগৰ আৰু অসংখ্য গাৱঁত আন্দোলনৰ খলক লাগিছিল। মাদকতা নিবাৰণ, সূতা কটা আৰু খদ্দৰ প্ৰচলন, আদালত বৰ্জ্জন আদি কাৰ্য্যপন্থা প্ৰচাৰৰ অৰ্থে বিৰাট বিৰাট ৰাজহুৱা সভা পতা হৈছিল; শ শ স্বেচ্ছাসেৱকে কানি, ভাং আৰু মদৰ দোকানৰ আগত পিকেটিং কৰি পুলিচৰ দ্বাৰা প্ৰহৃত আৰু নিগৃহীত হৈছিল। 'অপৰাধ' কৰাৰ আৰু সভা-সমিতিত এনেবিলাক প্ৰচাৰ কৰাৰ কাৰণে পুলিচে দলে দলে কৰ্ম্মীক গ্ৰেপ্তাৰ কৰি দীঘল ৰচীৰে সাঙুৰি জেললৈ নিছিল। বহুত লোকে তেওঁলোকক জয়ধ্বনি আৰু আশীৰ্ব্বাদ কৰি জেললৈ আগবঢ়াই দিছিল। ৺মহেশ্বৰ বৰুৱা আৰু আন কেইজনমান নেতাৰ গ্ৰেপ্তাৰৰ দিনা গোলাঘাট নগৰ লোকে লোকাৰণ্য

হৈছিল। এইবিলাক দৃশ্য দেখি আৰু বাতৰি কাকতত দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু স্বদেশপ্ৰেমিক কুলধৰ চলিহা প্ৰমুখ্যে অসমৰ নেতাসকলৰ আৰু অসমৰ বাহিৰেও মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতৰ বাচকবনিয়া নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ বাতৰি পঢ়ি আমি অভিভূত হৈছিলো। স্থানীয় নেতাসকলৰ পিচে পিচে সভা-সমিতিত যোগ দিয়া আৰু পুলিচৰ নজৰ এৰাই প্ৰচাৰপত্ৰ আৰু সভাৰ জাননী আদি বিলি কৰাৰ বাহিৰে আমি আন বিশেষ একো কৰা নাছিলো। সেইবিলাক কাম কৰোঁতে পুলিচে দেখিলে খেদা মাৰে আৰু আমি লৰমাৰি পলাওঁ। তেওঁলোকৰ হাতত ধৰাপৰা আমাৰ লগৰ দুই-চাৰিজন ছাত্ৰকো পুলিচে জেললৈ নিনি দূৰত এৰি দিছিল। খাজনা বন্ধ প্ৰভৃতি আঁচনি লৈ কংগ্ৰেছে ব্যাপক আৰু সমূহীয়া সত্যাগ্ৰহ কৰিবলৈ লোৱা সিদ্ধান্তই আমাক খুব উৎসাহিত কৰিছিল।

ওপৰুক্ত সমূহীয়া সত্যাগ্ৰহৰ আৰম্ভণিতে ১৯২২ চনৰ ফেব্ৰুৱাৰীত উত্তৰ প্ৰদেশৰ (তেতিয়াৰ যুক্তপ্ৰদেশ) চৌৰিচৌৰাত ৰাইজৰ ফালৰপৰা হোৱা হিংসাত্মক ঘটনাত বিচলিত হৈ মহাত্মা গান্ধীয়ে সেই সত্যাগ্ৰহ আন্দোলন বন্ধ কৰি কংগ্ৰেছ কৰ্ম্মীসকলক অন্যভাবে আন্দোলন চলাবলৈ নিৰ্দ্দেশ দিয়াত কংগ্ৰেছ কৰ্ম্মীসকলৰ আৰু কংগ্ৰেছৰ মাজত অৱসাদ আহিল। কংগ্ৰেছৰ আন কাৰ্য্যকলাপো বহু পৰিমাণে হ্ৰাস পালে। পণ্ডিত মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাশ, দেশভক্ত তৰুণৰাম ফুকন প্ৰমুখ্যে এদল কংগ্ৰেছ নেতাৰ উদ্যোগত কেন্দ্ৰীয় আৰু প্ৰাদেশিক আইন সভাবিলাকৰ ভিতৰত সোমাই (আগতে কংগ্ৰেছে কাউন্সিল এছেমব্লি বৰ্জ্জন কৰিছিল) আন্দোলন কৰিবলৈ কংগ্ৰেছৰ ভিতৰতে স্বৰাজ্য দল গঠিত হ'ল। মহাত্মা গান্ধীয়ে এই দলক সমৰ্থন কৰা নাছিল আৰু কাউন্সিল প্ৰবেশৰ বিৰোধী দলৰহে পোষকতা কৰিছিল। আমি ল'ৰাবিলাকে এইবিলাক কথা বুজিবলৈ চেষ্টা কৰিছিলো। আমি ব্যক্তিগতভাবে মহাত্মাৰ দলৰ প্ৰতিহে আকৃষ্ট হৈছিলো যদিও স্বৰাজ্য দলৰ প্ৰতিও সন্মান ৰাখিছিলো। স্বৰাজ্য দলৰ সদস্যসকলে কেন্দ্ৰীয় আইন সভা আৰু প্ৰাদেশিক আইন সভাবিলাকত বিদেশী চৰকাৰৰ নানান অন্যায় কাৰ্য্যকলাপৰ বিৰুদ্ধে কৰা তীব্ৰ সমালোচনাত সন্তোষ পাইছিলো। ১৯২৫ চনৰ জুন মাহত (বোধ হয় ১৬ জুনৰ দিনা) দাৰ্জ্জিলিঙত দেশবন্ধু চিত্তৰঞ্জন দাশৰ মৃত্যুৰ বাতৰিত আমি মৰ্ম্মাহত হৈছিলো।

১৯২৬ চনত গুৱাহাটীৰ কটন কলেজৰ ছাত্ৰাৱাসত পাণ্ডুত হোৱা কংগ্ৰেছৰ



৪১তম অধিবেশনত সেই কলেজৰ আন কিছু ছাত্ৰৰ সৈতে কলেজ কৰ্ত্তৃপক্ষৰ অগোচৰে স্বেচ্ছাসেৱক স্বৰূপে কাম কৰি আৰু সেই অধিবেশনত মহাত্মাজী প্ৰমুখ্যে ভাৰতৰ বাচকবনীয়া কংগ্ৰেছ নেতাসকলৰ প্ৰায় সকলোটিৰে দৰ্শন লাভ কৰি আৰু তেওঁলোকৰ সৰহভাগৰে বক্তৃতা শুনি ধন্য মানো। কংগ্ৰেছৰ এই অধিবেশনেই ইয়াৰ আগৰ তিনি-চাৰি বছৰত সোমোৱা কংগ্ৰেছৰ অনৈক্য আৰু অৱসাদ দূৰীকৰণৰ পাতনি মেলে। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি স্বৰূপে দেশভক্ত ফুকন ডাঙৰীয়াই সকলো কংগ্ৰেছসেৱীকে দেশৰ মহান নেতা মহাত্মা গান্ধীক অকুণ্ঠভাৱে অনুসৰণ কৰিবলৈ আৱেগপূৰ্ণভাৱে আহ্বান জনায়। ফুকন ডাঙৰীয়াই তেওঁৰ লিখিত ভাষণৰ এই বাক্য পাঠ কৰাৰ লগে লগে প্ৰায় সকলো প্ৰতিনিধিয়ে হৰ্ষধ্বনি কৰি আৰু হাত-চাপৰি বজাই এই আহ্বানৰ প্ৰতি সমৰ্থন জনোৱাৰ কথা আমাৰ স্মৃতিপটত এতিয়াও সজাগ হৈ আছে। ১৯২৮ চনৰ আগভাগত বৃটিছ গৱৰ্ণমেণ্ট ভাৰতক কি পৰিমাণে অধিক স্বায়ত্তশাসন দিব পাৰি, সেইটো নিৰ্দ্ধাৰণ কৰিবলৈ তেওঁলোকৰ লিবাৰেল দলৰ ৰাজনীতিজ্ঞ ছাৰ জন ছাইমনৰ সভাপতিত্বত এটা আয়োগ বা কমিছন পাতে—যিটো ছাইমন কমিছন নামে অভিহিত। সম্পূৰ্ণৰূপে ইংৰাজ সদস্যৰে গঠিত এই কমিছন কংগ্ৰেছে বৰ্জ্জন কৰে আৰু ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত ডমিনিয়ান ষ্টেটাছৰূপী স্বৰাজ নেপালে কংগ্ৰেছে ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ দাবীৰ পোষকতা কৰিব বুলি ১৯২৮ চনৰ কলিকতাৰ কংগ্ৰেছ অধিবেশনত প্ৰস্তাৱ গ্ৰহণ কৰে। আমি সেই অধিবেশনতো উপস্থিত আছিলো। ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত বৃটিছ গৱৰ্ণমেণ্টে কংগ্ৰেছৰ সেই দাবী পূৰণ নকৰাত সেই বছৰৰ শেহত পণ্ডিত জৱহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰৰ অধিবেশনত কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ দাবী কৰি প্ৰস্তাৱ গ্ৰহণ কৰে।

১৯৩০ চনৰ ১ জানুৱাৰীৰ অতি পুৱাতে কংগ্ৰেছ সভাপতিয়ে স্বাধীনতাৰ পতাকা উত্তোলন কৰে আৰু তাৰ তলত সমবেত হৈ সদৌ ভাৰতৰ কেইবাহেজাৰো প্ৰতিনিধিয়ে পূৰ্ণ স্বাধীনতা নোপোৱালৈকে অহিংস সংগ্ৰাম চলাই যাবলৈ সঙ্কল্প গ্ৰহণ কৰে। ২৬ জানুৱাৰীৰ দিনা গোটেই দেশত স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰা হয়। কেন্দ্ৰীয় আৰু প্ৰাদেশিক আইন সভাসমূহৰ সকলো কংগ্ৰেছী সদস্যক তেওঁলোকৰ সদস্যপদ পৰিত্যাগ কৰি এই সংগ্ৰামৰ কাৰণে সাজু হবলৈ নিৰ্দ্দেশ দিয়ে। মহাত্মা গান্ধীয়ে লোণ আইন অমান্য আন্দোলনৰ

সূচনা কৰে। কিছুমান ঠাইত খাজনা বন্ধৰ আন্দোলন আৰম্ভ হয়। বৃটিছ গৱৰ্ণমেণ্টে ভাৰতৰ শাসন সংস্কাৰৰ বিষয়ে নতুনকৈ আলোচনা কৰিবলৈ লণ্ডনত ঘূৰণীয়া মেজমেল পাতে। কংগ্ৰেছে এই মেজমেলৰ বিচাৰ্য্য বিষয়ত সন্দেহ প্ৰকাশ কৰি ইয়াক বৰ্জ্জন কৰে। ১৯৩১ চনত বৰলাট লৰ্ড আৰৱিনে মহাত্মা গান্ধীৰ লগত চুক্তি ( গান্ধী-আৰৱিন চুক্তি ) সম্পাদন কৰে আৰু মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলন স্থগিত ৰাখি দ্বিতীয় ঘূৰণীয়া মেজ-মেলত যোগ দিয়েগৈ। এই মেজ-মেলৰ আলোচনা ব্যৰ্থ হোৱাত মহাত্মাই ১৯৩২ চনত বন্ধ ৰখা আইন অমান্য আন্দোলন পুনৰ চলাবলৈ ধৰে। নেতাসকলৰ সমন্বিতে হেজাৰ হেজাৰ পুৰুষ-মহিলা, ডেকা-গাভৰুৱে বিবিধ ধৰণৰ আইন অমান্যৰ ভূমিকাত অৱতীৰ্ণ হয়। চৰকাৰে অতি কঠোৰ আৰু নিৰ্ম্মমভাৱে এই আন্দোলন দমন কৰিবলৈ ধৰে। সমগ্ৰ দেশতে অসংখ্য লোক কাৰাৰুদ্ধ হয়। এইটো স্বাধীনতা আন্দোলনৰ দ্বিতীয় পৰ্য্যায়।

বৃটিছ প্ৰধানমন্ত্ৰী মিঃ মেক্‌ডোনাল্ডে ভাৰতৰ আইন সভাবিলাকত অনুসূচীত জাতিসমূহৰ কাৰণে হিন্দু সম্প্ৰদায়ৰপৰা বেলেগ প্ৰতিনিধিত্বৰ ব্যৱস্থা কৰে। মুছলমানসকলক বেলেগ প্ৰতিনিধিত্ব দিয়াৰ উপৰিও তেওঁলোকৰ সংখ্যালঘিষ্ঠ প্ৰদেশকেইখনৰ আৰু কেন্দ্ৰীয় আইন সভাত তেওঁলোকৰ জনসংখ্যাৰ অনুপাততকৈ বহুত বেছি পৰিমাণৰ প্ৰতিনিধিত্ব দিয়া হয়; কিন্তু হিন্দু সংখ্যালঘিষ্ঠ প্ৰদেশকেইখনত তেওঁলোকক তেনে ওপৰঞ্চি প্ৰতিনিধিত্ব দিয়া নহয়—বৰং কোনো কোনো প্ৰদেশত তেওঁলোকক তেওঁলোকৰ লোকসংখ্যাৰ অনুপাততকৈও কম প্ৰতিনিধিত্ব দিয়া হয়। কংগ্ৰেছে অনুসূচীত জাতিসমূহক হিন্দু সম্প্ৰদায়ৰপৰা বেলেগ কৰি প্ৰতিনিধিত্ব দিয়াৰ প্ৰতিবাদ কৰে আৰু ইয়াৰ সংশোধন দাবী কৰে; কিন্তু মুছলমানসকলক অত্যধিক ওপৰঞ্চি প্ৰতিনিধিত্ব দি হিন্দুসকলৰ প্ৰতি কৰা ওপকক্ত অবিচাৰৰ বিষয়ে মাত্ৰ উল্লেখ কৰিয়েই ক্ষান্ত থাকিল। এই কথা লৈ কংগ্ৰেছৰ ভিতৰত পুনৰ দলাদলিৰ উদ্ভৱ হয়। হিন্দু সম্প্ৰদায়ৰপৰা অনুসূচিত জাতিসমূহক বেলেগ প্ৰতিনিধিত্ব দিয়া ব্যৱস্থাৰ প্ৰতিবাদকল্পে মহাত্মা গান্ধীয়ে জেলৰ ভিতৰতে অনশন কৰিলে আৰু তাৰ ফলত অনুসূচিত জাতিৰ নেতা ডঃ আম্বেদকাৰ প্ৰভৃতিৰ লগত পুনা-চুক্তি স্বাক্ষৰিত হয় আৰু সেই চুক্তিমতে অনুসূচিত জাতি আৰু আন হিন্দুসকলৰ মাজৰ বৈষম্যমূলক প্ৰতিনিধিত্ব ব্যৱস্থা সংশোধিত হয়। কিন্তু পণ্ডিত মদনমোহন মালব্য আৰু লোকমান্য এনি প্ৰমুখ্যে কংগ্ৰেছৰ কেইজনমান বিশিষ্ট নেতাৰ নেতৃত্বত বৃটিছ



প্ৰধানমন্ত্ৰী মিঃ মেক্‌ডোনাল্ডৰ সাম্প্ৰদায়িক বাটোৱাৰাৰ ওপৰত বাকীখিনি অন্যায় ব্যৱস্থাৰ প্ৰতিবাদ আৰু সংশোধনকল্পে কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টি নামে এটা বেলেগ দল বা উপদলৰ উদ্ভৱ হয়। তদুপৰি শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি নামে আন এটা উপদল গঠিত হয়। কংগ্ৰেছৰ এই আভ্যন্তৰীণ বিৰোধৰ কাৰণে আইন অমান্য আন্দোলন শিথিল হৈ আহে আৰু মহাত্মা গান্ধীয়ে এই আন্দোলন প্ৰত্যাহাৰ কৰি গঠনমূলক আৰু হৰিজন সেৱাৰ কামত আত্মনিয়োগ কৰে। ১৯৩৪ চনত ডঃ ৰাজেন্দ্ৰ-প্ৰসাদৰ সভাপতিত্বত বোম্বাইত হোৱা কংগ্ৰেছৰ অধিবেশনে ( আমি এই অধিবেশনতো যোগ দিছিলো ) কংগ্ৰেছৰ ৰাজনৈতিক নেতৃত্ব কৰিবলৈ সনিৰ্ব্বন্ধ অনুৰোধ কৰা স্বত্বেও মহাত্মাজী অচল অটল হৈ ৰ'ল। কাউন্সিল-এছেমব্লিৰ ৰাজনীতিয়ে পুনৰ প্ৰাধান্য লাভ কৰে আৰু ১৯৩৬ চনৰ সংশোধিত শাসনতন্ত্ৰ আমোলৰ নিৰ্ব্বাচনত কংগ্ৰেছে সৰহভাগ প্ৰদেশতে সংখ্যাগৰিষ্ঠতা লাভ কৰি মন্ত্ৰীসভা গঠন কৰে। ইয়াৰ চুৰছৰৰ পিচত মহাত্মাই পুনৰ স্বাধীনতাৰ আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰি ইয়াৰ তৃতীয় অধ্যায়ৰ সূচনা কৰে।

১৯৪০ চনত যুদ্ধ-বিৰোধী ব্যক্তিগত সত্যাগ্ৰহেৰে ( ইতিমধ্যে দ্বিতীয় মহাযুদ্ধ লাগি উঠিছিল ) মহাত্মাই স্বাধীনতা আন্দোলনৰ তৃতীয় বা শেষ পৰ্য্যায়ৰ অৱতাৰণা কৰে। মহাত্মাই নিজৰ দায়িত্ব আৰু তত্ত্বাৱধানত এই সত্যাগ্ৰহ পৰিচালনা কৰে। এবছৰৰ অধিক কাল এই সত্যাগ্ৰহ চলায় আৰু দেশৰ প্ৰধান প্ৰধান কংগ্ৰেছ নেতাসকলৰ সমন্বিতে কেইবাহেজাৰো লোক কাৰাৰুদ্ধ হোৱাৰ পিচত ১৯৪২ চনৰ মাৰ্চ্চ মাহত বৃটিছ গৱৰ্ণমেণ্টে তেওঁলোকৰ মন্ত্ৰী ছাৰ ষ্টাফৰ্ড ক্ৰিপছ-অক ভাৰতৰ স্বাধীনতাৰ দাবী আংশিকভাৱে পূৰণ কৰাৰ দায়িত্ব দি ভাৰতলৈ পঠিয়াই আৰু তেওঁৰ লগত আলোচনা কৰিবৰ অৰ্থে কাৰাৰুদ্ধ কংগ্ৰেছ নেতাসকলক মুক্তি দিয়া হয়। কেইবা সপ্তাহো আলোচনা কৰাৰ অন্তত কংগ্ৰেছে ক্ৰিপছৰ প্ৰস্তাৱ সন্তোষজনক নহয় বুলি তাক অগ্ৰাহ্য কৰে। মহাত্মা গান্ধীয়ে সেই আঁচনি এখন 'পষ্ট-ডেটেড চেক' বুলি অভিহিত কৰে। ১৯৪২ চনৰ ৮ আগষ্টৰ দিনা বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে ভাৰতে পূৰ্ণ স্বাধীনতা বিনে আন একো গ্ৰহণ নকৰে বুলি সিদ্ধান্ত কৰে। মহাত্মা গান্ধীয়ে বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰতি 'কুইট ইণ্ডিয়া'—'ভাৰত ত্যাগ কৰা' ধ্বনিৰ অৱতাৰণা কৰে। এই ঘোষণা আৰু দাবী কৰাৰ লগে লগেই ৯ আগষ্টৰ দিনা প্ৰত্যুষতে মহাত্মা গান্ধী আৰু কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্যসকলক গ্ৰেপ্তাৰ কৰি

কাৰাৰুদ্ধ কৰা হয় আৰু সদৌ ভাৰতত কংগ্ৰেছ নেতাসকল গ্ৰেপ্তাৰ হ'বলৈ ধৰে। মহাত্মা গান্ধী প্ৰমুখ্যে কংগ্ৰেছৰ বাচকবনীয়া নেতাসকলৰ উপস্থিতি আৰু নিৰ্দ্দেশ নোহোৱা এনে অৱস্থাত আন কংগ্ৰেছ কৰ্ম্মীসকলে আৰু সৰ্ব্বসাধাৰণ ৰাইজে বিদেশী চৰকাৰৰ উচ্ছেদ সাধনৰ অৰ্থে সমগ্ৰ দেশত কি আৰু কেনে আন্দোলন কৰিলে, সেইবিলাক কথা বহুতেই জানে। বৃটিছ গৱৰ্ণমেণ্টে ভাৰতৰ কংগ্ৰেছ-শাসিত সৰহভাগ প্ৰদেশবিলাকৰ শাসনভাৰ ইংৰাজ গৱৰ্ণৰসকলৰ হাতলৈ নি আৰু কেন্দ্ৰত মিলিটেৰী বৰলাট বহুৱাইও ( জেনেৰেল লৰ্ড ৱেভেল ) অৱস্থা আয়ত্তাধীন কৰিব নোৱাৰিলে। মহাত্মা গান্ধী প্ৰমুখ্যে নেতাসকলক জেলৰপৰা মুক্তি দি পুনৰ আপোচ আলোচনা চলোৱা হ'ল। বৰলাটৰ প্ৰস্তাৱ কংগ্ৰেছে অগ্ৰাহ্য কৰাৰ পিচত প্ৰদেশবিলাকত পতা আইন সভাৰ নিৰ্ব্বাচনত ( ১৯৪৬ চনত ) পঞ্জাৱ আৰু বঙ্গদেশৰ বাহিৰে আন আটাইকেইখন প্ৰদেশতে কংগ্ৰেছে পুনৰ সংখ্যাগৰিষ্ঠতা লাভ কৰে। বৃটিছ গৱৰ্ণমেণ্টে তেওঁলোকৰ অন্যতম মন্ত্ৰী লৰ্ড পেথিক-লৰেন্সৰ নেতৃত্বত এটা মিছন পঠিয়াই নেতাসকলৰ লগত সমাধানৰ আলোচনা চলায়। ২৪ জুনত বহা কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে মন্ত্ৰী-মিছনৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰে। তাৰ পিচত নতুন বৰলাট লৰ্ড মাউণ্টবেটেনে কংগ্ৰেছ আৰু মুছলিম লীগৰ নেতৃবৃন্দৰ লগত আলোচনা কৰি বৃটিছ গৱৰ্ণমেণ্টৰ সম্মতিক্ৰমে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰত বিভাজনৰ ভিত্তিত ক্ষমতা হস্তান্তৰৰ সিদ্ধান্ত ঘোষণা কৰে। এইবিলাক কথা বহলাই আলোচনা নকৰো।

স্বাধীনতাৰ আন্দোলনৰ ওপৰুক্ত দ্বিতীয় আৰু তৃতীয় বা শেষ অধ্যায়ত এই লিখকে কি অংশ গ্ৰহণ কৰিছিল ?—১৯৩২ চনত কেইঘণ্টামান, ১৯৪০ চনত কেইসপ্তাহমান আৰু ১৯৪৩-৪৪ চনত কেইমাহমান ( এবছৰৰ অধিক ) কাৰাৰুদ্ধ হোৱাৰ কথাত মই কোনো গুৰুত্ব আৰোপ কৰা নাই। ১৯৩২ চনৰ গ্ৰেপ্তাৰৰ দিনটো ১৩ এপ্ৰিলৰ জালিয়ানৱালাবাগ দিবস বুলি স্মৃতিপটত জিলিকি থকাৰ বাহিৰে আন দুবাৰৰ গ্ৰেপ্তাৰৰ আৰু কাৰামুক্তিৰ তাৰিখকেইটাও মনত নাই— জিলা আৰু প্ৰদেশ কংগ্ৰেছ অফিচৰ কিম্বা চৰকাৰী ৰেকৰ্ডতহে পোৱা যাব পাৰে। দুই-তিনিটা জেলৰ বিচিত্ৰ অভিজ্ঞতাৰ কথাৰ উল্লেখ ধৰ্ত্তব্য নহয় বুলি ভাবো। যুদ্ধ-বিৰোধী সত্যাগ্ৰহত ( ১৯৪০ চনত ) অংশ গ্ৰহণ, ১৯৪২ চনৰ ৮ আগষ্টৰ পিচত চৰকাৰে দেশৰ মুখিয়াল কংগ্ৰেছসেৱীসকলক দলে দলে গ্ৰেপ্তাৰ কৰি কাৰাৰুদ্ধ কৰাৰ সময়ত কেইমাহমান পুলিচক ধৰা নিদিয়াকৈ আত্মগোপন কৰি, কংগ্ৰেছৰ কোনো আনুষ্ঠানিক নিৰ্দ্দেশ আৰু কৰ্ত্তৃত্বশীল নেতা বাহিৰত



নথকাত সেই সময়ত গুৱাহাটীত অসুস্থ হৈ পৰি থকা অৱস্থাৰেই, এফালে মহাত্মা গান্ধীৰ পূৰ্ব্বপ্ৰকাশিত মনোভাৱ আৰু আনহাতে কংগ্ৰেছ ছ'চিয়েলিষ্ট নেতা শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত আত্মগোপনকাৰী কংগ্ৰেছ ছ'চিয়েলিষ্ট নেতা-সকলে পঠোৱা গোপন কৰ্ত্তব্য-নিৰ্দ্দেশৰ মিশ্ৰিত কাৰ্য্যপন্থাৰে, অসমৰ আন্দোলন পৰিচালনা কৰা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দ্দেশত উজনি অসমত বিচৰণ, জেলৰ বাহিৰত নগৰ আৰু গাৱঁত আত্মগোপন কৰি থকা নেতৃস্থানীয় কংগ্ৰেছীসকলক তেওঁৰ মৌখিক নিৰ্দ্দেশাৱলী আৰু আৰ্থিক ৰৰঙণি ( তেওঁ ইয়াৰ কাৰণে এটি ধনৰ টোপোলা আমাৰ হাতত দিছিল ) প্ৰদান কৰা আৰু তেওঁলোকৰ কাৰ্য্যকলাপ আৰু আঁচনিৰ বিৱৰণ সংগ্ৰহ কৰা আদি কাৰ্য্য—বিশেষকৈ গোলাঘাটৰ এক ভিতৰুৱা গাৱঁত ৺শঙ্কৰচন্দ্ৰ বৰুৱা, শিৱসাগৰত ৺বিমলাপ্ৰসাদ চলিহা আৰু ডিব্ৰুগড়ত ৺জীৱনৰাম ফুকনৰ লগত কৰা আলোচনা —এইবিলাক চাঞ্চল্যপূৰ্ণ আৰু কিছু পৰিমাণে ৰোমাঞ্চকৰ হলেও ( সেই সময়ত জাপানী সৈন্য অসমৰ দুৱাৰদলিত ) সেইবিলাকতো মই বেশী গুৰুত্ব আৰোপ কৰা নাই। মই তাতকৈ অধিক গুৰুত্ব আৰোপ কৰো সেই দুয়ো আন্দোলনত মোৰ লিখনি আৰু প্ৰচাৰকাৰ্য্য খিনিৰ ওপৰত। ১৯৩০-৩২ চনৰ আন্দোলনত অসম ছাত্ৰ সন্মিলনৰ যোগে আৰু স্বতন্ত্ৰভাৱেও পুস্তিকা, প্ৰচাৰপত্ৰ আৰু বাতৰি কাকতত প্ৰবন্ধৰে কংগ্ৰেছৰ আন্দোলনৰ পোষকতা কৰিছিলো। সেই সময়ত অসমৰ ভূতপূৰ্ব্ব মন্ত্ৰী আৰু অসমক বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্ত কৰিবলৈ ওকালতি কৰি অহা ছিলেটৰ ৰায়বাহাদুৰ প্ৰমোদচন্দ্ৰ দত্তই অসমৰ কংগ্ৰেছৰ আন্দোলন দমনৰ সুবিধাৰ অৰ্থেও বঙালী-সংখ্যাগৰিষ্ঠ এই প্ৰদেশখন বঙ্গৰ অন্তৰ্ভুক্ত কৰিব লাগে বুলি 'অমৃত বজাৰ পত্ৰিকা' প্ৰভৃতি কাকতত দিয়া এটা বিবৃতিৰ প্ৰতিবাদ কৰি 'অমৃত বজাৰ পত্ৰিকা'ত প্ৰকাশ কৰা মোৰ দীঘলীয়া চিঠি এখনৰ কাৰণে কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই কৰা প্ৰশংসাই মোক এই লিখাৰ বৃত্তি অৱলম্বন কৰিবলৈ বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল। তেওঁ কৈছিল—"৺প্ৰমোদ দত্তৰ এই দুষ্টালিৰ প্ৰতিবাদ-চিঠি এখন ময়ো লিখিব খুজিছিলো। এনেতে তোমাৰ চিঠিখন দেখি তাৰপৰা বিৰত হ'লো। ইমান তথ্য-পাতি আৰু যুক্তিপূৰ্ণ তোমাৰ চিঠিখনতকৈ মোৰ চিঠি বেশী ভাল নহ'লহেঁতেন। তুমি এনে লিখনি নেৰিবা।" —এই বুলি কৈ তেওঁ ভাৰতৰ স্বাধীনতাৰ সমস্যাৰ লগে লগে অসমৰ অস্তিত্ব ৰক্ষা আৰু উৎকৰ্ষ সাধনৰ সমস্যা এটাও সদায় আছে, সেই কথা কিছু বিবৰি কয় আৰু প্ৰসঙ্গক্ৰমে ১৯১৯ চনৰ মণ্টেগু-চেমছ্‌ফোৰ্ড শাসন সংস্কাৰৰপৰা

অসমক বাহিৰত ৰাখিবলৈ ইংৰাজ চাহ-খেতিয়কসকলৰ উদ্যোগত কেনে ষড়যন্ত্ৰ হৈছিল আৰু ভাৰতৰ নেতৃবৃন্দয়ো সেই কথা কেনেকৈ অৱজ্ঞা কৰিছিল, দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মাৰ চেষ্টাত কেনেকৈ তেওঁক এই বিষয়ে ভাৰত-সচিব প্ৰমুখ্যে বৃটিছ গৱৰ্ণমেণ্টৰ কৰ্ণধাৰসকলৰ ওচৰত এই অবিচাৰৰ প্ৰতিকাৰ বিচাৰিবলৈ অসম এছোচিয়েচনৰ পক্ষৰপৰা তেওঁক (ডিব্ৰুগড়ৰ ৺প্ৰসন্নকুমাৰ বৰুৱাৰ সৈতে) পঠোৱা হৈছিল, কেনেকৈ বোম্বাইৰপৰা তেওঁ মণ্টেগু-চেমছফোৰ্ড শাসন সংস্কাৰ আঁচনিতকৈ উন্নত শাসন আঁচনিৰ দাবী কৰিবলৈ বিলাতলৈ যোৱা লোকমান্য তিলক, ৺পণ্ডিত মদনমোহন মালব্য, ৺ৰঙ্গস্বামী আয়েঙ্গাৰ প্ৰমুখ্যে কংগ্ৰেছ নেতাসকলৰ সৈতে একেখন জাহাজতে গৈছিল, অসমক কংগ্ৰেছে বৰ্জ্জন কৰিব খোজা শাসন সংস্কাৰ আঁচনিখনৰে অন্তৰ্ভুক্ত কৰিবলৈ বৃটিছ ৰাজনীতিসকলক তেওঁলোকে (বৰদলৈ আৰু বৰুৱাই) খাটনি ধৰিবলৈ যোৱাত লোকমান্য তিলকে কেনেকৈ বিস্ময় প্ৰকাশ কৰি তেওঁৰ লগত আলোচনাৰ অৱতাৰণা কৰিছিল আৰু কেনেকৈ তেওঁ লোকমান্যক প্ৰত্যয় নিয়াইছিল, কেনেকৈ তেওঁ বিলাতত নিজৰ উদ্দেশ্য সাধনত কৃতকাৰ্য্য হৈছিল—এইবিলাক কথা বিতংভাৱে বৰ্ণনা কৰিছিল।

১৯৩৪ চনত আইন কলেজৰপৰা ওলায়েই তেতিয়াৰ সাদিনীয়া আৰু তিনিদিনীয়া 'অসমীয়া' কাকতত ঘটনাক্ৰমে সোমাই পৰো আৰু কেইমাহমানৰ ভিতৰতে তাৰ সম্পাদক হওঁ। সেই সময়ত স্বৰ্গীয় মহাদেৱ শৰ্ম্মা আৰু শ্ৰীদেৱেন্দ্ৰনাথ শৰ্ম্মা প্ৰভৃতি কেইজনমান দেশসেৱকৰ সৈতে আসাম এছোচিয়েচন নামে এখন বনুৱা সঙ্ঘ গঠন কৰি চাহ-বাগান, কয়লা খনি, জাহাজ কোম্পানী আৰু তেল কোম্পানীৰ বনুৱাসকলৰ অভাৱ-অভিযোগবিলাকৰ বিষয়ে মনোযোগ দিওঁ। এই সঙ্ঘৰ পক্ষৰপৰাই মই গুৱাহাটীৰ স্বৰ্গীয় সোমেশ্বৰ চৌধুৰী ছৰ্দাৰৰ সৈতে অসম বিধান সভাত বনুৱাসকলৰ কাৰণে উপযুক্ত প্ৰতিনিধিত্ব দাবী কৰি আৰু ইংৰাজ চাহ-মালিকসকলৰ অসঙ্গত অধিক প্ৰতিনিধিত্ব হ্ৰাস কৰাৰ দাবী কৰি হেমণ্ড কমিটীৰ আগত স্মাৰকপত্ৰ আৰু সাক্ষ্য দিওঁ। (অসমৰ ভূতপূৰ্ব গৱৰ্ণৰ ছাৰ লৰী হেমণ্ড এই কমিটীৰ সভাপতি আৰু যথাক্ৰমে লাহোৰ আৰু মাদ্ৰাজ হাইক'ৰ্টৰ ন্যায়াধীশ জাষ্টিছ ডীন মহম্মদ আৰু জাষ্টিছ সুব্বাৰাও এই কমিটীৰ সদস্য আছিল।) আমাৰ এই কাৰ্য্যই বনুৱাসকলক কংগ্ৰেছৰ প্ৰতি অধিকতৰ আকৃষ্ট কৰিছিল। লগে লগে কংগ্ৰেছৰেই স্বৰ্গীয় হৰিনাৰায়ণ বৰুৱা, ৺সোণাৰাম দত্ত, শ্ৰীজগদীশচন্দ্ৰ মেধি, শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য প্ৰভৃতি



বন্ধুসকলৰ সৈতে অসম যুবক সঙ্ঘ নামে যুবক অনুষ্ঠান গঠন কৰি কংগ্ৰেছৰপৰা কিছু স্বতন্ত্ৰভাৱেও কংগ্ৰেছৰ আৰু স্বাধীনতাৰ আন্দোলনৰ পৰিপূৰক অনুষ্ঠান স্বৰূপে কাম কৰা হয়। এই সঙ্ঘৰ প্ৰথম অধিবেশন যোৰহাটৰ তিতাবৰত স্বৰ্গীয় মন্ত্ৰী সুৰেন্দ্ৰনাথ বুঢ়াগোঁহাইদেৱে উদ্বোধন কৰিছিল। দ্বিতীয় অধিবেশন উদ্বোধন কৰিছিল তেজপুৰত ভাৰতীয় কেন্দ্ৰীয় এছেমব্লিৰ কংগ্ৰেছ দলৰ দলপতি স্বৰ্গীয় ভুলাভাই দেশায়ে। স্বৰ্গীয় সোণাৰাম দত্তই এই অধিবেশনত সভাপতিত্ব কৰিছিল। মই এই সঙ্ঘৰ প্ৰধান সম্পাদক আছিলো আৰু 'অসমীয়া' কাকতৰ বাহিৰেও এই যুবক সঙ্ঘৰ যোগে পুস্তিকা আৰু প্ৰচাৰ-পত্ৰিকাৰে স্বাধীনতাৰ আন্দোলনৰ পোষকতা কৰিছিলো। 'অসমীয়া' আৰু যুবক সঙ্ঘৰ সেইবিলাক পুস্তিকা আৰু প্ৰচাৰ-পত্ৰিকাৰ নানান লেখনিৰ উদ্ধৃতি দি এই প্ৰৱন্ধৰ কলেবৰ বৃদ্ধি কৰিব নোখোজো। 'অসমীয়া'ৰপৰা এৰা পৰাৰ আৰু ১৯৪৪ চনত কাৰামুক্তিৰ পিচতো স্বাধীনতা লাভৰ আগ মুহূৰ্ত্তলৈকে পুস্তিকা আৰু প্ৰৱন্ধ-পাতিৰ যোগে আন্দোলনৰ পোষকতা কৰি থাকো।

গুৱাহাটী জিলা কংগ্ৰেছ কমিটী আৰু প্ৰদেশ কংগ্ৰেছ কমিটীয়েও মোৰ এই লিখনি আৰু প্ৰচাৰ-কাৰ্য্যত অধিক গুৰুত্ব আৰোপ কৰিয়েই মোক কংগ্ৰেছৰ আন আনুষ্ঠানিক কাৰ্য্যত লাগি জেললৈ আগবাঢ়ি যাবলৈ নিৰুৎসাহ কৰিছিল; বিশেষকৈ ১৯৪০ চনত যুদ্ধ-বিৰোধী ব্যক্তিগত সত্যাগ্ৰহত যোগ দিয়াৰপৰা মোক বিৰত কৰিবলৈ বিচাৰিছিল। কংগ্ৰেছী বন্ধুসকলে মোক দঢ়াই দঢ়াই বুজনি দিছিল যে, মোৰ সত্যাগ্ৰহ কৰি জেললৈ যোৱা কাৰ্য্যতকৈ 'অসমীয়া'ৰ লিখনি আৰু সম্পাদনা কংগ্ৰেছৰ আৰু দেশৰ পক্ষে অধিক লাভজনক হ'ব। কিন্তু সত্যাগ্ৰহ কৰিবৰ কাৰণে মোৰ মনটো লক্‌লকাই আছিল। সেই সত্যাগ্ৰহৰ উদ্ভাৱক আৰু একমাত্ৰ পৰিচালক মহাত্মা গান্ধীৰ নিৰ্দ্দেশমতে জিলা আৰু প্ৰদেশ কংগ্ৰেছ কমিটীৰ কাৰ্য্যকৰী কমিটীৰ সদস্যসকলৰ পক্ষে সত্যাগ্ৰহ কৰাটো বাধ্যতামূলক—এই কথা তেওঁলোকক কোৱাত তেওঁলোকে মহাত্মা গান্ধীৰপৰা মোক অব্যাহতিৰ অনুমতি আনি দিব বুলিও আশ্বাস দিয়ে। তথাপি মই "পিচত যি হয় হ'ব, বৰ্ত্তমান মই সত্যাগ্ৰহ নকৰাকৈ নোৱাৰো" (মহাত্মাৰ নিৰ্দ্দেশমতে সত্যাগ্ৰহীসকলে জেলৰপৰা মুক্ত হৈও বাৰম্বাৰ সত্যাগ্ৰহ কৰি থাকিব লাগে) বুলি তেওঁলোকক সমিধান দিলো। প্ৰথমবাৰ সত্যাগ্ৰহ কৰি কাৰাবাস খাটি ওলোৱাৰ পিছতেই পুনৰ সত্যাগ্ৰহ কৰিবলৈ সঙ্কল্প কৰিলো। কিন্তু বাতৰি কাকতত এই খবৰ পাই সেই সময়ত যোৰহাট জেলত

কাৰাৰুদ্ধ হৈ থকা লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে নেতাসকলেও এইবাৰ বাধা দিলে। তেওঁলোকে ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু ৺সোণাৰাম দত্তদেৱলৈ (এওঁ তেতিয়া বাহিৰত আছিল) গোপন বাতৰি পঠিয়ালে যে, মোক পুনৰ সত্যাগ্ৰহত যোগ দিয়াৰ পৰিবৰ্তে 'অসমীয়া'ত যোগ দিয়াব লাগে আৰু সত্যাগ্ৰহৰ সৰ্ব্বময় ডিক্টেটৰ মহাত্মা গান্ধীৰপৰা আৱশ্যকীয় অনুমতি আনি দিব লাগে। সেইমতে প্ৰদেশ কংগ্ৰেছ কমিটীৰ প্ৰধান সম্পাদক ৺সোণাৰাম দত্তই ১৯৪১ চনৰ ১২ মে'ৰ দিনা মোক সম্প্ৰতি পুনৰ সত্যাগ্ৰহ নকৰিবলৈ নিৰ্দ্দেশ দি এইদৰে চিঠি দিয়ে—

Assam Provincial Congress Committee
Congress House, Gauhati.
No. A/4293 May 12, 1941

Shri Harendra Nath Barua B.L.
Editor, 'Assamiya'
Gauhati.

Dear friend,

To ensure the smooth and uninterrupted running of the newspaper 'Assamiya' of which you are the editor, we have decided to request Gandhiji to exempt you from offering satyagraha again. So although you are an approved satyagrahi, you should not offer satyagraha before a reply has been received from Gandhiji.

Yours sincerely,
Sd/ S. R. Dutta
*General Secretary*

('অসমীয়া' কাকতখন পৰিপাটীৰূপে চলাবৰ কাৰণে ইয়াৰ সম্পাদক আপোনাক পুনৰ সত্যাগ্ৰহ কৰাৰপৰা অব্যাহতি দিবৰ কাৰণে আমি গান্ধীজীলৈ অনুৰোধ জনাবলৈ সিদ্ধান্ত কৰিছো। গতিকে গান্ধীজীৰপৰা সমিধান নোপোৱালৈকে আপুনি সত্যাগ্ৰহ নকৰিব।)

প্ৰদেশ কংগ্ৰেছ কমিটীৰপৰা এই নিৰ্দ্দেশ পাই মই সাম্প্ৰতিকভাবে পুনৰ 'অসমীয়া'ত যোগ দি গান্ধীজীৰ সমিধানৰ অপেক্ষাত থাকো। ২৬ জুনৰ দিনা (১৯৪১ চনৰ) প্ৰদেশ কংগ্ৰেছ কমিটীৰ প্ৰধান সম্পাদকৰপৰা এই চিঠি পাওঁ—



Assam Provincial Congress Committee
Congress House, Gauhati.
N. P/4002-03 26. 6. 1941

Shri Harendra Nath Barua B.L.
Editor, 'Assamiya'
Gauhati.

Dear friend,

Accepting our President's recommendation, Gandhiji has granted you exemption from offering satyagrah again in the interest of the paper you edit.

With regards,

Yours sincerely,
Sd/ S. R. Dutta
*General Secretary*

(প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতিৰ অনুমোদন অনুসাৰে মহাত্মা গান্ধীয়ে আপোনাক 'অসমীয়া' কাকতখনৰ সম্পাদনা কৰিবৰ অৰ্থে পুনৰ সত্যাগ্ৰহ কৰাৰ পৰা অব্যাহতি দিছে।)

এই প্ৰসঙ্গত ক'ব পাৰো যে, স্বাধীনতাৰ আন্দোলনত কংগ্ৰেছসেৱী স্বৰূপে কংগ্ৰেছৰ আৰু মহাত্মাজীৰ আনুষ্ঠানিক নিৰ্দ্দেশ এইদৰে মানি চলিছিলো যদিও মই স্বাধীনভাবে চিন্তা নকৰাকৈ আৰু কোনো কোনো ক্ষেত্ৰত কংগ্ৰেছ নেতাসকলৰ তথা মহাত্মা গান্ধীৰ কথাত ব্যক্তিগত আৰু ভিতৰুৱাভাৱে আপত্তি নকৰাকৈও থকা নাছিলো। তেওঁলোকৰ লগত লিখালিখিও কৰিছিলো।

এইখিনিতে এটা কথাৰ উল্লেখ কৰিব পাৰি যে, কংগ্ৰেছৰ স্বাধীনতা আন্দোলনৰ ওপৰুক্ত দ্বিতীয় আৰু তৃতীয় পৰ্য্যায়ত আমি কেইজনমান বিশিষ্ট অসম-হিতৈষী লোকৰ সৰু দল এটাৰো শক্তিশালী প্ৰচাৰৰ সন্মুখীন হ'ব লগা হৈছিল। তেওঁলোকৰ ভিতৰত অসমপ্ৰাণ স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰী (১৯২১ চনৰ আন্দোলনত জেল খটা ৰায়চৌধুৰী ডাঙৰীয়া পিচত আঁতৰি আছিল), ৺জ্ঞাননাথ বৰা আৰু বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনৰ নাম বিশেষ উল্লেখযোগ্য। তেওঁলোকৰ বক্তব্য আছিল এই যে অসমীয়াই প্ৰথমে আত্মৰক্ষাৰ কাৰণেহে চেষ্টা কৰিব লাগে। কংগ্ৰেছে অসমৰ স্বাৰ্থৰক্ষা নকৰে।

এই অবস্থাত বহুত অসমীয়াই অস্বস্তি বোধ কৰিছিল। ৺ৰায়চৌধুৰী, ৺বৰা আৰু শ্ৰীফুকন ডাঙৰীয়াই 'ডেকা অসম', 'বাতৰি' আদি কাকতত আৰু

সভা-সমিতি পাতি অসমীয়া বাইজে কংগ্ৰেছৰ আন্দোলনতকৈ পমুৱাৰ আগমন বন্ধ কৰি আৰু বঙালী ছিলেট জিলাখনক অসমৰপৰা আঁতৰাই বঙ্গদেশৰ অন্তৰ্ভুক্ত কৰি অসমক বৃহত্তৰ বঙ্গৰ কৱলৰপৰা ৰক্ষা কৰা আৰু অসমত অসমীয়াৰ আত্মপ্ৰতিষ্ঠা কৰাৰ আন্দোলনত যোগ দিয়াৰহে পোষকতা কৰিছিল। তেওঁলোকে এই প্ৰসঙ্গত অৱতাৰণা কৰা নানান যুক্তি আৰু তথ্যপাতি নিশ্চয় অৱজ্ঞা কৰিবপৰা বিধৰ নাছিল আৰু আমি কংগ্ৰেছীসকলে সেইবিলাক খণ্ডন কৰিবলৈ যথেষ্ট কষ্ট কৰিবলগা হৈছিল। এই কামতো মই আগভাগ লব লগা হৈছিল —বিশেষকৈ 'অসমীয়া'ৰ সম্পাদক স্বৰূপে। আমাৰ যুক্তি আছিল এই যে, বিদেশী গৱৰ্ণমেণ্টে পূৰ্ব্ববঙ্গৰ পমুৱাৰ অভিযানত বাধা নিদিয়ে, অসমীয়া-বঙালীৰ কিম্বা হিন্দু-মুছলমানৰ মাজত বিৰোধ বৰ্ত্তাই ৰাখি নিজৰ শাসনৰ পথ সুগম কৰাই তেওঁলোকৰ ধৰ্ম্ম।

৺জ্ঞান বৰা ডাঙৰীয়া পিচলৈ নিৰৱ হ'ল। বাগীবৰ ফুকন ডাঙৰীয়াই শেহলৈ ( ৪২ চনৰ আন্দোলনৰ আগে আগে ) কংগ্ৰেছত যোগ দিলে। কিন্তু ৺ৰায়চৌধুৰী ডাঙৰীয়াই শেহলৈকে নিজ মতত আৰু প্ৰচাৰত অবিচলিত হৈ থাকিল।

ভাৰতৰ স্বাধীনতাৰ বাবে যাতে অসমৰ ন্যায্য স্বাৰ্থ বিসৰ্জন দিয়া নহয় কিম্বা অসমক বিপন্ন কৰা নহয় ( যিটো বিষয়ে সৰ্ব্বভাৰতীয় কংগ্ৰেছ নেতাসকলক কোনো কোনো ক্ষেত্ৰত উদাসীন বা শিথিল যেন দেখা গৈছিল ), সেই অৰ্থে অসমীয়াৰ বাহিৰে ইংৰাজীতো এখন কিতাপ লিখি সমগ্ৰ ভাৰতত প্ৰচাৰ কৰিছিলো আৰু সেই বিষয়ত স্বৰ্গীয় মুখ্যমন্ত্ৰী লোকপ্ৰিয় বৰদলৈৰ খুব উৎসাহ আৰু সহযোগিতা পাইছিলোঁ। তেওঁ সেই কিতাপখনৰ এটা ভূমিকাও লিখি দিছিল। অসমক বৃহত্তৰ বঙ্গ বা পাকিস্থানৰ অন্তৰ্ভুক্ত কৰাৰ দাবী আৱশ্যকীয় সকলো তথ্য-পাতিৰে নুই কৰি লিখা এই কিতাপখন নাম আছিল 'Reflections on Assam-cum-Pakistan'। সমগ্ৰ ভাৰতৰ মুখিয়াল বাতৰি কাকতসমূহ আৰু বিশিষ্ট নেতাসকললৈ পঠিওৱা এই কিতাপখনৰ প্ৰশংসা কৰি কলিকতাৰ 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড', বোম্বাইৰ 'টাইমছ্ অৱ ইণ্ডিয়া', 'ভাৰত জ্যোতি' আৰু 'ছ'চিয়েল ৱেলফেয়াৰ', মাদ্ৰাজৰ 'হিন্দু', দিল্লীৰ 'নেশ্যনেল কল' আৰু 'হিন্দুস্থান টাইমছ', এলাহাবাদৰ 'লীডাৰ, পাটনাৰ 'ছাৰ্চলাইট' নাগপুৰৰ 'হিতবাদ' প্ৰভৃতি কাকতে সম্পাদকীয় কিম্বা সমালোচনা প্ৰকাশ কৰিছিল আৰু ৰাজাজী ( শ্ৰীৰাজাগোপালাচাৰি ), ৺ডঃ সচ্চিদানন্দ সিংহ ( পিচলৈ ভাৰতীয় গণপৰিষদৰ



সভাপতি ), ডঃ পট্টাভি সীতাৰামিয়া ( পিচত কংগ্ৰেছ সভাপতি ) আৰু ডাঃ ৰাজেন্দ্ৰপ্ৰসাদ ( পিচত ৰাষ্ট্ৰপতি ) প্ৰমুখ্যে বিশিষ্ট নেতাসকলে মোলৈ চিঠি দিছিল। খুব ততাতৈয়াকৈ প্ৰেছৰপৰা উলিয়াই প্ৰায় প্ৰুফ নোচোৱাকৈ পঠিয়াব লগা হোৱাৰ কাৰণে কিতাপখনত বহুত ছপাৰ ভুল থকা তেওঁলোকে উপেক্ষা কৰিছিল। ডাঃ ৰাজেন্দ্ৰপ্ৰসাদে তেওঁৰ 'ইণ্ডিয়া ডিভাইডেড' গ্ৰন্থতো এই কিতাপৰপৰা ভালেখিনি উদ্ধৃতি দিয়ে। পিচত বৃটিছ কেবিনেট মিছনে আগবঢ়োৱা ভাৰত ত্যাগৰ আঁচনিৰ সন্দৰ্ভত অসমক বঙ্গদেশৰ সৈতে এখন গ্ৰুপৰূপে পাকিস্থানৰ অন্তৰ্ভুক্ত কৰাৰ প্ৰৱল সম্ভাৱনা হওঁতে সেই প্ৰস্তাবৰ বিৰোধিতাত সৰ্ব্বভাৰতীয় কংগ্ৰেছ নেতৃবৃন্দক ল'গ ধৰিবলৈ অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ প্ৰতিনিধিদল এটাৰ সৈতে গৈ পাটনাত ডঃ ৰাজেন্দ্ৰপ্ৰসাদক সাক্ষাৎ কৰোতে তেওঁ অসমৰ এই সমস্যা সম্পৰ্কে অধ্যয়ন কৰি থৈছে আৰু মোৰ এই কিতাপখন তেওঁৰ খুব সহায়ক হৈছে বুলি তেওঁ সমিধান দিছিল।

স্বাধীনতাৰ যুদ্ধত মোৰ ভূমিকা সম্পৰ্কে এইখিনিকে লিখিলো। পুণ্য আৰু প্ৰিয় স্মৃতিস্বৰূপেই ইয়াক লিখা হৈছে, আত্ম-প্ৰচাৰ কিম্বা কাৰোবাৰ প্ৰশংসা বা প্ৰতিদানৰ আশাত নহয়। এইবিলাক কথা কাৰোবাৰ পৰিমাণে কামত আহিলেই নিজক কৃতাৰ্থ মানিম।

# স্বাধীনতা সংগ্ৰামৰ স্মৃতি

**শ্ৰীঅক্ষয়কুমাৰ দাস**

১৯২০ চন। মই কটন কলেজৰ বি-এ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। তৃতীয় বাৰ্ষিকৰ বছৰটো মেলেৰিয়াত কিতাপৰ লগত প্ৰায় সম্বন্ধহীন হিছাপে কটাই চতুৰ্থ বছৰতে দুই বছৰৰ কাম সমাধা কৰাৰ আশাত মনোযোগী হৈ আৰম্ভ কৰিছো, কিন্তু পূজাৰ বন্ধৰপৰাই আসাম এছোচিয়েচনৰ বিশেষ অধিবেশনত মহাত্মাজীৰ নেতৃত্ব দেশে গ্ৰহণ কৰা সিদ্ধান্তৰ লগে লগে নবীন বৰদলৈ হলৰ (সেই সময়ৰ কাৰ্জ্জন হলৰ) সীমা পাৰ হৈ সেই ধ্বনি আহি কটন হোষ্টেলত তথা কটন কলেজত সোমাল। প্ৰশ্ন হ'ল টেষ্ট পৰীক্ষা দিয়া হ'ব নে নাই। নানা আলোচনা গবেষণাৰ পাচত পৰীক্ষা দিয়া হ'ল। পৰীক্ষাও শেষ; কলেজত ধৰ্ম্মঘট দেখা দিলে। কলেজততো ছাত্ৰ নায়েই, হোষ্টেলতো অলপ সংখ্যক ল'ৰাৰ বাহিৰে সকলো ল'ৰা ঘৰা-ঘৰি গুচি গ'ল। কেজনমানে স্বৰ্গীয় ডঃ হৰিকৃষ্ণ দাসৰ পানবজাৰৰ বৰপেটীয়া পাড়াৰ ঘৰৰ কেম্পত সোমাল—স্বেচ্ছাসেৱক হিছাপে গাওঁ-ভূঁইত প্ৰচাৰ কাৰ্য্যত লগাৰ কাৰণে। কৰ্ম্মবীৰ বৰদলৈ আহি সেই কেম্পত ওলাল; লগতে আনিছে এটা বৃহৎ বৰালি মাছ। মাছটো আগুৱাই দি ক'লে—"এতিয়া খোৱাৰ দিহা কৰা, এয়া নিয়া পইচা; চাউল-পাতি আনাগৈ।" 'ঠিয়াদা'ক মাত দি কলে, "ঠিয়াদা, এওঁলোকক বন্ধা-বঢ়াৰ বাচন যোগাৰ দিয়া।" 'ঠিয়াদা' হৈছে স্বৰ্গীয় ডাঃ হৰিকৃষ্ণ দাসৰ সম্পৰ্কীয় ককায়েক। ডাক্তৰ ডাঙৰীয়াই দাদা সম্বোধন কৰি মাতে বাবে সেই সময়ৰ সকলোৱে 'ঠিয়াদা' বুলিয়ে মাতিছিল। শেষত বৰদলৈ ডাঙৰীয়াই কলে, "এতিয়া ফুকনক কেনেকৈ পাবা নমোৰা; নহ'লে এই কাম অকল আমাৰ দ্বাৰাই নহ'ব।"

পিচদিনা পুৱা আমি ৩ জনমান ছাত্ৰ দেশভক্ত ফুকন ডাঙৰীয়াৰ ঘৰলৈ গ'লো। তেওঁ বহি আছে আৰাম-চকীখনত—সুঠাম, সুশ্ৰী দেহেৰে বৈঠক-ঘৰটো উজ্জলাই। আমাকো ওচৰৰে বেঞ্চখনত বহিবলৈ দি সুধিলে,—"কিয় আহিছা?" আমি সকলো কথা কোৱাত এটি চমু আলোচনাৰ পাচত ক'লে যে এতিয়া তেখেতে একো নকয়; ভাবি চাই পিচত ঠিক কৰিব।

তথাপি স্কুল-কলেজৰ ছাত্ৰসকল আৰু উকীলসকল আগৰণুৱা হৈ ওলাল। ছাত্ৰসকলে যদিও স্কুল-কলেজ এৰিলে, তথাপি বহুতে অলপ দিনৰ পাচতে



পুনৰ স্কুল-কলেজত যোগ দিলে। কিন্তু বহুত মেধাবী ছাত্ৰ আন্দোলনতে লাগি থাকিল। আমাৰ ইয়াত প্ৰায় ঠাইতে বয়সীয়াসকলৰ নেতৃত্বত গাওঁবোৰক পঞ্চায়তৰ ভিত্তিত সংগঠন কৰা, আদালত বৰ্জ্জন, হাতে-কটা সূতাৰ পুনৰ প্ৰচলনৰ দ্বাৰা খদ্দৰ ব্যৱহাৰ প্ৰচলন, গাৱঁত কপাহ, নেওঠনি প্ৰচলন আদিৰ কামত লাগি গ'ল। সেই সময়ত মহামাৰী মেলেৰিয়াৰ প্ৰৱল আক্ৰমণ। আজিৰ দৰে ভাল আলি-বাট তেতিয়া দেখিবলৈ নাছিল। মটৰ-বাছো দেখিবলৈ নাছিল। ডেকাসকলে বৰ বেছি এখন গামোছা আৰু পিন্ধি থকা যোৰত বাহিৰে আৰু এযোৰ ধুতিছোলা আশ্ৰয় কৰিয়ে হাবি-বনৰ মাজেদি বোকা-পানী ভাঙি গাৱেঁ গাৱেঁ ঘূৰি মহাত্মাজীৰ প্ৰস্তাৱিত স্বৰাজৰ বাণী প্ৰচাৰ কৰি লগতে 'তিলক স্বৰাজ্য ভঁৰাল'লৈ এটকীয়া দান আৰু কংগ্ৰেছৰ বৰঙণি চাৰি আনা আদায় কৰিবলৈ ধৰিলে। অসমত অস্পৃশ্যতা যদিও শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কৃপাতে বহু পৰিমাণে আঁতৰিছিল, তথাপি বাকী থকাখিনি আঁতৰোৱাও সহজসাধ্য নাছিল। হাতে-কটা সূতা প্ৰচলন তেতিয়া জীয়াই থকা আবু আৰু আই শ্ৰেণীৰ অনুগ্ৰহত সহজ হৈছিল। গাৰো পাহাৰ, মিকিৰ পাহাৰ আদি অঞ্চলৰপৰা কপাহ আনি বজাৰত পাওনা-কৰি দিয়া কামো 'ভলন্টিয়াৰ'সকলেই কৰিব লাগিছিল। এসময়ত কংগ্ৰেছ কমিটীৰ উদ্যোগত এই বাবে কেন্দ্ৰীয় আঁচনিও প্ৰৱৰ্ত্তিত হৈছিল। সেই সময়ৰ সৰু ল'ৰা-ছোৱালীবোৰেও সূতা-কটাত দেখুওৱা আগ্ৰহ অবিস্মৰণীয়। হাতে-বোৱা কাম অৱশ্যে প্ৰচলন কৰিবলগীয়া হোৱা নাছিল, যিহেতু ছোৱালী হাইস্কুল বা হাই-স্কুলত পঢ়া ছোৱালীৰ সংখ্যা নগণ্য আছিল। ফলত প্ৰত্যেক অসমীয়া গৃহস্থীৰে অন্ততঃ এখন তাঁতশালৰ কাম চলি আছিল। সাম্প্ৰদায়িক সম্প্ৰীতি সাধন কামো সহজ আছিল। ইয়াৰ মূল কাৰণ, দুয়োটা ঘাই সম্প্ৰদায়ৰে তেতিয়ালৈ চাকৰিৰ প্ৰতি খোৱা-কামোৰাৰ ভাৱ জন্মা নাছিল; এম-এল-এ, এম-পি হ'বলৈ আৰু কিছুমানে মন্ত্ৰী হ'বলৈ পতা ফান্দত পৰি ঘাইল হোৱা কথাও নাছিল। পিচে ৰাইজে যেতিয়া কংগ্ৰেছক দিয়া সমৰ্থনৰ জৰিয়তে ৰাজনৈতিক ক্ষমতাৰ দাবীৰ আঁকোৰ-গজালিকৈ লাগিল, তেতিয়াহে বৃটিছ চৰকাৰেও নানা প্ৰবন্ধে সম্প্ৰদায়ৰ মাজত বিৰোধ ভাৱৰ অঙ্কুৰ গজাই সম্পূৰ্ণ পৰিৱৰ্ত্তন ঘটালে। ককা, মামা, দাদা আদি নানা সম্বোধনেৰে পৰস্পৰে মাতা-মাতি কৰা অন্ত পৰিল। বিদেশী-বৰ্জ্জন অৱশ্যে সফল হৈছিল। মাদকতা বৰ্জ্জনৰ ফলত চিগাৰেট বজাৰত দেখিবলৈ নাইকিয়া যেন হৈছিল। দুই-একে যি

খাইছিল, তাকো লুকাই-চুৰাই হে। মাদকতা বৰ্জ্জন আন্দোলনত আফিঙৰ বিৰুদ্ধে প্ৰবল প্ৰচাৰ চলে আৰু স্বেচ্ছাসেৱকসকলে কানিৰ-দোকানত পিকেটিং কৰি মাৰধৰ আৰু লাঞ্ছনা ভোগ কৰে,—কাৰাবৰণতো সৰু কথা। ১৯২১ চনত মহাত্মাজীৰ প্ৰথম আহ্বানতে দেশ মতলীয়া হৈছিল। কামৰূপ জিলাৰ বকো অঞ্চলত ১৯২১ চনৰ আহ্বানতে ভৰ দি ৰাইজে খাজনা-বন্ধৰ সিদ্ধান্ত ললে আৰু সেইমতেই কাম হ'ল—খাজনা বন্ধ। চৰকাৰে ইংৰাজ আই-চি-এছ বিষয়া এজনৰ নেতৃত্বত আসাম ৰাইফল্‌ছৰ দল এটি পঠাই সেই অঞ্চলত পুহমহীয়া জাৰত ওৰে নিশা এক কঁকাল পানীত দলে দলে মানুহ ৰাখি থলে। কিন্তু তেও ৰাজহুৱা সিদ্ধান্তৰ লৰ-চৰ নাই। এইখিনিতে এটা সৰু অথচ আমোদজনক কথা মনত পৰে। সেই সময়ৰ কামৰূপত ডিপুটি কমিছনাৰ আছিল মিঃ এ-ডব্লিউ-বেন্টিঙ্ক আই-চি-এছ অসম উপত্যকা বিভাগৰ কমিছনাৰ আছিল মিঃ বি-চি এলেন আই-চি-এছ। অসহযোগ আন্দোলন দমাবলৈ লোৱা নীতি সম্পৰ্কত দুয়োৰো মাজত মতভেদ—বেন্টিঙ্ক ছাহাবে বিচাৰে সহজ আৰু সহনশীল নীতি অৱলম্বন কৰিবলৈ, এলেন ছাহাবে বিচাৰে কঠোৰ দমন-নীতি অৱলম্বন কৰিবলৈ। দুয়োৰে মতভেদ গৈ ছিলং পাহাৰ পালে। শেষত এলেন ছাহাবৰে জয় হ'ল। বেন্টিঙ্ক ছাহাবৰ অসমীয়া মানুহৰ সৰলতাত বিশ্বাস আছিল। তেওঁ মনে-মুখে একেবাৰে কঠোৰ নীতি ভাল নাপাইছিল। কিন্তু এটি সৰু বিশেষ সম্প্ৰদায়ে তাত অসন্তুষ্ট হৈ এলেন ছাহাবক বুজাই বঢ়াই হাত কৰি দমন-নীতিত সন্মত কৰায়। এই শ্ৰেণীটোৱেই কিছু পিছত আৰু এটি সম্প্ৰদায়ৰ লগত লগ হৈ এটি এছোচিয়েচন পাতি মাটি-নীতিত প্ৰতিবাদ জনাই সেই সময়ৰ আসাম চৰকাৰক বহু পৰিমাণে হাত কৰি অসমীয়াৰ স্বাৰ্থ চিৰকাললৈ নষ্ট কৰি থলে। কংগ্ৰেছ তেতিয়া শাসনত নাছিল। সৰ্ব্বসাধাৰণে ভয়ে ভয়েহে কংগ্ৰেছক সমৰ্থন জনাইছিল। অৱশ্যে কংগ্ৰেছ অনুষ্ঠানত যোগ দিয়াসকলৰ কথা সুকীয়া।

পিচত ১৯৩০ চনত লাহোৰ অধিবেশনত কংগ্ৰেছৰ স্বাধীনতা প্ৰস্তাৱৰ মৰ্ম্মে পুনৰ আন্দোলনৰ এটা নতুন অধ্যায় আৰম্ভ হয়। ২৬ জানুৱাৰী দিনটো তেতিয়া নিৰ্দ্দিষ্ট হয় 'স্বাধীনতা দিবস' পালনৰ বাবে আৰু সেয়ে বৰ্ত্তমান 'গণতন্ত্ৰ দিবস'ত পৰিণত হৈছে। লাহোৰ কংগ্ৰেছৰ প্ৰস্তাৱৰ অসমীয়া ভাঙনি কংগ্ৰেছৰ পতাকাৰ তলত ৰাজহুৱা সভাত যেতিয়া ঘোষণা কৰা হয়, তেতিয়া বৰপেটা আদি ঠাইত মানুহৰ পয়োভৰ মনত পৰিলে আজিও শৰীৰ ৰোমাঞ্চিত



হয়। তাৰ সমকক্ষ দৃশ্য পুনৰ দেখা গৈছিল ১৯৪২ চনত ৯ আগষ্টৰ এ-আই-চি-চি-ৰ সিদ্ধান্তৰ বাবে তৈয়াৰ কৰা প্ৰস্তাৱৰ সম্পৰ্কত। ১৯৩০ চনত ২৬ জানুৱাৰীৰ পিচতেই কংগ্ৰেছ কমিটীবিলাকে নিৰ্দ্দিষ্ট কমিটী গঠন কৰি পুনৰ লাগি গ'ল কামত। বিদেশী কাপোৰ বৰ্জ্জন সম্পূৰ্ণ কৰিবই লাগিব। ইপিনে মাঞ্চেষ্টাৰ আৰু লাঙ্কেছায়াৰ কাপোৰ কলৰ মালিকসকলৰ গাত হেঁচা পৰিছে—কাপোৰৰ বিক্ৰী নাই। বৃটিছ গৱৰ্ণমেণ্টৰ গাত তত্ নাই আৰু সেই মতেই ভাৰত চৰকাৰ তথা প্ৰাদেশিক চৰকাৰবোৰো অস্থিৰ হৈ উঠিল—কেনেকৈ পিকেটিং বন্ধ কৰা যায়। কিন্তু দেশবাসীৰ আত্মবোধ জাগৰণৰ গুণত বিদেশী কাপোৰ বৰ্জ্জন পিকেটিং নোহোৱাকৈয়ে হ'ল। পিকেটিং দৰকাৰ হ'ল মদ, ভাং আৰু আফিঙৰ দোকানত। ৰাগীয়াল বস্তুৱে যে মানুহৰ নৈতিকতা কিমান নমায়, তাৰ প্ৰমাণ ইয়াতে পোৱা গ'ল। অসমত এই ৰাগীয়াল বস্তুৰ পিকেটিঙত প্ৰায় ভাগ স্বেচ্ছাসেৱকে দণ্ডভোগ কৰে। অসমৰ ১৯৩০ চনৰ আন্দোলন সফল হোৱাৰ মূলত সেই সময়ৰ ডি-পি-আই কানিংহাম চাহাবো কিছু পৰিমাণে দায়ী। স্কুল-কলেজবোৰত ৰাজনীতিৰ বতাহ সোমাব নোৱাৰাকৈ ৰখাৰ আগ্ৰহত তেওঁ এখন চাৰ্কুলাৰ দিলে—সকলো অভিভাবকে লিখিত প্ৰতিশ্ৰুতি দিব লাগে যে তেওঁৰ তত্ত্বাৱধানত থকা ছাত্ৰই চৰকাৰ-বিৰোধী আন্দোলনত যোগ নিদিয়ে। সেই চাৰ্কুলাৰ জাৰী হ'লত ছাত্ৰসমাজে আৰু অভিভাবকসকলৰো বহুতেই এইটো এটা সন্মান-হানিকৰ কথা বুলি ধৰিলে। তেতিয়াৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ তত্ত্বাৱধায়কসকলৰ ভিতৰত অগ্ৰগণ্য ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই গুৱাহাটীৰ ছাত্ৰসকলক গোটাই এই ভাৱ যাতে আঁতৰ নহয়, তাৰ চেষ্টাত লাগিল। আন আন ঠাইত হুলস্থূল লাগিল। স্কুলবোৰৰপৰা ছাত্ৰ ওলাই আহিল। যিবোৰ নহাকৈ আছিল সেইবোৰেও পিকেটিঙৰ ধূমত যাব নোৱাৰা হৈছিল। ছাত্ৰসকলৰ বহুতেই স্কুল-কলেজ পিকেটিঙতহে জেললৈ গৈছিল। বৰপেটা, গুৱাহাটী, শিৱসাগৰ আৰু তেজপুৰত চৰকাৰৰ সহায় নোহোৱাকৈ চলোৱা ৰাজহুৱা হাইস্কুল গঢ়ি উঠিছিল। তাৰে চিন বৰপেটাৰ 'বৰপেটা বিদ্যাপীঠ' আৰু গুৱাহাটীৰ 'কামৰূপ একাডেমী' আজিও বৰ্ত্তমান। এই নতুন স্কুলবোৰত ছাত্ৰ ভৰ্ত্তি হল, কিন্তু যিসকলে বিশ্বাস কৰি আন্দোলনত যোগ দিছিল, সেইসকল আৰু স্কুল-কলেজমুখী নহ'ল। কিছুমানে সংসাৰৰ লেঠাত পাক খাই গ'ল; কিছুমানে কংগ্ৰেছৰ কামতে লাগি থাকিল। ১৯২১ চনত একোটা অঞ্চলত নেতৃত্ব দিয়া সকলৰো দুই-একে ১৯২৯-ৰ স্বাধীনতা প্ৰস্তাৱৰ লগে লগে কংগ্ৰেছৰ-

পৰাই ইস্তফা দিছিল। কাৰণ অৱশ্যে মতৰ অমিল নহয়, আগন্তুক আন্দোলনত পৰিলে যি ক্ষতি হ'ব তাক সহ্য কৰিব নোৱাৰাটোহে। অৱশ্যে কাৰ্য্যতঃ সময়ে সময়ে এইসকলৰ কিছুমানে কংগ্ৰেছৰ কাৰ্য্যপন্থাৰ বিৰোধিতাও কৰিছিল।

লাহে লাহে ১৯৩০-৩১-ৰ আন্দোলন থামি গ'ল। ইউৰোপ আৰু আমেৰিকাৰ অনুগ্ৰহত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। মহাত্মাজীৰ নেতৃত্বত ১৯৩৯-৪০ চনৰ সত্যাগ্ৰহ আন্দোলনৰ মূৰত ১৯৪২-ৰ গণ-আন্দোলন আহিল। এই গণ-আন্দোলনত অংশ লোৱা আজিও সমাজত বহুত আছে। গতিকে কেনেকৈ কি আন্দোলন হৈছিল, তাক এই ক্ষুদ্ৰ প্ৰবন্ধত বৰ্ণনা কৰিব নোখোজো।

চমুকৈ ক'বলৈ হলে—(১) ১৯২১ চনত মহাত্মাজীৰ কথাত মানুহৰ মাজত এটি প্ৰথম জাগৰণ জন্মিল। 'স্বৰাজ' বস্তুটো কি, ই স্বাধীনতাৰ আন নাম হয় নে নহয়, ইত্যাদি বহু প্ৰশ্ন উঠিল। আন্দোলনত যোগ দিয়া সকলে বুজিছিল—'স্বৰাজ' অৰ্থে 'নিজৰ ৰাজ' বা নিজৰ শাসন। অইনে আইনৰ সম্পৰ্কীয় সংজ্ঞা বিচাৰি হায়বাণ। কিন্তু মহাত্মাজী ব্যস্ত কেৱল পাঁচদফীয়া কাৰ্য্যসূচী পালনত। তেওঁৰ মতে তেতিয়া হলে 'স্বৰাজ' শব্দৰ অৰ্থ মানুহে নিজে নিজে বুজি পাব। কিন্তু স্বভাৱতে মানুহে কৰ্ত্তব্য পালনতকৈ স্বত্বৰ দাবী বা সংৰক্ষণতহে বেছি যোগ্যতা আৰু তৎপৰতা দেখুৱায়। ১৯২১ চনত জেল-খটাসকলেহে সশ্ৰম কাৰাদণ্ড কি তাক বুজিছিল। ঘানি ঘূৰোৱা, শিলভঙা আদি কঠোৰ পৰিশ্ৰমৰ পৰিপ্ৰেক্ষিতেই ৺অম্বিকাগিৰি ৰায়চৌধুৰীৰ "তই ভাঙিব লাগিব শিল......ক্ষত-বিক্ষত অঙ্গ আচৰি, মুখেদি ৰক্ত আহিব বাগৰি" আদি গীতৰ জন্ম।

(২) ১৯২১-ৰ আন্দোলনতে প্ৰৱৰ্ত্তিত 'আইন অমান্য' কথাই ভালকৈ ৰূপ লব নোপাওঁতেই চৌৰি-চৌৰাৰ ঘটনাই যৱনিকা টানি দিলে। বহুত কৰ্ম্মীয়ে এনেকৈ আন্দোলন বন্ধ কৰাত অসন্তুষ্টি প্ৰকাশ কৰিছিল। যি হওক, স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণৰ লগে লগে ১৯৩০-ৰ আন্দোলন আৰম্ভ হ'ল। তাৰু দোকান আদি পিকেটিং কৰাৰ বাহিৰেও সত্যাগ্ৰহৰ আঁচনি প্ৰৱৰ্ত্তন কৰিলে। তেতিয়া সমাজতো পৰিবৰ্ত্তন বহুত আহিল—১৯২১-ৰ সন্দেহ, অবিশ্বাস আৰু বিৰোধিতাও বহুত শাম কাটিলে।

(৩) দ্বিতীয় মহাসমৰৰ লগে লগে যেতিয়া ১৯৩৯-৪০ চনৰ সত্যাগ্ৰহ আন্দোলনৰ জৰিয়তে "যুদ্ধ বিষয়ত বৃটিছক ধন আৰু জনেৰে সহায় কৰা অন্যায়" বুলি কৈ সত্যাগ্ৰহীয়ে সত্যাগ্ৰহ আৰম্ভ কৰি শেষত ১৯৪২ চনৰ ৯ আগষ্টৰ ফল হিচাপে যি অধ্যায়ৰ প্ৰৱৰ্ত্তন কৰিছে, তাক ইয়াত বৰ্ণোৱা নিষ্প্ৰয়োজন।

## অসমলৈ গান্ধীজীৰ স্বৰাজী বিপ্লৱৰ পাৰ ভাঙ্গি দিলে যিসকলে



দেশভক্ত তৰুণৰাম ফুকন



নবীনচন্দ্ৰ বৰদলৈ

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা

অনন্যসাধাৰণ
দেশাত্মবোধ, ত্যাগ আৰু
লোকসেৱা যাৰ
জীৱনৰ ব্ৰত



ডাঃ হৰিকৃষ্ণ দাস



ডাক্তৰ ভুবনেশ্বৰ বৰুৱা



চন্দ্ৰনাথ শৰ্ম্মা



কুলধৰ চলিহা



জ্যোতিপ্ৰসাদ আগৰৱালা



কৃষ্ণনাথ শৰ্ম্মা



সোঁফালৰপৰাঃ ৺মহম্মদ তৈয়বউল্লা, ৺গৌৰীকান্ত তালুকদাৰ, ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺ধনীৰাম তালুকদাৰ, শ্ৰীদেবেন্দ্ৰনাথ উজীৰ, ৺হৰিপ্ৰসাদ ব্ৰহ্মচাৰী।
১৯২১ চনত হাতকেৰেয়া দি দুফালে দুজন পুলিচে লৈ যোৱ অৱস্থাত।



১৯৩০ চনৰ জুলাই মাহত কলেজ বৰ্জ্জন কৰি ওলাই অহা ছাত্ৰ কেইজনমানৰ সৈতে
ফালৰপৰাঃ শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, শ্ৰীৰাধিকাৰাম দাস, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীনৰনাৰায়ণ গোস্বামী, ৺হেমচন্দ্ৰ বৰুৱা, শ্ৰীঅমিয়কুমাৰ দাস।
ৰ শাৰীতঃ ৺পৰশুৰাম শৰ্ম্মা, ৺কালীচৰণ দাস, ৺ভুবনেশ্বৰ কঁহাৰকাকা, শ্ৰীভৱানীপ্ৰসাদ বৰুৱা, শ্ৰীতীৰ্থনাথ শৰ্ম্মা, ৺চন্দ্ৰকুমাৰ সাক্সেনা, শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী, শ্ৰীদেবেন্দ্ৰচন্দ্ৰ চৌধুৰী, শ্ৰীদ্বিজেন্দ্ৰনাথ ভূঞা।

**১৯৩১ চনত জেলৰপৰা ওলাই লোৱা কংগ্ৰেছ কৰ্মীৰ গ্ৰুপ ফটো**

বাওঁফালৰপৰা মাটিত বহি ঃ ৪। লক্ষ্মীদেৱ বৰ্মণ ৫। ডাঃ কীৰ্ত্তিৰাম বৰুৱা ৬। পৰশুৰাম শৰ্মা ৭। কালীচৰণ দাস ৮। পদ্মচন্দ্ৰ গগৈ ৯। দেৱ মুদৈ ১০। পূৰ্ণচন্দ্ৰ দত্ত।
চকীত বহি ঃ ১। ৰাজেন্দ্ৰমোহন পাঠক ২। ৰাধিকাৰাম দাস ৩। দেৱেন্দ্ৰচন্দ্ৰ চৌধুৰী ৪। হৰেন্দ্ৰচন্দ্ৰ চৌধুৰী (ছিলেট) ৫। বিষ্ণুৰাম মেধি ৬। অমিয়কুমাৰ দাস
৭। [illegible] ৮। [illegible] ৯। হেমচন্দ্ৰ বৰুৱা ১০। নবনাৰায়ণ গোস্বামী ১১। লক্ষ্মীধৰ বৰা ১২। তীৰ্থনাথ শৰ্মা। [illegible]



১৯৩১ চনৰ মাৰ্চ্চ মাহত লোহাৰঘাটত প্ৰদৰ্শনী ঃ
চকীত বহি ঃ বাওঁপিনৰপৰা—২। ৺গোলোকচন্দ্ৰ পাঠক ৩। শ্ৰীতীৰ্থনাথ শৰ্ম্মা ৫। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা
৬। শ্ৰীৰাধিকাৰাম দাস ৭। শ্ৰীজয়ৰাম দলৈ ৮। ৺লক্ষ্মী চৌধুৰী।
পাছৰ শাৰীত ঃ শ্ৰীলক্ষ্মীধৰ বৰা আৰু হাতত নিচান লৈ শ্ৰীহৰেশ্বৰ শৰ্ম্মা।




১৯৩৫ চনৰ ৩০ ডিছেম্বৰ তাৰিখে কংগ্ৰেছ সোণালী জয়ন্তী উপলক্ষে জুবিলী বাগিছাৰ ৰাজহুৱা সভাত শ্ৰীঅমিয়কুমাৰ দাসে থিয় হৈ বিবৃতি পাঠ কৰিছে। বহি থকা—বাওঁপিনৰপৰা ঃ ৺কামাখ্যাৰাম বৰুৱা, দেশভক্ত ফুকন, লোকপ্ৰিয় বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীলীলাধৰ বৰুৱা, শ্ৰীপদ্মধৰ বৰা, ৺ত্যাগবীৰ হেম বৰুৱাৰ পিচফালে ৺বেলিৰাম দাস, শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীনবনাৰায়ণ গোস্বামী।



১৯৩৫ চনৰ কংগ্ৰেছ সোণালী জয়ন্তীৰ প্ৰদৰ্শনী স্থলত স্বেচ্ছাসেৱক, কৰ্ম্মী আৰু নেতাসকল।



ৰামপুৰত গুৱাহাটী জিলা কংগ্ৰেছৰ শান্তি-সেনা শিবিৰত। বাওঁফালৰপৰা ঃ শ্ৰীগজেন বৰা, ৺সিদ্ধিনাথ শৰ্ম্মা, ডাঃ ভুবনেশ্বৰ বৰুৱা, লোকপ্ৰিয় বৰদলৈ। শেষৰজন শ্ৰীৰবীন্দ্ৰনাথ নবিচ।



১৯৩৮ চনত অসমত সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভা গঠনৰ সময়ত নেতাজী সুভাষচন্দ্ৰ বসু।



১৯৩৮ চনৰ অক্টোবৰ মাহত অসমত সংযুক্ত কংগ্ৰেছী মন্ত্ৰীসভা গঠন কৰিবলৈ মৌলানা আবুল কালাম আজাদ আহিছিল। তেখেতৰ সোঁপিনে শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীৰাধিকাৰাম দাস আৰু বাওঁপিনে শ্ৰীজগদীশচন্দ্ৰ মেধি।



১১।১২।৪০ তাৰিখে লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ সত্যাগ্ৰহ।



১৮।১২।৪০ তাৰিখে ‘সিদ্ধিনাথ শৰ্ম্মাৰ সত্যাগ্ৰহ ঃ (মালা পিন্ধি থকা জন)। তেখেতৰ সোঁফালে ‘ধীৰেন দেৱ, বাওঁফালে ‘মহম্মদ তৈয়বউল্লা, সন্মুখৰ কাষতে ‘হৰেশ্বৰ গোস্বামী।
আগৰ শাৰীত ঃ ৰমেশ শৰ্ম্মা, বিনয় তালুকদাৰ, কীৰ্ত্তিৰাম বৰুৱা, কনকলাল নাথ, কামিনীকান্ত শৰ্ম্মা, যোগেন ভট্টাচাৰ্য্য আৰু আগত থিয় হৈ থকা সৰু ল'ৰাটো মানবেন্দ্ৰ শৰ্ম্মা।



হাজো দেৱালয়ৰ সন্মুখত শ্ৰীবিষ্ণুৰাম মেধিয়ে সত্যাগ্ৰহ কৰোঁতে জনসমাবেশ।



পাছৰ শাৰীত ঃ অমলপ্ৰভা দাস, ‘ধীৰেন দেৱ, ‘মহম্মদ তৈয়বউল্লা, শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীকামিনীকান্ত শৰ্ম্মা।
আগৰ শাৰীত ঃ স্বৰ্গীয়া নিৰ্ম্মলা মেধি, পুষ্পলতা দাস, বীণাপাণি, আৱা, স্বৰ্গীয়া তৈয়বউল্লা আৰু মীৰা।
সন্মুখৰ শাৰীত ঃ বীণ, মুকুল, হাছনা আৰু শেষৰজন মানবেন্দ্ৰ শৰ্ম্মা।



২০।১২।৪০ তাৰিখে বোলিৰাম দাসৰ সত্যাগ্ৰহ ঃ বাওঁফালৰপৰা ঃ প্ৰথম শাৰীত—নৰনাৰায়ণ গোস্বামী, ধ
দেৱ, বোলিৰাম দাস, হেমচন্দ্ৰ বৰুৱা, ডাঃ হৰিকৃষ্ণ দাস, ডাঃ ভুবনেশ্বৰ বৰুৱা, লক্ষ্মীধৰ বৰা, ৰাধিকাৰাম দাস, শ্ৰী
ক্ষেত্ৰি। পাছৰ শাৰীত ঃ দেৱকান্ত বৰুৱা, কনকলাল নাথ, ধাৰেশ্বৰ শৰ্ম্মা, হৰেশ্বৰ শৰ্ম্মা, যোগেন্দ্ৰনাথ ভ
ৰামনাৰায়ণ কোঁৱৰ আৰু নাৰায়ণচন্দ্ৰ ভূঞা।



১৯৪১ চনত গুৱাহাটীৰ কাৰ্জ্জন হল প্ৰাংগনত সূতা কটা প্ৰদৰ্শনীৰ এটা দৃশ্য।

[ আন্দোলনৰ বিবৰ্তিৰ কালচোৱাত এনেদৰে সূতা-কটা প্ৰতিযোগিতাৰ আয়োজন কৰা হৈছিল। ]



শ্ৰীমতী পুষ্পলতা দাসে সত্যাগ্ৰহ কৰোতে ডাঃ ভুবনেশ্বৰ বৰুৱা হাতীৰ ওপৰত মাউতৰ পিছপিনে।



১৯৪১ চনত গুৱাহাটীৰ জুবিলি বাগিচাত সূতাকটা প্ৰদৰ্শনীৰ আন এটা দৃশ্য।



কুশল কোঁৱৰ



ভোগেশ্বৰী ফুকননী

যাৰ চূড়ান্ত ত্যাগত ভাৰতৰ মুক্তি আৰু আজি উচ্চ শিৰ
১৯৪২ চনত গুলীত মৃত্যু



তিলক ডেকা

## যাৰ চূড়ান্ত ত্যাগত ভাৰতৰ মুক্তি



হেমৰাম পাতৰ



গুনাভি বৰদলৈ

[১৯৪২ চনত গুলীত মৃত্যু]



ঠগী সূত



লক্ষ্মী হাজৰী

# বিপ্লৱৰ জুইত নামি

**শ্ৰীপৰাগ চলিহা**

আজিকালি স্বাধীনতা সংগ্ৰামৰ বিষয়ে ক'বলৈ গ'লে বহুতৰ অপ্ৰিয়ভাজন হ'বলগীয়া হয়। বৰ্ত্তমান চৰকাৰী হিছাবত স্বাধীনতা সংগ্ৰামৰ বীৰৰূপে পেন্সন পঞ্চায়ত, বিধানসভা, লোকসভা আদিত কিছুমান এনে ধৰণৰ লোক স্বীকৃত বা পুৰস্কৃত হৈছে যে, প্ৰকৃত স্বাধীনতাৰ যুঁজাৰুসকলৰ বহুজনেই এই দুৰ্ব্যৱস্থাৰ বাবে অকল অসন্তুষ্টই নহয়, অতিষ্ঠও। এতিয়াৰ বহু নেতা সেই সময়ত ওপজাই নাছিল বা নিচেই কম বয়সীয়া আছিল। বহুজন হয়তো স্বাধীনতা সংগ্ৰামৰ বিৰোধীহে আছিল। সেইবিলাক লোকে স্বাধীনতা সংগ্ৰামৰ যুঁজাৰুসকলৰ অবৰ্ণনীয় কষ্ট-বিপৰ্য্যয় বুজিব নোৱাৰে। কিছুলোকৰ বাবে এই ঘটনাবোৰ যেন অসত্য, অসম্ভৱ! প্ৰকৃত যুঁজাৰু বহুজনেই এতিয়া অৱহেলিত, নিন্দিত, নিষ্পেষিত। পুৰস্কৃত বহুলোকেই স্বাধীনতাৰ পিছত হোৱা 'দেশসেৱক'হে। অৱশ্যে দেশসেৱাৰ ক্ষেত্ৰত কাল-পাত্ৰ বিচাৰ নাই, কিন্তু স্বাধীনতাৰ পিছত হোৱা দেশসেৱক স্বাধীনতা সংগ্ৰামৰ যুঁজাৰু বুলি অভিহিত হোৱাটো আৰু স্বাধীনতা সংগ্ৰামৰ সংগ্ৰামীসকলৰ বিশেষ মৰ্য্যাদা আন নহলেও অস্বীকাৰ কৰা বা লেখত নপৰাটো নিশ্চয় অন্যায় কথা। অৱশ্যে স্বাধীনতা-সংগ্ৰামীক পেন্সন বা পদমৰ্য্যাদা যে দিবই লাগিব, তাৰো অকাট্য যুক্তি নাই। যি কি নহওক, স্বাধীনতা সংগ্ৰামৰ পূৰ্ণ আৰু প্ৰকৃত বিৱৰণ প্ৰকাশ হোৱা নিতান্ত বাঞ্ছনীয়।

দেশৰ আন অঞ্চলৰ দৰেই শিৱসাগৰৰো স্বাধীনতা সংগ্ৰামত অৱদান যথেষ্ট। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত গ্ৰন্থত শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে শিৱসাগৰৰ এক অঞ্চলৰ বিৱৰণ দিছে। কাঁচিয়লি ৰ'দৰ পিছৰ ভৰ দুপৰ বা বিয়লিৰ কথা তাত বিচৰাৰ থলো থাকিব নোৱাৰে। হয়তো সেই কেইছোৱাৰ বিৱৰণো নোলাবই।

আন বহু পৰিয়ালৰ লগতে আমাৰ পৰিয়াল কংগ্ৰেছৰ অসমত হোৱা আন্দোলনত আৰম্ভণিৰেপৰা ওতঃপ্ৰোতভাৱে জড়িত। কানি-বৰবিহ আঁতৰোৱাৰ ক্ষেত্ৰত ককাদেউতা ৺ফণীধৰ চলিহাৰ নাম অগ্ৰগণ্য। তেতিয়াৰ বিধান-সভাত কানি নিৱাৰণৰ প্ৰস্তাৱ দাঙি ধৰাত, ইংৰাজ ৰাজ্যপালে তেখেতক ব্যক্তিগতভাৱে আপত্তিজনক মন্তব্য দিয়াত তাৰ প্ৰতিবাদকল্পে ককাদেউতাই

সভ্যপদ ইস্তফা দিয়ে। বৰদেউতা ৺কুলধৰ চলিহা অসমৰ কংগ্ৰেছৰ আগশাৰীৰ নেতাসকলৰ অন্যতম। চৰকাৰী হাকিম পদ ইস্তফা দি ১৯২১ চনৰেপৰা কেইবাবাৰো কাৰাবৰণ কৰি আজীৱন কংগ্ৰেছসেৱী হৈয়েই ইহ সংসাৰ ত্যাগ কৰে। দেউতা ৺পদ্মধৰ চলিহা, বৰ দদাইদেউ ৺পুণ্যধৰ, মাজু দদাইদেউ পুষ্পধৰ, সৰু মাজুদদাইদেউ ৺বুদ্ধধৰেও আন্দোলনত লিপ্ত থাকি কাৰাবৰণ কৰিবলগা হৈছিল। ৺আইদেউতা গুণদালতা ( মণিৰাম দেৱানৰ জী-নাতি ) আৰু আইতাও ( মা ) মহিলা সমিতি, শিপিনী ভঁৰাল আদি স্বদেশী আন্দোলনৰ অনুষ্ঠানসমূহৰ লগত সংশ্লিষ্ট সদস্যাৰূপে মুক্তি সংগ্ৰামৰ একান্ত সেৱিকা আছিল।

আমি ১৯৩২ চনৰপৰা গুৱাহাটীত থাকোতে ( তেতিয়া আমাৰ বয়স ৮ বছৰ ) দেউতাৰ লগত দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদি বৰেণ্যসকলৰ সাক্ষাৎ সততে লভি দেশ-সেৱাৰ প্ৰেৰণা লভিছিলো। ১৯৩৬ চনত শিৱসাগৰলৈ উলটি আহি চৰকাৰী স্কুলত ষষ্ঠমান শ্ৰেণীত ভৰ্ত্তি হওঁ।

১৯৪০ চনত প্ৰৱেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কলেজত পঢ়িবলৈ ওলাওঁ। ৺দেউতাই টকা যোগাৰ কৰিব নোৱাৰিলে। যোৰহাটৰ এঘৰত থাকি পঢ়িব খোজাত তেখেতে থাকিবলৈ নিদিলে। হতাশ হৈ ঘূৰি আহিলো। ৰজাবাৰী বাগিছাৰ ৺শৈলেন্দ্ৰপ্ৰসাদ বৰুৱাই দয়া কৰি মাহে একুৰি-পাঁচটকীয়া বৃত্তি দিয়াত যোৰহাটত পঢ়িবলৈ গলো। গুৱাহাটীত হামন্তে ছাহাবে কটন কলেজৰ ছাত্ৰ-ছাত্ৰীৰ ওপৰত বৰ্ব্বৰ লাঠিচালনা কৰাৰ প্ৰতিবাদ কল্পে যোৰহাটতো ছাত্ৰ আন্দোলন হয়; তাত ময়ে আগভাগ লওঁ। ইতিমধ্যে দ্বিতীয় মহাসমৰত জাপানী বাহিনী ক'হিমা পোৱাৰ লগে লগে কংগ্ৰেছৰ আহ্বানত শিৱসাগৰত 'ইমাৰ্জেন্সি সমিতি' গঠিত হয়, আৰু তাৰ সম্পাদক হ'ল আমাৰ দেউতা। ক'লাবজাৰৰ পয়োভৰ, নিমখ, মিঠাতেল আদি খোৱাবস্তুৰ বাবে ৰাইজৰ হাঁহাকাৰ। ইমাৰ্জেন্সি সমিতিৰ জৰিয়তে শান্তি সেনা-বাহিনী সম্পূৰ্ণ মিলিটেৰী নীতিত গঠিত হয়। মই হওঁ এটা ফৌজৰ কেপ্টেইন। দিনে নিশাই পহৰা দি মিঠাতেলৰ চোৰাংকাৰবাৰী কেইবাজনকো ধৰা পেলাওঁ। বহু ব্যৱসায়ীৰ গুদাম চলাথ কৰি নিমখ-চেনি জব্দ কৰো। কাপোৰৰ গুদামত লুকাই থকাৰপৰা মাৰ্কিন কাপোৰ উদ্ধাৰ কৰো। জব্দ কৰা মালবোৰ কালিপ্ৰসাদ স্মৃতি মন্দিৰত দিনৌ ৰাইজক সুলভ মূল্যত মুকলিকৈ বিতৰণ কৰা হয়। অনিয়মিত খোৱাবোৱা আৰু আৰ্থিক দুৰৱস্থাৰ হেতু মাজে-সময়ে লঘোনে



থাকিবলগীয়া হোৱাত ভয়ানক ৰোগত আক্ৰান্ত হওঁ আৰু নৰীয়া গাৰেই আই-এ পৰীক্ষা দি প্ৰথম বিভাগত সুখ্যাতিৰে উত্তীৰ্ণ হওঁ।

দেশজুৰি গণ-বিক্ষোভ। এজনীয়া সত্যাগ্ৰহ। আমিও দল বান্ধি যাওঁ সত্যাগ্ৰহীক উছাহ যোগাবলৈ। কণ-কণ ল'ৰা-ছোৱালী লৈ 'বানৰ-সেনা' বাহিনী গঠন কৰোঁ। স্বাধীনতা তথা জাতীয় ভাৱমূলক গান-আবৃত্তি-ৰচনা কৰি কণ-কণ ল'ৰা-ছোৱালীৰ হতুৱাই ঘৰে ঘৰে প্ৰদৰ্শন কৰাই মুষ্টি-ভিক্ষা কৰাও, ৰাইজৰ মাজত গণ-আন্দোলন সজীৱ কৰি ৰখাৰ ব্যৱস্থা কৰো। নিশা ডেকা-গাভৰুসকলে নগৰ আৰু আশে-পাশে গাৱঁত সংগ্ৰামী গীতসহ শোভাযাত্ৰা কৰে। এই গীতবোৰৰ নমুনা—

"উঠা হে উঠা মোৰ সুপ্তা জননী উঠা"
"ব'ল ব'ল ব'ল, অভিযানলৈ ব'ল"
"ভাতকে এমুঠি দে মোৰ দেউতা পানীকে এচলু দে"
"তোৰে ভাই-ভনীয়ে ভোকতে মৰিছে মাতকে এষাৰি দে"

আহিল বিয়াল্লিছৰ গণবিপ্লৱ। দেশজুৰি আন্দোলন। দেউতা আৰু ৺বিষ্ণুপ্ৰসাদ চলিহা প্ৰভৃতি শিৱসাগৰৰ ইমাৰ্জেন্সি সমিতিৰ কৰ্ম্মকৰ্ত্তা কেইবাজনক গ্ৰেপ্তাৰ কৰি পুলিচে লৈ গ'ল যোৰহাট জেললৈ। ৺বিমলাপ্ৰসাদ চলিহা কিছুদিন আত্মগোপনে থাকিল। ১৯৪২ চনৰ আগষ্ট মাহৰ শেষলৈ শিৱসাগৰ নগৰৰ ভাৰত ত্যাগ আন্দোলনৰ মহকুমা জুৰি উদ্বোধন উপলক্ষে মহকুমাৰ বিভিন্ন স্থানৰ-পৰা আন্দোলনকাৰী শোভাযাত্ৰাৰ দল নগৰলৈ আহি থাকোতে পুলিচে বৰ্ব্বৰ-ভাৱে লাঠিচালনা কৰি বহুলোকৰ হাত-ভৰি-মূৰ ভাঙে। সকলো আওকাণ কৰি তেজেৰে লুতুৰি-পুতুৰি আহত লোকসকলক নগৰলৈ অনা হয় আৰু বৰ্ডি খেলপথাৰ লোকে লোকাৰণ্য হৈ পৰে। পুলিচ ছাহাব ৺দীনেশ দত্তই দুহাতে দুটা ৰিভলভাৰ লৈ ফীল্ডৰ দাঁতিত প্ৰায় পঞ্চাশজন সশস্ত্ৰ পুলিচ সহ জনতাক গুলি কৰিবলৈ উদ্যত হৈ থাকে। মহকুমাধিপতি অঘোৰ ভট্টাচাৰ্য্য কিংকৰ্ত্তব্য-বিমূঢ় হৈ ইফালে সিফালে ঘূৰি ফুৰে। আমি সকলোৱে কেৱল প্ৰমাদ গণিছো। হঠাতে আহিল জিলাধিপতি ৺জেহিৰুল হক। তেখেতে আহিয়ে স্থানীয় নেতা কোন বিচাৰে। আমি সকলোৱে উত্তৰ দিওঁ—"আমি প্ৰত্যেকেই আজি নেতা।" অগণন জনতা আৰু পথাৰত তেজেৰে টুঙুৰালি দি পৰি থকা আহতসকলেও "ইংৰাজ চৰকাৰ ভাৰত ত্যাগ কৰাঁ" ধ্বনি দিয়ে। পুলিচ ছাহাবে দাঁত কৰচি আছে। বন্দুকধাৰীসকলে গুলি খাজি জনতালৈ বন্দুক

টোৱায়ে আছে। নতুন 'জালিৱানৱালাবাগ'ৰ সম্ভাৱনা! গতি বিষম দেখি ৺বিমলাপ্ৰসাদ চলিহা দদাইদেউক খবৰ দিলো। তেখেত ওলাই আহিল। ৺জেহিৰুল হক ছাহাবে ১৫ মিনিট সময় দিলে। ৺চলিহা মঞ্চলৈ উঠিল—ভাৰত ত্যাগৰ কথা কৈ শান্তিপূৰ্ণভাৱে ৰাইজক গুচি গৈ অসহযোগ আন্দোলন জীয়াই ৰাখিবলৈ আবেদন জনালে। ৺চলিহাক তৎক্ষণাৎ গ্ৰেপ্তাৰ কৰি লৈ গ'ল। চৰকাৰী পক্ষৰ এজনেও বক্তৃতা দিবলৈ উঠিছিল। আমি টানি আনিলো। ৰাইজ হক ছাহাবে আবেদন জনালে শান্তিপূৰ্ণভাৱে ৰাইজক গুচি যাবলৈ। ৰাইজ গ'ল। আহতসকলক দাঁতিতে থকা কংগ্ৰেছ অফিছলৈ নি শুশ্ৰূষাৰ ব্যৱস্থা কৰা হ'ল। কংগ্ৰেছ অফিছ হস্পিটেলত পৰিণত হ'ল। ৺বিনয় দাস পৰিচালক, আমি ডেকা-গাভৰুসকল সেৱক-সেৱিকা। ৪০।৫০ জন আহত।

মুক্তিনাথ চাৰিআলিৰ ওচৰত সশস্ত্ৰ বাহিনীয়ে শোভাযাত্ৰীক আগুৰি ধৰে। পুলিচে মোক টানি লৈ গ'ল। তৎক্ষণাৎ মোৰ হাতৰ জাতীয় পতাকাখন থাপ মাৰি ধৰে শ্ৰীমহেন্দ্ৰ হাজৰিকাই। ভীষণ উৎকণ্ঠা। তেতিয়া ৺বিমলা দদাইদেৱে আগতে শিকাই থোৱা মতে মই প্ৰস্তাৱ দিলো, পুলিচে যদি সশস্ত্ৰ বাহিনী আঁতৰাই নিয়ে, আমিও শোভাযাত্ৰা লৈ ঘূৰি যাম—আমাৰ আইন অমান্যৰ দাবী প্ৰকাশ কৰি। সেই মতেই হ'ল। দুয়োপক্ষই একে সময়তে দুফালে ঘূৰি গলো। আন এক বিপৰ্য্যয়ৰপৰা ৰক্ষা পৰা হ'ল।

কংগ্ৰেছৰ বিপ্লৱী নেতাসকলৰ নামত গুপ্ত আন্দোলনৰ প্ৰচাৰপত্ৰ আহিল। শ্ৰীদুৰ্গাধৰ বৰুৱাই (বাচা বৰুৱাই) আমাক মাতি নি সেইমতে কাম কৰিবলৈ ক'লে। ইতিমধ্যে মেন্টু বাবুৱে (শ্ৰীসৰ্ব্বানন্দ ঘোষে) মোক মাতি নি গুপ্তদল এটা গঠন কৰিবলৈ দায়িত্ব দিয়ে। লগৰ ডেকাসকলক এজন এজনকৈ দলত ভৰ্ত্তি কৰা হ'ল। বেচৰকাৰী কাম-কাজৰ প্ৰশিক্ষণ দিয়ে ৺সত্যবাবুৱে (৺সত্যৰঞ্জন ভট্টাচাৰ্য্য)। তেখেত আগৰ চট্টগ্ৰামৰ অনুশীলন (টেৰৰিষ্ট) পাৰ্টিৰ সভ্য। বোমা, বাৰুদ, ডিনামাইট আদি তৈয়াৰ কৰিব জানে। আঁচনি তৈয়াৰ হ'ল। লাগে বয়-বস্তু, খাৰ-বাৰুদ, পেট্ৰ'ল, ৰিভলভাৰ। মইনীক (শৈলেন বৰুৱা) ডিমাপুৰলৈ পঠাওঁ খাৰ-বাৰুদ আনিবৰ বাবে। মইনী ফটোগ্ৰাফাৰ। শিৱসাগৰত থকা হিন্দুস্থানী মিলিটেৰী এজনৰ লগত মইনী মিতিৰ হৈ পৰিল। তেওঁৰ দিহামতে তেওঁৰ চিনাকি বন্ধুলৈ চিঠি লৈ ডিমাপুৰলৈ ছবি তুলিবলৈ গৈ মইনীয়ে গাৰু এটাৰ ভিতৰত খাৰ-বাৰুদ কিছু আনিলে। শিমলুগুৰি ৰেল ষ্টেচনত মিলিটেৰী 'পেট্ৰল এক্সপ্ৰেছ'। তাৰ চকীদাৰক টকা আৰু ডকা দি নৰেশে



(নৰেশ ৰাজখোৱা) নিশা দুই বজাত উৰাজাহাজ চলোৱা 'এভিয়েশ্যন স্পিৰিট' আনিলে—মিলিটেৰী গেলনৰ টিনত পঞ্চাছ গেলন। এইখিনি আনি মেলাচকৰৰ পিটনিত থওঁ। ইতিমধ্যে যোৰহাটৰ শ্ৰীদুৰ্গাদাস শৰ্ম্মাৰ লগত যোগাযোগ কৰি ৰৌৱা বিমান কোঠৰ ঘৰদুৱাৰ উৰুৱাই দিবলৈ যো-জা চলাওঁ আৰু সেইহেতু পেট্ৰ'ল ২০ গেলন নৰেশৰ গাড়ীত মই আৰু নৰেশে লৈ যাওঁতে সিপিনৰপৰা মিলিটেৰী 'কনভয়' আহি টিয়কৰ ওচৰত আগচি ধৰাত ভয় খাই দাঁতিৰ হাবিত টিনবোৰ পেলাই দিওঁ। সেই আঁচনি ব্যৰ্থ হ'ল। কেনেবাকৈ খবৰ পোৱাত মিলিটেৰীয়ে নতুন চোকা পহৰাৰ ব্যৱস্থা লয়।

শিৱসাগৰত একেদিনাই সকলো চৰকাৰী ঘৰ, দিখৌ দলং, কাছাৰী, থানা আদি জ্বলাই দিয়াৰ আঁচনি তৈয়াৰ হ'ল। আলোচনা হৈছিল মাজনিশা শ্মশানৰ দাঁতিৰ দিখৌ নৈৰ গৰাৰ তলত। হঠাতে শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা আহি হাজিৰ। মোক ক'লে, "তোমালোকৰ ভিতৰত কোনোবা গুপ্তচৰ নিশ্চয় আছে। সাৱধান!" ইতিমধ্যে কমিউনিষ্ট দলে দ্বিতীয় মহাসমৰ 'গণ যুদ্ধ' বুলি ঘোষণা কৰে আৰু হঠাতে বিশ্বাসঘাতক হৈ যুদ্ধৰ ফলীয়া অৰ্থাৎ বৃটিছৰ ফলীয়া হৈ পৰে। আমাৰ গুপ্তদলতো সেই দলৰ লোক আছিল। পুলিচ বিষয়া এজনৰ ল'ৰাও আছিল। সেইহে শেষমুহূৰ্ত্তত আমাৰ দলৰ নাম আৰু আঁচনি সকলো শত্ৰু-পক্ষই জানি পেলালে। ৰৌৱাৰ কথাও সেইহে আগতেই পুলিচে জানিলে। ইপিনে অমাৱস্যাৰ নিশা দুই বজাত শিৱসাগৰত চৰকাৰী সকলো সম্পত্তি ধ্বংস হ'বই লাগিব। সময় নায়েই। আমাৰ দলে মৰণক শৰণ কৰি কাম সম্পাদন কৰিমেই বুলি পণ কৰি আগবাঢ়ি আহিল। ভাগে ভাগে গ'ল দিখৌ দলং, থানা, ৰেল ষ্টেচন, মেজিষ্ট্ৰেটৰ ঘৰ, চাৰ্কিট হাউচ, চৰকাৰী স্কুল, কাছাৰী ঘৰ আদি জ্বলাবলৈ—ধ্বংশ কৰিবলৈ। মোৰ ভাগত আছিল পহৰা দিয়া আৰু পুলিচ মিলিটেৰীক অৱৰোধ কৰা। বাকী সকলো দিহাদিহি গ'ল। আমাৰ পহৰাদাৰী দলটো পুৰণি চৰকাৰী স্কুলৰ ওচৰ পাওঁতেই পুলিচ মিলিটেৰী দল এটা মুক্তিনাথ চাৰিআলিত পহৰা দিবলৈ লাগি গ'ল। তেতিয়া নগৰত পোহৰৰ ব্যৱস্থা নাই। আমি আলিৰ দাঁতিৰ নৰ্দ্দমাত পেট পেলাই লুকাই থাকিলো। নিশা দুই বজাৰ লগে লগে দিখৌ দলং জ্বলি উঠিল, চাৰ্কিট হাউছ জ্বলিল, পুখুৰীৰ পাৰৰ হাকিমৰ ঘৰ, ৰেল ষ্টেচন, থানাৰ অফিচাৰ-ইনচাৰ্জ্জৰ ঘৰ জ্বলিল। পহৰাদাৰী পুলিচ মিলিটেৰীদলে চিঞৰ-বাখৰ লগাই মানুহ-দুনুহ জগাই জুই নুমুৱা কামত লগালে। কংগ্ৰেছ-বিৰোধী সকলোৱে জুই নুমোৱা কামত

আগভাগ ললে। চিনিয়ৰ ই-এ-চি-ৰ ঘৰ ভস্মীভূত হ'ল—হাকিম গৰাকী কথমপি সাৰিলে। ৺প্ৰফুল্ল বৰঠাকুৰে এজন লগৰীয়া লৈ এই কাম কৰে। চাৰ্কিট হাউছত অলপ লাগোতেই কেইবাশও কংগ্ৰেছ-বিৰোধী লোক আহি জুই নুমুৱালেহি। জুই লগাই শিশিৰ বৰুৱা আৰু ৺অৰুণ দত্ত চাইকেলত পলাই যাওঁতে এই চৰকাৰ-সমৰ্থক মানুহ কিছুমানে আগচি ধৰি মাৰকিল কৰি থানালৈ লৈ আহে। থানাত যাতে অত্যাচাৰ নকৰে, তাৰ বাবে পুলিচ কৰ্ম্মচাৰীসকলক সাৱধান কৰি দিয়া হ'ল—সাক্ষীৰূপে ওলোৱা সকলোকে ভীতি প্ৰদৰ্শন কৰা হ'ল।

ফলত পুলিচে ফাইনেল ৰিপোৰ্ট দিয়ে। ৰেলষ্টেচনৰ কিছু হানি হ'ল। দিখৌ দলঙৰ কাঠৰ ভাগ পুৰিলে। থানাৰ ঘৰো ভালেখিনি নষ্ট হ'ল। কাছাৰী ঘৰৰ দলটোৰে আৰু ট্ৰেজাৰী জ্বলাবলগীয়া দলটোৰে আমি গৈ নোপোৱাত কাম কৰিব নোৱাৰিলে। বহুত চকীদাৰ, ট্ৰেজাৰী গাৰ্ডৰ চোকা পহৰা। আমাৰ বুজিবলৈ বাকী নাথাকিল যে, কোনোবাই আমাৰ আঁচনি পূৰামাত্ৰাই কৰ্ত্তৃপক্ষক জনালে।

কেইদিনমানলৈ ধ্বংসকাৰ্য্য স্থগিত ৰখা হ'ল। আমি গুচি যাওঁ বৰহাট, সাপেখাতী, সোণাৰীৰ ভিতৰুৱাল অঞ্চললৈ। তাত দিনে ২০।২৫ মাইলকৈ খোজকাঢ়ি ধন সংগ্ৰহ অভিযানৰ লগতে ৰাইজৰ মাজত কৰ নিদিয়া, যুদ্ধত সহায় নকৰা আদি অসহযোগ আন্দোলনৰ মূল নীতিবোৰ প্ৰচাৰ কৰোঁগৈ। বৰহাটত এইবোৰ কামত আগৰেপৰা লাগি আছিল শ্ৰীযুত প্ৰিয় বৰুৱা। ৺কামাখ্যা বৰুৱা, মোক্ষদা বৰুৱা, শৈলজা বৰুৱা প্ৰভৃতি লোকে বিশেষকৈ ধন সংগ্ৰহত আমাক সহায় কৰে।

উলটি আহি গম পালো পুলিচে আৰু চৰকাৰী বিষয়া কেইজনমানে ৰাইজৰ ওপৰত অত্যাচাৰ চলাইছে। কেইগৰাকীমান আমাৰ ঘৰলৈ আহি আইতাকো ভীতি প্ৰদৰ্শন কৰি সাৱধান কৰি দিয়ে। পাইকাৰী জৰিমনা লগাই এজন বিষয়াই বহুলোকক নগুৰ-নাগতি কৰে। আমাৰ কেইজনমানে মুখাপিন্ধি গৈ তেওঁক ঘৰত চৰম-পত্ৰ দি আহেগৈ। এই কামত নেপুৰ ( কৃষ্ণদাস বৰুৱা ) প্ৰধান কৰ্ম্মী আছিল। কেইজনমান বিষয়াৰ ঘৰত পায়খানাৰ মল ঢলাও হয়। আলিবাটত পোষ্টাৰ মৰা হয়। এতিয়াৰ চৰকাৰী স্কুলৰ মাটিত থকা হোষ্টেলটো মোৰ পিঠিত উঠি চিৰণে ( জয়ন্ত বৰুৱা ) কাড় মাৰি জ্বলাই দিয়ে। এইৰূপে দুই-তিনি দিনৰ মূৰে মূৰে বিভিন্ন চৰকাৰী ঘৰ-দুৱাৰ সা-সম্পত্তি ধ্বংস কৰা হয়। আমাৰ এদলে বৰহাটৰ ওচৰত এখন মিলিটেৰী মালবাহী গাড়ীও লাইনচ্যুত কৰাত লাগিছিল। টেলিগ্ৰাফৰ তাঁৰ কেইবাবাৰো কাটি পেলোৱা হৈছিল।



এই আইনবিৰোধী কাৰ্য্যকলাপৰ বাবে আমাৰ দলৰ ওপৰত কৰ্ত্তৃপক্ষৰ সন্দেহ হলেও পোনপটীয়া প্ৰমাণৰ অভাৱত আমাক গ্ৰেপ্তাৰ নকৰিলে। শেহত এদিন মোৰে সৈতে আমাৰ দলৰ ৮ জনৰ ওপৰত 'ডিফেন্স অৱ ইণ্ডিয়া ৰুল'ৰ এটা বিশেষ ধাৰাত চৰম চমনজাৰী কৰে। আমি হ'ব লাগে 'স্পেচিয়েল পুলিচ অফিচাৰ'। কাম হ'ব—নগৰ আৰু উপকণ্ঠ অঞ্চলত চৰকাৰৰ হৈ পহৰা দিয়া আৰু ধ্বংসাত্মক কাৰ্য্যকলাপ ঘটিলে তাৰ বাবে দায়ী হোৱা। আমি চমনত চহী নিদিলো। গ্ৰেপ্তাৰ কৰিলে,—মহকুমাধিপতিয়ে নিজে বিচাৰ ললে। আমাৰ পক্ষত ওকালতি কৰিবলৈ আগবাঢ়ি আহিল প্ৰবীণ উকিল ৺হেমকান্ত বৰপূজাৰীদেৱ। প্ৰায় ডেৰমাহ কাল হাজোতী হৈ থকাৰ পিচত ৰায় দিলে তিনিমাহ সশ্ৰম কাৰাদণ্ড। শিৱসাগৰৰপৰা আমাক চালান দিলে তেজপুৰৰ কেন্দ্ৰীয় কাৰাগাৰলৈ। বাহিৰত থকা আমাৰ বাকীবোৰ কৰ্ম্মীয়ে কৰ্ত্তৃপক্ষক ভয়-ভাবুকি দিয়াত কিবা অঘটন ঘটাৰ সন্দেহ কৰি আমাক হাতে-ভৰিয়ে-কঁকালে পঘাৰে বান্ধি ৰেলগাড়ীয়েদি তেজপুৰলৈ বন্দুকধাৰী পুলিচে লৈ যায়। চাপৰমুখ ষ্টেচনত ৺ভোগেশ্বৰী ফুকননীৰ পুতেকে আমাক অত্যাচাৰ কৰা বুলি পুলিচবোৰক ভয়-ভাবুকি দিয়ে। ফলস্বৰূপে আমাৰ বান্ধোনৰ জৰী আৰু টান হ'ল—শিলঘাটলৈকে ট্ৰেইনত তলমূৰ কৰি শুই থাকিব লগা হ'ল। তেজপুৰ নগৰ সোমোৱাৰ লগে লগে তাৰ শ-শ স্কুলীয়া ল'ৰা-ছোৱালীয়ে ফুলৰ মালা পিন্ধাই জয়ধ্বনি কৰি আমাক বিপুলভাৱে সম্বৰ্দ্ধনা জনায়। কিন্তু জেল সোমোৱাৰ লগে লগে কথা তেনেই বিপৰীত। তেজপুৰ জেলৰ প্ৰায় এহেজাৰ বন্দীৰ ভিতৰত প্ৰায় ছশ সাধাৰণ কয়দী। তাৰে এশমানেই যাৱজ্জীবন কাৰাদণ্ড ভোগী ; প্ৰায় সকলোৱেই নৰহত্যাকাৰী। আমি সোমোৱাৰ লগে লগে তেওঁলোকে আমাক একপ্ৰকাৰ 'ৰেগিং' কৰাত লাগিল। আমাৰ ৱাৰ্ডত এজন কয়দী থলে গুপ্তচৰৰূপে। আমাৰ সকলো আলোচনা বিলোচনা তেওঁ পুলিচক জনায়। ফলত আমাক কেইবাবাৰো নানা তৰহৰ জেৰা আৰু জুলুম কৰে। কেইদিনমানৰ পিছত কথা গম পাই গুপ্তচৰজনক বাৰুকৈয়ে এশকনি দিয়া হ'ল। ফল কিন্তু সাজ্ঘাটিক হ'ল। আমাৰ দলৰ সুবোধ বৰাক নিজান ফাটেকলৈ নিলে। কয়দী গোটেইবোৰে আমাৰ শিৱসাগৰীয়া কেইজনক তেওঁ-লোকৰ 'আচামী আদালত'ত হাজিৰ কৰিলে। আচৰিত কথা, আচামী কয়দীৰ অবিসম্বাদী নেতাজন আমাৰ মোমাইদেউ এজনৰ পুৰণি বন্ধু। তেওঁৰ ঘৰো শিৱসাগৰত। নেতাই আমাৰ প্ৰতি সদয় হৈ আমাক সাৱধান বাণী দি প্ৰথম

কছুৰ মাফ দিলে। কেইদিনমানৰ পিছত আমাৰ নিচেই দাঁতিৰ কর ৱাৰ্ডটোত জুই লাগিল। গোটেইবোৰ ঘৰ খেৰৰ। জুই লগাৰ লগে লগে পগলা ঘণ্টা বজাই এপিনৰপৰা ৰাজনৈতিক বন্দীবোৰক ৱাৰ্ডাৰ আৰু পুলিচবোৰে লাঠিৰে খেদি খেদি আনি ৱাৰ্ডত সুমুৱাই তলা মাৰি দিয়ে। আমি জুয়ে পুৰি মৰাৰ প্ৰমাদ গণিলোঁ। ভাগ্যক্ৰমে জুই নুমালে। তেজপুৰ জেল ভিতৰত মাঘবিহু পাতি বন্দী অৱস্থাত সংগ্ৰামীসকলৰ মাজত জাতীয়ভাৱ-সংযুক্ত গীত দৃশ্যাভিনয় প্ৰদৰ্শন কৰি দেশসেৱকসকলৰ মন মোলান পৰি নোযোৱাকৈ ৰাখিবপৰা হৈছিল।

১৯৪৩ চনৰ ফেব্ৰুৱাৰীত জেলৰপৰা ওলাই আহি দেখিলোঁ আন্দোলনৰ তীব্ৰতা হ্ৰাস পাইছে। লগৰবোৰ কলেজলৈ গ'ল। কিছুদিনৰ পিছত ৺শৈলেন বৰুৱাৰ অৰ্থ-সাহায্য লৈ ময়ো কটন কলেজত ভৰ্ত্তি হবলৈ গলোঁ। তৃতীয় বাৰ্ষিকৰ বছেৰেকীয়া পৰীক্ষালৈ মাত্ৰ দহদিন বাকী। ভৰ্ত্তিৰ তাৰিখ তেতিয়া পাৰ হ'ল। একপ্ৰকাৰ সত্যাগ্ৰহৰ দৰে কৰি ভৰ্ত্তি হলো। ১৯৪৪-ত বি-এ পৰীক্ষা দি ঘৰলৈ আহি দেখো মিলিটেৰীৰ পূৰ্ণ পয়োভৰ। অন্যায়, অত্যাচাৰ আৰু অৰাজকতাৰ ৰাজত্ব। মিলিটেৰীবোৰে সাধাৰণ মানুহক অযথা মাৰকিল কৰে, স্কুলীয়া ছোৱালীক লৈ উৎপাত। এদিন আমাৰ দলটোৰ দ্বাৰা ফুলেশ্বৰী ছোৱালী স্কুলৰ দাঁতিত সেইদৰে উৎপাত কৰা ৬।৮ জন মিলিটেৰীক বাৰুকৈয়ে মাৰধৰ কৰা হ'ল। গধূলি মিলিটেৰী ট্ৰাকত কেইবাশও মিলিটেৰী আহি আমাক বিচাৰি ফুৰিছে। আমি দিখৌৰ গৰাই গৰাই গৈ মেটেকাইদি নাজিৰা পাই বাহিৰে বাহিৰে ট্ৰেইনত উঠি গুৱাহাটী হৈ কলিকতা পাওঁগৈ। ইপিনে নগৰত হুলস্থূল। আমাৰ এজনক (পালি—দিলীপ গোস্বামীক) মিলিটেৰীয়ে বাটত পাই অমানুষিক অত্যাচাৰ কৰে। শ্ৰীআনন্দচন্দ্ৰ বেজবৰুৱাদেৱে পালিক গৈ খবৰ নকৰা হলে তেওঁৰ অৱস্থা কি হ'লহেঁতেন কোৱা টান। গোটেই ডেকা ল'ৰাবোৰ লৈ ২।৩ বাৰ কাছাৰীত চিনাক্ত কৰণ পেৰেড কৰায়। কেইজনমানক অযথা গ্ৰেপ্তাৰ কৰি মাৰকিল কৰে।

১৯৪৪ চনত বি-এ পাছ কৰি দুনাই পূৰ্ব্বোক্ত বৰুৱাদেৱৰে অৰ্থ সাহায্য লৈ কলিকতাত এম-এ আৰু ল' পঢ়িবলৈ গলোঁ। তাত এ-এছ-এল ক্লাৱ আৰু অসমীয়া সঙ্ঘৰ প্ৰধান সম্পাদক হৈ পোনেই গ্ৰুপিং বিৰোধী আন্দোলনৰ সূচনা কৰো। কলিকতাত থকা সময়ত আই-এন-এ দিৱস, ৰছিদআলি দিৱস, নৌ-বিদ্ৰোহ দিৱস আদি উপলক্ষ্যে হোৱা গণ-বিক্ষোভত সক্ৰিয়ভাৱে অংশগ্ৰহণ



কৰো আৰু আমাৰ কেইবাজনেও এইবোৰ সংক্ৰান্তত পুলিচৰ কোব খাব লগা হয়। ১৯৪৬ চনৰ কলিকতাৰ হত্যাকাণ্ডত আমাৰ হোষ্টেল কেইবাবাৰো দুৰ্ব্বৃত্তৰ দ্বাৰা আক্ৰান্ত হৈছিল। পিছত ডঃ প্ৰফুল্ল ঘোষৰ নেতৃত্বাধীন চৰকাৰে দিয়া সাম্প্ৰদায়িক সংঘৰ্ষৰ সাহায্য আনিবলৈ যাওঁতে শ্ৰীনৰেশ ৰাজখোৱা, শ্ৰীঅশ্বিনী বৰুৱা আৰু মই শিয়ালদহ ষ্টেচনৰ ওচৰত কথমপি দুৰ্ব্বৃত্তৰ গুলিৰ-পৰা ৰক্ষা পৰিছিলোঁ।

শিৱসাগৰত সঙ্ঘটিত বিদেশী চৰকাৰ-বিৰোধী আৰু যুদ্ধবিৰোধী কাৰ্য্য-বোৰত আমাৰ লগত থকা লোকসকলৰ বহুতকে এতিয়া ৰাইজে হয়তো চিনিকে নাপাব। আমাৰ মনতো সকলোৰে নাম থিতাতে নাহিব। কিছুমান লোক তেনেবোৰ কামত লিপ্ত আছিল বুলি আশ্চৰ্য্যসূচক ভাৱ আহিব। সেই-সকলৰ দুই-এজনৰ দেউতাক হয়তো চৰকাৰৰ সমৰ্থকো আছিল। হলেও তেওঁলোক দেশৰ হকে জীৱন উছৰ্গা কৰি স্মৰণীয় হৈ পৰিল। প্ৰফুল্ল বৰঠাকুৰ, অকণ দত্ত, দেউ (তুলসী শৰ্ম্মা), সত্যবাবু, তেওঁৰ ভায়েক ব্ৰজবাবু, মদন বৰুৱা এতিয়া ইহ-সংসাৰত নাই। নৰেশ ৰাজখোৱা, অশ্বিনী বৰুৱা, সতীশ ৰাজখোৱা, পৰমা ৰাজখোৱা, শিশিৰ বৰুৱা, যতীন শইকীয়া, জ্ঞান শৰ্ম্মা, ধ্যান শৰ্ম্মা, তাৰিণী শৰ্ম্মা, বৰদা শৰ্ম্মা, দিলীপ বৰুৱা (বৰ পোনা), নেপুৰ বৰুৱা, লাকী (লক্ষ্মী বৰুৱা), ফুলু বৰুৱা (সঞ্জয় দাস), ভুবন গগৈ, ৰামচন্দ্ৰ গগৈ, কেৰ্ক্টে (হৰিচৰণ দত্ত), কৃষ্ণ বৰুৱা, সুবোধ বৰা, কমলা ৰাজখোৱা, মাখন ভূঞা, মইনী বৰুৱা (এতিয়া মগজুৰ বিকাৰগ্ৰস্ত), যাদব চাংকাকতী, গজেন ফুকন, তাৰা বৰঠাকুৰ, জয়ন্ত বৰুৱা (চিৰণ), পুতু কটকী, জীবেশ্বৰ বৰঠাকুৰ, ধ্ৰুৱ চলিহা, পৰেশ ৰাজখোৱা, ৰাজীবলোচন শৰ্ম্মা, লিলি বৰা, ঘনকান্তি ফুকন, জীতেন গোহাঁই, প্ৰমোদ গগৈ (ডি. আই.), পূৰ্ণ ভট্ট, নবেন ভট্ট আদিৰ নাম মনলৈ আহিছে।

বানৰ সেনাৰ ক্ষেত্ৰত কল্পনা বৰুৱাৰ নাম উল্লেখযোগ্য। সেনারূপে আছিল কণ-কণ ল'ৰা-ছোৱালী একুৰিমান। এই সকলৰ কোনো কোনোৱে বিভিন্ন বিষয়ত প্ৰতিষ্ঠা লাভ কৰিছে। পিচৰ ৰাজনীতি ক্ষেত্ৰত কোনো এজনো নথকাটোও বিশেষ মন কৰিবলগীয়া কথা। কিন্তু পৰাধীন দেশৰ প্ৰকৃত ৰাজনীতিত তেওঁলোকৰ বৰঙণি নিশ্চয় অসামান্য। নিচেই সৰু এখন ঠাই হলেও শিৱসাগৰৰ ডেকা-গাভৰুৰ বিদ্ৰোহৰ পৰিমাণ দেশজোৰা বিপ্লৱৰ বিৰাট ইতিহাসতো নগণ্য নিশ্চয় নহয়।

# ভাৰতৰ মুক্তি-যুদ্ধত ভাগ লোৱাৰ সৌভাগ্য

**শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানী**

১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ মুক্তি-যুদ্ধ আৰম্ভ হ'ল। এই মুক্তি-যুদ্ধত মোৰ পিতা ৺ৰাতিৰাম গাওঁবুঢ়া, আই শাওঁনিপ্ৰিয়া, বাইদেউ ৺যোগমায়া দেৱী, ভাই শ্ৰীমান ধৰ্ম্মেশ্বৰ মজিন্দাৰ, পুত্ৰ শ্ৰীমান অতুল শইকীয়া আৰু মোৰ নিজৰো ভাগ লোৱাৰ সৌভাগ্য ঘটিছিল।

স্বদেশ প্ৰেম কি, এই সময়তে ভাৰতবাসী মাত্ৰৰে উপলব্ধি হৈছিল। নিদ্ৰামগ্ন ৩৫ কোটি ভাৰতবাসীৰ চকু মেল খাইছিল। 'বন্দে মাতৰম', 'ভাৰত মাতাকী জয়', 'মহাত্মা গান্ধীজীকী জয়'—এই জয়ধ্বনিত দেশ মুখৰিত হৈছিল। গাওঁবিলাকত মানুহৰ ঘৰে ঘৰেই তেতিয়া ভলন্টিয়াৰৰ শিবিৰ হৈ উঠিছিল। মোৰ পিতাৰ দৈশিঙ্গিৰী গাৱঁৰ ঘৰখনো তেনে হৈছিল।

মই তেতিয়া তেজপুৰ ছোৱালী ছাত্ৰবৃত্তি স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী। মহাত্মা গান্ধীক মই তাতেই সদলবলে দৰ্শন কৰাৰ সৌভাগ্য হয়। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰ্ৱালাৰ পিতৃ পৰমানন্দ আগৰৱালা দেৱৰ ঘৰখন তেতিয়া নেতা আৰু ভলন্টিয়াৰৰ শিবিৰ হৈ পৰিছে। তেজপুৰ নগৰ আৰু চতিয়া আদি ডাঙৰ ডাঙৰ ঠাইবিলাক প্ৰবল উত্তেজনাৰে জ্বলি উঠিছে। আজিৰ সৰ্ব্বজন-প্ৰিয় নেতা শ্ৰীযুত অমিয়কুমাৰ দাস আৰু জুইৰ ফিৰিঙতি যেন ৺চন্দ্ৰনাথ শৰ্ম্মাই নেতৃত্ব দি ফুৰিছে। ৺জ্যোতিপ্ৰসাদ আগৰৱালা, ৺দয়ালচন্দ্ৰ ভূঞা (ৰায়বাহাদুৰ মহীধৰ ভূঞা মৌজাদাৰৰ ২য় পুত্ৰ) আদিয়ে বহুত ছাত্ৰই স্কুল এৰি গৈছে। মোৰ ভাই শ্ৰীধৰ্ম্মেশ্বৰো দশমমান শ্ৰেণীৰপৰা তেওঁলোকৰ লগত ভলন্টিয়াৰ হৈ গাৱেঁ গাৱেঁ খাদি বিক্ৰী, বিদেশী বস্ত্ৰ বৰ্জ্জন আৰু বিদেশী কাপোৰ পোৰা, শালত কাপোৰ কটা আদি প্ৰচাৰ কাৰ্য্য চলাই ফুৰিবলৈ ধৰিলে। জেলত ঠাইৰ নাটনিত চৰকাৰে এই ভলন্টিয়াৰসকলক পুলিচ ট্ৰাকত ভৰাই দূৰৈত হাবিয়ে-বননিয়ে এৰি দি আহিছিলগৈ। ল'ৰাহঁতে আকৌ খোজ কাঢ়ি কাঢ়ি আগৰ ঠাই ওলাব লাগিছিল। মই বিদেশী কাপোৰবোৰ বস্ত্ৰ-যজ্ঞলৈ দি সৰ্ব্বপ্ৰথম জ্যোতিপ্ৰসাদৰপৰা গদহা খাদি কাপোৰ লৈ পিন্ধিছিলো। তেতিয়াৰেপৰা খাদি পিন্ধি আছোঁ। জ্যোতিপ্ৰসাদৰ মাতৃ কিৰণময়ী আগৰৱালাও



আছিল এগৰাকী স্বদেশপ্ৰেমিকা ৰমণী। তেওঁৰ স্বামী ৺পৰমানন্দ আগৰৱালাদেৱ আছিল ভোলানাথ যেন পুৰুষ। জ্যোতিপ্ৰসাদে মাতৃ কিৰণময়ীক কুটুৰি কুটুৰি টকা নি যিবোৰে খাদি কিনিব নোৱাৰে, তেওঁলোকক খাদি কাপোৰ কিনি দিছিল। মোৰ যোৰ কাপোৰৰ দামো দিয়া নাছিলো। এনেকুৱা স্বদেশপ্ৰেমিক মাতৃ আৰু পুত্ৰ আজি পাবলৈ নাই। এই গৰাকী মহিলাই জেলৰ ভিতৰত থকা সকলৰপৰা আদিকৰি গাৱঁৰ দুখীয়া মানুহবোৰলৈকো কাপোৰ, ছেন্দেল, তেল-চাবোন পঠাই দিছিল আৰু দিনৌ জাক-জাক ভলন্টিয়াৰক খুৱাইছিল।

কামৰূপ জিলাখন তেতিয়া অগ্নিময় হৈ উঠিছে আৰু দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱ দুয়োজনাই নেতৃত্ব দি ফুৰিছে। দেশভক্ত ফুকনৰ বক্তৃতাত পচোৱা বলিছিল আৰু কৰ্ম্মবীৰ বৰদলৈৰ বক্তৃতাত অগ্নি বৰষিছিল। কামৰূপত এতিয়াও গাৱেঁ গাৱেঁ গান গায়,—"হায়, হায়, তৰুণ ফুকন, নবীনবৰদলৈ; ভুকু মাৰি চন্দুক খোলে, বিদেশী কাপোৰ যজ্ঞ কৰে" ইত্যাদি।

মই ১৯২২ চনৰ এপ্ৰিল মাহত চাকৰি এৰিলো। চাকৰি এৰি বজালীৰ ঘৰলৈ অহাত অ'ত ত'ত বহা ৰাজহুৱা সভাবোৰত যোগ দি ফুৰিবলৈ ধৰিলো। তেতিয়াও গাৱঁৰ ৰাইজ মিলি ডাঙৰ ডাঙৰ ৰাজহুৱা সভা পাতিছিল। জননেতা শ্ৰীযুত বিষ্ণুৰাম মেধি আৰু ৺ধনীৰাম তালুকদাৰে—এবছৰকৈ জেল খাটি অহাৰ পিছতো এই জনসভাবোৰত ভাষণ দি ৰাইজক উদীপ্ত কৰিছিল। এই-দৰেই অ'ত ত'ত ৰাইজৰ মিটিং-মেল আদিৰে অসহযোগ আন্দোলনক তলে তলে উমাই উমাই ৰাখিছিল। গান্ধীজীৰ ওঠৰদফা গঠনমূলক কামৰ ওপৰত মোৰ বৰ বিশ্বাস আছিল। জাত-পাত বিচাৰেৰে ভৰি থকা সুপ্ত ভাৰতবাসীক একতাসূত্ৰত আৱদ্ধ কৰিবলৈ হলে গঠনমূলক কামৰ দ্বাৰাই কৰিব লাগিব। মই নিজেই তেতিয়া জাত-বিচাৰত বৰকৈ ভুগিছিলো আৰু তিৰোতা সমাজ-খনক তেনেই অসহায় অৱস্থাত দেখিছিলো। ১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ ঠাইতে কেইগৰাকীমান মহিলাৰে 'অসম মহিলা সমিতি' নাম দি এখন মহিলা সমিতি গঠন কৰি সম্পাদিকাৰ বাব মযে ললো।

গোটেই অসমৰ চহৰ আৰু বহু গাৱঁত ঘূৰি মহিলা সমিতি গঠন কৰি, সমাজৰ কুসংস্কাৰ আৰু দূষিত প্ৰথা, বাল্য-বিবাহ, বহু-বিবাহ, ৰোধ কৰা, অস্পৃশ্যতা বৰ্জ্জন, হিন্দু-মুছলমান ঐক্য, বিদেশী দ্ৰব্য আৰু বিলাসিতা বৰ্জ্জন, খাদী উৎপাদন আৰু প্ৰচলন, তিৰোতাৰ শিক্ষা প্ৰচাৰ, নিৰক্ষৰতা নিবাৰণ, কানি-

মদ-ভাং আদি বৰ্জ্জন কৰোৱা, সাহিত্য চৰ্চ্চা আদি কামৰ ভাৰ দিয়া হ'ল। অসমীয়া সমাজত এইবিলাক বিষয়ত মহিলা সমিতিবিলাকৰ অৱদান অতি লেখত লবলগীয়া।

১৯৩০ চনত মহাত্মা গান্ধীজীয়ে আকৌ দ্বিতীয় বাৰ 'আইন অমান্য আন্দোলন' আৰম্ভ কৰিলে। ৰাৰ্দ্ধাৰপৰা বীৰাঙ্গনা সৰোজিনী নাইডুক সভা-নেত্ৰী পাতি মহাত্মাজীয়ে সদল-বলে বোম্বাইৰ সাগৰৰ উপকূলত নিমখ তৈয়াৰ কৰি আইন ভঙ্গ কৰিবলৈ যাত্ৰা কৰিলে। ভাৰতবৰ্ষ জুৰি আন্দোলনৰ তীব্ৰতা বৃদ্ধি পালে।

এই সময়তে কলেজৰ দুৱাৰ-মুখত মহিলাসকলে পিকেটিং কৰাৰ কাৰণে স্বৰ্গীয় গোলোকচন্দ্ৰ পাঠকে মোক ঘৰৰপৰা লৈ আহিল। কিন্তু ইতিমধ্যে গুৱাহাটী কলেজৰ ল'ৰাসকল ওলাই আহিছে। আজিৰ নবীন বৰদলৈ হলত ছাত্ৰসকলৰ ঠাইখোৱা সম্ভা বহি আছে। মোকো তাত এটা বক্তৃতা দিবলৈ পাচিলে। ৰাজনৈতিক বক্তৃতা দিয়া সেয়ে মোৰ প্ৰথম।

তাৰ পিচত নগাৱঁত কাম কৰিবলৈ গলো। নগাওঁ জিলা কংগ্ৰেছ কমিটীৰ সভাপতি শ্ৰীমহীধৰ বড়াই চাঁদা সংগ্ৰহৰ বাবে তেওঁৰ ঘৰৰপৰাই শোভাযাত্ৰা এটা উলিয়াৰ দিহা কৰিলে। মোক জাতীয় পতাকা বাহিৰ কৰি শোভাযাত্ৰাৰ আগত দি "সৌ যে উৰিছে স্বৰাজ নিছান" গানটো লগাই দিবলৈ দিয়া হ'ল। মাত্ৰ ২৫ গৰাকীমান স্বেচ্ছাসেৱকক লৈ যাত্ৰা কৰা এই শোভাযাত্ৰা ঢাকাপট্টিৰ পিনে আগবাঢ়ি যাওঁতে বজাৰ আৰু বাটৰ মানুহে যোগ দি এটা ডাঙৰ প্ৰবল শক্তিশালী শোভাযাত্ৰাৰ সৃষ্টি কৰিলে, আৰু আমি যাৰ ঘৰতে সোমালো, সেয়ে ভলন্টিয়াৰৰ বাকচত টকা, আধলি ভৰাই দি আমাৰ উৎসাহ বৰ্দ্ধন কৰিলে। দ্বিতীয় দিনাও শোভাযাত্ৰা বাহিৰ হ'ল আৰু এই যাত্ৰাত অসমীয়া হিন্দু-মুছলমানৰ বাহিৰেও বঙালী ছোৱালীবোৰেও আ-অলঙ্কাৰ আৰু ধন বৰঙণি দি উৎসাহ যোগাইছিল। সাতদিন এইদৰে শোভাযাত্ৰা কৰোতে কেইবাহেজাৰো টকা আৰু চাৰে বাৰতোলা সোণ সংগ্ৰহ হ'ল বুলি জনা গ'ল। গোটেই চহৰ-খনেই দপ্-দপ্কৈ জ্বলি উঠিল। ডছন গৱৰ্ণমেণ্ট হাইস্কুলৰ আগত প্ৰবল পিকেটিং চলিল। ছাত্ৰ পিকেটাৰসকলে পুলিচৰ খুব মাৰ খালে। ইয়াৰ ভিতৰতে নেতাসকলে কানি, ভাং, মদৰ দোকানবোৰত পিকেটিং কৰাৰ দিহা কৰিছিল আৰু সেইবোৰৰপৰা দলে দলে ল'ৰা আৰু কৰ্ম্মীয়ে আহি নগাওঁ জেল ভৰি পৰিল। 'বন্দে মাতৰম্' ধ্বনিত জেলখন মুখৰিত হ'ল আৰু তাৰ



প্ৰভাৱ ভালকৈয়ে বিয়পি পৰিল। এই সাত দিনৰ পিছত বিদায় লৈ ঘৰ পালোহি আৰু সৌভাগ্যবশতঃ হে পিতাক পালো। মোৰ পৰমাৰাধ্য পিতৃ ইয়াৰ তিনিদিন পিচতে হঠাৎ ৰক্ত-বমিত প্ৰাণত্যাগ কৰিলে। মাতৃ বৰ অসহায় হ'ল। এনে অৱস্থাতো পিতাৰ দহা যোৱাৰ পিছতে বজালীৰ উত্তৰাংশৰ যুৱক দলৰ আহ্বানত কাম কৰিবলৈ লাগিলো।

পিতাৰ শ্ৰাদ্ধ হৈ যোৱাৰ পিছত আকৌ নগাৱঁলৈ যাবলগীয়া হলো। বাৰপূজিয়াৰ লক্ষ্মী শইকীয়া নামে এগৰাকী কৰ্ম্মীয়ে ৺মহীধৰ বৰাৰ চিঠি এখন লৈ আহিছে। তেওঁলোকে এইবেলি চাপৰমুখ কামপুৰৰ পিনে সভাৰ দিহা কৰিছে—কানি আৰু মদৰ দোকানবোৰ বৰ্জ্জন কৰাব লাগে। কানি-মদৰ দোকানত পিকেটিং কৰাৰ বাবে শোভাযাত্ৰীদলে মৌন শোভাযাত্ৰা কৰি দোকান আৰু চৰকাৰী কৰ্ম্মচাৰীসকলৰপৰাও চাঁদা তুলিবলৈ ধৰিলে। এনেতে এটা ঘটনা ঘটিল। আমি আবকাৰী ইন্সপেক্টৰ চাংকাকতীৰ বহাতে গৈ সোমালো। তেওঁৰ পৰিবাৰে টকা তিনিটা আমাক দিয়ে, এনেতে গিৰিয়েকে অফিছৰপৰা বায়ুবেগে লৰি গৈ বাধা দি কলে,—"চাঁদা দিব নোৱাৰা, এওঁলোকে জানিও মোৰ চাকৰিটো খাবলৈ আহিছে।" মানুহজনৰ লগত মই তৰ্ক কৰি কলো,—"এওঁ আপোনাৰ পৰিবাৰ, এওঁৰ দান-পুণ্য কৰাৰ অধিকাৰ আছে। আপুনি বাধা দিলেও আপোনাৰ চৰকাৰে আমি চাঁদা নিলো বুলি ভাবিব পাৰে।" আমি গুচি গলো। কিছু পিচত ইন্সপেক্টৰজনে উধাতু খাই লৰি গৈ কবলৈ ধৰিলে,—"মোৰ সৰ্ব্বনাশ হ'ল, আপোনালোক বেগতে আহক; মোৰ পৰিবাৰে আমৰণ অনশন ব্ৰত লৈছে!" বিচূৰ্ত্তি হৈ আমি তেওঁৰ বহা পালোগৈ। মহিলাগৰাকীয়ে কলে,—"য'ত দান-পুণ্যৰ অধিকাৰ নাই, তেনেকুৱা নাৰী জীৱন নৰখাই ভাল। মই তেখেতক খং কৰি এই অনশন ধৰা নাই।" মই বুজালো স্বামী অনুতপ্ত হৈছে, আৰু উপলব্ধি কৰিছে যে, ভাৰ্য্যাৰো তেওঁৰ সম্পত্তিত অধিকাৰ আছে; গতিকে তেওঁক ক্ষমা কৰিব লাগে। বহুত ধৰা-মেলা কৰাৰ পিছত তেওঁ ভাতৰ পাতত বহি অনশন ভঙ্গ কৰিলে আৰু মই কোৱা মতে এইবেলি পাঁচটকা গিৰিয়েকৰ আগতে দি আমাকো শান্তি দিলে। এই দম্পতি গৰাকীৰ নাম মই পাহৰি গলো কিন্তু উত্তৰ লক্ষীমপুৰৰ চাংকাকতী পৰিয়ালৰ বুলি মনত আছে। এই ঘটনা মই পাহৰিব পৰা নাই।

কামপুৰলৈ বেলত নগৈ গাৱেঁ গাৱেঁ মিটিং কৰি যাবলৈ ধৰিলো। বৰ শ্ৰদ্ধাৰে কানীয়া কিছুমানে কানী-পট্টা শৰাইত আগবঢ়াই দিলে। ভাৰতৰ

স্বাধীনতা যুদ্ধ আৰু মহাত্মা গান্ধীৰ প্ৰতি এইসকল লোকৰ যে কি বিপুল শ্ৰদ্ধা ভক্তি আছিল! আজিও ৰাইজ আৰু এই কানীয়া লোকসকলৰ কথা পাহৰিব পৰা নাই। কামপুৰত বিপুল জনসভাখনত কানীয়াসকলে কানী-পট্টাবোৰ দ'ম কৰি দিলেহি আৰু সেইবোৰ বস্ত্ৰযজ্ঞৰ দৰে জুই লগাই পোৰা হ'ল। তাত এখন কানীয়া চিকিৎসালয় খোলা হৈছিল। শ-শ কানীয়া দেখিলো—পৰি আছে। কানি এৰি কষ্ট পাইছে যদিও মুখত তাৰ কোনো চিন নাই। ভলণ্টিয়াৰৰ ডাঙৰ কেম্প এটাও ইয়াত আছিল। আমি দোকানে দোকানে গৈ চাঁদা সংগ্ৰহ কৰিলো।

ইয়াৰ পিচত মোক নগাওঁ জিলাৰ পূব অঞ্চললৈ লৈ যোৱা হ'ল আৰু জিলা কংগ্ৰেছৰ সম্পাদক, ডেকা উকিল শ্ৰীযুত পূৰ্ণচন্দ্ৰ শৰ্ম্মাই ৰহস্য কৰি কলে,—"এইবাৰ হে শইকীয়ানীৰ আচল পৰীক্ষা। এই অঞ্চলত ভলণ্টিয়াৰে মুষ্টি-ভিক্ষা খুজিবলৈ গলে দাং লৈ খেদি আহে আৰু মিটিঙৰ ৰভা সাজিলে মানুহতকৈ ৰভাৰ খুটা হে বেছি হয়। আহক আমি এঘৰৰপৰা প্ৰথমে ধন তোলো। পুৰণি-গুদামৰ বাগানৰ মালিক আৰু মৌজাদাৰ বৰুৱাৰ ঘৰত গৈ বহিলো। তেওঁলোকে চাহ-জলপান আদৰ-সাদৰকৈ খুউৱাৰ পিচত এশটকা চাঁদা দিব লাগে বুলি কোৱাত এশটকা ৰূপ আনি দিলে। পিছত কোৱাকুই কৰিলো, বেছি টকা খোজা হলেও দিলেহেঁতেন। বাটে বাটে মিটিং পাতি থোৱাই থাকে। তিবোতা এজনী যোৱা বুলি শুনি মুনিহ-তিৰোতাই সভাখলি ভৰি পৰাটো স্বাভাৱিক হ'ল। সবাতোকৈ ডাঙৰখন মিটিং বহিছিল জখলা-বন্ধাৰপৰা তিনিমাইলমান আগতে পুৰণিসত্ৰত। সকলোৰে শেষত উঠি মই কলো,—"আপোনালোকৰ এই অঞ্চলটোক এখেতসকলে পিচপৰা বুলি কৈছে, কিন্তু মই ভাবো আপোনালোক নগাৱঁৰ সকলো ৰাইজতকৈ আগবঢ়া হে হ'ব। কিয়নো, তাহানি এই ঠাইতেই বীৰাঙ্গনা মূলা গাভৰুৱে মোগল সেনাপতিক পৰাজয় কৰিছিল। এই ঠাই পিচপৰা হ'ব নোৱাৰে।" ৰাইজৰ মাজৰপৰা ধ্বনি উঠিল,—"কেতিয়াও পিচ নপৰো।" কলো,—"চাওক ৰাইজ, এইখন ভাৰতমাতাৰ মুক্তি-যুদ্ধহে। মহাত্মা গান্ধী তাৰ সেনাপতি আৰু এই নেতাসকল হ'ল পালি সেনাপতি। স্বেচ্ছাসেৱক হ'ল যুদ্ধখনৰ সৈন্য-সামন্ত। যুদ্ধৰ সৈন্য-সামন্তক ৰাইজে ৰচদপাতিৰ যোগান ধৰি যুদ্ধৰ গুৰি ধৰিব লাগে। আপোনা-লোকে ঘৰৰ সবাতকৈ ভাল চাউল, দাইল, তৰি-তৰকাৰি, গাখীৰ আদিৰ যোগান ধৰি নিজে ভাৰ বৈ কেম্পত দি অহা উচিত। প্ৰত্যেক গৃহস্থই একোজনকৈ



ল'ৰা-ছোৱালীক স্বেচ্ছাসেৱক কৰি দিয়ক; যুৱক-যুৱতীসকলেও স্বইচ্ছাই আহক। ভৱিষ্যত বংশধৰসকললৈ ডাঙৰ সম্পত্তি এৰি যোৱা হ'ব,—স্বৰাজ আনি দি যাব পাৰিলে। নহলে এই জেল-জৰিমনা, হাতকেৰেয়া চিৰদিন লাগি থাকিব।" ডেকা-গাভৰুসকলৰ মাজৰপৰা এশ মানে আহি ভলণ্টিয়াৰৰ তালিকাত নাম লগালে। পিচদিনা জখলাবন্ধা শিবিৰত দেখিলো—আগবেলাতেই ৰাইজে জহা চাউলৰ ভাৰ, দৈৱালা বৰপেটীয়া বেপাৰীয়ে দৈ-গাখীৰৰ ভাৰ আৰু নানা গাৱঁৰ ৰাইজে কল, তৰি-তৰকাৰি, চাউল ভাৰে ভাৰে লৈ আহিছে। জখলা-বন্ধাৰ ৺গণেশচন্দ্ৰ বৰঠাকুৰে তেখেতৰ টীনৰ দোকানঘৰ টোকে দোকান ভাঙ্গি ভলণ্টিয়াৰৰ কেম্প কৰিবলৈ এৰি দিছে আৰু আন্দোলনৰ গুৰি ধৰিছে। তেখেতৰ পৰিবাৰ ৺গুণেশ্বৰী দেবীয়ে আগদিনাৰ মিটিঙতে স্বেচ্ছাসেৱিকাৰ তালিকাত নাম দিছিল। এওঁলোক দুয়ো গৰাকীয়ে যথাক্ৰমে ছমাহ আৰু ডেৰবছৰৰ জেল খাটে। এনেকুৱা স্বদেশপ্ৰাণ স্বামী-স্ত্ৰীৰ কথা কোনেও পাহৰা উচিত নহয়। তাৰ ওচৰৰে হাটবৰৰ মিটিঙত ভাষণ দি উঠিছো, এনেতে এ-এছ-আই এজনে মোক কাগজ এখন দি চহী ললে। খুলি চাই দেখো, ১৪৪ ধাৰা মতে ২৪ ঘণ্টাৰ ভিতৰতে মোক নগাওঁ এৰি যাবৰ হুকুম দিছে। নিয়মমতে ১৪৪ ধাৰা ভঙ্গ কৰিব লাগে যদিও সকলোৰে উপদেশ দিলে—আৰু কিছু ঠাইত মিটিং কৰাৰহে আপোনাৰ প্ৰয়োজন? মোৰো মত সেয়ে আছিল। এনেতে বৰপেটালৈ আহিবলৈ ডাক পৰিল। এদিন পিচতে বৰপেটা পালো আৰু নেতৃত্ব দি থকা শ্ৰীবসন্ত ওঝা আৰু ৺জগবন্ধু দাসৰ লগত লগ লাগি ছাত্ৰসকলক লগ ধৰিলো। কবিৰাজ ৺ঘনশ্যাম দাসে (পিছত এম-এল-এ) দ'হাটিৰ তেওঁৰ হাউলিৰ আগৰ খেৰী ঘৰ এটা ভলণ্টিয়াৰৰ কেম্প কৰিবলৈ দিছিল। গৱৰ্ণমেণ্ট হাইস্কুলত পিকেটিং চলিয়ে আছিল। মই যোৱাত উৎসাহ পালে আৰু হোষ্টেলতথকা ছাত্ৰখিনিকো হোষ্টেল এৰি যাবলৈ মান্তি কৰালো। ইয়াতো স্কুল-গেটৰ পিকেটিঙত ল'ৰাহঁতে নিষ্ঠুৰভাৱে পুলিচৰ মাৰ খাইছিল।

স্কুল-ইনস্পেক্টৰ ৺শৰৎচন্দ্ৰ গোস্বামী গৈ ওলাল, এক ডজন মিলিটাৰী গুৰ্খা লগত লৈ স্বয়ং বগা পুলিচছাহাব গৈ পালে আৰু গুৰ্খাহঁতে বজাৰত লুটপাত, বাটেদি যোৱা মানুহক মাৰ-ধৰ কৰিবলৈ ধৰিলে। প্ৰথমে মই থকা শ্ৰীইন্দ্ৰসেন পাঠকৰ ঘৰ ৰাতিতে পুলিচে ঘেৰাও কৰি থকাত মোক কবিৰাজ ৺ঘনশ্যাম দাসে তেওঁৰ ঘৰলৈ লৈ গ'ল। মহকুমাধিপতি আছিল প্ৰমোদচন্দ্ৰ সেনগুপ্ত।

তেওঁ মোৰ ওপৰত বাৰঘণ্টাতে চহৰ এৰি যোৱাৰ ১৪৪ ধাৰা জাৰি কৰি নোটিছ দিলে। ওঝা আৰু দাসে গৰু-গাড়ী এখন অনাই মোক আন ঠাইত কাম কৰিবলৈ পৰামৰ্শ দিলে। শই শই ছাত্র আৰু ডেকা ল'ৰা তেতিয়া বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰাত গ্রেপ্তাৰ হৈছিল। প্রবীণ উকিল শ্ৰীযুত যাদবচন্দ্র দাসৰ একমাত্র কুমলীয়া ল'ৰাটি পৰ্য্যন্ত গ্রেপ্তাৰ হৈ জেললৈ আহিছিল। শ্ৰীমথুৰামোহন সিংহ নামে ডেকাজন আছিল এক সিংহবিক্রমৰ যুৱক। গুৱাহাটী জেলতো তেওঁ বিক্রম দেখুৱাই আছিল। ইয়াৰ পিছত বকোৰপৰা নগৰবেৰা প্রভৃতি হৈ ছমৰীয়া সত্র আদিৰে শালগছৰ মাজে মাজে গোৱালপাৰা জিলাৰ ৰংজুলি দৰংগিৰি পালোগৈ। লগত আছিল ভীমকৰ্ম্মা ৺যোগেন্দ্রনাথ নাথ, অকণমানি ছাত্র আজিৰ ডাক্তৰ শ্ৰীমান কীৰ্ত্তি বৰুৱা, চামতা-বেলশৰৰ শ্ৰীমান লক্ষ্মী বৰ্ম্মণ, নৱম মান শ্রেণীৰ ছাত্র আৰু বজালী দাঁহাৰপাড়াৰ শ্ৰীযুত মহেন্দ্রনাথ দাস আৰু জনদিয়েক স্থানীয় লোক। নগৰবেৰাৰ ৺কমলাকান্ত দাস মহাজন এগৰাকী বিখ্যাত কৰ্ম্মী আছিল আৰু তেওঁৰ ঘৰখনতে আছিল স্বেচ্ছাসেৱকৰ শিবিৰ। মানুহে পুলিচক বিভ্রান্ত কৰিছিল। এপিনে মিটিং হলে আন এটা ফালে মিটিং হৈছে বুলি দেখুৱাই দি পুলিচক বাটকুৰি বোৱাইছিল। কেইখনমান সভাত আজিৰ পণ্ডিত অধ্যক্ষ শ্ৰীযুত তীৰ্থনাথ শৰ্ম্মায়ো বক্তৃতা দিছিল। দৰংগিৰীৰপৰা আমি দলটোৱে গুৱাহাটী মুখে খোজ ললো। বাটে বাটে মিটিং কৰি আহি কুকুৰমৰা কেম্পত থাকোতে ৰাতিতে ঘৰ ঘেৰাও কৰি আমাক গ্রেপ্তাৰ কৰি ছয়গাওঁ থানালৈ নিলে। ছয়গাৱঁৰপৰা পিছদিনা পুলিচ ট্রাকেৰে আমাক আনি গুৱাহাটী জেলত ভৰালে। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে মোৰ জামিন হবলৈ যাওঁতেও ৰৰছাহাব মিঃ প্রিচার্ডে মোক জামিনত নিদিলে।

জেলৰ কথা লিখিবলৈ গ'লে এখন কিতাপ হ'ব। তিৰোতাৰ জেলখনো তেতিয়া দেশসেৱকসকলৰে ভৰা। ইয়াতেই ৰামপুৰৰ শ্ৰীযুত দেবেন্দ্রনাথ চৌধুৰীক দেখা পাওঁ। মানুহজন এতিয়াও তেনেকুৱাই ধেমেলীয়া হৈ আছে; জেলখন 'বন্দেমাৰতম্' ধ্বনিত কঁপাই ৰাখিছিল। শ্ৰীযুত অমিয়কুমাৰ দাস, শ্ৰীযুত অক্ষয়কুমাৰ দাস, ছিলেটৰ শ্ৰীযুত হৰেন্দ্র চৌধুৰী প্রভৃতিক ৰখা চেলটোকে অজৰি কৰি মোক ৰাখিছিল। দিনৌ কোৱা হৈছিল, মই লেখি দিলে ওলাই যাব পাৰিম। তিনিমাহৰ পিছত প্রিচার্ড ছাহাবেই আহি জেল অফিছতে আমাৰ বিচাৰ কৰি মোক এবছৰ দ্বিতীয় শ্রেণীৰ বিনাশ্রম কাৰাবাস দিলে আৰু বাকী



শ্ৰীমহেন্দ্র দাস আৰু ৺যোগেন্দ্র নাথক ছমাহকৈ জেল দি বাকী সকলোকো তিনিমাহ কি ছমাহকৈ সশ্রম কাৰাদণ্ড দিলে। ইয়াৰ পিছতে মোক যোৰহাট জেললৈ নিলে আৰু মাৰ্চ্চ মাহত গান্ধীজী আৰু বৰলাট লৰ্ড আৰৱিনৰ মাজত চুক্তি হোৱাত সকলো বন্দীয়ে খালাচ পালো।

১৯৪২ চনত মহাত্মা গান্ধীৰ 'ইংৰাজৰ ভাৰত ত্যাগ' আন্দোলনত মই গুৱাহাটীত মহিলা সমিতিৰ মহিলা কৰ্ম্মীসকলক লৈ 'দুৰ্গত সাহায্য সমিতি' এখন গঠন কৰি জেলৰ বাহিৰে-ভিতৰে সহায় কৰাৰ বাবে চাঁদা তোলাৰ ভাৰ ৺শশীপ্রভা হাজৰিকা, শ্ৰীমতী ইন্দুপ্রভা বৰুৱা, শ্ৰীযুতা ভুবনেশ্বৰী দেৱী, শ্ৰীযুতা গন্ধময়ী দেৱী প্রভৃতিক দিছোহে মাথোন, এনেতে শুনিলো বজালীত পুলিচে গুলি কৰি মানুহ মাৰিছে। পাটাছাৰকুছি থানাৰ দাৰোগাই নিজে গুলী কৰি দুজন ( মদন বৰ্ম্মণ নামে এজন ছাত্র আৰু ৰাওতা নামে এজন কছাৰী ডেকা ) ল'ৰাক মাৰিলে। বজালীত বৰ হুলস্থূল লাগিল। কেইবাহেজাৰো মহিলাই চাৰিওপিনৰপৰা শোভাযাত্রা কৰি আহি পুৰুষক লগত নোলোৱাকৈ পাটাছাৰকুছি থানা আক্রমণ কৰিলে। অৱশ্যে বজালীৰ জননেতা ডাঃ জিনাৰাম দাসৰ নেতৃত্বত বজালীৰ কৰ্ম্মীসকলৰ সংগঠনতে এই অভূতপূৰ্ব্ব থানা আক্রমণ হৈছিল। স্বয়ং ডাঃ জিনাবাবুৰ পত্নী ৺সুন্দৰীবালা দাসে আৰু ১৪।১৫ বছৰীয়া জীয়েক শ্ৰীমতী অম্বিকা ( এতিয়া নলবাৰী কলেজৰ অধ্যাপক শ্ৰীযুত ঈশ্বৰচন্দ্ৰ বৰুৱাৰ পত্নী ), শ্ৰীযুত সৰ্ব্বেশ্বৰ পাটগিৰীৰ মাতৃ শ্ৰীযুতা গুণেশ্বৰী পাটগিৰী প্রভৃতিয়ে ইয়াৰ নেতৃত্ব লৈছিল। কেবাগৰাকী তিৰোতা ইয়াত আহত হৈছিল। মই কিছুদিনৰ পিছত বজালীলৈ গলো আৰু পাঠশালাত ডাঃ জিনাৰামৰ ঘৰতে উঠি মোৰ কাম বিচাৰিলো। ডাঃ দাস আৰু শ্ৰীসৰ্ব্বেশ্বৰ পাটগিৰী, ৰামনাথ শৰ্ম্মা, শ্ৰীকেশৱচন্দ্ৰ দাস, শ্ৰীগুণেশ্বৰ দাস, শ্ৰীৰত্ন তালুকদাৰ প্রভৃতি সকলো কৰ্ম্মীয়ে পাটছাৰকুছি থানাৰ দাৰোগা শ্ৰীতুলাৰাম কেওটৰ অত্যাচাৰৰ কথা ক'লে যে, গ্রেপ্তাৰ কৰা ল'ৰা বা মানুহক কনিষ্টবলৰ চাইকেলত ৰচি লগাই বান্ধি দৌৰাই নিয়ে। দৌৰিব নোৱাৰিলে তপিনাত বেত দিয়ে আৰু থানাত নি লোহা তপত কৰি দাগ দিয়ে। গৰু-গাড়ী এখনত উঠি চাৰি মাইল ৰাস্তা গৈ পাটছাৰকুছি থানাৰ তুলাৰাম দাৰোগাৰ বহা পালোগৈ। মানুহ গৰাকীয়ে আহি টিঙ্গিৰী-তুলা যেন হৈ মোক কদৰ্থনা কৰিবলৈ ধৰিলে। কিছু শান্ত হৈ বহাত গ্রেপ্তাৰ কৰা ল'ৰা আৰু মানুহবিলাকৰ ওপৰত কৰা অত্যাচাৰৰ কথা কলো। কলো,—"এই দেশখন আপোনাৰো জন্মভূমি নহয় নে? জন্মভূমিৰ স্বাধীনতাৰ কাৰণে

আপোনাৰো বৰঙণি থাকিব লাগে। কিন্তু এই অমানুষিক অত্যাচাৰ কৰায় কেলেই ? মোৰ অনুৰোধ ইয়াক বন্ধ কৰিব লাগে।” মানুহজনে বহুত সময় তলকা মাৰি থাকি কলে,—“আপুনি বিশ্বাস এটা লৈ শত্রু শিবিৰলৈ আহিছে। কথা দিলো, অত্যাচাৰ বন্ধ কৰিবলৈ ক'ম।” মই আহি পাঠশালাৰ আমাৰ কংগ্ৰেছ শিবিৰত এই খবৰ দিলো। কৰ্ম্মীসকলে তুলাৰাম দাৰোগাৰ এনে পৰিবৰ্ত্তন বিশ্বাস কৰিব পৰা নাছিল। পৰম ঈশ্বৰ-বিশ্বাসী ডাঃ জিনাৰাম দাসে এমোকোৰা হাঁহি কলে,—“ভগবান আছেহে শইকিয়ানী, ভগবান আছে, তেৰেঁ হৃদয়ত খুন্দা মাৰি কৰালে।” গান্ধীজীৰ অহিংসাৰ পৰম প্ৰভাব বুলি আজিও মই ইয়াক স্মৰণ কৰো।

কিন্তু কেইদিনমানৰ পিছতে মোক গ্ৰেপ্তাৰ কৰাত দুনাই এক ঘটনাৰ সৃষ্টি কৰিলে। ১৯৪৩ চনৰ ২৭ জানুৱাৰী, পাঠশালাত নাম ধৰাৰ ছলেৰে বিৰাট সভা বহিছে। এনেতে এদল চিপাহীৰে এ-এছ-আই জন বন্দুক লৈ হাজিৰ আৰু চিপাহী কেজনমানে মোৰ ফালে আগুৱাই গৈ সোঁহাতখনত ধৰি টানি আনিবৰ চেষ্টা কৰি ক'লে,—“আপোনাৰ গ্ৰেপ্তাৰৰ হুকুম আছে, আহক।” সভাত হুলস্থুল লাগিল। মই গিৰিপকৈ উঠি কলো,—“টানিবা কেলেই ? মই নিজে যাম।” কিন্তু সিহঁতে নুশুনে, মোক টানিবলৈহে ধৰে। তাকে দেখি তিৰোতাসকলেও মোক সিখন হাত আৰু কাপোৰত ধৰি টানি একৰাই নিবৰ চেষ্টা কৰিলে। দুয়োদলৰ টনাটনিত মোৰ পেটিকোট বান্দে মেখেলা, বিহা চাদৰ খুলি গ'ল। তিৰোতা কিছুমানে বাগৰি পৰা চিপাহীৰ গাত লাঠি-ভুকু মাৰিবলৈ ধৰিলে। উফৰি পৰা ৰঙা টুপিবোৰ ভৰিৰে গচকি দলিয়াই পেলালে। ইতিমধ্যে, মই কাপোৰখিনি বুটলি পিন্ধি লৈ ৰাইজ আৰু আইসকলক হাতযোৰকৈ কলো,—“গ্ৰেপ্তাৰৰ আছামী ৰাখিবৰ চেষ্টা নকৰিব, মোক যাবলৈ দিয়ক।” লোকাৰণ্য সভাখনৰ মাজৰপৰা ওলাই গৈ এ-এছ-আই জনৰ ওচৰত থিয় হৈ কলো,—“এনেখন টনাটনি কৰাৰ কি আৱশ্যক আছিল ?” কিন্তু উত্তেজনাত ধৰ্‌ফৰাই থকা অফিছাৰজনে—“চিপাহীৰ লগতে খোজকাঢ়ি আহক” বুলি চাইকেলত উঠিল। ৰাইজ আৰু কংগ্ৰেছ-কৰ্ম্মীসকলে সেইদিনা কোনোমতেহে খং দমন কৰিছিল।

চিপাহীহঁতৰ লগতে খোজ কাঢ়ি গধূলি থানা পালোগৈ। তাত সেই বজ্ৰমূৰ্ত্তিৰে এ-এছ-আই জন থিয় হৈ আছিল। তেওঁ পোনেই মোলৈ খেদি আহি গালত এনেকৈ এটা চৰ মাৰি গটা মাৰি দিলে যে মই মূৰ ঘূৰি



কোনোমতেহে নপৰাকৈ ৰলো। পুৱাতে মুগৰীয়াৰপৰা পতাকা তোলাত ধৰি নিয়া শ্ৰীমান গৌৰীকান্ত শৰ্ম্মা বি-এ প্ৰভৃতি এদল ডেকা ল'ৰাক সন্মুখৰ হাজোত-খনতে সুমাই ৰাখিছিল। শ্ৰীমান গৌৰীয়ে দাঁত কৰচি কবলৈ ধৰিলে,—“বেটাৰ আজি তেজ পিলোহেঁতেন।” ডেকাহঁতৰ সেই মৰ্ম্মান্তিক বেদনাৰ্ত্ত মুখকেইখন আজিও মনত পৰে। মানুহজন তৎক্ষণাৎ নাইকিয়া হ'ল। মই খঙে, দুখে, বেজাৰে চিপাহীয়ে দেখুৱাই দিয়া থানাৰ সিপিনৰ হাজোতি কোঠাত নবহি থানাৰ ভিতৰতে টুল এখনত বহি তুলাৰাম দাৰোগাক মাতিবলৈ কলো। তুলাৰাম দাৰোগা আহিল আৰু মই অভিযোগ কৰাত কোনো উত্তৰকে নিদি কলে,—“আপোনাক কালিলৈহে বৰপেটালৈ পঠাব পৰা হব। ৰাতিটো থানা হাজোততে থাকিব লাগিব।” হাতখন দেখুওৱাত ডাক্তৰক মতাই দিলে। ভাত দিয়াৰ হেনো নিয়ম নাই। চাহ যিমান লাগে খাব পাৰে—বুলি কৈ গুচি গ'ল। পিছদিনা পঠিওৱাতে ১০মান বাজিল। ল'ৰাহঁতক গুৱাহাটী জেললৈ নিব ; মোক বৰপেটালৈ পঠালে।

পাঠশালা পাই দেখো লোকে লোকাৰণ্য। বজালীৰ ৩২টা গোপন শিবিৰৰ সকলো কৰ্ম্মী ওলাই আহিছে। উদ্দেশ্য গ্ৰেপ্তাৰ কৰিলে গ্ৰেপ্তাৰ কৰক। পাঠশালাৰ চাৰি আলিৰ কাষতে টীনৰ ৰভা সাজি বিয়াৰ ৰভা যেন কৰি পেলাইছে আৰু ৰাইজ-কৰ্ম্মী সকলোৰে লগ লাগি খোৱাৰ দিহা কৰিছে। পুলিচ দলটোকো মাতি সকলোৰে ভোজনত বহিলো।

ডেৰ বজাত ৰেল আহিব। ‘বন্দেমাতৰম’ ধ্বনিৰে আকৌ সমদল পাঠশালা ৰেল ষ্টেচনলৈ আগ বাঢ়িল। অলপ পিছতে ৰেল-ষ্টেচনৰ ভিতৰত ভয়ঙ্কৰ শব্দেৰে এটা হাত-বোমা ফুটিল। কথমপি ষ্টেচন-মাষ্টৰজন ৰক্ষা পৰিল। ষ্টেচনৰ ভিতৰত কিছু বস্তু নষ্ট হ'ল। যুদ্ধৰ বাবে তেতিয়া গুৰ্খা পল্টনে ৰেল ষ্টেচন পহৰা দিছিল। এক পল্টন চিপাহীয়ে ৰেল লাইনেৰে লৰি যোৱা ল'ৰা এজনক বেয়নেট টোৱাই ঘেৰি ললে। ল'ৰাজনৰ আৰ্ত্তনাদত মই লৰি গৈ বেহুটোত সোমালো আৰু চিপাহীহঁতক ‘ই নহয়’ বুলি বৰকৈ বুজোৱাত গুৰ্খা-হঁতে বেয়নেট নমাই ল'ৰাটোৰ প্ৰাণ ৰক্ষা কৰিলে। বোমাটো হেনো ৰাতিতে তৈয়াৰ কৰা হৈছিল আৰু আমাৰ কোনোৱে ভিৰৰ মাজতে ষ্টেচনৰ টেবুলৰ তলত থৈ দিছিল। উদ্দেশ্য ল'ৰাহঁতৰ বিপ্লৱী শক্তি দেখুওৱা। আনকেজন ল'ৰাক গুৱাহাটীৰ পিনে যোৱা ৰেলত পঠাই মোক অকলে বৰপেটালৈ নিয়া হ'ল। কিন্তু বৰপেটাৰ হাজোতী জেলখনত শুবৰ সাধ্য নাই। এখন, নৰক-

কুণ্ড। মোৰ জেদত অগত্যা মহকুমাধিপতিৰ হুকুম আনি সেই ৰাতি মোক জেল অফিছতে শুবলৈ দিলে। মোৰ উৎপাতৰ কথা শুনি মহকুমাধিপতি শ্ৰীচন্দ্ৰকমল ভূঞাই মোক সেই দিনাৰ বেলতে গুৱাহাটী জেললৈ লৈ যাবলৈ হুকুম কৰিলে। ত্ৰুভগীয়া হাজোতীসকলক এৰি গধূলি গুৱাহাটী জেল পাই শুনিলো শ্ৰীমতী অমলপ্ৰভা দাসক আগৰ দিনা তালৈ গ্ৰেপ্তাৰ কৰি আনিছে। তিৰোতাৰ জেল-খনৰ ভিতৰলৈ গৈ দেখিলো আমাৰ কাৰণে এটা নতুন টীনৰ পকিঘৰ তৈয়াৰ হৈছে। জেলত বহুতকে গৈ পালো। তাৰ ভিতৰত মোৰ ল'ৰা শ্ৰীমান অতুল শইকীয়া, ডাঃ জিনাৰাম দাস আৰু তেওঁৰ পুতেক আজিৰ ডাক্তৰ শ্ৰীমান নীলকান্ত ভূঞাও গ্ৰেপ্তাৰ হৈ জেললৈ আহিছে।

তিনিমাহৰ পিছত মোৰ বিচাৰ হ'ল জেল অফিছতে। মোৰ ল'ৰাক জেল দিয়া এছ-কে দত্তই মোৰো বিচাৰক আছিল। কিন্তু তেওঁ মোক দিন-টোলৈহে জেল দিলে। ক'লে,—"আপোনাৰ ভনীয়েক ডাঃ ৰজনীপ্ৰভা বাহিৰত মস্তিষ্কৰ বেমাৰত ভুগিছে। আপোনাক মই বেছিদিন জেল দিব নোৱাৰো।"

এই শেষ পৰ্য্যায়ৰ 'ভাৰত-ত্যাগ' আন্দোলনৰ ফলতে বিলাতৰ শ্ৰমিক গৱৰ্ণমেণ্টে লৰ্ড মাউণ্টবেটেনক ভাৰতলৈ বৰলাট কৰি পঠিয়াই, 'ভাৰত-ত্যাগ'ত সন্মত হৈ ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰত বিভাজন কৰি ক্ষমতা হস্তান্তৰৰ দিহা কৰে।

# বিয়াল্লিছৰ মুক্তি আন্দোলনত

**শ্ৰীপ্ৰভাতচন্দ্ৰ শৰ্ম্মা**

[ ভাৰত চৰকাৰৰ ডেপুটী এডুকেশ্যনেল্ এড্ভাইজাৰ ]

১৯৪৩ চনৰ এপ্ৰিল মাহৰ আগভাগত মহাত্মা গান্ধীয়ে এটি বিবৃতিত খোলাখুলিভাৱে বৃটিছ চৰকাৰক জনালে যে ভাৰতীয় জাতীয় কংগ্ৰেছে ১৯৪২ চনত কোনো আন্দোলন আনুষ্ঠানিকভাৱে আৰম্ভ কৰা নাই—১৯৪২ চনৰ গণ-বিপ্লৱ, বৃটিছ চৰকাৰৰ দ্বাৰা উৎপীড়িত ভাৰতীয় জনতাৰ এটি স্বতঃস্ফূৰ্ত্ত বিস্ফোৰণ মাথোন। সেই বছৰৰ আগষ্ট মাহৰ ৯ তাৰিখে প্ৰায় সকলো জাতীয় নেতাক বৃটিছ চৰকাৰে যেতিয়া গ্ৰেপ্তাৰ কৰিলে, দিশহাৰা জনতাই নিজ নিজ বল-বুদ্ধি অনুসাৰে তাৰ প্ৰতিবাদ কৰিলে। বিয়াল্লিছৰ বিপ্লৱ সেই প্ৰতিবাদৰ সাকাৰ মূৰ্ত্তি। সমগ্ৰ আন্দোলন মূলতঃ অহিংস ভাবৰ দ্বাৰা অনুপ্ৰাণিত আৰু পৰিচালিত হৈছিল। বৃটিছ চৰকাৰৰ সজ্যবদ্ধ আৰু সশস্ত্ৰ আক্ৰমণৰ প্ৰত্যুত্তৰ ভাৰতীয় জনতাই নিৰস্ত্ৰ কিন্তু সজ্যবদ্ধভাৱে দিছিল। তাৰ গুৰিত আছিল মহাত্মা গান্ধীৰ ২০ বছৰে দিয়া সত্য, অহিংসা আৰু প্ৰেমৰ শিক্ষা আৰু ভাৰতীয় সংস্কৃতিৰ ৫ হেজাৰ বছৰ ধৰি চলি অহা ঐতিহ্য। স্থান, সময় আৰু পাত্ৰভেদে ইয়াৰ যে ব্যতিক্ৰম হোৱা নাছিল, তেনে নহয়; কিন্তু ভাৰতীয় জনতাৰ ধ্বংসাত্মক কাৰ্য্য বৃটিছ চৰকাৰৰ সশস্ত্ৰ আক্ৰমণৰ তুলনাত সীমাবদ্ধ আছিল আৰু গান্ধীজীয়ে কৈছিল যে বিক্ষুব্ধ জনতাৰ ধ্বংসাত্মক কাৰ্য্য বৃটিছ চৰকাৰৰ হিংসাত্মক কাৰ্য্যৰ আগত নিগনিয়ে মেকুৰীৰ ওপৰত কৰা আক্ৰমণৰ লগত তুলনা কৰিব পাৰি। ("It is like the violence of a mouse before the cat.")

ওপৰত উল্লিখিত গান্ধীজীৰ বিবৃতিটো বাতৰি কাকতৰ যোগেদি যেতিয়া চাৰিওফালে বিয়পি পৰিল, আমি কংগ্ৰেছ কৰ্ম্মীসকল বৰ নিৰাশ হলো। বিবৃতিটোৰ প্ৰকৃত উদ্দেশ্য আমি তৎক্ষণাৎ ধৰিব পৰা নাছিলো। বিয়াল্লিছৰ আন্দোলন ৯ মাহ ধৰি কামৰূপৰ গাৱেঁ-ভূঞে চলাই থকাৰ পিছত আমাৰ শৰীৰ আৰু মন ভাগৰি পৰিছিল। অতদিন ধৰি আন্দোলন একেৰাহে চলাই থকা উজু নাছিল। আমাৰ লগৰ বহুতো কৰ্ম্মী ইতিমধ্যে হয় গ্ৰেপ্তাৰ হৈ গৈছিল,

অথবা সাংসাৰিক দুখ-দুৰ্গতিৰ কোবত ঢিলা পৰি গৈছিল। মই কেজনমান সহকৰ্ম্মীক তৎক্ষণাৎ লগ ধৰি ঠিক কৰিলো যে শ্ৰীহলধৰ চক্ৰবৰ্ত্তী আৰু মই গুৱাহাটীলৈ গৈ অসম কংগ্ৰেছৰ ভূতপূৰ্ব্ব সভাপতি ত্যাগ ীৰ হেম বৰুৱাৰ পৰামৰ্শ লব লাগে। গান্ধীজীয়ে তেখেতৰ বিবৃতিত এই ইঙ্গিতো দিছিল যে যিসকল বিপ্লৱীয়ে তেতিয়ালৈকে ধৰা দিয়া নাই, তেওঁলোকেও আত্ম-সমৰ্পণ কৰা উচিত। ৺হেম বৰুৱা তেতিয়া প্ৰায় শয্যাগত হৈ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ উজান-বজাৰৰ অফিছৰ কাষৰ ঘৰ এটাত বাস কৰিছিল। শৰীৰৰ অতিশয় দুৰ্ব্বলতাৰ কাৰণে আনকি বৃটিছ চৰকাৰেও তেওঁক বন্দী কৰি বদনামৰ ভাগী হব নুখুজিছিল। সেই সুযোগতে ৺হেম বৰুৱাই নৰিয়া গাৰেই অসমত বিয়াল্লিছৰ বিপ্লৱৰ যোল্ল অনা তদ্‌বীৰ কৰিছিল। তেওঁ আছিল অসমৰ ডাঙৰ বিপ্লৱী।

শ্ৰীযুত চক্ৰবৰ্ত্তীক অইন এঠাইত এৰি থৈ (দুজন কৰ্ম্মী একেলগে যোৱাত গ্ৰেপ্তাৰ হোৱাৰ সম্ভাৱনা বেছি বুলি) মই অকলে মোৰ গাৱঁলীয়া বেশেৰে ত্যাগবীৰৰ ওচৰত থিয় দিলোগৈ। তেখেতে মোক আগেয়ে কেতিয়াও দেখা নাই। মোৰ ফালে ভৰিৰপৰা মূৰলৈকে এবাৰ চায়েই তেওঁ এটি বিমল হাঁহি মাৰিলে। সেই হাঁহিটি মই জীৱনত পাহৰিব নোৱাৰিম। এনে স্নিগ্ধ, অকৃত্ৰিম আৰু করুণা ভৰা হাঁহি কেৱল হেম বৰুৱাৰ মুখতহে দেখিছো। বহুমূত্ৰ আৰু হৃদৰোগত ভুগি থকা হেম বৰুৱা—তেওঁ কি সম্পূৰ্ণৰূপে আৰোগ্য লাভ কৰিছে?—মোৰ মনত ক্ষন্তেকৰ বাবে সন্দেহ হৈছিল। মই কলো,—"ছাৰ, আপুনি মোক চিনি নেপাব। মোৰ নাম......।" বাকীখিনি হেম বৰুৱাই সম্পূৰ্ণ কৰিলে—"প্ৰভাত শৰ্ম্মা, নহয়নে? আচৰিত ন'হবা, তোমাৰ আৰু তোমাৰ সহকৰ্ম্মীসকলৰ খা-খবৰ মই পাই আছো। চমুকৈ তোমাৰ ভাষাতে শুৱিৰেপৰা কথাখিনি কোৱাচোন।" তলত দিয়া বিৱৰণটি ৺হেম বৰুৱাৰ আগত দিয়া বিৱৰণৰ সংস্কৰণ মাথোন:

১৯৪২ চনৰ জুলাই মাহৰ শেহত, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়া আৰম্ভ কৰিছিলো মাথোন, এনেতে ভাৰতবৰ্ষত ৰাজ-নৈতিক পৰিস্থিতিৰ পট পৰিবৰ্ত্তন হ'বলৈ ধৰিলে। সেই সময়ত কাশী হিন্দু বিশ্ববিদ্যালয় আছিল জাতীয়তাবাদী যুব-শক্তিৰ কেন্দ্ৰস্থল। ৯ আগষ্টৰ দিনা মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, মৌলানা আজাদ, ছৰ্দ্দাৰ বল্লভভাই পেটেল আৰু ডঃ ৰাজেন্দ্ৰপ্ৰসাদ আদি দেশৰ বৰেণ্য নেতাসকল গ্ৰেপ্তাৰ হোৱা খবৰ বিয়পি পৰাৰ লগে লগেই বিশ্ববিদ্যালয়ত উখল-মাখল লাগি পৰিল।



১১ আগষ্টৰ দিনা এটি বিৰাট শোভাযাত্ৰা বিশ্ববিদ্যালয়ৰপৰা বেনাৰচ চহৰ অভিমুখে আগুৱাবলৈ ধৰিলে। ছাত্ৰৰ উপৰিও হেজাৰ-বিজাৰ মানুহে শোভাযাত্ৰাত যোগ দিলে। চহৰৰ মাজতে 'মদনপুৰা' নামে ঠাইত অশ্বাৰোহী পুলিচ আৰু সশস্ত্ৰ বাহিনীৰ লগত সমদল মুখামুখি হয়। আচৰিত কথা, ইংৰাজ ডেপুটী কমিছনাৰৰ আদেশ স্বত্বেও ভাৰতীয় সশস্ত্ৰ পুলিচে জনতাৰ ওপৰত গুলি নচলালে। মাথোন অশ্বাৰোহী সৈন্যই শোভাযাত্ৰা ছেদেলি-ভেদেলি কৰি দিলে। মুহূৰ্ত্তৰ পিছতে আকৌ শোভাযাত্ৰা একগোট হৈ আগবাঢ়ে আৰু 'ভাৰত-ত্যাগ'ৰ গগণভেদী ধ্বনি আওৰায়। অতি উত্তেজিত হৈ ডেপুটী কমিছনাৰে নিজেই পিস্তলৰ গুলি চলালে। মোৰ ওচৰতে থিয় হৈ থকা অচ্যুত পাঠকৰ হাতৰ মাজেদি গুলি পাৰ হৈ গ'ল। তেজেৰে ৰাঙলি-মুঙলি হোৱা অচ্যুতক আমি তিনিজন ছাত্ৰই গলিৰ ভিতৰৰ এঘৰ মানুহৰ দুৱাৰ-মুখলৈ লৈ গলো আৰু পানী—পানী বুলি চিঞৰিলো। 'মদনপুৰা' মুছলমান তাঁতীসকলৰ বাসস্থান। ইংৰাজ ডেপুটী কমিছনাৰৰ বোধহয় ধাৰণা আছিল যে ভাৰতীয় মুছলমানে বৃটিছৰ বিৰুদ্ধে আন্দোলনকাৰীসকলক সহায় নকৰিব। সেইবাবে ভাবি-চিন্তিয়েই সেই ঠাইত শোভাযাত্ৰাকাৰীসকলক আক্ৰমণ কৰিছিল। কিন্তু বাস্তৱতে তেওঁৰ সেই আশা নিষ্ফল হ'ল। যাৰ ঘৰলৈ অচ্যুত পাঠকক নিয়া হৈছিল, গুলি-গাৰাজৰ ভয়ত তেওঁলোকে দুৱাৰ বন্ধ কৰি ৰাখিছিল সঁচা কিন্তু 'পানী—পানী' বুলি কৰা আৰ্ত্তনাদ শুনি ঘৰৰ মতাজনে দুৱাৰ খুলি আহিল। ভিতৰৰপৰা তিৰোতা মানুহৰ মাত শুনা গ'ল—"ইজ্জৎতো হ্যায়"। পুৰুষজনে গৰ্জ্জি উঠিল,—"হাৰামজাদি! দেশকী ইজ্জৎ যা ৰহী হ্যায়, ঔৰ তেৰী ইজ্জৎ!!" তেওঁ পানী লৈ আহিল আৰু আহত ছাত্ৰজনৰ প্ৰাথমিক চিকিৎসা আৰম্ভ হ'ল। নিজ কাণেৰে শুনা আৰু নিজ চকুৰে দেখা এই ঘটনাৰ পিছত মোৰ বুকু এহাত ওপৰলৈ উঠিল। এনেকুৱা ঘটনা এক হিচাপে সৰু হলেও ইয়াৰ প্ৰভাৱ মানুহৰ হিয়াৰপৰা মচা নেযায়। কেতিয়াবা যদি সন্দেহৰ অন্ধকাৰে অন্তঃকৰণ ঢাকিব খোজে, তেতিয়া এনেকুৱা দৃষ্টান্তই উজ্জ্বল চাকিৰ দৰে সেই অন্ধকাৰ দূৰ কৰে।

আগষ্ট মাহৰ ১২ আৰু ১৩ তাৰিখে কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে সিদ্ধান্ত কৰিলে যে, যদি বৃটিছ চৰকাৰে কোনো ছাত্ৰক গ্ৰেপ্তাৰ কৰিবলৈ বিশ্ববিদ্যালয়ৰ ভিতৰলৈ আহিব খোজে, তেন্তে এন্-চি-চি্ ৰ কেডেটসকলে বন্দুকৰ উত্তৰ বন্দুকেৰে দিব। কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৱিত্ৰ প্ৰাঙ্গণ

ছাত্ৰৰ তেজেৰে বঞ্চিত হ'ব—এই সম্ভাৱনাত মহামনা পণ্ডিত মদনমোহন মালব্যজীৰ অন্তৰত ব্যথা লাগিল। তেওঁৰ অনুমোদন মতে সেই সময়ৰ ভাইচ্ চেন্সেলাৰ ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণে বিশ্ববিদ্যালয় ১৪ আগষ্টৰপৰা অনিৰ্দ্দিষ্ট কাললৈ বন্ধ কৰি দিলে। ছাত্ৰসকলে পুনৰ সিদ্ধান্ত কৰিলে যে, যিসকল ছাত্ৰৰ ঘৰ দূৰৈত, তেওঁলোকে ঘৰলৈ যাওঁতে বাটত বিপ্লৱৰ বাণী প্ৰচাৰ কৰিব আৰু নিজ ঠাইত উপস্থিত হোৱাৰ পিছত বিপ্লৱত জপিয়াই পৰিব। বাধ্য হৈ ঘৰৰ ল'ৰা ঘৰমুৱা হ'বলগীয়া হলো। শ্ৰীপ্ৰতাপ চৌধুৰী আৰু শ্ৰীবৈকুণ্ঠ শৰ্ম্মাৰ লগত যেতিয়া আহি ৰেল গাড়ীত উঠিলো, তেতিয়া মোৰ হাতত সম্বল মাত্ৰ দহটি টকা। কোৱাৰ প্ৰয়োজন নাই যে, আমি অহা গাড়ীখনেই সেই লাইনেৰে অহা শেষ গাড়ী। গোটেইখন গাড়ীৰ প্ৰায় আধা আৰোহীয়েই কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। তেওঁলোকে প্ৰত্যেক ষ্টেছনে ষ্টেছনে বিপ্লৱৰ জুই লগাই দি আহিছিল, যাৰ আওনি বৃটিছে ভাৰত ত্যাগ নকৰালৈকে সম্পূৰ্ণভাবে নুমোৱা নাছিল। বালিয়া জংছনত এটা অপ্ৰত্যাশিত ঘটনা ঘটিল। গাড়ী তাত উপস্থিত হোৱা মাত্ৰকে প্ৰায় দুশ সশস্ত্ৰ পুলিচ আৰু সামৰিক বাহিনীয়ে ষ্টেছন আগুৰি ধৰিলে আৰু গাড়ীৰপৰা এটি এটিকৈ ছাত্ৰ বুটলিবলৈ লাগিল। মই লগৰ অসমীয়া বন্ধু দুজনক কলো যে, অতি বুৰ্ব্বকৰ দৰে ভাও জুৰি গাড়ীতে বহি থকাৰ বাহিৰে অইন কোনো উপায় নাই। আমাৰ ডবাত কেবাজনো পুলিচ আৰু সৈনিক সোমাই আমালৈ ঘোপাকৈ চাইছিল কিন্তু আমাৰ ময়লা কোঁচ-খুৱাই পিন্ধা চুৰিয়া আৰু বনিয়ন দেখি ছাত্ৰ বুলি সন্দেহ নকৰিলে। আমাক তেৰাসকলে এৰি গ'ল সঁচা কিন্তু ষ্টেছনত ঘোষণা কৰি দিলে যে, ৰেলগাড়ী বালিয়া ষ্টেছনৰপৰা আৰু আগ নেবাঢ়ে।

আমাৰ প্ৰকৃত সাহস আৰু ধৈৰ্য্যৰ পৰীক্ষা আৰম্ভ হ'ল বালিয়াৰপৰা। বালিয়াৰপৰা চাপৰা আৰু চাপৰাৰপৰা হাজীপুৰ ষ্টেছনলৈ খোজকাঢ়ি আৰু নাৱেৰে নদী পাৰ হৈ আহিলো। হাজীপুৰত আগদিনাৰপৰা নিৰাশ হৈ বহি থকা আন এজন অসমীয়া ল'ৰা শ্ৰীমনোৰঞ্জন চক্ৰবৰ্ত্তী আমাৰ লগৰীয়া হ'ল। তাৰপৰা চাৰিজন অসমীয়া ল'ৰা কাটিহাৰ জংছনলৈ খোজকাঢ়ি আহিলো। কাটিহাৰৰপৰা বিজনীলৈ ৰেলগাড়ী পাইছিলো কিন্তু বানপানীত আই নদীৰ দলং ভাগি যোৱাত তাৰপৰা মই আকৌ কৈঠালকুছি ষ্টেছনেৰে মোৰ গাওঁ ককয়ালৈকে খোজ কাঢ়িব লগা হ'ল। বালিয়াৰপৰা কাটিহাৰলৈ এইখিনি



ভ্ৰমণ অত্যন্ত ঘটনাবহুল আৰু তাৰ স্মৃতি মনৰপৰা হেৰাই যোৱা অসম্ভৱ। কাশীৰপৰা ১৪ আগষ্টৰ দিনা যাত্ৰা কৰি ২৭ তাৰিখে আহি ঘৰ পাইছিলোহি।

থানা বিহপুৰ ষ্টেছনত সমবেত জনতাৰ শক্তিৰ অদ্ভুত প্ৰদৰ্শন দেখিলো। বানপানীৰ প্ৰকোপত ট্ৰাঙ্ক ৰ'ডেৰে অহা-যোৱা বন্ধ থকা কাৰণে ৰেল-লাইনেৰেহে আমি খোজকাঢ়ি আহিব লগা হৈছিলো। জিলা ব'ৰ্ডৰ ৰাস্তা-ঘাটো পানীৰ তলত ডুব খাই আছিল। থানা বিহপুৰত ৰেল লাইনৰ ফিছ্প্লেটৰ বোল্ট খুলি লৈ দূৰৈৰ কেবাটাও ষ্টেছনলৈকে গোটেইটো ৰেল-লাইন হেজাৰ হেজাৰ মানুহে ডাঙ্গি আনি ৰেল লাইনৰ একাষে কোশী নদীৰ বানপানীত পেলাই দিছিল। নগুছিয়া ষ্টেছনৰ ওচৰ পাবলৈ কিছুদূৰ আছিল —এনেতে ৰেল লাইনত কাম কৰা এজন বনুৱাই কান্দি কান্দি তেওঁৰ কান্ধত লগা বন্দুকৰ গুলিৰ চিন আৰু বৈ থকা তপত তেজ দেখুৱাই, আমাক আগুৱাই যাবলৈ মনা কৰিছিল। এই বনুৱাজনে অইন অইন বনুৱাৰ লগত উঠাই নিয়া ৰেল-লাইন পুনৰ সংস্থাপন কৰা কামত নিযুক্ত আছিল, কিন্তু বৃটিছ চৰকাৰে নিজে নিযুক্ত কৰা বনুৱাকেই লাইন ধ্বংসকাৰী বিপ্লৱীৰ দল বুলি ভুল কৰি আকাশী জাহাজেৰে মেচিন-গানৰ গুলি চলাইছিল। এৰোপ্লেন অহা দেখি আমি চাৰিওজনে ৰেল লাইনৰ দাঁতিত পেট পেলাই লাইনৰ বনুৱাৰ ওপৰত গুলি বৰ্ষণ কৰা দেখিবলৈ পাইছিলো। ৰেল লাইনৰ দুয়োফালে সাগৰ-সঙ্কাশ বানপানী। অইন কেনিও যোৱাৰ উপায় নাই দেখি কিছুপৰ বৈ আমি আকৌ আগুৱাবলৈ ধৰিলো।

চৰকাৰৰ বনুৱাই এফালৰপৰা ৰেল লাইন পুনৰ বহুৱাই গৈছিল আৰু আনফালৰপৰা বিহাৰৰ নিৰক্ষৰ কিন্তু স্বাধীনতাৰ অগ্ৰদূত খেতিয়কসকলে তৎক্ষণাৎ সেই লাইন আকৌ তুলি নি বানপানীত পেলাই দিছিল। তাৰ ফলত জাপানৰ লগত লগা মহাসমৰৰ বাবে সৈন্য আৰু ৰচদ-পাতিৰ যোগান ব্যৱস্থা প্ৰায় সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ গৈছিল। উপায়ান্তৰ নেদেখি, ৰেলৰ ইঞ্জিনত ১৫।২০ জনকৈ সশস্ত্ৰ সৈনিক আৰু এজন কেপ্টেইনক ৰেল লাইন পহৰা দিয়া কামত লগোৱা হৈছিল। ইফালৰপৰা সিফাললৈ টহলদাৰী কৰাই তেওঁলোকৰ কাম আছিল। কটোবিয়া ষ্টেছন পাবলৈ ২ মাইল থাকোঁতে এটি ৰেলৰ ইঞ্জিন সশব্দে আমাৰ ওচৰত বৈ গ'ল; মুহূৰ্ত্ততে চাৰিজনকৈ বন্দুকৰ ওপৰত সঙ্গীনধাৰী সৈনিকে আমাৰ টেটুৰ ওচৰত সঙ্গীনবোৰ ধৰি কৰ্কশ ভাষাৰে নানান প্ৰশ্ন কৰিবলৈ ধৰিলে। আমি আগতেই ঠিক কৰি ৰাখিছিলো যে, কেনেবাকৈ পুলিচ বা

সৈনিকৰ হাতত পৰিলে আমি প্ৰকৃত সঁচা কথাকেই ক'ম। আমাৰ লুকাবলৈ একো নাছিল। মই কেপ্তেইন নিৰঞ্জন গিলক সকলো কথা বিবৰি কলো যে, আমি কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ। বিশ্ববিদ্যালয় বন্ধ কৰি দিয়া বাবে নিৰুপায় হৈ আমি ঘৰলৈ অৰ্থাৎ অসমলৈ উভতিছো। ৰেলগাড়ী বন্ধ। ট্ৰাঙ্ক ৰ'ড পানীৰ তলত। গতিকে ৰেল লাইনেৰে খোজকাঢ়ি যোৱাৰ বাহিৰে আমাৰ কোনো উপায় নাই। কেপ্তেইন গিলৰ মন ভিজিল। ভিতৰি ভিতৰি আমালৈ হয়তো তেওঁৰ সহানুভূতিও জাগিছিল। কিন্তু বাহিৰত অতি কঢ়া ভ্ৰূকুটি দেখুৱাই তেওঁ আমাক সাৱধান কৰি দিলে যে, তেওঁৰ সৈন্যৰ ডাঙৰ দল এটি কটোৰিয়া ষ্টেছনত বৈ আছে। আমাক দেখিলেই সামৰিক কায়দাত আটাইবোৰেই বন্দুক টোৱাই ধৰিব। আমি দুয়ো হাত উঠাই আত্ম-সমৰ্পণৰ চিহ্ন দেখুৱালে আমাৰ ওপৰত গুলী বৰ্ষণ কৰাৰ সম্ভাৱনা কম। কিন্তু তেওঁ আমাক সতৰ্ক কৰি দিলে যে, আমি অন্ততঃ কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ বুলি কাৰো আগত নোকোৱাটোৱেই নিৰাপদ। ছাত্ৰমাত্ৰকে, বিশেষকৈ কাশীৰ ছাত্ৰৰ ওপৰত চৰকাৰৰ উম্মা আটাইতকৈ বেছি। কেপ্টেইন গিলৰ নামটো মই সুধি লৈছিলো, যাতে তেওঁৰ সৈনিকসকলৰ আগত নামটো ক'ব পাৰো। অতি দুৰ্য্যোগত সহায় কৰা বাবে তেওঁৰ নামটো পাহৰিব পৰা নাই। সশব্দে ৰেলৰ ইঞ্জিন আকৌ আমাৰ বিপৰীত দিশে আগুৱাবলৈ ধৰিলে।

আমি কটোৰিয়া ষ্টেছন পাওঁতে সাঁজ লাগিছিল। আমাক দেখাৰ লগে লগেই প্লেটুন কমাণ্ডাৰৰ হুকুমমতে গৰপকৈ সৈন্যসকলে লাইন পাতি থিয় হ'ল—বন্দুকবোৰ আমালৈকে মুখ কৰি, যেনিবা তেওঁলোকৰ বিপক্ষে শত্ৰুৰ বিৰাট বাহিনী এটিহে অগ্ৰসৰ হৈছে। আমি হাত ওপৰলৈ তুলি লাহে লাহে প্লেটফৰ্ম্মৰ ওপৰত সৈন্যসকলৰ সমুখত থিয় দিলো। তৎক্ষণাৎ আমাৰ খানাতালাচ আৰম্ভ হ'ল। সৈন্যসকলে আমাৰ লগত ভাল ব্যৱহাৰ নকৰিলে কিন্তু কেপ্টেইন গিলৰ নাম উল্লেখ কৰা কাৰণে—লাইনৰ এপাৰে থকা এখন গাওঁলৈ আঙুলিয়াই, ৰাতিটো তাতে কটাবলৈ আমাক পৰামৰ্শ দিলে। যদিও বহুত ঠাইতে আমি স্থানীয় অধিবাসীৰপৰা সমাদৰ আৰু অভ্যৰ্থনা পাইছিলো, কটোৰিয়া ষ্টেছনৰ ওচৰত আমাক ঠাই দিওঁতা কোনো মানুহ নোলাল। গছৰ তলত লঘোনে-ভোকে আমি শুই থাকিলো। পিছদিনা পুৱা কাটিহাৰ জংছনৰফালে খোজ ললো।

আগতেই উল্লেখ কৰা হৈছে যে ২৭ আগষ্ট তাৰিখে আমি ঘৰ



পাইছিলো। পিছদিনাই চামতা হাইস্কুলৰ সমুখত এখন বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছিল। সভাত স্বৰ্গীয় গৌৰীকান্ত তালুকদাৰ আদি কেবাজনো গণ্য-মান্য কংগ্ৰেছী নেতা উপস্থিত আছিল আৰু তাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ নীতি ব্যাখ্যা কৰা হৈছিল। মোৰ কেবাগৰাকী বন্ধুও তাত উপস্থিত আছিল। বন্ধুসকলে মোক উদ্গণি দিয়াত মই কাশীৰপৰা অসমলৈ আহোঁতে বাটত পোৱা অভিজ্ঞতাৰ বিষয়ে চমুকৈ কলো। সভাত অন্ততঃ দহহেজাৰ মানুহ উপস্থিত আছিল। ইমান ডাঙৰ সভাত থিয় হৈ মই আগেয়ে কেতিয়াও কথা কোৱা নাই। মই দেখি আচৰিত হলো যে, কিবা এটা অদ্ভুত প্ৰেৰণাই মোৰ মুখেৰে আটাইখিনি কব খোজা কথা ব্যক্ত কৰালে। ক্ৰমে মোৰ বিশ্বাস হ'ল যে, সৎকাৰ্য্যত অগ্ৰসৰ হলে ভীৰুয়েও বীৰৰ কাম কৰিব পাৰে। কাৰ্য্যৰ গুণে কাৰ্য্যকৰ্ত্তাৰ গুণবো সাল-সলনি কৰে। সেইদিনাৰপৰাহে মই বিয়াল্লিছৰ গণ-বিপ্লৱত প্ৰকৃততে জড়িত হৈ পৰিলো।

প্ৰত্যেক প্ৰদেশৰে মুখ্য নেতাসকলক বোম্বেত হোৱা অখিল ভাৰতীয় কংগ্ৰেছ কমিটীৰ অধিবেশনৰপৰাই অথবা ঘৰলৈ আহোঁতে মাজবাটতে গ্ৰেপ্তাৰ কৰা হৈছিল। অসমৰো ৺গোপীনাথ বৰদলৈ আৰু ৺সিদ্ধিনাথ শৰ্ম্মা ধুবুৰী আহি পাওঁতেই জেলৰ কয়দী হৈ পৰিল। গতিকে বিয়াল্লিছৰ আন্দোলনৰ ভাৰ প্ৰতি অঞ্চলতে আমাৰ দৰে অনভিজ্ঞ ডেকাসকলৰ হাততেই পৰিছিল। মোৰ ধ্ৰুৱ বিশ্বাস যে, বিয়াল্লিছৰ নিচিনা এটি গণ-বিপ্লৱ কোনো দেশতে এজন নেতাই বা এটি দলে চলাব নোৱাৰে। অপমানিত, আহত আৰু ক্ষিপ্ত ভাৰতীয় নৰ-নাৰীৰ আত্মা জাগি উঠিছিল। এই আন্দোলনত হেজাৰ-বিজাৰ সভা-সমিতি আৰু শোভাযাত্ৰা দেখিছো। কাকো এনেকুৱা প্ৰশ্ন সোধা শুনা নাই—যে এই আন্দোলন কিহৰ বাবে? এই আন্দোলনত, এমুঠি জাগ্ৰত মানুহে অসংখ্য শুই থকা মানুহক জগোৱাৰ প্ৰশ্ন উঠা নাছিল। প্ৰত্যেকেই যেন জাগি আছিল, উৎকণ্ঠিত হৈ আছিল—ইয়াৰ পিছত কি কৰিব লাগিব, এই প্ৰশ্ন ওঁঠত লৈ।

নলবাৰী অঞ্চলত, আন্দোলনৰ প্ৰথম কঁপনি উঠিছিল এটি বিৰাট শোভাযাত্ৰাৰে। তাৰিখ মই পাহৰি গৈছো। কিন্তু এই শোভাযাত্ৰা বোধহয় ছেপ্টেম্বৰ মাহৰ প্ৰথম সপ্তাহত হৈছিল। কোনেও পত্ৰবাহকৰ হাতত কালৈকো খবৰ পঠোৱা নাছিল—কাৰণ, তাৰবাবে কোনো ঠাইত অফিছ-আদি

স্থাপিত হোৱাই নাছিল। কিন্তু ৫০ হেজাৰৰ ওপৰ মানুহ চাৰিওফালৰপৰা লানি নিছিগাকৈ আহি শোভাযাত্ৰাত যোগ দিলে। ময়ে এজনৰ প্ৰস্তাৱক্ৰমে সেই শোভাযাত্ৰাৰ নেতৃত্ব কৰিছিলো। ইটালীৰ গণনায়ক 'মেচিনি'ৰ এই কথাষাৰ মোৰ তেতিয়া মনত পৰিছিল—"বিপ্লৱী জনতাৰ দল এটিৰ নায়কৰ পদত অধিষ্ঠিত হোৱা ; দেখিবা সেই যুবকসকলৰ অন্তৰত লুকাই থকা শক্তিৰ মাহাত্ম্য অজ্ঞেয়।" ("Place yourself at the head of an insurgent multitude ; you know not the secret of power hidden in those youthful hearts.") সেই শোভাযাত্ৰাই নলবাৰী চহৰ আৰু তাৰ চৌপাশে থকা হেজাৰ-বিজাৰ গাৱঁত আন্দোলনৰ বাণী প্ৰচাৰ কৰিলে। এইখিনিতে কব লাগিব যে আমি পাৰ্য্যমানে অহিংসভাৱে শোভাযাত্ৰা চলাবলৈ সিদ্ধান্ত কৰিছিলো আৰু নলবাৰী থানাৰ মুষ্টিমেয় পুলিচে অসহায় হৈ শোভাযাত্ৰা নিৰীক্ষণ কৰি আছিল। তেওঁলোকে আগধৰি কোনো হিংসাত্মক কাৰ্য্য কৰা নাছিল আনকি কাকো গ্ৰেপ্তাৰ কৰাৰ চেষ্টাও নকৰিলে।

ইয়াৰ পিছতে গোটেই গুৱাহাটী মহকুমাৰ উত্তৰ পাৰৰ কাৰণে এটি 'কৰ্ম্ম-পৰিষদ' ( Council of Actions ) স্থাপন কৰা হ'ল। কৰ্ম্ম-পৰিষদে দুই স্তৰত আন্দোলন চলাবলৈ সিদ্ধান্ত কৰিলে। প্ৰথমটি হ'ল—খোলাখুলিভাৱে বৃটিছ চৰকাৰৰ অস্তিত্ব অস্বীকাৰ কৰি, সভা-সমিতিৰ যোগেদি স্বাধীনতা ঘোষণা কৰা আৰু তাৰ ঠাইত এটি জাতীয় চৰকাৰ প্ৰতিষ্ঠা কৰা আৰু তাক চলোৱা।

দ্বিতীয় সিদ্ধান্ত হ'ল—বৃটিছ চৰকাৰে চলোৱা দ্বিতীয় মহাসমৰৰ কাৰ্য্য-পদ্ধতিত সক্ৰিয়ভাৱে বাধা দিয়া। প্ৰথমটি কাৰ্য্যক্ৰমত সকলো নাগৰিকে যোগদান কৰিব—মুকলিমূৰীয়া আৰু সঙ্ঘবদ্ধভাৱে। তাতে যদি বৃটিছ চৰকাৰে কাকো গ্ৰেপ্তাৰ কৰে, নিৰ্য্যাতন কৰে, সেই সকলো অত্যাচাৰৰ অহিংসভাৱে প্ৰতিবাদ কৰিবলৈ সকলো নাগৰিকক শিকাব লাগিব আৰু তৈয়াৰ কৰিব লাগিব। সকলোৱে জানে যে, এই আহ্বানৰ ফলত ভাৰতবৰ্ষৰ প্ৰায় সকলো অঞ্চলতে এটি স্বাধীন ভাৰতীয় সমান্তৰাল চৰকাৰ (Parallel Govt.) স্থাপিত হৈছিল। অসমতো তাৰ ব্যতিক্ৰম হোৱা নাছিল। এই চৰকাৰ চলাবলৈ শান্তি-সেনা ( Peace brigade ) বা জাতীয় পুলিচ বাহিনী গঠন কৰা হৈছিল। বহুতে শান্তি-সেনাসকলক 'স্বেচ্ছাসেৱক বাহিনী' নামো দিছিল। গাৱঁে গাৱঁে পঞ্চায়ত পাতি, গাওঁৰ শাসনভাৰ তেওঁলোকৰ হাতত সঁপি দিয়া হৈছিল। স্কুল-কলেজ বন্ধ হৈ গৈছিল আৰু স্বাধীনতা আন্দোলনৰ



অগ্ৰদূত হিচাপে ছাত্ৰ সমাজেই সকলো ঠাইতে আন্দোলনৰ গুৰি ধৰিছিল। এই অহিংস অসহযোগ আন্দোলন এনে ব্যাপক আৰু সক্ৰিয়ভাৱে চলিছিল যে, আদালতৰ কাম-কাজ বন্ধ হৈ গৈছিল, আৰু পঞ্চায়তেই সকলো বাদ-বিবাদৰ মীমাংসা আৰু বিচাৰ কৰিছিল। বৃটিছৰ পুলিচ বাহিনীও বহুদিনলৈ নিজ নিজ থানাৰ ভিতৰতে বহি আছিল আৰু সশস্ত্ৰ বাহিনী লগত নোলোৱাকৈ কোনো পুলিচ কৰ্ম্মচাৰী গাৱঁৰ ভিতৰলৈ আহিবলৈ ভয় খাইছিল। খাদ্য-সঙ্কটৰপৰা মানুহক ৰক্ষা কৰিবলৈ ঘাটতি পৰা অঞ্চললৈ ধান-চাউল সৰবৰাহ কৰিবলৈ পঞ্চায়তৰ চেয়াৰমেনসকলক অনুমতি-পত্ৰ দিবলৈ অধিকাৰ দিয়া হৈছিল। বিনা অনুমতিত এঠাইৰপৰা আন এঠাইলৈ খাদ্যবস্তু অধিক পৰিমাণত চালান দিয়া বে-আইনী ঘোষিত হৈছিল। কেবাটাও ঘটনা নৈশ-শান্তিসেনাৰ হাতত ধৰা পৰা মোৰ মনত আছে। এইদৰে কড়া নজৰ ৰখাৰ ফলত বৃটিছৰ সৈন্য-বাহিনীৰ কাৰণে যোগান ধৰা ঠিকাদাৰসকলৰ অৱস্থা শোচনীয় হৈছিল। লগে লগে চোৰাং বজাৰ বন্ধ হৈ গৈছিল। আন্দোলনৰ ভিতৰত বৃটিছ চৰকাৰে এপইচাও ৰাজহ বাইজৰপৰা আদায় কৰিব পৰা নাছিল।

দ্বিতীয় স্তৰৰ কাৰ্য্যক্ৰম অন্য ধৰণৰ আছিল। এই কাৰ্য্যৰ দ্বাৰা বৃটিছৰ যুদ্ধ-প্ৰচেষ্টাত সক্ৰিয়ভাৱে বাধা দিয়াটো আমাৰ উদ্দেশ্য আছিল। এই কাম খোলাখুলিভাৱে কৰাত যথেষ্ট বিঘিনি আছিল আৰু সকলো নাগৰিকে এই কাৰ্য্যত সহযোগ কৰা সম্ভৱপৰ নাছিল। বিহাৰত যদিও হেজাৰ হেজাৰ মানুহে ৰেলৰ লাইন উভালি নি বানপানীত পেলাই দিছিল, সেই কাম অসমত কৰা সম্ভৱ নাছিল। কাৰণ, আন্দোলনৰ সময়ত বৃটিছ, আমেৰিকান, অষ্ট্ৰেলীয় আৰু নিগ্ৰো সৈন্যেৰে অসম ভৰি আছিল। এই সুসজ্জিত সৈন্যবাহিনীৰ কড়া নজৰৰ আগত বিৰাট জনতায়ো ৰেল লাইন তুলি পেলোৱা বা টেলিগ্ৰাফৰ তাঁৰ কটা সহজ কথা নাছিল। প্ৰতি ঘণ্টাত একোটাকৈ ৰেলৰ ইঞ্জিন পঠাই ৰেলৰ লাইন নিৰীক্ষণ কৰা হৈছিল। ইঞ্জিনত সদায় সশস্ত্ৰ সৈনিকে পহৰাদাৰৰ কাম কৰিছিল। লাইনত মানুহ দেখিলেই—বিশেষকৈ ৰাতি, গুলী কৰা নিয়ম আছিল। তেনে অৱস্থাত অসমৰ কথা অইন কোনো প্ৰদেশৰ অৱস্থাৰ লগত তুলনা কৰিব নোৱাৰি।

আমি বাচি বাচি মাত্ৰ ২০-২৫ জনমান ডেকাক এই গুপ্তবাহিনীত ভৰ্ত্তি কৰিছিলো। তাৰ ভিতৰত দানীৰাম হালৈ, ধনীৰাম নাজিৰ, হলধৰ চক্ৰবৰ্ত্তী, সুৰেণ শৰ্ম্মা, সুৰথ বৰ্ম্মণ, চন্দ্ৰ তালুকদাৰ, উপেন শৰ্ম্মা, খগেন সেন-

ডেকা, শ্ৰীকান্ত বৰ্ম্মণ, সুষেণ চৌধুৰী, ধৰ্ম্ম ডেকা, ধাৰেশ্বৰ শৰ্ম্মা আৰু গোপী গোস্বামী আদিৰ নাম মনত পৰে। যি সকল কৰ্ম্মী গুপ্তবাহিনীৰ সদস্য আছিল, তেওঁলোকে অসহযোগ আন্দোলনৰ অন্যান্য কাৰ্য্যক্ৰমতো সম্পূৰ্ণভাৱে লিপ্ত আছিল। গুপ্তবাহিনীৰ কামত আমি প্ৰায়েই শ্ৰীলক্ষ্মীধৰ বৰা আৰু শ্ৰীৱবীন নবীচৰপৰা পৰামৰ্শ পাইছিলো। সেই উদ্দেশ্যে আমি কেজনমানে প্ৰায়েই খোজ কাঢ়ি গুৱাহাটীলৈ অহা-যোৱা কৰিছিলো। আমাক গ্ৰেপ্তাৰ কৰিবৰ কাৰণে নলবাৰী আৰু গুৱাহাটী ষ্টেচনত পুলিচে বিশেষ ব্যৱস্থা ৰখাৰ আমি গম পাইছিলো, কিন্তু বেচেৰাহঁতে পিছতহে জানিছিল যে আমি ট্ৰেইন বা বাচত কদাপি ভ্ৰমণ নকৰিছিলো। শ্ৰীৱবীন নবীচৰ এটি বিশেষ সুবিধা আছিল। তেওঁৰ মুখমণ্ডলত এনে এটি শান্তিৰ ভাৱ দেখা যায় যে, তেওঁ হাতত দুটা বোমা লৈ গৈ থাকিলেও মানুহে, আনকি পুলিচৰ মানুহেও—দুটা নাৰিকল লৈ যোৱা বুলিহে ভবাৰ সম্ভাৱনা বেছি। ভিতৰি ভিতৰি তেওঁ শ্ৰীঅচ্যুত পটবৰ্দ্ধন আৰু শ্ৰীমতী অৰুণা আচফ আলিৰ লগত সম্পৰ্ক ৰক্ষা কৰিছিল। আমাৰ গুপ্তবাহিনীৰ বেলেগ 'সংখ্যা-কোড' আছিল আৰু ক'ৰবাত বিশেষ কাৰ্য্যৰ আঁচনি থাকিলে সেই ইঙ্গিত-ভাষাৰ জৰিয়তে মানুহ পঠাই খবৰৰ আদান-প্ৰদান কৰিছিলো।

এইখিনিতে কৈ ৰখাটো বোধহয় অপ্ৰাসঙ্গিক নহ'ব যে, আমাৰ গুপ্ত-বাহিনীৰ উদ্দেশ্য কাকো হত্যা কৰা বা অযথা কাৰো সম্পত্তি নষ্ট কৰাটো নাছিল। আমি কোনো পুলিচ অফিচাৰ বা অইন কোনো চৰকাৰী কৰ্ম্মচাৰীৰ অন্যায় কৰা নাই। তেনেকুৱা অভিপ্ৰায় থকা হলে আমি তেজৰ নৈ বোৱাই দিব পাৰিলোহেঁতেন। কিন্তু তেনে কৰা হলে আমি কিছু ৰাইজৰ সহানুভূতিৰপৰা বঞ্চিত হলোহেঁতেন আৰু আমাৰ আন্দোলনৰ নৈতিক ভেটিও ভাঙ্গি গ'লহেঁতেন। বৃটিছ চৰকাৰে সহজেই সেই হিংসাত্মক কাৰ্য্য দমন কৰিবলৈ সুচল পালেহেঁতেন।

যুদ্ধবিৰোধী কাৰ্য্যক্ৰমৰ ভিতৰত ৰেলৰে ষ্টেচন অকামিলা কৰা আৰু পেট্ৰোলবাহী বা মিলিটেৰীক যোগান ধৰা ৰেলগাড়ী নষ্ট কৰাৰ কাম আমি হাতত লৈছিলো। কিন্তু বিশেষ সতৰ্কতা অৱলম্বন কৰা হৈছিল যাতে যাত্ৰীবাহী কোনো গাড়ী লাইনচ্যুত নহয়, তাৰ বাবে ষ্টেচনৰ কৰ্ম্মচাৰীৰ লগত আমাৰ সম্পূৰ্ণ যোগাযোগ আছিল। এই প্ৰসঙ্গত বস্তিৰাম দাসৰ কথা মনত পৰে। সাধাৰণ ৰেলৰে কৰ্ম্মচাৰী হৈও বেচেৰাই নিজৰ জীৱন বিপদাপন্ন কৰি আমাক সঠিক খবৰ যোগাইছিল।



আগতে এবাৰ অকৃতকাৰ্য্য হৈ বঙ্গীয়া আৰু পুঠিমাৰী (এতিয়া কেন্দুকোণা) ষ্টেছনৰ মাজত ৰেলৰে দলঙৰ ওপৰত এখন পেট্ৰোলবাহী গাড়ী সম্পূৰ্ণভাৱে বিধ্বস্ত কৰাত আমি সফল হৈছিলো। বাউসীয়াপাৰাত যি খুঁত ৰৈ গৈছিল, এইবেলি সেই বিষয়ে আমি যথেষ্ট সাৱধান হৈছিলো।

তহলদাৰী ইঞ্জিন পাৰ হৈ যোৱাৰ পিছতেই কাম আৰম্ভ কৰি আধা ঘণ্টাৰ ভিতৰতে সকলো ঠিক-ঠাক কৰি আমি ৰৈ আছিলো। কাৰ্য্যৰ ফলাফল দেখাৰ পিছতহে আমি দিহা-দিহি আঁতৰি গৈছিলো। এইবেলি একোটা দলত আমাৰ সদস্য তিনি চাৰিজনকৈহে আছিল, আৰু আটাইকেইটা দল ৰাতি পুওৱাৰ আগতে ঘটনাস্থলৰপৰা ৮।৯ মাইল দূৰৈৰ বিভিন্ন কেম্পত (কংগ্ৰেছ স্বেচ্ছাসেৱকৰ ঘাটিত) আশ্ৰয় লৈছিল। ইয়াৰ পিছত গুৱাহাটীৰপৰা পূবফালে পানীখাইতী ষ্টেচনৰ ওচৰত এখন সৈন্যবাহী ট্ৰেইন লাইন-চ্যুত হৈছিল, কিন্তু এই ঘটনাৰ লগত আমাৰ গুপ্তবাহিনীৰ কোনো সংশ্ৰৱ নাছিল। আমি কৰা ঘটনাবিলাকৰ পিছত এটা স্পষ্ট উদ্দেশ্য আছিল। আমি আত্ম-সমৰ্পণ কৰাৰ কিছুদিন আগতে অসমৰ বিভিন্ন ঠাইত বৃটিছ চৰকাৰৰ দ্বাৰা ভীষণ অত্যাচাৰ অনুষ্ঠিত হৈছিল। কামৰূপৰ পাটাচাৰকুছিত তুলাৰাম কেওট নামে দাৰোগাই নিৰস্ত্ৰ ভলণ্টিয়াৰক পিস্তলেৰে গুলিয়াই হত্যা কৰিছিল। দৰং জিলাৰ ঢেকিয়াজুলিত ১৫ জন স্বেচ্ছাসেৱকে পুলিচৰ গুলিত প্ৰাণ বিসৰ্জ্জন দিছিল। গহপুৰত কনকলতা আৰু নগাওঁত ভোগেশ্বৰী ফুকননীৰ নৃশংস হত্যা আৰু শিৱসাগৰ জিলাৰ সৰুপথাৰত হোৱা ৰেলগাড়ীৰ দুৰ্ঘটনাত নিৰপৰাধী কুশল কোঁৱৰৰ মৃত্যুদণ্ডই আমাৰ প্ৰাণত দাৰুণ আঘাত দিছিল। যোৰহাটৰ জেলখানাত জেইলাৰ তাৰক দাসৰ লাঠি চালনাৰ ফলত অনেক কংগ্ৰেছ-কৰ্ম্মী গুৰুতৰভাৱে আহত হৈছিল। আমি স্থিৰ কৰিলো যে, কামৰূপত দুই-এটা ডাঙৰ দুৰ্ঘটনা কৰি যুদ্ধৰ আয়োজনত কিছু বিঘিনি জন্মাব পাৰিলে পুলিচ আৰু সৈন্য-বাহিনীৰ নজৰ উজনি অসমৰপৰা হুহঁকি বিস্তৃত হৈ পৰাৰ সম্ভাৱনা। বস্তুতঃ হ'লও সেয়ে। বঙ্গিয়া জংছনৰ ওচৰত হোৱা দুৰ্ঘটনাৰ ফলত ধৰ্ম্মপুৰ, পকোৱা আৰু বাঁহজানী মৌজাত ৰাতি আহি বিৰাট সশস্ত্ৰ বাহিনীয়ে আগুৰি ধৰিলে। আমি গুপ্ত-বাহিনীৰ সদস্য আটাইবোৰ নিজ নিজ গাওঁতে আছিলো। বহুতো নিৰপৰাধী মানুহক মাৰধৰ কৰি আটক কৰা হৈছিল কিন্তু কাৰোপৰা চৰকাৰে আমাৰ সন্ধেদ উলিয়াব নোৱাৰিলে।

সৈনিকবাহিনীৰ খোৱাৰ খাদ্য আৰু অন্যান্য ব্যৱহাৰৰ কাৰণে ধানখেৰ

আৰু নৰাৰ যোগান ধৰাটো এটা লাভজনক ব্যৱসায় হৈ পৰিছিল। টীহুৰ ওচৰত পুন্নি নামে ঠাইত হেজাৰ হেজাৰ মোন ধানখেৰ আৰু ধানৰ নৰা পৰ্ব্বত প্ৰমাণ দ'ম বান্ধি ঠিকাদাৰসকলে চালান দিবলৈ সাজু হৈছিল। এদিনাখন ৰাতি দোভাগত আমাৰ গুপ্তবাহিনীয়ে এফালৰপৰা সেই দ'মবিলাকত জুই লগাই দিবলৈ ধৰিলে। প্ৰায় ৩।৪ মাইল দূৰৈৰপৰা সেই জুইৰ আগ দেখিবলৈ পোৱা গৈছিল। আমি জনা নাছিলো যে, সেই খেৰৰ দ'মবিলাকৰ চাৰিওফালে অসংখ্য পঁজাত ঠিকাদাৰসকলৰ সশস্ত্ৰ প্ৰহৰী আছিল। আমাৰ গুপ্তবাহিনী আৰু ঠিকাদাৰৰ ৰক্ষীসকলৰ ভিতৰত ভীষণ খণ্ড-যুদ্ধ হ'ল। দুয়ো পক্ষৰ কিছুলোক আহত হোৱা স্বত্বেও এজন মানুহেও প্ৰাণ হেৰুৱা নাছিল।

ধৰ্ম্মপুৰ মৌজাৰ ভিতৰত এৰাতিৰ ভিতৰতে আমাৰ গুপ্ত-বাহিনীয়ে লাইচেন্স থকা বন্দুকৰ গৰাকীৰ ঘৰ আক্ৰমণ কৰি ৬।৭টা বন্দুক কাঢ়ি আনিছিল। কোনো শুংসূত্ৰ উলিয়াব নোৱাৰা দেখি নলবাৰী থানাৰ পুলিচ চৰকাৰৰ ওচৰত বদনামৰ ভাগী হৈছিল। এই ঘটনাৰ দিনা মই ঘটনা-স্থলীত নাছিলো। ধৰ্ম্মপুৰত হোৱা আন্দোলনৰ ভিতৰত আমাৰ লগত কেবাজনো বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্যও আছিল। কেনেবাকৈ এই বন্দুককেইটা তেওঁলোকৰ হাতত পৰা বুলি মোৰ অনুমান হৈছিল। আমি আত্মসমৰ্পণ কৰাৰ পিচত নলবাৰী এলেকাৰ পুলিচ ইন্‌স্পেক্টৰ শ্ৰীভগবান দাসে মোক বৰকৈ অনুৰোধ কৰিছিল যাতে মই মোৰ সহকৰ্ম্মীসকলক নিৰ্দ্দেশ দিওঁ যে এই বন্দুককেইটা লাগিলে ভগা-ছিগা অৱস্থাতেই হওক, পুলিচে দেখাকৈ কোনো ঠাইত পেলাই থৈ যায়। তেওঁ মোক এই আশ্বাসো দিছিল যে কাৰো বিৰুদ্ধে কোনো তদন্ত কৰা নহব।

মোৰ বিবৰণী শেষ হ'লত ৺হেম বৰুৱাই আমাকো আত্ম-সমৰ্পণ কৰাৰেই পৰামৰ্শ দিছিল যদিও ব্যক্তিগত ভাৱে সেই কথাটোত তেওঁৰ পুৰা সমৰ্থন আছিল বুলি মোৰ মনে নকৈছিল। গান্ধীজীৰ নিৰ্দ্দেশৰ বিপৰীতে উপদেশ দিয়াটোও তেওঁ ভাবিব নোৱাৰিছিল। তেখেতৰ পৰামৰ্শমতেই ১৯৪৩ চনৰ ২০ এপ্ৰিল তাৰিখে, বহাগৰ ৬ তাৰিখৰ ভঠালিত ছজন প্ৰমুখ সহকৰ্ম্মীৰে সৈতে চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰা কথা আগেয়ে কৈছো। ভঠালিত উপস্থিত থকা প্ৰায় ১৫।২০ হেজাৰ মানুহে বিপুল হৰিধ্বনি দি আমাক বিদায় দিলে। ডাঙৰ সশস্ত্ৰ পুলিচৰ দল এটাই আমাক নলবাৰীলৈ লৈ আহিল। হাতত হাতকেৰেয়া লগোৱা নাছিল। নলবাৰী থানাৰ হাজোতত ৰাতিটো আমি



আটাইকেজনে কষ্টেৰে কটালো। শুবৰ ঠাই নাছিল। গল্প-গুজৱৰ মাজেদি নিশা পাৰ হ'ল। পিচদিনা পুৱা শ্ৰীচন্দ্ৰকান্ত ধৰ (নলবাৰী গুপ্ত পুলিচৰ বিষয়া) আমাক সাক্ষাৎ কৰিবলৈ আহিল। আমাৰ ওচৰ পাওঁতেই "নমস্কাৰ মিঃ ধৰ" বুলি মই তেওঁক আগধৰি সম্ভাষণ জনালো। মিঃ ধৰ উচপ্ খাই উঠিল—"আপুনি মোক কেনেকৈ চিনিলে" বুলি তেওঁ কওঁ-নকওঁকৈ মোক সুধিলে। মই মিঃ ধৰক হাঁহি হাঁহি কলোঁ যে, ভৱিষ্যতত শ্মশানভূমিৰ ওচৰেৰে যাওঁতে যদি কোনো মৰা মানুহৰ লাওখোলাই তেওঁক দেখি খিল্-খিল্কৈ হাঁহি দিয়ে, তেখেতে নিঃসন্দেহে ধৰি লোৱা উচিত হব যে, জীৱিতাৱস্থাত সেইজন মানুহ ভাৰতীয় জাতীয় কংগ্ৰেছৰ ভলন্টিয়াৰ আছিল। জাতীয় আন্দোলনৰ যুঁজাৰুসকল অদমনীয় বীৰ—লাগিলে তেওঁলোকক ম'হৰ কামোৰত ভোকে-লঘোনেই ৰাখক বা অন্ধকাৰৰ দৰে হাজোততেই থওক। বাস্তৱিকতে সেই সময়ৰ নলবাৰী থানাৰ হাজোতত এজন বা দুজনতকৈ বেছি মানুহ একেলগে থবলৈ ঠাই নাছিল।

গুৱাহাটী জেললৈ নিয়াৰ পাচত আমাৰ এটা সম্পূৰ্ণ বেলেগ জীৱন আৰম্ভ হ'ল। তিনিমাহ হাজোত বাস কৰাৰ পাচত আমাক শ্ৰীঅমৃতলাল মুখাৰ্জ্জীৰ আদালতত বিচাৰৰ বাবে থিয় কৰোৱা হ'ল। বিচাৰ জেলৰ ভিতৰতে হৈছিল। শ্ৰীমুখাৰ্জ্জীয়ে বহুত চেষ্টা কৰি আমাক বুজাবৰ চেষ্টা কৰিছিল যে, যিবিলাক দোষত আমাক অভিযুক্ত কৰা হৈছে, তাক খণ্ডন কৰিবলৈ আমাৰ পূৰা অধিকাৰ আছে। আমি আটায়ে একবাক্যে কলোঁ যে আমি ভাৰতত বৃটিছ চৰকাৰৰ অস্তিত্বকে নেমানো, তেনেস্থলত বৃটিছ চৰকাৰৰ আদালতত নিৰ্দ্দোষিতা প্ৰমাণ কৰাৰ কাৰণে কোনো চেষ্টা নকৰোঁ। বিভিন্ন সময়ৰ বাবে আমাৰ আটাইকেজনকে কাৰাবাসৰ হুকুম দিলে। দুটি বেলেগ বেলেগ কাৰণত মোক ৯ মাহ আৰু ৬ মাহৰ কাৰাদণ্ডৰ হুকুম দিয়া হ'ল আৰু হাকিমে মুঠতে ১৫ মাহ জেল খাটিব লাগিব বুলি মোক বুজাই দিলে। মই ছমাহমান গুৱাহাটী জেলত আৰু বাকী দিনবিলাক যোৰহাট জেলত কটাইছিলোঁ।

গুৱাহাটী জেলত সোমায়েই দেখোঁ, আমাৰ কৰ্ম্ম-পৰিষদৰ সভ্যসকল আটায়ে তাত সমাজ পাতি বহি আছে। গঙ্গাধৰ চৌধুৰী, প্ৰতাপচন্দ্ৰ গোস্বামী, লক্ষ্মীকান্ত শৰ্ম্মা, হলধৰ চক্ৰবৰ্ত্তী, বিশ্বনাথ শৰ্ম্মা, ধৰ্ম্মকান্ত ডেকা—আটায়ে আমাক সম্বৰ্দ্ধনা জনালে। অন্যান্য অজস্ৰ ৰাজনৈতিক বন্দী অসমৰ বিভিন্ন ঠাইৰপৰা আনি গুৱাহাটী জেলত ভৰাই ৰাখিছিল। প্ৰথম দিনাখন এনেহে

লাগিছিল যেন আমি জেলৰ বাহিৰত কোনোবা ৰাজহুৱা সভাতহে যোগ দিছোঁ। বন্দী-জীৱনৰ কঠোৰতা তাৰ পিচতহে জানিব পাৰিছিলোঁ। তথাপি মোৰ দৃঢ় বিশ্বাস—যি অভিজ্ঞতা জেলৰ বাহিৰত দহ বছৰেও গোটাব নোৱাৰি, জেলৰ ভিতৰত তাক এমাহৰ ভিতৰতে আয়ত্ব কৰিব পাৰি। সুবিধা পালে বন্দী-জীৱনৰ অভিজ্ঞতাৰ কথা অন্য প্ৰসঙ্গত কবলৈ ইচ্ছা থাকিল।

জয়হিন্দ্।

# ভাৰতৰ মুক্তি যুঁজৰ সোঁৱৰণ

**শ্ৰীলক্ষ্মীধৰ বৰা**

ভাৰতবৰ্ষৰ মুক্তি যুঁজ মহাত্মা গান্ধীৰ নেতৃত্বত আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ পৰিচালনাত ১৯২১ চনত আৰম্ভ হৈ গোটেই দেশতেই বিয়পি পৰে। অসমতো এই সংগ্ৰামৰ ঢৌ কেনেকৈ আহিল আৰু কোনজনে কি ধৰণে যোগ দিছিল সেই কথা বহুখিনি পাহৰিলেও আজি ৫০ বছৰৰ পাছত কিছু পৰিমাণে পুৰণি টোকাৰপৰা আৰু কিছু পৰিমাণে স্মৃতিৰপৰা স্মৰণ কৰি ৰোমাঞ্চিত হওঁ। জেললৈ যোৱা বা জেললৈ পঠোৱাৰ উপৰিও গঠনমূলক বা প্ৰপীড়িতক সাহায্য দিয়া কাম আদিৰ মাজেৰে কেনে ধৰণে জনগণৰ সংযোগত আহিছিলোঁ মনত পৰিলে আজিও আনন্দ পাওঁ।

মহাত্মা গান্ধীৰ পোনপ্ৰথম অসম আগমন ১৯২১ চনৰ ১৪ আগষ্ট তাৰিখে। তেখেতৰ সহযাত্ৰী আছিল মৌলানা ছৌকত আলী, মৌলানা মহম্মদ আলী প্ৰভৃতি নেতাসকল। মহাত্মাৰ পৰিধানত আছিল—মূৰত গান্ধী টুপী, দীঘল ধুতি, আৰু হাত-দীঘল কুৰ্ত্তা। সদলবলে তেখেতসকলক দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰতে ৰখা হ'ল।

তেতিয়া মই দশম শ্ৰেণীৰ ছাত্ৰ। মহাত্মা গান্ধী অহাৰ বাতৰিত গোটেই গুৱাহাটীতে উখল-মাখল লাগিল। মহাত্মা গান্ধী অহাৰ দিনাই ৺ফুকন ডাঙৰীয়াৰ হাউলীৰ পথাৰত ৰাজহুৱা সভা হয়, সেইদিনা সহপাঠী বন্ধু শ্ৰীউত্তমচন্দ্ৰ ডেকা, শ্ৰীগঙ্গাধৰ ভূঞা, শ্ৰীললিতচন্দ্ৰ দাস, শ্ৰীখগেন্দ্ৰচন্দ্ৰ বৰুৱা, ৺বসুধৰ শৰ্ম্মা আৰু আন কেইজনমানৰ সৈতে স্কুলৰপৰা ওলাই গৈ মহাত্মাক চালোঁ আৰু সভাত বক্তৃতা শুনিলোঁ। মহাত্মাজীয়ে হিন্দীতে ভাষণ দিছিল আৰু ৺ফুকনে অসমীয়ালৈ ভাঙনি কৰি গৈছিল। বক্তৃতাত বিদেশী বৰ্জ্জনৰ ওপৰত বিশেষ জোৰ দিছিল। পাছত আলী ভ্ৰাতৃযুগলৰ বক্তৃতা হৈছিল উৰ্দ্দুত আৰু ৺ফুকনে অসমীয়াতে বুজাই দিছিল। দেশভক্ত ফুকনৰ ভাঙনিত আমি মুগ্ধ হৈছিলোঁ। সভাৰ শেষত উপস্থিতসকলৰ বহুতে বিদেশী কাপোৰ গাৰপৰা খুলি থওঁতে থওঁতে বিৰাট স্তূপত পৰিণত হ'ল আৰু সেই কাপোৰৰ স্তূপত জুই লগাই পোৱাৰ পিছত সেইদিনাৰ সভা অন্ত পৰিল।

পাছদিনা মহাত্মা গান্ধী সদলবলে জাহাজেৰে তেজপুৰলৈ ৰাওনা হোৱা সময়ত অগণন লোকে উজানবজাৰৰ ঘাটত আলিবাটৰ দুয়োকাষে থিয় দি মহাত্মাক বিদায় দিলে, আৰু আমিও মানুহৰ শাৰী পোনাই ৰখাৰ কাৰণে বছী টানি ধৰি স্বেচ্ছাসেৱকৰ কামত যোগ দিয়াৰ সুযোগ পালোঁ।

মহাত্মা যোৱাৰ পাছত স্কুলৰ ছাত্ৰও কেদিনমান স্কুললৈ নোযোৱা হ'ল আৰু দোকান-পোহাৰো বন্ধ আছিল। বাট-পথ জনশূন্য দেখিলোঁ। কেদিনমানৰ পাছত মাছখোৱাৰ খেল-পথাৰত ৰাজহুৱা সভাত ৺নিধিৰাম দাসৰ বক্তৃতাও শুনিলোঁ। কুমাৰ ভাস্কৰ নাট্য-মন্দিৰত ছাত্ৰসকলৰ সভাত কৰ্ম্মবীৰ বৰদলৈ আৰু অন্যান্যসকলৰ বক্তৃতাৰ পাছত 'মহাত্মা গান্ধী কী জয়' ধ্বনিৰে মুখৰিত কৰি ওলোৱা শোভাযাত্ৰাত আমিও যোগ দিছিলোঁ।

কলেজৰ ছাত্ৰসকল ওলাল। ৺হৰিকৃষ্ণ দাস ডাঙৰীয়াৰ ঘৰতে কলেজৰ-পৰা ওলোৱা ছাত্ৰসকলে শিবিৰ কৰা মনত পৰে। অৱশ্যে কুমাৰ ভাস্কৰ নাট্য-মন্দিৰতো সাময়িকভাৱে শিবিৰ হৈছিল।

লতাশিল পুলিচ থানাৰ ওচৰতে, চৌৰাস্তাৰ চুকত আজিও থকা ঘৰটোতেই কংগ্ৰেছ কাৰ্য্যালয় স্থাপিত হ'ল। সেই ঘৰৰ পৰাই ওলোৱা 'কংগ্ৰেছ' নামৰ প্ৰচাৰ পত্ৰিকাখন আমিও বিতৰণ কৰিছিলোঁ। যিমান দূৰ মনত পৰে, যোৰপুখুৰী পাৰৰ ৺লক্ষ্মীনাথ দাস, এম্-এছ-চি দেৱেই এই পত্ৰিকাখন লিথো কৰিছিল। এই প্ৰচাৰ পত্ৰিকাৰ যোগেদিয়েই খদ্দৰ ব্যৱহাৰৰ কাৰণে ৰাইজক গোহাৰি জনোৱা হৈছিল। ৺বৰদলৈ আৰু ৺ফুকন ডাঙৰীয়াৰ উদ্‌গণিত ৺হৰিমল বৰ্ম্মণেই পাণবজাৰত প্ৰথম খদ্দৰ কাপোৰৰ দোকান এখন খোলে। অসমীয়া মানুহৰ এইখনেই প্ৰথম দোকান স্থাপিত হৈছিল। কৰ্ম্মবীৰ বৰদলৈ, দেশভক্ত ফুকনে এই খদ্দৰ কাপোৰ কান্ধত লৈ বিক্ৰী কৰি ফুৰিছিল। পাছত এইখন দোকানেই পাণবজাৰত ডাঙৰ অসমীয়াৰ দোকান হৈ উঠে। বৰ্ত্তমান 'অসম চিল্ক হাউচ'ৰ কেবা-মহলীয়া দোকানঘৰৰ সংলগ্ন পূবৰ পিনৰ ঘৰটোতেই এই দোকানখন আছিল।

কেদিনমান স্কুললৈ নোযোৱাকৈ আছিলোঁ—কিন্তু মাতৃদেৱীৰ অভিভাৱকত্বত স্কুললৈ নোযোৱাকৈ নোৱাৰিলোঁ। আজিও মনত পৰে, সহপাঠী বন্ধু ৺বাণীকিঙ্কৰ গোস্বামীয়ে হাঁহিমুখে শ্ৰেণীৰ কোঠালীলৈ আহি সকলোৰেপৰা বিদায় লোৱা দৃশ্য। পাছত তেওঁৰো কাৰাদণ্ড হয়। দুই-এজনকৈ লগৰ লগৰীয়া, শ্ৰীকান্তিধৰ মেধি, ৺কণকলাল নাথ, শ্ৰীমহেশ্বৰ দাস ( বামুন্দি ), শ্ৰীদেৱপাল দাস, শ্ৰীপ্ৰমোদচন্দ্ৰ



চৌধুৰী ( বামুন্দি ) জেললৈ গ'ল। যিমান দূৰ মনত পৰে, ফুটবল খেলুৱৈ মহম্মদ মোশাহক, ৺মহম্মদ শেৰিফ, মহম্মদ মুহিবুদ্দিন আহ্‌মদ আদিও জেলত সোমাল। সেইদৰেই দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ, লোকপ্ৰিয় বৰদলৈ, ৺ৰোহিণীকুমাৰ চৌধুৰী, শ্ৰীযুত বিষ্ণুৰাম মেধি, ৺নিধিৰাম দাস, ৺মহম্মদ তৈয়বউল্লা, শ্ৰীদেহিৰাম বৰ্ম্মণ, ৺গৌৰীকান্ত তালুকদাৰ আদিৰো কাৰাদণ্ড হ'ল। ইমানতে ১৯২১-২২ চনৰ মুক্তি যুঁজৰ প্ৰথম পৰ্য্যায়ৰ অভিজ্ঞতাৰ অন্ত পৰে।

এইখিনিতেই এটা কথা উল্লেখ নকৰিলে মুক্তি যুঁজৰ প্ৰস্তুতিৰ আভাষ সম্পূৰ্ণ প্ৰকাশ নহব। স্বাধীনচেতা আৰু স্বাধীনতাকামী লোকৰ অভাৱ নাছিল কাৰণেই মহাত্মাৰ স্বাধীনতাৰ বাণীয়ে সকলোৰে হিয়াত জাগৰণ আনি দিছিল। আগতে এই সম্বন্ধে অৱশ্যে কোনো সভা-সমিতি পাতি প্ৰচাৰ হোৱা নাছিল যদিও ঘটনাক্ৰমে লাহে লাহে অজ্ঞাতসাৰে এইফালে মন ঢাল খাইছিল।

নিচেই সৰুতে নাম শুনিছিলোঁ—গুৱাহাটীৰ শুক্লেশ্বৰত থকা ৺বক্তিম বৰা এজন ৰাজদ্ৰোহী ( anarchist ) বুলি। সেই সময়ত ৰাজদ্ৰোহ কৰা হৈছিল সশস্ত্ৰ গুপ্ত অভিযান চলাই বৃটিছ কৰ্ম্মকৰ্ত্তাক হত্যা কৰি। শুনিছিলোঁ মণিৰাম দেৱান, পিয়লী ফুকনৰ কথা। শ্ৰীলক্ষ্মীৰাম দাসৰপৰা এইবিলাক কথা আমি প্ৰায় গধূলি শুনিছিলোঁ। পাছত ১৯১৮ চনত বঙ্গদেশৰ কেজনমান কৰ্ম্মীয়ে কলিকতাৰ পুলিচৰ হাত এৰাই গুৱাহাটী জেলখানাৰ পূৱে আঠগাঁৱত ঘৰভাড়া লৈ আছিল। পম খেদি পুলিচে এওঁলোকক ঘৰৰ ভিতৰত থাকোঁতে ধৰিবলৈ চেষ্টা কৰাত উভয় পক্ষৰ গুলীয়া-গুলীত উভয় পক্ষই আহত হয়। গুলী চলি থকাৰ ভিতৰতে ঘৰৰ মুধ ফালি ক্ষত-বিক্ষত শৰীৰেৰে এটাইকেইজনেই পলাই গৈ কামাখ্যা, বশিষ্ঠাশ্ৰম, চুণশালী বাগিছাত লুকাই থাকেগৈ; দুদিনমান পাছত অৱশ্যে ধৰা পৰে। এওঁলোকৰ এজনৰ নাম মনত আছে—নলিনী বাগ্‌চী। বিচাৰত কৰ্ম্মবীৰ বৰদলৈ এওঁলোকৰ পক্ষে উকীল আছিল। গুৱাহাটী সেই সময়ত এখন সৰু চহৰ। পুলিচৰ ওপৰত গুলী চলোৱা আমাৰ মানত আচৰিত কথা আছিল। আমি স্কুলৰপৰা দলে দলে গৈ হাজোতৰপৰা লৈ আহোঁতে আৰু বিচাৰ চলি থাকোঁতে চাইছিলোঁগৈ। এই ঘটনাৰ কিছু পাছত এজন কলেজৰ ছাত্ৰ—নাম অমল সেন, দেউতাকে টেলিগ্ৰাফ অফিচত কাম কৰিছিল,—তেওঁকো পুলিচে গ্ৰেপ্তাৰ কৰি সঙ্গীণধাৰী পুলিচৰ মাজত হাত-কেৰেয়া লগাই বছীৰে বান্ধি অনা দেখিছিলোঁ।

সেই সময়ত এই ঘটনাসমূহে বেছ চাঞ্চল্যৰ স্থষ্টি কৰে। সময়ৰ চৌৰে কোনো বাধা নামানি দেশৰ পাছত দেশ কোবাই যায়। স্বাধীনতা—সেই সময়ত 'স্বদেশী'ৰ চৌৰেও বোধকৰোঁ অজানিতভাৱে আমাৰ মনত প্ৰভাৱ পেলাইছিল। স্বাধীনতাৰ ভাৱত উন্মাদনা আছে আৰু কোমল বয়সত অধিক প্ৰভাৱান্বিত হোৱাটো সচৰাচৰে দেখা যায়। কোনে আৰু কেনেকৈ উন্মাদিত আৰু প্ৰভাৱান্বিত কৰিলে সেইটো আজি সম্যকৰূপে ধাৰণা কৰিব নোৱাৰোঁ। কিন্তু আজি যেতিয়া মনত পৰে, যিমান দূৰ সম্ভৱ ৺অহিসেনৰ গীত ঃ

"কত কাল পরে, বল ভারত রে—
দুঃখ সাগর সাঁতারি পার হবে···"—ইত্যাদি আমি গাইছিলোঁ।

আকৌ যেতিয়া বন্ধুসকলৰ লগত ৺হেমচন্দ্ৰ সেনৰ কবিতাৰপৰা আবৃত্তি কৰিছিলোঁঃ

"স্বাধীনতা হীনতাই কে বাঁচিতে চায় রে—
কে বাঁচিতে চায়······"—ইত্যাদি

—ধাৰণা হয় যে, তেতিয়াৰপৰাই লাহে লাহে বুজিব নোৱাৰাকৈয়েই বিপ্লৱৰ সোঁতৰ পিনে আগুৱাই গৈছিলোঁ।

এই ঘটনাসমূহৰ পাছত ১৯২০ চনত ৺মুকুন্দ দাসৰ যাত্ৰাভিনয়ে এটা জাগৰণ অনাত সহায় কৰিছিল। ইয়াৰ আগলৈকে যাত্ৰাভিনয় হৈছিল ৰামায়ণ-মহাভাৰতৰ কাহিনীসমূহক লৈ। কোনো ৰাজনৈতিক বা সামাজিক বিষয়-বস্তুৰ ভেটিত গীতাভিনয় হোৱা নাছিল। মূৰত গেৰুৱা পাগুৰী, দীঘল গেৰুৱা চোলা, কঁকালত গেৰুৱা বস্ত্ৰৰ টঙ্গালি —এয়েই আছিল তেওঁৰ মঞ্চৰ পৰিধান। উচ্চ কায়ৰ থূলন্তৰ পুৰুষ মুকুন্দ দাসে ওলাই যেতিয়া গাইছিল ঃ

"বি-এ এম-এ পাশ করে,—নোকরি যদি নাই মিলে ;
—ভাবনা কেন কিসের ভয়, মিশে যা না চাষার দলে"···

তেতিয়াই শিক্ষিত সমাজৰ আগত ডাঙ্গি ধৰিছিল এটা বৈপ্লৱিক পৰিবৰ্ত্তনৰ আৱশ্যকতা, আঙুলিয়াই দিছিল নিবনুৱা সমস্যাৰ সমাধানৰ উপায়। আকৌ যেতিয়া গাইছিল ঃ

"ভারত শ্মশান মাজে আমি রে বিধবা বালা।
না দেখিলাম কেমন পতি মনে নাইকো সে মূরতি······" ইত্যাদি,

তেতিয়াই সমাজৰ কুপ্ৰথা, কুব্যৱস্থাই শ্ৰোতাৰ চকুলো নিজৰাইছিল। গুৰু-গম্ভীৰ মাতেৰে যেতিয়া গাইছিল ঃ



"জাগতে হবে, উঠতে হবে, লাগতে হবে, কাজে মোদের—
লাগতে হবে কাজে।
জগৎ মাজে সবাই জেগেছে মোদের কি ঘুম সাজে রে ভাই
মোদের কি ঘুম সাজে······" ইত্যাদি।

সৰ্ব্বসাধাৰণৰ মাজত জাগৰণ অনাৰ এইবিলাকৰতো অৰিহণা কম নহয়।

আজি ৫০ বছৰৰ পাছত বহুতো কথা পাহৰণিৰ সুঁতিত উটি গৈ নিশ্চিহ্ন হবলৈ ধৰিছে। মনত থকাৰপৰাই আজি অনুমান কৰোঁ যে মুকুন্দ দাসৰ যাত্ৰাভিনয়েও বহু পৰিমাণে মুক্তি যুঁজৰ ক্ষেত্ৰ প্ৰস্তুত কৰাত সহায় কৰিছিল।

দুই-এজনকৈ জেলৰপৰা ওলাল। প্ৰত্যেকেই নিজ নিজ কামত লাগি গ'ল। এইদৰে ২।৩ বছৰৰ পাছত ১৯২৬ চনত কংগ্ৰেছ মহাসভাৰ' ৪২তম অধিবেশন ডিচেম্বৰ মাহত গুৱাহাটীৰ ওচৰতে পাণ্ডুত বহাৰ কাৰণে যো-জা চলিলে। এই অধিবেশন গুৱাহাটীলৈ আমন্ত্ৰণ কৰাৰ মূলত আছিল ৺ৰোহিণীকান্ত হাতীবৰুৱা। অভ্যৰ্থনা সমিতিৰ সভাপতি হ'ল দেশভক্ত তৰুণৰাম ফুকন আৰু সাধাৰণ সম্পাদক হ'ল কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। গোটেই অসমতে প্ৰায় প্ৰতি ঘৰেই অভ্যৰ্থনা সমিতিৰ সদস্যৰ চাঁদা ২৫৲ টকাকৈ দিছিল। তেতিয়া আমি আইন কলেজৰ ছাত্ৰ। আমিও স্বেচ্ছাসেৱকৰ লিষ্টত নাম ভৰ্ত্তি কৰিলোঁ। বৰ্ত্তমান পাণ্ডুৰ 'অৰুণা' চিনেমা থকা ঠাইতেই স্বেচ্ছাসেৱকৰ শিবিৰ আছিল। অন্যান্য শিবিৰ কাৰ্য্যালয়সমূহো তাৰ ওচৰতে। সভামণ্ডপ সজা হ'ল মালিগাওঁ-পাণ্ডু ৰেললাইনৰ পশ্চিমে ট্ৰাঙ্ক ৰ'ডৰ উত্তৰে। মহাত্মা গান্ধী, সৰোজিনী নাইডু, কংগ্ৰেছ সভাপতি শ্ৰীনিবাস আয়েঙ্গাৰ প্ৰভৃতিৰ শিবিৰ বৰ্ত্তমান পাণ্ডুবজাৰৰ পশ্চিমে থকা খালটোৰ সিপাৰে। এই শিবিৰৰ কেইটা আৰু কেইটামান ঘৰ আছিল খেৰৰ আৰু আনবিলাক আছিল চট কাপোৰৰ ( hessian )।

ডাক্তৰ হাৰ্ডিকাৰে আমাক স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ দিছিল। তেতিয়াৰ প্ৰশিক্ষণ আৰু বৰ্ত্তমান প্ৰশিক্ষণ প্ৰণালীৰ মাজত বহুতো পৰিবৰ্ত্তন ঘটিছে। অৱশ্যে মৌলিক ভেটিৰ আমূল পৰিবৰ্ত্তন নকৰাকৈ সময়ৰ আৱশ্যকতা অনুযায়ী সকলোৰে পৰিবৰ্ত্তন ঘটেই।

মহাত্মা গান্ধী, সৰোজিনী নাইডু, কংগ্ৰেছ সভাপতিৰ শিবিৰত আমি থাকিব লগীয়া হৈছিল। কংগ্ৰেছ অধিবেশন আৰম্ভ হোৱাৰ আগমুহূৰ্ত্তত স্বামী শ্ৰদ্ধানন্দৰ হত্যাৰ বাতৰিয়ে গোটেই কংগ্ৰেছ নগৰতে শোকৰ ছাঁ পেলালে। এই হত্যাৰ মূলতে আছিল সাম্প্ৰদায়িক বিৰোধ। যা হওক, অধিবেশন আৰম্ভ

হ'ল। কিন্তু দ্বিতীয় দিনৰপৰাই বতৰৰ দুৰ্যোগ হ'ল। ডিচেম্বৰ মাহ। খোলা ব্ৰহ্মপুত্ৰৰ পাৰ। ধাৰাষাৰে বৰষুণ আৰু লগতে ফেৰফেৰীয়া বতাহ—এনেকুৱা অৱস্থাতেই শিবিৰৰ দুৱাৰ-মুখত বহু নিশালৈ থিয় হৈ থাকিবলগীয়া হৈছিল; কাৰণ, কংগ্ৰেছ কাৰ্য্যকৰী কমিটী আৰু বিষয়-বাচনি সভা শেষ নোহোৱালৈকে শিবিৰলৈ তেখেতসকলৰ কোনোজনেই উভটি অহা নাছিল। শিবিৰলৈ অহাৰ পাছতে গা-ধুবলৈ গৰম পানী আদি আমি যোগান ধৰিব লগীয়া হৈছিল। গতিকেই এই দুৰ্যোগৰ মাজতো থিয় হৈ থকাৰ বাহিৰে আন উপায় নাছিল। যিমান দূৰ মনত পৰে, পশ্চিমবঙ্গৰ ভূতপূৰ্ব্ব গৱৰ্ণৰ শ্ৰীমতী পদ্মজা নাইডুও মাক ৺সৰোজিনী নাইডুৰ লগত আহিছিল। বতৰৰ দুৰ্যোগৰ কাৰণে বহুতো প্ৰতিনিধিক ৰেলৰ ডবাত ৰখাৰ বন্দৱস্ত অভ্যৰ্থনা সমিতিয়ে কৰিব লগা হ'ল। বহুতো প্ৰতিনিধি উভটি গ'ল। ঘৰৰ চালেৰেও উৰখিছে পানী আৰু তলতো পানীৰ ডোঙ্গা বান্ধিছে।—এই অৱস্থাত স্বেচ্ছাসেৱক বা প্ৰতিনিধিসকলৰ অৱস্থা কেনেকুৱা হব পাৰে সহজেই অনুমান কৰিব পাৰি। ফলত প্ৰতিনিধিসকলৰপৰা থকা আৰু খোৱাৰ কাৰণে পাবলগীয়া ধন সম্পূৰ্ণ আদায় নহ'ল। ঋণ লৈ কাম চলাবলগীয়া হোৱাত এই ঋণৰ টকাৰ কাৰণে দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ, ৺সিদ্ধিনাথ শৰ্ম্মাৰ ওপৰত ডিক্ৰীজাৰী হৈ মাটি 'ক্ৰোক কৰা হ'ল। ১৯২৬ চনৰ কংগ্ৰেছ অধিৱেশনৰ অভিজ্ঞতাই ১৯৫৮ চনৰ কংগ্ৰেছ অধিৱেশন ঋণগ্ৰস্ত নোহোৱাকৈ সুচাৰুৰূপে সম্পন্ন কৰাত সহায় কৰিছিল। যা হওক, ওপৰে পানী, তলে পানী; ডিচেম্বৰ মাহত গাৰ কাপোৰো ভিজা—এই অৱস্থাতে দিন কেইটা কোনোমতে কটাই অধিৱেশনৰ অন্তত কংগ্ৰেছ অধিৱেশনৰ অভিজ্ঞতা এই দৰেই সামান্য লাভ কৰি এখন এক-ঘোঁৰা গাড়ীৰে শ্ৰীৰাধিকাৰাম দাস আৰু শ্ৰীগিৰীকান্ত বৰুৱাৰ (নগাঁৱৰ) লগত ঘৰ পালোঁহি। অধিৱেশনত আমি মহাত্মাৰ লগে লগেই আছিলোঁ। মহাত্মাই খোজ ইমান খৰকৈ দিয়ে যে আমি কুকুৰ-খুজীয়াকৈ গৈও তেওঁৰ লগ ধৰিব পৰা টান আছিল।

মুক্তি যুঁজৰ দ্বিতীয় পৰ্য্যায় আৰম্ভ হয় ১৯২৯ চনৰ ডিচেম্বৰ মাহত কংগ্ৰেছৰ লাহোৰ অধিৱেশনত পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ পাছতেই।

১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে গুৱাহাটীৰ জুবিলী বাগিছাত (ডেপুটি কমিছনাৰৰ বঙ্গলাৰ সন্মুখত য'ত এতিয়া পানী যোগানৰ টেঙ্ক আছে) কংগ্ৰেছৰ পতাকা অভিবাদনৰ যো-জা কৰা হৈছিল অসম যুৱক সঙ্ঘৰ উদ্যোগত। পুৱা দেশভক্ত ফুকনে পতাকা উন্মোচন কৰে শত-শত ছাত্ৰ আৰু যুৱকসকলৰ



'মহাত্মা গান্ধী-কী-জয়' সমবেত ধ্বনিৰ মাজত। লগৰীয়াৰ লগত মইও পতাকা উত্তোলন কাৰ্য্যসূচীত যোগ দিলোঁ।

এই যুৱক সঙ্ঘ (Assam Youth League) অসম ছাত্ৰ সন্মিলনৰ গোলাঘাট অধিৱেশনত গঠিত হৈছিল আৰু ৺শঙ্কৰচন্দ্ৰ বৰুৱা, শ্ৰীৰাধিকাৰাম দাস, শ্ৰীৰজনীকান্ত গোস্বামী প্ৰভৃতিয়ে এই সংগঠন গঢ়ি তোলাত আগভাগ লৈছিল। পাছত অৱশ্যে কংগ্ৰেছ অনুষ্ঠান সজীৱ আৰু সক্ৰিয় হৈ উঠাত আৰু এই সকল কৰ্ম্মী কংগ্ৰেছ অনুষ্ঠানলৈ অহাত যুৱক সঙ্ঘৰ অৱসান ঘটে।

জানুৱাৰী মাহৰপৰা ফেব্ৰুৱাৰী মাহলৈ বিশেষ কোনো উল্লেখযোগ্য ঘটনা ঘটা নাছিল। পাছত লোণ-কৰ আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ সিদ্ধান্ত লৈ ১৯৩০ চনৰ ১২ মাৰ্চ্চ তাৰিখে মহাত্মা গান্ধীয়ে দাণ্ডীলৈ যাত্ৰা কৰে আৰু সাগৰৰ দাঁতিত সাগৰৰ পানীৰপৰা লোণ সংগ্ৰহ কৰি লোণ-কৰ আইন ভঙ্গ কৰে। ৺সৰোজিনী নাইডু প্ৰমুখ্যে সৰ্ব্বভাৰতীয় বৰেণ্য নেতাসকলেও সমদলে যাত্ৰা কৰি লোণ-কৰ আইন ভঙ্গ কৰাত গ্ৰেপ্তাৰ হৈ কাৰাদণ্ডেৰে দণ্ডিত হয়। ইয়াৰ-পৰাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সূচনা হয়। এই দাণ্ডী যাত্ৰাত কলিকতাৰ কলেজৰপৰা শিক্ষা ত্যাগ কৰি শ্ৰীলীলাধৰ বৰুৱাইও যোগ দিছিলগৈ।

নিখিল ভাৰতীয় কংগ্ৰেছৰপৰা নিৰ্দ্দেশ আহিল, প্ৰত্যেক প্ৰদেশতে এইদৰে আইন ভঙ্গ আন্দোলন আৰম্ভ কৰিব লাগে।

অসমতো কি হিচাবে আইন অমান্য আন্দোলন চলোৱা হব সেই সম্বন্ধে আলোচনা হবলৈ ধৰিলে। কিন্তু এই সন্ধিক্ষণতে দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ৺ৰোহিণীকুমাৰ চৌধুৰী প্ৰমুখ্যে অসমৰ বিভিন্ন জিলাৰ প্ৰবীণ নেতাসকলে কংগ্ৰেছৰ লাহোৰ অধিৱেশনৰ প্ৰস্তাৱৰ মৰ্ম্মে কাম কৰিবলৈ অসমৰ্থ বুলি কংগ্ৰেছৰপৰা আঁতৰি গ'ল। দেশভক্ত ফুকনে প্ৰাদেশিক কংগ্ৰেছ সভাপতিৰ পদ আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ পদ ইস্তফা দিয়ে। ১৯৩০ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে বহা প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাত দুই এজনে কৈছিল যে ফুকন, বৰদলৈৰ অবিহনে অসমত কংগ্ৰেছ চলিব নোৱাৰে। কিন্তু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ আবেগময়ী বক্তৃতাত উপস্থিত সকলো স্তম্ভিত হ'ল। তেখেতে কলে, ফুকন-বৰদলৈৰ মৃত্যু হব পাৰে, কিন্তু কংগ্ৰেছ থাকিব আৰু কংগ্ৰেছক জীয়াই ৰাখিবই লাগিব। এই সভাতেই শ্ৰীযুত বিষ্ণুৰাম মেধি অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি আৰু ৺মহম্মদ তৈয়বউল্লা সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হয়।

কিছুদিনৰ পাছত শ্ৰীযুত মেধি ডাঙ্গৰীয়াৰ ঘৰত অসমৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ সভা এখন বহে। সেই সভালৈ ৺সিদ্ধিনাথ শৰ্ম্মাৰ আমন্ত্ৰণক্ৰমে মইও গলোঁ। ৺শৰ্ম্মা মোৰ স্কুলৰ শিক্ষাগুৰু আৰু তেখেতৰ আহ্বান উপেক্ষা কৰিব নোৱাৰোঁ। শ্ৰীযুত মেধি ডাঙ্গৰীয়াৰ বৈঠকখানা অসমৰ কংগ্ৰেছ কৰ্ম্মীৰে উপচি পৰিল। তাৰ আগতে অসমৰ আন ঠাইৰ কৰ্ম্মীসকলৰ লগত পৰিচয় হোৱাৰ সুযোগ মই পোৱা নাছিলোঁ। মাথোন আগৰেপৰা চিনি পোৱাৰ ভিতৰত শ্ৰীদেৱকান্ত বৰুৱা আৰু শ্ৰীঅশ্বিনীকান্ত বৰকাকতীক হে দেখিছিলোঁ। সভাৰ সিদ্ধান্ত হ'ল—অসমতো আন্দোলন কৰিব লাগে।

ইতিমধ্যে ডি-পি-আই মিঃ জে-আৰ কানিংহামে এখন চাকুৰ্লাৰ যোগে দি ছাত্ৰসকলক ৰাজনৈতিক দল বা কামৰপৰা বিৰত থাকিবলৈ সাৱধান কৰি তেনে কামত লিপ্ত নহব বুলি লিখিত প্ৰতিশ্ৰুতিৰ নিৰ্দ্দেশ দিয়ে।

ছাত্ৰসমাজৰ মাজত এই আত্মসন্মান হানিকৰ চাকুৰ্লাৰৰ বিৰুদ্ধে আন্দোলন গঢ়ি উঠে। অসমৰ বিভিন্ন অঞ্চলত ছাত্ৰসকলে আন্দোলন কৰিলেই। এই অৱস্থাত গুৱাহাটীৰ স্কুল-কলেজ গ্ৰীষ্ম-বন্ধৰ পাছত খোলে। ছাত্ৰসকল গুৱাহাটী পালেহি। গুৱাহাটীৰ হৰিসভাত জুলাই মাহৰ শেষৰ পিনে ছাত্ৰ সন্মিলনৰ অধিবেশন বহিল—শ্ৰীযুত অমিয়কুমাৰ দাস ডাঙ্গৰীয়াৰ সভাপতিত্বত। ছাত্ৰসকলৰ মাজত যথেষ্ট তৰ্ক-বিতৰ্ক চলিল। মনত আছে, সন্মিলনৰ সম্পাদক শ্ৰীৰজনীকান্ত গোস্বামী আৰু শ্ৰীনৰনাৰায়ণ গোস্বামীৰ কথা। চাকুৰ্লাৰৰ চৰ্ত্ত নামানিবলৈ আৰু উক্ত চাকুৰ্লাৰ প্ৰত্যাহাৰ কৰিবলৈ দাবী জনাই প্ৰস্তাৱ ল'লে। ছাত্ৰসকলেই আন্দোলনত আগৰণুৱা হৈ ওলাল ১৯২১ চনৰ দৰেই।

আন্দোলন আৰম্ভ কৰাৰ আগতে জিলা কংগ্ৰেছ কমিটীসমূহ পুনৰ সংগঠন কৰা আৱশ্যক হৈ পৰিল। যিবিলাক জিলা কমিটীৰ সভাপতি আৰু অন্যান্য কাৰ্য্যকাৰকে স্বাধীনতাৰ প্ৰস্তাৱৰ পৰিপ্ৰেক্ষিতত কংগ্ৰেছৰপৰা আঁতৰি গৈছিল, সেই ঠাই পূৰোৱা হ'ল। সেইমতে লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ ঠাই পূৰাবলৈ ২৭ জুলাই তাৰিখে কাৰ্জ্জন হলত ( বৰ্ত্তমানৰ নবীন বৰদলৈ হল ) গুৱাহাটীৰ কংগ্ৰেছ সভ্যসকলৰ সভা বহিল। ৺গোলোকচন্দ্ৰ পাঠকে ৰামপুৰ, ছয়গাঁও আদি ঠাইত কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰি এই সভাৰ যো-জা কৰিলে। এই সভাতেই ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা—সভাপতি, শ্ৰীঅমিয়কুমাৰ দাস—উপ-সভাপতি, ৺সিদ্ধিনাথ শৰ্ম্মা—সম্পাদক আৰু শ্ৰীলক্ষ্মীধৰ বৰা—সহকাৰী সম্পাদক



নিৰ্ব্বাচিত হয়। সেই সময়ত সকলো কাৰ্য্যকাৰকক নিৰ্ব্বাচনৰ যোগেদি নিৰ্ব্বাচিত কৰাৰ ব্যৱস্থা আছিল। ১৯৫৬ চন পৰ্য্যন্ত এই ব্যৱস্থা।

কলেজ খুলিলত কলেজৰ ছাত্ৰৰ ভিতৰত পোন প্ৰথমেই কানিংহাম চাকুৰ্লাৰৰ প্ৰতিবাদ কৰ্ল্লে কলেজ ত্যাগ কৰি অহা, মনত থকা মতে, প্ৰথম দলটোৰ ভিতৰত আছিল শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, ৺চন্দ্ৰকুমাৰ সাকসেনা ( নগাওঁ ), শ্ৰীৰবীন কাকতী, শ্ৰীতীৰ্থনাথ শৰ্ম্মা, শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী, শ্ৰীনগেন্দ্ৰনাথ গগৈ, শ্ৰীগিৰীশ হাজৰিকা, শ্ৰীগিৰিজা চৌধুৰী, শ্ৰীদেবেন্দ্ৰচন্দ্ৰ চৌধুৰী ( ৰামপুৰ ), শ্ৰীজিতেন্দ্ৰমল্ল বুজৰবৰুৱা আৰু ৺বেলিৰাম দাস প্ৰভৃতি।

লাহে লাহে অন্যান্য ছাত্ৰও ওলাই আহিবলৈ ধৰিলে। কলেজৰপৰা ওলাই অহাসকল থকাৰ কাৰণে ব্যৱস্থা লবলগীয়া হ'ল। উজানবজাৰত কৰ্ম্মবীৰ বৰদলৈৰ খেৰৰ ঘৰ কেইটামান আছিল, য'ত এতিয়া ডাক্তৰ নলিনী শৰ্ম্মাৰ চেম্বাৰ আছে। তাতে দুটা ঘৰ ভাড়া লোৱা হ'ল—শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীৰ নামত। এটা ঘৰত কালীপদ বসু নামৰ ব্যায়াম-শিক্ষক এজন আছিল আৰু ব্যায়াম সমিতিৰ সদস্যসকলক ব্যায়ামৰ লগতে আত্মৰক্ষামূলক হিচাপে লাঠি চালনা শিক্ষা আৰু ছুৰি-প্ৰয়োগ কৌশলৰ শিক্ষাও দিছিল। মাজে-সময়ে জুবিলী বাগিছাত তাৰ প্ৰদৰ্শনীও হৈছিল। এই কেম্পত নলবাৰী, ৰঙ্গীয়া, পলাশবাৰী আদি নানা ঠাইৰ স্কুলৰ ছাত্ৰও আহি থাকিবলৈ ধৰিলে। খোৱাৰ বন্দৱস্ত কিছু পৰিমাণে যোগাৰ কৰিছিল কৰ্ম্মবীৰ বৰদলৈয়ে। তেখেতে ৺গোপীনাথ আগৰৱালাৰপৰাও খাদ্য-সামগ্ৰী সংগ্ৰহ কৰা মোৰ মনত পৰে। তাৰ উপৰিও টিনৰ টেমাত শিৱিৰত থকা স্বেচ্ছাসেৱকৰ দ্বাৰা দান সংগ্ৰহ কৰোৱা হৈছিল। সংগ্ৰহকৰা দানৰ হিচাব সম্পাদক ৺শৰ্ম্মাদেৱে প্ৰতিদিন গধূলি লৈছিলহি আৰু কেম্পৰ খৰচ যোগাইছিল। ৺ভুৱনেশ্বৰ কহাৰ কাকাইও ঘৰে ঘৰে গৈ সিধা-পাতিও যোগাৰ কৰি আনিছিল। 'ৰেঙ্গুন মেইল'ৰ সম্পাদক শ্ৰীসুৰেশচন্দ্ৰ ভট্টাচাৰ্য্যও ত্যাগবীৰলৈ আন্দোলন চলোৱাৰ কাৰণে টকা পঠোৱা জানিছিলোঁ।

১০ জুলাই তাৰিখে কটন কলেজত পিকেটিং চলিল। কলেজৰপৰা ওলাই অহা ছাত্ৰকেজন আৰু মহিলাৰ ভিতৰত ৺সুমিত্ৰাবালা ভট্টচাৰ্য্য ( ৺সৰ্ব্বেশ্বৰ ভট্টাচাৰ্য্যৰ পৰিবাৰ ), ৺মুক্তাপ্ৰভা আগৰৱালা ( ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰিবাৰ ), দুৰ্গাপ্ৰভা বৰা ( ডাক্তৰ বিপিনবিহাৰী বৰাৰ পৰিবাৰ ), ৺ঘনকান্তী ফুকননী, ৺ৰত্নবালা বৰা ( লিখকৰ মাতৃ ), শ্ৰীকমলা হাজৰিকাৰ পৰিবাৰ আৰু ৺শিশিৰকুমাৰ বৰুৱাৰ মাতৃয়ে ১০ জুলাইৰপৰা ১৯ জুলাইলৈ পিকেটিং চলালে।

পুলিচৰ সমাগম হ'ল। ছাত্ৰসকলেও জুম বান্ধি চাবলৈ ধৰিলে। লাঠি চাৰ্জ্জ হয় বুলি ডাঃ ভুৱনেশ্বৰ বৰুৱাই ঔষধ-পাতিৰে সৈতে ডাক্তৰো হাজিৰ ৰাখিলে। কিন্তু কলেজৰ অধ্যক্ষ মিঃ এ-ই ব্ৰাউনে কলেজ ছুটী দিলে। প্ৰত্যেক দিনে এইদৰে কলেজৰ শ্ৰেণীসমূহ স্থগিত ৰখাত পিকেটিং বন্ধ হ'ল। কিন্তু ১।৮।৩০ তাৰিখৰ-পৰা কলেজিয়েট হাইস্কুলত পিকেটিং আৰম্ভ হ'ল। স্কুলৰ ছাত্ৰৰ ভিতৰত আছিল সৰ্ব্বশ্ৰী পদ্মচন্দ্ৰ গগৈ, অম্বিকাচৰণ বৰ্ম্মণ, মহেশচন্দ্ৰ দাস (শোৱালকুছি), ৺কালিচৰণ দাস, ৺অতুলচন্দ্ৰ শৰ্ম্মা, শ্ৰীকণকেশ্বৰ গোস্বামী, শ্ৰীবিনয় তালুকদাৰ, ৺বিমল ভট্টচাৰ্য্য, ৺ললিত দত্ত, ৺নগেন্দ্ৰনাথ, পদ্ম কাকতী, নৰেন্দ্ৰনাথ শৰ্ম্মা, পদ্মৰাম কাকতী, ৺হৰেশ্বৰ গোস্বামী, জগন্নাথ বৰদলৈ, সৰ্ব্বানন্দ মেধি প্ৰভৃতি। এই সময়তে নলবাৰী স্কুলতো পিকেটিং চলিবলৈ ধৰিলে। নলবাৰীৰপৰা আহি গুৱাহাটীৰ শিবিৰত থকা ছাত্ৰসকলৰ ভিতৰত আছিল শ্ৰীসতীশচন্দ্ৰ কাকতীও।

শিক্ষানুষ্ঠানসমূহতে মাত্ৰ পিকেটিং চলিলে মূল উদ্দেশ্য সাধন নহব দেখি বিদেশী কাপোৰৰ দোকান, মদ-ভাঙৰ দোকানতো পিকেটিং কৰাৰ বন্দৱস্ত হ'ল।

সেইমতে ৮ আগষ্ট তাৰিখৰপৰা এনেবোৰ দোকানত প্ৰতিদিনে কমপক্ষেও দুজন স্বেচ্ছাসেৱকক পিকেটিং কৰিবলৈ দিয়া হ'ল। বিশেষকৈ ফাঁচিবজাৰত পিকেটিং চলালেও উজানবজাৰত থকা আৱকাৰী দোকানতো পিকেটিং চলিল। পিকেটিং কৰিবলৈ যাক পঠোৱা হয়, তেওঁলোকৰ নাম আগদিনাই ঠিক কৰি থোৱা হৈছিল। প্ৰথম দুদিন শ্ৰীৰবীন কাকতী, সুনীল মজুমদাৰ আৰু শ্ৰীভৱানী-প্ৰসাদ বৰুৱাই ফাঁচিবজাৰত পিকেটিং কৰা অপৰাধত ৯ আগষ্ট তাৰিখে গ্ৰেপ্তাৰ আৰু ৩ মাহকৈ কাৰাদণ্ড হয়। প্ৰতিদিনে পিকেটিং চলাত ১২।৯।৩০ তাৰিখে শিবিৰ ঘেৰাও কৰি সকলোকে লৈ যায়। সেইদিনা গ্ৰেপ্তাৰ কৰা-সকলৰ ভিতৰত আছিল শ্ৰীতীৰ্থনাথ শৰ্ম্মা, নগেন গগৈ, লক্ষ্মীদেৱ বৰ্ম্মণ, ত্ৰৈলোক্য মিশ্ৰ, ৺পৰশুৰাম শৰ্ম্মা, অতুল শৰ্ম্মা, উপেন দাস, চন্দ্ৰধৰ বৰ্ম্মণ। কিন্তু সেই শিবিৰত যঁতৰ, নেওঠা, কপাহ আদিৰ বাহিৰে আন কোনো প্ৰমাণ উত্থাপন কৰিব নোৱাৰাত ১ মাহৰ মূৰত খালাচ দিয়ে। ঘেৰাও কৰি স্বেচ্ছাসেৱকক কেম্পৰপৰা গ্ৰেপ্তাৰ কৰি নিলেও পিকেটিং বন্ধ হোৱা নাছিল; কাৰণ, নলবাৰীৰ-পৰা স্বেচ্ছাসেৱক আনি আৰু আগতে জেল-খাটি ওলাই অহা সকলৰ ভিতৰৰে কেবাজনৰ দ্বাৰা পুনৰ পিকেটিং কৰোৱা হৈছিল। ২২-৮-৩০ তাৰিখে শ্ৰীযুত বিষ্ণুৰাম মেধি (অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি) শ্বিলঙৰপৰা



উভটি আহোঁতে জোৰাবাটত গ্ৰেপ্তাৰ কৰি ৬ মাহ কাৰাদণ্ড আৰু ৫০০ টকা জৰিমনা কৰি তেখেতৰ মটৰখন ক্ৰোক কৰে। শ্ৰীযুত মেধি ডাঙৰীয়াৰ বিচাৰৰ সময়ত প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যবিৱৰণী-বহী দাখিল দিবলৈ আদালতৰ-পৰা সাধাৰণ সম্পাদক ৺তৈয়বউল্লা চাহাবলৈ নটীছ অহাত কৰ্ম্মবীৰ বৰদলৈয়ে শ্ৰীৰাধিকাৰাম দাস আৰু মোক লগত লৈ তেখেতৰপৰা সেই কাৰ্য্যবিৱৰণী বহীখনি আনি কৰ্ম্মবীৰৰ ককাইদেৱক ৺প্ৰবোধ বৰদলৈৰ হাতত থৈ দিয়ে। বহী নাপালে; কিন্তু বিচাৰত দণ্ড হ'ল।

কেম্পৰপৰা গ্ৰেপ্তাৰ কৰি নি থাকিলে পিকেটিং কৰাত ব্যাঘাত ঘটিব বুলি ত্যাগবীৰে বুদ্ধি দিলে যে সত্যাগ্ৰহীসকলক খুৱাই-ধুৱাই মানুহৰ ঘৰত ৰাতি নি ৰাখিব লাগে। সেইমতে ৺কুমুদৰাম বৰাৰ ঘৰত, ৺উমেশ চৌধুৰীৰ লগত আৰু দুই চাৰিজনৰ ঘৰত ৰাতিটো ৰাখি দিনত হোটেলতে খুৱাই লৈ পিকেটিং কৰোৱা হৈছিল। ১০ আগষ্ট তাৰিখে শ্ৰীসতীশচন্দ্ৰ কাকতী আৰু ৺লক্ষেশ্বৰ শৰ্ম্মা, ২৪ আগষ্ট তাৰিখে শ্ৰীচক্ৰেশ্বৰ শৰ্ম্মা আৰু শ্ৰীঘনকান্ত দেৱ গোস্বামীৰ পিকেটিং চাবলগীয়া হৈছিল। এপিনে লাঠিধাৰী পুলিচ আৰু আনপিনে জন-সমাৱেশৰ মাজত বিদেশী বৰ্জ্জনৰ ধ্বনি! চক্ৰেশ্বৰ শৰ্ম্মা সৰু ল'ৰা কাৰণে মুক্তি পায়। ৺লক্ষেশ্বৰ শৰ্ম্মাৰ ৫ মাহ আৰু আন দুজনৰ ৩ মাহকৈ কাৰাদণ্ড হয়। শ্ৰীলক্ষ্মী কাকতী নিতান্ত সৰু ল'ৰা কাৰণে পিকেটিং কৰাৰ বাবে বেতৰ হুকুম হোৱাত কৰ্ম্মবীৰ বৰদলৈয়ে আপীল দাখিল কৰিলে। আপীল শুনানীৰ আগতেই গান্ধী-আৰউইন চুক্তি হোৱাত সেই বেতৰ হুকুম তল পৰিল। অৱশ্যে এইটো উল্লেখ কৰা উচিত হব যে স্বেচ্ছাসেৱকৰ বিচাৰ জেলতেই হৈছিল আৰু প্ৰতিদিনে বিচাৰৰ সময়ত ত্যাগবীৰৰ পৰামৰ্শ মতে ৺ৰোহিণীকুমাৰ চৌধুৰীৰ লগত ময়ো উপস্থিত আছিলোঁ, কিন্তু আচামীৰ পক্ষ সমৰ্থন কৰি ওকালতি কৰা নাছিলোঁ।

এই আন্দোলন অকল গুৱাহাটী চহৰতেই সীমাবদ্ধ থকা নাছিল। লোহাৰ-ঘাট, পলাশবাৰী, ছয়গাওঁ, নলবাৰী, বৰমা আদি প্ৰত্যেক ঠাইতেই পিকেটিং চলিছিল আৰু গ্ৰেপ্তাৰো হৈছিল। ৺বেলিৰাম দাসক পলাশবাৰীৰ মিটিঙত বক্তৃতা দিওঁতে ২-১০-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰে আৰু ৬ মাহ কাৰাদণ্ড হয়। মিঃ প্ৰিচাৰ্ডে বিচাৰৰ সময়ত তেওঁক সুধিছিল, চৰকাৰী চাকৰিৰ কাৰণে চেষ্টা কৰিছে নে? বা কৰিব নে? তেওঁ অৱশ্যে উত্তৰ দিলে যে তেওঁ চেষ্টা কৰা নাই আৰু নকৰে। ৰামপুৰত বক্তৃতা দিয়াৰ বাবে ৩০।১০।৩০ তাৰিখে শ্ৰীদেবেন্দ্ৰচন্দ্ৰ

চৌধুৰী গ্ৰেপ্তাৰ হোৱাত ৫ মাহ জেল হয়। ত্যাগবীৰ হেম বৰুৱা আৰু ৺সিদ্ধিনাথ শৰ্ম্মাকো এখন ৰাজহুৱা সভাত বক্তৃতা দিয়াৰ কাৰণে গ্ৰেপ্তাৰ কৰা হয়। কিন্তু প্ৰমাণৰ অভাৱত এৰি দি পুনৰ ১০৮ ধাৰা অনুযায়ী নটীছ দিয়াত সেই নটীছ অগ্ৰাহ্য কৰাতো ডি-চি মিঃ প্ৰিচাৰ্ডে আইনতঃ কোনো ব্যৱস্থা নললে। কিন্তু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীক ঘৰ-ভাড়া কৰি স্বেচ্ছাসেৱক ৰখাৰ কাৰণে ১৫৭ ধাৰামতে তেজপুৰত গ্ৰেপ্তাৰ কৰি গুৱাহাটীলৈ আনি ৬ মাহ কাৰাদণ্ডৰ হুকুম দিয়ে।

ত্যাগবীৰে প্ৰচাৰ-পত্ৰিকা প্ৰস্তুত কৰিছিল আৰু ষ্টেন্‌ছিলত লিখা আৰু লিথো আদি কৰিছিলোঁ আমাৰ ঘৰতেই। এই কাম অত্যন্ত গোপনীয়ভাৱে কৰা হৈছিল আৰু পুলিচ অহা গম পালেই মুহূৰ্ত্ততে লুকাই থব পৰা ব্যৱস্থাও কৰা হৈছিল। অসমৰ প্ৰত্যেক জিলালৈ এই পত্ৰিকা পঠোৱা হৈছিল—এনে মানুহৰ যোগে যাৰ ওপৰত কোনো সন্দেহ আৰু কংগ্ৰেছৰ লগতো পোনপটীয়া সম্বন্ধ নাছিল। যালৈ পঠিওৱা হৈছিল, তেওঁবো কংগ্ৰেছৰ লগত কোনো সম্বন্ধ নথকা। এইবিলাক ঠিক কৰিছিল ত্যাগবীৰেই। সকলো জিলালৈ পঠোৱাৰ পাছত গৱৰ্ণৰ, চেক্ৰেটাৰী, আই-জি-পি, আই-জি-চি এইচ্ কমিশ্যনাৰ আৰু ডি-চি-লৈ ডাকযোগে পঠোৱা হৈছিল। তাৰ পাছতে সন্দেহজনক সকলৰ ঘৰত খানা-তালাচ চলিছিল। এইদৰে কতবাৰ যে খানা-তালাচ! কিন্তু বস্তু ঘৰতে থাকিলেও বিচাৰি পোৱা নাছিল। এই প্ৰচাৰ-পত্ৰিকা নৱগ্ৰহ পাহাৰৰ ওচৰত, কেতিয়াবা শ্ৰীবিজয় ভাগৱতীৰ সৈতে নৱগ্ৰহলৈ যোৱা ৰাস্তাত ত্যাগবীৰ থকা ৺বল্লেশ্বৰ বৰুৱাৰ ঘৰতো লিথো কৰা হৈছিল।

আমাৰ গতিবিধিৰ পিনে পুলিচ আৰু পুলিচৰ চোৰাংচোৱাৰ চোকা নজৰ আছিল। প্ৰতিদিনে গধূলি ৺সিদ্ধিনাথ শৰ্ম্মা, শ্ৰীবিষ্ণুৰাম মেধি, ৺হৰিকৃষ্ণ দাসৰ ঘৰত আমি আটাইকেইজনে অৰ্থাৎ শ্ৰীৰাধিকা দাস, ৺বেলিৰাম দাস, শ্ৰীনৱনাৰায়ণ গোস্বামী আদি লগালগি হৈছিলোঁ। কিন্তু ৺শৰ্ম্মাৰ ঘৰত বহিলে ৰাস্তাৰপৰা দেখা বা শুনা সহজ আছিল কাৰণে এম-চি এম-ই স্কুলৰ এডাল ফুলগছৰ ছাঁত চোৰাংচোৱা সদায় বহি আছিল। আমাৰ নজৰো সিহঁতৰ ওপৰত থকাত বিশেষ সুবিধা কৰিব পৰা নাছিল।

জেললৈ যোৱা-সকলৰ তালিকা সৰু কাগজত লেখি বাহিৰ-চোতালত চাইকেলৰ ফ্ৰেমত নাইবা আন দুটামান বস্তুৰ তলত প্ৰতিনিশা লুকাই ৰাখোঁ। সুবিধামতে দুই-চাৰিদিনৰ পাছত ভাই শ্ৰীবীৰেন্দ্ৰচন্দ্ৰ বৰাৰ (চিটি স্ট ডিঅ'ৰ মালিক) বাৰীত লুকাই থৈছিলোঁ। এটা গাঁত দকৈ খান্দি কেৰাচিন তেলৰ



টিন সেই গাঁতত বহুৱাই চাৰিওপিনে বালিৰে পূৰাই ওপৰত পানী সোমাব নোৱাৰাকৈ ঢাকনি দি তাৰ ওপৰত জাবৰ-জোঁথৰ জাপি থৈছিলোঁ। সেই টিনতে জেলত থকা-সকলৰ লিষ্টি, হিচাপৰ বহী আদি ৰখা হৈছিল। ২।৪ দিনৰ মূৰে মূৰে নামৰ তালিকাসমূহ সেই লিষ্টিত লিখি থওঁগৈ। এইদৰেই মুক্তি-যুঁজাৰুসকলৰ নাম লিখি থোৱা হৈছিল।

কেম্পৰ খোৱা আছিল অতি সাধাৰণ। কোনোমতে ডাইল আৰু হয়তো এখন তৰকাৰী, নাইবা লাও বা কোমোৰা ডাইলত দি তাৰেই ভোজন। যিদিনা ৰহৰ বা বুটৰ ডাইল হয় সেইদিনাই বিশেষ ভোজ বুলি গণ্য হৈছিল আৰু নিমন্ত্ৰণো পাইছিলোঁ। শিবিৰত সাংস্কৃতিক অনুষ্ঠানো চলিছিল। শ্ৰীতীৰ্থনাথ শৰ্ম্মাই পাঠ কৰিছিল ৰাৱণৰ শিৱ-স্তোত্ৰ ঃ

"জটাতবী গলজ্জল প্ৰবাহ পাৱিত স্থলে
গলেহৱলম্ব্য লম্বিতং ভুজঙ্গ তুঙ্গ মালিকাং।" ইত্যাদি—

আসন পাতি বহি চকু মুদি আবৃত্তি কৰা চাব আৰু শুনিবলগীয়া আছিল। গধূলি আকৌ যেতিয়া পাশাৰ ডাণ্ডা মাৰি গুটি কাটিছিল, তেতিয়া কাৰো মনত ভাবেই নাহে যে পাছ দিনাখন পুৱাতে তেওঁলোকৰ ভিতৰৰপৰাই গৈ পিকেটিং কৰি জেললৈ যাব লাগিব। কিন্তু অত্যন্ত আমোদজনক আছিল যে শ্ৰীহৰেশ্বৰ শৰ্ম্মা পণ্ডিতে মিচিক-মাচাককৈ হাঁহি মাৰি থাকে কাৰণে এজনে আহি কলে যে এওঁক কেম্পত ৰখা বিপজ্জনক। পাছদিনা দিয়া হ'ল পিকেটিঙত। পিকেটিং কৰি জেললৈও গ'ল। এই হৰেশ্বৰ শৰ্ম্মাই ১৯৩০ চনৰপৰাই ১৯৪২ চনলৈ প্ৰত্যেকটো আন্দোলনতে একনিষ্ঠভাৱে কাম কৰি আহিছে। কেইবাজনেও ১৯২১ চনৰ পাছত কংগ্ৰেছ এৰিলে। বহুতেও কিন্তু ১৯৩০ চন আৰু ১৯৩২ চনত জেল খাটিও দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত কংগ্ৰেছৰ নিৰ্দ্দেশৰ বিৰুদ্ধে মিলিটাৰী ঠিকা আদিও কৰিলেগৈ।

১৯৩০ চনৰ আন্দোলন এইদৰে পূজাৰ পিছলৈ গৈ কিছু শাম কাটে। এই সময়তে যোৰহাটৰ ৺চন্দ্ৰধৰ বৰুৱা ইংলণ্ডত বহা মেজমেললৈ যায়। তেখেত যোৱাৰ দিনা পাণ্ডুঘাটত তেখেতক কলা পতাকা দেখুৱাৰ স্থিৰ হয়। সেই উপলক্ষে শ্ৰীদেৱপাল দাস, শ্ৰীমানিকচন্দ্ৰ দাস (অসম অস্পিটকেল), ৺প্ৰভাতচন্দ্ৰ বৈশ্য, ৺পৰশুৰাম শৰ্ম্মা প্ৰমুখ্যে কৰ্ম্মীবৃন্দক এখন মটৰ বাচেৰে পঠাই দিয়া হ'ল। তেওঁলোকে কলা-পতাকা দেখুৱাই 'উভটি যাওক' ধ্বনিৰে বিদায়

দিয়াত পুলিচ বিষয়াসকল আচৰিত হয়, কাৰণ কোনোমতেই তেওঁলোকে এই কাৰ্য্যৰ পূৰ্ব্বাভাষ পোৱা নাছিল। কামটো এনেয়ে একো ডাঙৰ নাছিল; কিন্তু চৰকাৰে প্ৰতিনিধি হিচাবে বাচনি কৰা লোকক ৰাইজে প্ৰত্যাখ্যান কৰাত তেওঁলোক অপমানিত হয়।

ডিচেম্বৰ মাহত এদল কৰ্ম্মীক লৈ দ'লবাৰী, দদৰা, পছৰিয়া, শ্ৰীহাটী, বামুন্দি, শুৱালকুছি আদি গাওঁবিলাকত প্ৰচাৰ কাৰ্য্যত ওলালোঁ। সম্বল আছিল ডাঃ হৰিকৃষ্ণ দাস ডাঙৰীয়াই দিয়া লেণ্টাৰ্ণ শ্লাইদচ্—যি সেইসময়ত মেজিক লেণ্টাৰ্ণ বুলি গাঁৱে-ভূঞে জনাজাত আছিল। বিষয় আছিল সামাজিক আৰু স্বাস্থ্য বিষয়ৰ ছবি। কলেৰা, মেলেৰিয়া, বসন্ত, টাইফইদ, ডিছেণ্টৰী আদি বেমাৰ বিয়পাৰ কাৰণ আৰু প্ৰতিষেধক ব্যৱস্থা। এইবিলাক বিষয় কওঁতে চৰকাৰী ব্যৱস্থাৰ অভাৱ তীব্ৰভাৱে সমালোচনা কৰা হৈছিল; লগতে জ্ঞানেঞ্জন নিওগীৰ 'দেশের ডাক' কিতাপখনৰ সহায় লৈ পৰাধীনতাৰ ফলস্বৰূপে দেশৰ দুৰ্দ্দশাৰ কথা উনুকিয়াই দিয়া হৈছিল। প্ৰচাৰ-কাৰ্য্যৰ লগতে নতুন স্বেচ্ছাসেৱক আমাৰ দলত ভৰ্ত্তি হৈ সংখ্যা বৃদ্ধি হ'ল। এইদৰে ঘূৰোঁতে কেতিয়াবা ৰাতি গোহালি ঘৰতো থাকিবলগীয়া হৈছিল যদিও আমোদ হে পাইছিলোঁ।

১৯৩০ চন অন্ত কৰি ১৯৩১ চনত সোমালোঁ। বহুতো কৰ্ম্মী জেলত আৱদ্ধ। আপোচ-মীমাংসাৰ কাৰণে মহাত্মা গান্ধী আৰু ভাইচ্ৰয় লৰ্ড আৰউইনৰ মাজত আলোচনা চলি শেষত ৭ মাৰ্চ্চত এটা আপোচত উপনীত হ'ল। সেইমতে বন্দীসকলেও মুক্তি পালে। গুৱাহাটী জেলৰপৰা ৮ মাৰ্চ্চ তাৰিখে শ্ৰীঅমিয়-কুমাৰ দাস, শ্ৰীঅক্ষয়কুমাৰ দাস, শ্ৰীহট্টৰ শ্ৰীহৰেন্দ্ৰচন্দ্ৰ চৌধুৰী আদি বন্দী-সকল জেলৰপৰা ওলাই আহিল। আন্দোলন স্থগিত থাকিল আৰু মহাত্মাও ১৯৩১ চনৰ চেপ্তেম্বৰ মাহত মেজ-মেলত যোগ দিয়াৰ কাৰণে বিলাতলৈ ৰাওনা হ'ল।

আন্দোলন স্থগিত থকা সময়ত কোনো এটা উপলক্ষে চহৰত শোভা-যাত্ৰা প্ৰায়েই কৰা হৈছিল। এই শোভাযাত্ৰাত ডাঃ হৰিকৃষ্ণ দাস, ৺সিদ্ধিনাথ শৰ্ম্মা, ত্যাগবীৰ, ডাঃ ভুৱনেশ্বৰ বৰুৱা, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীঅমিয়কুমাৰ দাসেও যোগ দিছিল। শোভাযাত্ৰাত গাবলৈ ডাঃ দাসে নিজে পিয়ানো বজাই আমাক শিকাইছিল—

"লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।"—ইত্যাদি



ৰূপকোঁৱৰৰ এই গানৰ উপৰিও গাইছিলোঁ ৺পদ্মধৰ চলিহাৰ—

"জয় জয় ভাৰত জননী, জয় জয় ভাৰত জননী।
ব্ৰহ্মপুত্ৰ গোদাবৰী গঙ্গা, পঞ্চ সিন্ধু পুণ্য তৰঙ্গা,
মহা মহা গিৰি নদী অভ্ৰ বিমান ভেদি
প্ৰচাৰিছে গৌৰৱ কাহিনী।"...ইত্যাদি

কংগ্ৰেছৰ পতাকা শ্ৰীহৰেশ্বৰ শৰ্ম্মা, ৺ৰাজেন কলিতাৰ নিচিনা কৰ্ম্মীবিলাকৰ কান্ধত দি—

"সৌ যে উৰিছে স্বৰাজ নিশান,
উন্নত শিৰে হোৱা আগুৱান।"

আদি গানবিলাক গাই গাই পদব্ৰজে ৰাস্তাই ৰাস্তাই ভ্ৰমণ কৰোঁতে সমদল যাত্ৰীৰ সংখ্যা বৃদ্ধি পাইছিল। তিৰোতাসকলৰ প্ৰতি লক্ষ্য কৰি গোৱা হৈছিল—

"অ' আই গাভৰু সৌন্দৰ্য্যৰ বাখৰু
এৰ বিলাসিতা তোৰ
হাতে সূতা কাটি স্বৰাজ মোক আনি দে।"...ইত্যাদি

এইবিলাক গান কৰ্ম্মীসকলৰ মাজত মুখে মুখে প্ৰচাৰিত হৈছিল—বিশেষকৈ জেলৰপৰা ওলাই অহা বন্দীসকলৰপৰা।

গোৱালপাৰাৰ তেজস্বী ব্যক্তি শ্ৰীখগেন্দ্ৰনাথ নাথৰপৰা আমাৰ মাজত প্ৰচলিত হোৱা বিপ্লৱী কবি নজৰুল ইছলামৰ গান—

"দুৰ্গম গিৰি কান্তার মরু দুস্তর পারাবার হে
লঙ্ঘিতে হবে রাত্রি নিশীথে যাত্রীরা হুশিয়ার।
কে আছ জোৱান হও আগুৱান হাঁকিছে ভবিষ্যত।"...ইত্যাদি

আকৌ: "গৃহে গৃহে আজি দীপমালা জ্বাল
নিশান উরাও, হাক দিয়ে বল,
মুক্তি চাই মুক্তি চাই, মুক্তি ভিন্ন লক্ষ্য নাই
জয় গাহ আজি দেশমাতার
জয় গাহ আজি স্বাধীনতার।"

গান-মতলীয়া হৈ ডেকা-তেজত গগণ নিনাদি গাইছিলোঁ। ৺অম্বিকাগিৰি ৰায়চৌধুৰীয়ে শ্ৰীৰাধিকা দাস আৰু মোক তেখেতৰ ৰচনাৰ "ব'লা ভাই আগুৱাই..." আৰু "আজি বন্দো কি ছন্দেৰে..." ইত্যাদি গানবিলাক শিকাইছিল আৰু এই গানো আমি শোভাযাত্ৰাত গাইছিলোঁ।

কংগ্ৰেছ কৰ্ম্মীসকলে পিকেটিং কৰি জেলত যোৱাৰ উপৰিও গীত-বাদ্য আদি সাংস্কৃতিক অনুষ্ঠানতো যোগ দিছিল; গীত-মাত, সমাজসেৱা, প্ৰপীড়িতক সাহায্য দান আদি কামৰ মাধ্যমেৰে জনগণৰ প্ৰীতি আৰু বিশ্বাস অৰ্জ্জন কৰি নিজৰ দল বৃদ্ধি কৰিব পাৰিছিল। সেইসময়ত কৰ্ম্মীসকলৰ মাজত বিৰাজ কৰিছিল নিভাঁজ ভালপোৱা, স্নিগ্ধ সৌহাৰ্দ্দ্য আৰু অকপট বিশ্বাস। এই সময়ৰ ভিতৰত নানা গঠনমূলক আৰু সমাজসেৱা কামৰ প্ৰতি কৰ্ম্মীসকলক অনুপ্ৰাণিত কৰাৰ ব্যৱস্থা কৰা হৈছিল।

মদ-ভাঙৰ প্ৰচলন যথেষ্টভাৱে চলি থকা কাৰণে গুৱাহাটী নগৰৰপৰা এই দোকানসমূহ আঁতৰাবলৈ Assam Temperance Act অনুযায়ী ব্যৱস্থা লোৱাৰ সঙ্কল্প কৰা হ'ল। কৰ্ম্মবীৰ বৰদলৈএ এখন আবেদন প্ৰস্তুত কৰিলে আৰু উকীল-সন্থাৰ বহুকেজন উকীলৰ দস্তখত ললোঁ। দোকানৰ লাইচেন্স দিয়াৰ ৩ মাহৰ আগতে এই আবেদন কৰিব লাগে আৰু কৰ্ত্তৃপক্ষই আঁতৰাবলৈ সন্মত নহলে ভোটৰ দ্বাৰা সিদ্ধান্ত লোৱাৰ বিধান আছিল। সেইমতে ৩১ ডিচেম্বৰ তাৰিখৰ ভিতৰত ডেপুটি কমিছনাৰৰ হাতত আবেদন দিয়াৰ যো-জা কৰা হ'ল। ডেপুটি কমিছনাৰ মিঃ প্ৰিচাৰ্ড সেই তাৰিখৰ ভিতৰত মুকালমুৱাত থকা কাৰণে কৰ্ম্মবীৰ বৰদলৈএ মোক লগত লৈ মুকালমুৱালৈ গৈ ডেপুটি কমিছনাৰৰ হাতত আবেদনখন দিয়াত তেওঁ কলে যে কানিয়ে হেনো কাম কৰা শক্তি বঢ়ায়। ডেকা-তেজ—এই কথা সহ্য কৰিব নোৱাৰি টপৰাই উত্তৰ দিলোঁ—"If that is so, why it is not introduced in your own country which will fire you more strength?" মিঃ প্ৰিচাৰ্ড নিৰুত্তৰ। তেওঁৰ নিশ্চয় খং উঠিছিল; কাৰণ, তেওঁৰ মুখখন ৰঙা পৰিছিল। মাথোন কলে যে এই বিষয়ে তেওঁ বিবেচনা কৰি চাব। কৰ্ম্মবীৰৰ লগত থকা কাৰণেই বোধকৰোঁ মই এইদৰে কবলৈ সাহস কৰিছিলোঁ। যা হওক, কাম হ'ল। জানুৱাৰী মাহত হুকুম হ'ল যে ফাঁচিবজাৰ আৰু উজানবজাৰৰ দোকান উঠি গৈ জনসমাগম-বিৰল গুৱাহাটীৰ দক্ষিণে বৰ্ত্তমানৰ চেৰাপভাটিত এই দোকান বহিব। আবেলি ৰাজহুৱা সভাত কৰ্ম্মবীৰক সম্বৰ্দ্ধনা জনোৱা হ'ল। তেখেত সেইসময়ত গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন আছিল।

মহাত্মাই ১৯৩১ চনৰ ৭ চেপ্তেম্বৰৰপৰা ১ ডিচেম্বৰলৈকে লণ্ডনত বহা মেজমেলত কংগ্ৰেছ তথা ভাৰতবৰ্ষৰ দাবী উত্থাপন কৰি উভতি আহি ডিচেম্বৰৰ ২৮ তাৰিখে বোম্বাই পালেহি। আপোচ-চুক্তি ভঙ্গ কৰি চৰকাৰে দমন



কাৰ্য্য চলাই থকা বুলি বহুতো প্ৰতিবেদন পোৱাত মহাত্মাই ভাইচৰয়ৰ লগত সাক্ষাৎ বিচৰাত সাক্ষাৎ কৰাৰ অনুমতি নিদিলে। এই অৱস্থাত কংগ্ৰেছ কাৰ্য্য-নিৰ্ব্বাহক কমিটীয়ে ১৯৩২ চনৰ জানুৱাৰীৰ ১ তাৰিখে অসহযোগ আন্দোলনৰ পুনৰাবৃত্তি কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰাত ৪ জানুৱাৰী তাৰিখে মহাত্মাক গ্ৰেপ্তাৰ কৰে।

গোটেই দেশতে পুনৰ অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ লগতে অসমতো ৮।২।৩২ ইং তাৰিখে (গুৱাহাটীত) আৰম্ভ হয়। ১৯৩০ চনত যি সকল জেললৈ গৈছিল সেই সকলৰ বহুতে পুনৰ যোগ দিলে আৰু নতুন কৰ্ম্মীও বহুতো ওলাল। ১৯৩০ চনৰ দৰেই আগৰ ঠাইতেই শিৱিৰ পাতি প্ৰতিদিনে পিকেটিং কৰোৱা হৈছিল। কম বয়সৰ কাৰণে যি কেজন কৰ্ম্মীক বেত দিয়া হৈছিল, তেওঁলোক আছিল শ্ৰীধনেশ্বৰ গোস্বামী (অগ্ৰিশালা) আৰু শ্ৰীহলধৰ চক্ৰৱৰ্ত্তী (জানিযোগ)। ডেপুটি কমিছনাৰ মিঃ প্ৰিচাড আগত উপস্থিত থাকি তেওঁলোকক বেত দিয়াইছিল পুলিচৰ দ্বাৰা। তেওঁলোকৰ গাৰ ক্ষতৰ চিকিৎসা কৰিছিল ডাঃ হৰিকৃষ্ণ দাস আৰু ডঃ ভুৱনেশ্বৰ বৰুৱাই। এই দুজন নেতাৰ অৱদান কৃতজ্ঞতাৰে স্বীকাৰ নকৰি নোৱাৰি। এই চনতে শ্ৰীদেবেন্দ্ৰ-নাথ শৰ্ম্মাই আন ৭ জনৰে সৈতে নলবাৰীৰপৰা এখন সভালৈ যাওঁতে ২৩।২।৩২ ইং তাৰিখে গ্ৰেপ্তাৰ হয়। তেওঁৰ কাৰাদণ্ড আৰু জৰিমনা হয়, বাকী কিজনক এৰি দিয়ে।

জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ দিন ১৩ এপ্ৰিল তাৰিখটো আমি পালন কৰি আহিছোঁ—পতাকা অভিবাদন আৰু সভা-সমিতিৰ দ্বাৰা। এই চনটো পতাকা অভিবাদনৰ দ্বাৰা কংগ্ৰেছ কাৰ্য্যালয়ত পালন কৰিবলৈ যো-জা কৰা হ'ল। শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়া, কৰ্ম্মবীৰ বৰদলৈ, ত্যাগবীৰ হেমবৰুৱা, ৺সিদ্ধিনাথ শৰ্ম্মা, ডাঃ ভুৱনেশ্বৰ বৰুৱাকে আদি কৰি আমি ৩৫ জনে পতাকাৰ তলত থিয় দিওঁতেই সেই সমাবেশ বে-আইনী বুলি ঘোষণা কৰাত কৰ্ম্মবীৰে পতাকা মুকলি কৰিব ধৰোঁতেই গ্ৰেপ্তাৰ কৰে আৰু তাত গোট খোৱা এটাই কেইজনকেই ধৰি লৈ যায়। মিঃ প্ৰিচাৰ্ডে আমাক ৫০৲ টকাৰ পি-আৰ বণ্ডত চহী কৰি ওলাই আহিবলৈ কোৱাত আমি অস্বীকাৰ কৰোঁ আৰু আমাৰ ২০ জনক জেললৈ লৈ যায়। জেলতে বিহুৰ চিৰা-পিঠা খালোঁ। গধূলি মিঃ প্ৰিচাৰ্ড জেললৈ গৈ বিনা-চৰ্ত্তে আমাক এৰি দিলে। জেললৈ নপঠোৱা বাকী ১৫ জনে আবেলি নিৰ্দ্ধাৰিত কাৰ্য্যক্ৰমমতে শোভাযাত্ৰা কৰাত গ্ৰেপ্তাৰ কৰে আৰু তেওঁলোকৰ ভিতৰৰ

মাধৱ দাস ( নহিবা ), মাধৱ দাস ( হেকেৰা ), কলাৰাম দাস, সোণাৰাম দাস ( যুগীপাৰা ) আৰু ধৰ্ম্মেশ্বৰ দাসক ( বাঘৰদিয়া ) বেত দি এৰি দিয়ে।

২৪ এপ্ৰিল তাৰিখটো ভাৰতীয় জাতীয় কংগ্ৰেছৰ সৰ্ব্বভাৰতীয় দিন হিচাপে পালন কৰাৰ নিৰ্দ্দেশ আহিল। সেই দিনটোত ১৯৩০ চনত কংগ্ৰেছ শিবিৰ থকা ঠাইতে পতাকা অভিবাদন কৰাৰ ব্যৱস্থা কৰা হ'ল। কৰ্ম্মবীৰ বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা, শ্ৰীৰজনীকান্ত গোস্বামী, শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু আন কেইজনমানৰ লগত পতাকা অভিবাদন কৰিলোঁ। পতাকা উন্মোচন কৰিছিল কৰ্ম্মবীৰে। পিছদিনা পুৱা আমাৰ পাঁচজনক গ্ৰেপ্তাৰ কৰিলে আৰু পাঁচজনৰেই তিনি মাহকৈ ফাটেক আৰু এশ টকাকৈ জৰিমনা হ'ল। জৰিমনাৰ টকা ক্ৰোক কৰি আদায় কৰিলে। আমাৰ পাঁচজনকেই বেলেগ বেলেগ জেললৈ স্থানান্তৰ কৰা হ'ল, মোক পঠালে তেজপুৰলৈ। তেজপুৰ জেলত এজন সহকৰ্ম্মী বন্দীৰ কাৰণে জেইলাৰৰ লগত মোৰ আৰু শ্ৰীহট্টৰ শ্ৰীউপেন্দ্ৰচন্দ্ৰ দেৱৰ সৈতে এটা সংঘৰ্ষ হয়। সেই জেলতে শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা, শ্ৰীব্ৰজেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু ৺বসন্তকুমাৰ দাসো আছিল। সেই জেলতেই লগ পাইছিলোঁ শ্ৰীমহিম সিংহ, শ্ৰীদুৰ্গেশ্বৰ বৰুৱা, ৺গঙ্গাধৰ বৰকটকী আৰু ৺যোগেন্দ্ৰ নাথ আদিক, আনসকলৰ নাম পাহৰিছোঁ।

উল্লেখযোগ্য যে গুৱাহাটীৰ কংগ্ৰেছ কাৰ্য্যালয়ত পুলিচে তলা লগাই থৈছিল। নিৰ্দ্দেশমতে সেই অফিছৰ দুৱাৰ খুলিবলৈ শ্ৰীহলধৰ চক্ৰৱৰ্ত্তীয়ে চেষ্টা কৰাত তেওঁক আকৌ দ্বিতীয়বাৰ বেত দিয়ে আৰু সেই বেতৰ ক্ষত চিকিৎসা কৰে ডাঃ হৰিকৃষ্ণ দাসে। গুৱাহাটীৰ কছাৰীঘৰত 'য়ুনিয়ন জেক' পতাকা খুটাৰপৰা নমাই কংগ্ৰেছ পতাকা উত্তোলন কৰাৰ বাবে শ্ৰীপ্ৰভাতচন্দ্ৰ গোস্বামীক ( শ্ৰীৰজনীকান্ত গোস্বামীৰ ভাগিনীয়েক ) গ্ৰেপ্তাৰ কৰি বিচাৰত বেত দিয়ে। এওঁৰ এখন ভৰি পঙ্গু স্বত্তেও কোন মুহূৰ্ত্তত খুটাত উঠি গৈ বৃটিছ শক্তিৰ নিদৰ্শন 'য়ুনিয়ন জেক' নমাই কংগ্ৰেছ পতাকা উঠাই দিলে কেনোৱে তৰ্কিবই নোৱাৰিলে। ল'ৰাজন নামি অহাত হে অন্যান্যৰ লগতে পুলিচৰো নজৰ পৰে যে কংগ্ৰেছ পতাকা উৰি আছে। এইদৰে পাছত শ্ৰীহলধৰ চক্ৰৱৰ্ত্তীকো একেই কামত নিযুক্ত কৰাত তেওঁকো বেত দিয়া হয়।

এই দুবছৰে কৰ্ম্মীসকলে পিকেটিং কৰা বা প্ৰচাৰ-পত্ৰিকা বিতৰণ কৰা নাইবা সভাত বক্তৃতা দিয়া আদি নানা অপৰাধৰ বাবে জৰিমনা ভৰিছিল, জেল খাটিছিল বা বেতৰ কোব খাইছিল কিম্বা গ্ৰেপ্তাৰ হৈ বহুদূৰৰ নিৰ্জ্জন



ঠাইত এৰা পৰিছিল। বহুতো সময়ত থানাত বাহিৰৰপৰা খোৱা বস্তুও যোগাব নিদিছিল।

এইখিনিতে উল্লেখ কৰা উচিত হব যে কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত যি সকল ছাত্ৰই স্কুল ত্যাগ কৰিলে তেওঁলোকৰ কাৰণে প্ৰায় প্ৰত্যেক নগৰতে নেতা আৰু ৰাইজৰ চেষ্টাত নতুন স্কুল গঢ়ি উঠিল। গুৱাহাটীতো ৺গোপীনাথ বৰদলৈ, ৺গৌৰীকান্ত তালুকদাৰ, ৺ৰায়বাহাদুৰ কালিচৰণ সেন প্ৰভৃতিৰ চেষ্টাতেই 'কামৰূপ একাডেমী' স্থাপিত হ'ল। বৰ্ত্তমান 'ৰূপশ্ৰী' চিনেমাৰ ঘৰটোতেই এই স্কুল স্থাপিত হৈ পিছত চেনিকুঠিলৈ স্থানান্তৰিত হয়। অসহযোগ আন্দোলনৰ-পৰাই এই স্কুলৰ জন্ম।

এইদৰে আহি ১৯৩৩ চনত সোমালোঁ। কংগ্ৰেছৰ বিশেষ অধিবেশন বহিল কলিকতাত। ত্যাগবীৰে ক'লে যে আমি যাব লাগে—কিছু কৰ্ম্মীক লগত লৈ। এই অধিবেশন ৺যতীন্দ্ৰমোহন সেনগুপ্তৰ সহধৰ্ম্মিণী শ্ৰীমতী নেলী সেনগুপ্তাৰ সভাপতিত্বত কলিকতাত বহিছিল। লগত কৰ্ম্মীক লৈ যোৱাৰ কাৰণে টকাও সংগ্ৰহ কৰিলোঁ। যোৱাও ঠিক হ'ল। বাটতে পুলিচৰ হাতত ধৰা পৰিলে প্ৰতিনিধিত্ব কৰিবলৈ কলিকতাত কলেজৰ সেই সময়ৰ ছাত্ৰ ৺বেলিৰাম দাস আৰু শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্যকে দায়িত্ব দি জনাই দিলোঁ। তেতিয়া তেজপুৰৰ শ্ৰীবেদানন্দ শৰ্ম্মাক অন্তৰীণ কৰা কাৰণে আমাক অতি শীঘ্ৰে ওলাই যাবলৈ ত্যাগবীৰে পৰামৰ্শ দিয়াত আমিনগাওঁ ষ্টেছনৰ অলপ আঁতৰত গৌৰীপুৰ গাৱঁত থকা আমাৰ ঘৰলৈ শ্ৰীৰাধিকাৰাম দাসক লগত লৈ গলোঁ। তাতে মাতৃদেৱীও আছিল। তাৰপৰা আমিনগাওঁ ষ্টেছনত শ্ৰীলীলা বৰুৱা, হৰেশ্বৰ পণ্ডিত, নবীন শৰ্ম্মা ( দতৰাৰ ), পদ্মচন্দ্ৰ গগৈ, ৺গোলোকচন্দ্ৰ পাঠক, প্ৰবীণ ডেকা প্ৰমুখ্যে কৰ্ম্মীৰ লগত একেলগে ৰেলত উঠি পাৰ্ব্বতীপুৰ পালোঁগৈ। ৰেলগাড়ী পৰিবৰ্ত্তন কৰিবলৈ ধৰোঁতেই সন্দেহতে এটাইবিলাকক পুলিচে আটক কৰিলে। এই ঘটনাটো বৰ আমোদজনক হৈছিল যদিও ঠাইৰ অভাৱত বহলাই লিখাৰপৰা বিৰত থাকিলোঁ। আমাক পাৰ্ব্বতীপুৰৰপৰা দিনাজপুৰ জেললৈ হাতকেৰেয়া মাৰি ৰছীৰে বান্ধি লৈ যায়। আগদিনাই যোৱা ৺হৰিনাৰায়ণ বৰুৱাও পাৰ্ব্বতীপুৰ ষ্টেছনৰ থানা হাজোতত আছিল আৰু তেওঁকো আমাৰ লগতে লগ লগালে। আমাৰ লগতে আছিল গোলাঘাটৰ ৺ভোলা বৰুৱা আৰু দুগৰাকী মহিলা। ৭ দিনৰ পাছত এৰি দিয়াত বহাগ বিহুৰ দিনা কলিকতাত উপস্থিত হওঁগৈ। দীনাজপুৰ জেলত থকা কেদিনত জেইলাৰৰ ওচৰত কিবা বস্তু বিচাৰি যাওঁতে

আমি কামৰূপ কামাখ্যাৰ ওচৰৰে বুলি কোৱাত তন্ত্ৰমন্ত্ৰ সম্বন্ধে জানিবৰ তেওঁ ইচ্ছুক হ'লত নানা প্ৰচলিত যাদুমন্ত্ৰৰ কথা কলোঁ, মোহিনী বাণ মৰাৰ কথা, পেটত মোনা বা শিল সুমুৱাই মৰাৰ কথা, দৰা-কইনাৰ পেট চলোৱাৰ কথা, ইত্যাদি, ইত্যাদি। এইটোও কলোঁ যে আজিকালি এইবোৰ লুপ্ত হ'ব ধৰিছে। এইবিলাক বিদ্যা বিশেষকৈ মায়াঙ্গত থকাৰ কথা কৈছিলোঁ। কাম হ'ল। যি বিচাৰোঁ জেইলাৰে দিয়াত আপত্তি নকৰিছিল। খুব ভাল মিহি চিৰা দিছিল আৰু আমাৰ যথেষ্ট খবৰ লৈছিল। মাইকী ফাটেকত থকা আটক বন্দীয়ে আমাক দেখি আনন্দত উৎফুল্ল। আমালৈ ব্ৰহ্মদেশীয় চিগাৰ উপহাৰ পঠালে। আমাক জেললৈ নিয়াৰ পাছদিনা শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙ্গৰীয়া, শ্ৰীযুত অমিয়-কুমাৰ দাস আৰু শ্ৰীযুত হিতৰাম বৰাকো সেই একেদৰেই পাৰ্ব্বতীপুৰ ষ্টেছনৰ-পৰা পুলিচে দিনাজপুৰ জেললৈ নিলে। আমিও অৱশ্যে তেখেতসকললৈ অপেক্ষা কৰি আছিলোঁ।

১৯৩৩ চনত মহাত্মাই গোপনে আন্দোলন চলাবলৈ নিষেধ কৰাত ত্যাগবীৰে নিজেই সত্যাগ্ৰহী হিচাপে কানি ববিহৰ অপকাৰিতা সম্বন্ধে লিখি কানিৰ প্ৰচলনৰ বিৰুদ্ধে আন্দোলন কৰিব বুলি জাননী দিয়াত তেখেতক ৫ চেপ্টেম্বৰ তাৰিখে গ্ৰেপ্তাৰ কৰে আৰু এবছৰ ছয়মাহ কাৰাদণ্ড দিহে। ১৯৩৪ চনৰ জুলাই মাহত তেঁখেতে মুক্তি পায়।

১৯৩৪ চনটো স্মৰণীয় বছৰ। ১৯২১ আৰু ১৯২৬ চনৰ পাচত ১৯৩৪ চনৰ ১৩ এপ্ৰিল তাৰিখে মহাত্মা গুৱাহাটী আহি পায়। এইবাৰৰ অসম ভ্ৰমণৰ উদ্দেশ্য আছিল হৰিজন আন্দোলন। ডাঃ হৰিকৃষ্ণ দাস ডাঙ্গৰীয়াৰ সভাপতিত্বত এখন অভ্যৰ্থনা সমিতিও গঠন কৰা হয়। ডাক্তৰ দাস ডাঙ্গৰীয়াৰ ঘৰতে থকা-মেলাৰ সকলো বন্দৱস্ত কৰা হৈছিল। মহাত্মাৰ কাৰণে এটা কোঠালিও নতুনকৈ সাজিলে আৰু এই কোঠালিতে মহাত্মাই বহা আৰু লেখা-পঢ়া কৰিছিল। মহাত্মাই বাহিৰৰ শামিয়ানাৰ তলতেই শুলে। আমি (ৰাধিকাৰাম দাস, ৺বেলিৰাম দাস আৰু মই) উক্ত কোঠালিতে সতৰক্ষিত শুইছিলোঁ। নিশা দুইমান বজাত মহাত্মা ভিতৰলৈ অহাত শ্ৰীৰাধিকা উঠি পিচে পিচে গ'ল। মহাত্মাৰ বিচনা ৰাধিকাক তুলিবলৈ নিদি মহাত্মাই নিজে তুলিলে। আমি উঠি বহাত আমাৰ উঠিবৰ সময় হোৱা নাই বুলি কৈ আমাক শুবলৈ ক'লে। কিন্তু মহাত্মাৰ আগত শোওঁ কেনেকৈ? গেটৰ পুলতে কাতি হৈ ৰাতিটো কটালোঁ। তেখেতৰ অভ্যৰ্থনা অৰ্থাৎ খোৱা-



মেলাৰ কাৰণে ৰাজহুৱা ধনৰপৰা খৰচ কৰিবলৈ মানা কৰিছিল আৰু সেইমতে তেখেত উভতি যোৱাৰ দিনা সকলো হিচাব কৰি উদ্বৃত্ত ধন হৰিজন পুঁজিৰ কাৰণে তেখেতক দিয়া হয়। মহাত্মাই ছাগলী-গাখীৰ ব্যৱহাৰ কৰে কাৰণে পাণ্ডু সদিলাপুৰৰ দুজন কুমাৰৰ ঘৰৰপৰা কেজনীমান ছাগলী শ্ৰীৰাধিকাৰাম দাসৰ লগত গৈ লৈ আহিলোঁ।

গুৱাহাটীত মহাত্মা গান্ধীৰ ৰাজহুৱা সভাৰ ঠাই ঠিক কৰা হৈছিল জজ-ফীল্ডত। এই পথাৰখন ডি-চিৰ কৰ্তৃত্বাধীন আৰু বিনা অনুমতিত খেলৰ বাহিৰে আন কোনো কামত ব্যৱহাৰ কৰিব নোৱাৰিছিল। আমি এই ফীল্ডতে কোনো অনুমতি নোলোৱাকৈ ৰাজহুৱা সভাৰ কাৰণে সভামণ্ডপ সজাৰ ঠিক কৰিলোঁ। যি ঠাইত বৰ্ত্তমানৰ সভাৰ চাং আছে সেই ঠাইতে সভামণ্ডপ সজা হ'ল। ৺ধীৰেন দেৱে তক্তা-বাটাম আদি দিছিল। বাঁহ আদি জোগাৰ কৰা হ'ল। বহু নিশালৈ কাম কৰাত সভামণ্ডপ প্ৰস্তুত হ'ল। কৰ্ম্মীসকল আছিল— ৰাধিকাৰাম দাস, লীলাধৰ বৰুৱা, মাণিকচন্দ্ৰ দাস, ৺প্ৰভাতচন্দ্ৰ বৈশ্য সাউদ, দেৱপাল দাস, ৺বেলিৰাম দাস প্ৰভৃতি। জজ-ফীল্ড নৰনাৰীৰে ভৰি পৰিল। ৰাইজৰ পিনৰপৰা অভিনন্দন পত্ৰও দিয়া হ'ল। তপশীলভুক্ত সম্প্ৰদায়ৰ হকে ৺বেলিৰাম দাসেও দিলে। অভিনন্দন প্ৰদান কৰা পিতলৰ শৰাইখন মহাত্মাই নিলামত দিয়াত এজন মাৰোৱাৰীয়ে ৫০৲ নে ১০০৲ টকাত কিনিলে। পিছত পিতলৰ বুলি জানি বিবুধিত পৰিল। বেচেৰাই ভাবিছিল মহাত্মাৰ কৃপাত ইমান ডাঙ্গৰ সোণৰ শৰাইখন ইমান কম দামতে কিনাৰ সুবিধা পোৱাত বহু লাভ হ'ল। আপত্তি কৰিব খোজোতে আনসকলে টানি বহুৱাই থলে। এই সভামণ্ডপতেই ৺গোপীনাথ বৰদলৈদেৱে পৰামৰ্শ কৰি মোক হিন্দী প্ৰচাৰ সমিতিৰ সম্পাদক পাতিছিল। শ্ৰীশ্ৰীগড়মূৰ সত্ৰাধিকাৰ প্ৰভু শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীৰ সভাপতিত্বত হৰিজন সেৱক-সংঘ স্থাপন কৰি যোৰহাটত অফিছ কৰি দিলে। শ্ৰীদেৱেন্দ্ৰনাথ শৰ্ম্মাক সম্পাদক নিয়োগ কৰিলে। পিছত শ্ৰীশৰ্ম্মাই ডাঃ হৰিকৃষ্ণ দাসৰ পৰিচালনাত প্ৰকাশিত 'অসম সেৱক'ৰ সম্পাদক হিচাবে আহি কাম কৰে।

এই চনতেই কেন্দ্ৰীয় লেজিচ্‌লেটিভ্‌ এছেম্‌ব্লীৰ নিৰ্ব্বাচনো হয়। চলি থকা সদনৰ সদস্য দেশভক্ত ফুকন ডাঙ্গৰীয়াই কংগ্ৰেছৰ মনোনয়নৰ কাৰণে প্ৰদেশ কংগ্ৰেছৰ ওচৰত আৱেদন নকৰি কেন্দ্ৰীয় কমিটীৰ ওচৰত আৱেদন কৰাত প্ৰদেশ কংগ্ৰেছ মহলত প্ৰতিবাদ চলাত শ্ৰীযুত অমিয়কুমাৰ দাস

ডাঙ্গৰীয়া কলিকতালৈ যায় আৰু কেন্দ্ৰীয় সদস্যৰে সৈতে আলোচনাৰ পাছত প্ৰদেশ কংগ্ৰেছলৈ আৱেদন বিবেচনাৰ কাৰণে পঠায়। তেজপুৰত প্ৰদেশ কংগ্ৰেছৰ সভাত বিশদ আলোচনাৰ পাচত কৰ্ম্মবীৰ বৰদলৈক কংগ্ৰেছ-প্ৰাৰ্থী হিচাপে মনোনয়ন দিলে। তৃতীয়জন প্ৰাৰ্থী ৺কুলধৰ চলিহাই প্ৰাৰ্থীপদ সেই সভাতেই উঠাই লৈছিল।

পূজাৰ পাছত অক্টোবৰ মাহত নিৰ্ব্বাচনৰ দিন নিৰ্দ্ধাৰিত হ'ল। ত্যাগবীৰৰ বুদ্ধি-পৰামৰ্শমতে নিৰ্ব্বাচনী অভিযান চলিল। প্ৰবীণ নেতাসকল বিৰুদ্ধে আছিল। প্ৰবীণ অভিজ্ঞ ৰাজনীতিবিদসকল, যেনে ৺গোপীনাথ বৰদলৈ, ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺ধনীৰাম তালুকদাৰ, ৺বৃন্দাবনচন্দ্ৰ গোস্বামী, শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা প্ৰভৃতিৰ বিৰুদ্ধে নিৰ্ব্বাচনী অভিযান চলোৱা হৈছিল। কৰ্ম্মবীৰ বৰদলৈৰ পক্ষে এই অভিযানৰ গুৰি ধৰিছিল ত্যাগবীৰে। টকাৰ অভাৱ। এই সমষ্টি আছিল অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকা জুৰি। বিভিন্ন জিলাৰপৰা নিৰ্ব্বাচনৰ কাৰণে টকা খুজি পঠোৱা টেলিগ্ৰামৰ উত্তৰ ত্যাগবীৰে টেলিগ্ৰামেৰেই দিছিল, "মেনেজ চাম হাউ।" (কোনো উপায়ে চলাই দিয়ক।) কৰ্ম্মবীৰৰপৰা ত্যাগবীৰে কোনো-মতে এদিন এখন মটৰ গাড়ী যোগাৰ কৰি দিলে, তাৰো লাইট নুমাই নুমাই যায়। টৰ্চ্চৰ পোহৰৰে কোনোমতে অহা হ'ল। এঠাইত চকাও ওলাই দৌৰ মাৰিলে! খোজকাঢ়ি বা চাইকেলেৰে নিৰ্ব্বাচনী অভিযান চলোৱা হ'ল। কোনো ঠাইত চাহপানী পালে আৰু বহুদিন ধৰি দোকানত শুকাই কাঠ-চলি যেন হোৱা 'হুগলি' বিস্কুট পালেও মনত আনন্দ!

৺ফুকনে কাৰ্জ্জন হলত দিয়া কেন্দ্ৰীয় লেজিচ্‌লেটিভ্ এছেমব্লীৰ কাৰ্য্য-বিৱৰণী এখন আনি ত্যাগবীৰক দেখুৱাত তেখেতৰ পৰামৰ্শমতেই ৺ফুকনৰ দহবছৰীয়া সদস্যকালৰ ভিতৰৰ কাৰ্য্য-বিৱৰণীত অসম সম্বন্ধীয় কথা অসমীয়ালৈ ভাঙ্গনি কৰা হ'ল। শ্ৰীৰাধিকাৰাম দাসৰ লগত এই কাম কৰা হৈছিল। ত্যাগবীৰ, ৺সিদ্ধিনাথ শৰ্ম্মা আৰু শ্ৰীঅমিয়কুমাৰ দাসৰ বাহিৰে আন কোনেও এই বিষয়ে নেজানিছিল। নিৰ্ব্বাচনৰ কেইদিনমান আগতে এই প্ৰচাৰ-পত্ৰিকা প্ৰকাশ কৰা হয়। গোটেই অসমতে এই পত্ৰিকাখনে আশাতীতভাৱে কাম কৰিলে। নিৰ্ব্বাচনত প্ৰবীণসকলৰ খোপনি ঢিলিল! নিৰ্ব্বাচনত কংগ্ৰেছৰ জয় হ'ল। ৺ফুকন ডাঙ্গৰীয়াই খেলুৱৈসুলভ ভাষাৰেই উকীলখানাত কলে, "তোমালোকৰ সহজ নহল।" আমিও কলোঁ যে, সহজ হব বুলি আমিও ভবা নাছিলোঁ। এই জয় সকলোৰে কাৰণে আছিল চমকপ্ৰদ। এই জয়েই কংগ্ৰেছৰ



শক্তি সূচাইছিল আৰু কৰ্ম্মীসকলৰ মনত আত্মবিশ্বাসৰ ভাৱ জগাই তুলিছিল। কংগ্ৰেছ আৰু কংগ্ৰেছৰ শক্তিৰ ওপৰত ৰাইজৰ বিশ্বাস স্পষ্টকৈ ফুটি উঠিছিল। সেই কাৰণেই এই নিৰ্ব্বাচন আছিল তাৎপৰ্য্যপূৰ্ণ। প্ৰবীণসকল চিন্তান্বিত হৈছিল—লুপ্ত-শক্তি কেনেকৈ উদ্ধাৰ কৰিব পাৰে, ক্ষীণ-পোহৰ কেনেকৈ উজলাব পাৰে।

ইমান ডাঙ্গৰ নিৰ্ব্বাচন চলোৱাৰ অভিজ্ঞতা আমাৰ এয়ে প্ৰথম। নিৰ্ব্বাচন সম্পৰ্কীয় আইন-পদ্ধতি আদি ত্যাগবীৰেই শিকাইছিল। সেই জ্ঞান আৰু বুদ্ধিকেই আলম কৰি ১৯৪৫ চনৰ গুৱাহাটী লোকেল ব'ৰ্ড নিৰ্ব্বাচনত ২২ নে ২৪ খন আসনৰ ভিতৰত মনোনয়ন-পত্ৰ পৰীক্ষাৰ সময়তেই বিনা প্ৰতিদ্বন্দ্বিতাত ১৬ খন আসন লাভ কৰিবলৈ গুৱাহাটী জিলা কংগ্ৰেছ সক্ষম হৈছিল আৰু জিলা কংগ্ৰেছে লোকেল ব'ৰ্ড নিৰ্ব্বাচন আনুষ্ঠানিকভাৱে চলাবলৈ হাতত লোৱা অসমৰ ভিতৰত গুৱাহাটী জিলা কংগ্ৰেছেই আছিল প্ৰথম।

লুপ্ত শক্তি পুনৰুদ্ধাৰৰ কাৰণে প্ৰবীণসকলে একগোট হৈ এবাৰ চেষ্টা কৰাৰ উদ্দেশ্যে ১৯৩৪ চনৰ ডিচেম্বৰ মাহত 'কমন প্লেটফৰ্ম্ম' গঠন কৰাৰ উদ্দেশ্যে সমবেত হ'ল গুৱাহাটীৰ জুবিলী বাগিছাত। নগাঁৱৰ ৺বৃন্দাবনচন্দ্ৰ গোস্বামীৰ সভাপতিত্বত সভা আয়োজিত হ'ল। ত্যাগবীৰ সেই সময়ত গুৱাহাটীত ৺সিদ্ধিনাথ শৰ্ম্মাৰ কাষৰ সৰু ঘৰটোতে অকলে আছিল। মঙ্গলদৈত বহা সাহিত্য-সভাৰপৰা শ্ৰীৰাধিকাৰাম দাস আৰু ৺বেলিৰাম দাসৰ সৈতে লৰালৰিকৈ উভটি আহি দেখিলোঁ যে ত্যাগবীৰে আমালৈ অপেক্ষা কৰি আছে। ত্যাগবীৰৰ বুদ্ধি পৰামৰ্শমতে যোৰহাটৰ শ্ৰীৰাধানাথ হাজৰিকা, শ্ৰীদেৱপাল দাস, শ্ৰীৰাধিকাৰাম দাস, ৺বেলিৰাম দাস, ৺প্ৰভাত বৈশ্য সাউদ, শ্ৰীমাণিকচন্দ্ৰ দাস আৰু অন্যান্য কৰ্ম্মী লগত লৈ সেই সভা নিষ্ফল কৰা হ'ল। 'কমন প্লেটফৰ্ম্ম'ৰ সংগঠনৰ গঢ় দিব নোৱাৰিলে। অসমৰ গভৰ্ণৰ চাৰ মাইকেল কীন গুৱাহাটীত 'সোণামুখী' ক্লেটত থাকি সভাৰ গতি-বিধি আৰু ফলাফলৰ বাতৰি, সভা চলি থকা অৱস্থাতে, সময়ে সময়ে লৈ আছিল। সভাৰ শেষ ফলাফলৰ বুজ লৈ বিষণ্ণ বদনে শ্বিলঙলৈ উভটিল। আমি এই কৌশল-যুদ্ধতো জয়ী হলোঁ।

১৯৩৫ চন। কংগ্ৰেছৰ সোণালী জয়ন্তীৰ বছৰ। গুৱাহাটী জিলা কংগ্ৰেছ কমিটীয়ে সোণালী জয়ন্তী উপলক্ষে এখন প্ৰদৰ্শনীৰ যো-জা কৰিলে। শ্ৰীযুত অমিয়কুমাৰ দাস সম্পাদক হ'ল। এই প্ৰদৰ্শনী পতাত শ্ৰীলীলাধৰ বৰুৱা,

শ্ৰীৰাধিকাৰাম দাস, ৺বেলিৰাম দাস প্ৰভৃতি আমি ডেকা কৰ্ম্মীসকলেই আগৰুণুৱা আছিলোঁ। এই প্ৰস্তাৱ উস্থাপন কৰাৰ সাহস কৰিছিলোঁ—ত্যাগবীৰ, ৺সিদ্ধিনাথ শৰ্ম্মা, শ্ৰীঅমিয়কুমাৰ দাসৰ কাৰণেই। কৰ্ম্মবীৰ বৰদলৈয়েও কৈছিল, "ডেকা ল'ৰাহঁতৰ ইমান আগ্ৰহ যেতিয়া পাতক।" খলিলুৰ ৰহমানৰ বজাৰত য'ত এতিয়া উৰ্ব্বশী চিনেমা হল আছে সেই ঠাইতেই হ'ল প্ৰদৰ্শনীৰ স্থান। প্ৰদৰ্শনীৰ টিকটৰ হাৰ আছিল /০ এক অনা অৰ্থাৎ বৰ্ত্তমানৰ ৬ পইচা। পতাকা অভিবাদন আৰু ৰাজহুৱা সভা জুবিলী বাগিছাত হৈছিল আৰু এই সভাত শ্ৰীঅমিয়কুমাৰ দাস, দেশভক্ত ফুকন, ৺গোপীনাথ বৰদলৈ, ত্যাগবীৰ, ডাঃ হৰিকৃষ্ণ দাস, ৺কামাখ্যাৰাম বৰুৱা আদি সকলোৱেই উপস্থিত আছিল। পতাকা অভিবাদনৰ আগদিনা গধূলি পতাকাৰ খুঁটা আনোতে দুৰ্ভাগ্যক্ৰমে ভঙ্গাত শ্ৰীলীলাধৰ বৰুৱাই সেই নিশাই উত্তৰ গুৱাহাটীলৈ গৈ তামোল গছ কাটি, চাঁচি, ৰং কৰি লৈ আহে আৰু পুৱাতেই পতাকা অভিবাদনৰ কাৰণে প্ৰস্তুত কৰে। ৰামপুৰ আদি গাৱঁৰপৰাও বহুতো আহি শোভাযাত্ৰাত যোগ দিছিল। সোণালী জয়ন্তী উপলক্ষে গোৱালপাৰাৰ ৰাজহুৱা সভালৈ কৰ্ম্মবীৰ বৰদলৈক পঠাইছিল ত্যাগবীৰে। এইদৰে সোণালী জয়ন্তী উৎসৱ মহাসমাৰোহেৰে পালন কৰা হ'ল। উষা-কীৰ্ত্তন, শোভাযাত্ৰা, যাত্ৰাভিনয়, ভাওনা আদিৰে জয়ন্তী উদ্‌যাপন কৰি ১৯৩৫ চনৰ অন্ত পেলোৱা হ'ল। প্ৰদৰ্শনীৰপৰা ৫০০৲ পাঁচশমান টকাও ৰাহি হ'ল।

১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত দেশবাসীয়ে কৰ্ম্মবীৰ বৰদলৈক হেৰুৱালে। এজন আবেগময়ী বক্তা, কোমল হৃদয়ৰ উদাৰ মনৰ দেশপ্ৰেমিক সিংহ-পুৰুষ আমাৰ মাজৰপৰা অন্তৰ্হিত হ'ল। তেখেতে নিজে গান গাব পাৰিছিল আৰু কবিতাও ৰচনা কৰিছিল। বহুতো সময়ত আমাক গলত সাৰটি লৈ গৈ নিজে পিয়ানো বজাই "জয় জয় ভাৰত জননী···" গানটো গোৱাইছিল। গায়ক নহলেও লগৰীয়াৰ লগত সমবেত সঙ্গীত হিচাবেই গাইছিলোঁ।

এই বছৰৰে শেষৰ পিনে ৺ৰোহিণীকুমাৰ চৌধুৰীৰ উদ্দীপনাত ইতিপূৰ্ব্বে ১৯৩৪ চনত 'কমন প্লেটফৰ্ম্ম' গঠন কৰিব নোৱাৰাসকল মিলিত হৈ 'মিলিত জনসংঘ' নাম দি এটা ৰাজনৈতিক দল নিৰ্ব্বাচনৰ আগমুহূৰ্ত্তত গঠন কৰিলে।

১৯৩৬ চনৰ ডিচেম্বৰ মাহত অসম ৰাষ্ট্ৰীয় সম্মিলনৰ অধিবেশন তেজপুৰৰ বেছেৰীয়াত অনুষ্ঠিত হ'ল আৰু খ্যাতিসম্পন্ন কেন্দ্ৰীয় বিধানসভাৰ সদস্য আৰু নেতা স্বৰ্গীয় ভুলাভাই দেশাই উদ্বোধন কৰিবলৈ আহিল। ডাঃ হৰিকৃষ্ণ দাসৰ



ঘৰতেই তেখেতক আলহী ৰখা হ'ল। ৺ফুকনে আহি দেখা কৰাত তেখেতক তেজপুৰলৈ আহিবলৈ ৺দেশায়ে অনুৰোধ কৰিলে। আমি সকলোৱেই মটৰেৰে শিলঘাটেৰে গলোঁ। নগাৱঁলৈ যোৱাৰ পথত ৰাইজে দেশাইক বিপুল সম্বৰ্দ্ধনা জনাইছিল। তেজপুৰত ৺পৰমানন্দ আগৰৱালাৰ ঘৰত ৺দেশাইক ৰখা হ'ল। আমিও থাকিলোঁ। দেশাইৰ অনুৰোধক্ৰমে ৺ফুকন আহি তেখেতক তেজপুৰত লগ ধৰিলেহি। দেশায়ে ফুকনক কংগ্ৰেছত যোগ দিবলৈ কওঁতে হুয়োকো হুয়ো সাৱটি থকা অৱস্থাতেই—কংগ্ৰেছৰ বিৰুদ্ধে ফুকন থকাৰ কথা দেশায়ে কল্পনাও কৰিব নোৱাৰা বুলি কোৱা দৃশ্য আজিও মনত আছে। কিন্তু ফুকনৰ লগৰীয়া-সকলে গুৱাহাটীৰপৰা টেলিগ্ৰাম যোগে কংগ্ৰেছত যোগ নিদিবলৈ টানি জনোৱাত তেখেতৰ সতীৰ্থসকলৰ পৰামৰ্শ উপেক্ষা কৰিব নোৱাৰিলে। ৺ফুকনে পাছত দেশাইক লগ ধৰিব বুলি কলে যদিও কিন্তু লগ নধৰিলে। 'মিলিত জনসংঘ'ৰ জন্ম হ'ল আৰু 'প্ৰতিভা' কাকত উলিয়াই নিৰ্ব্বাচনৰ কাৰণে প্ৰস্তুতি চলালে।

১৯৩৭ চনৰ লগে লগে নিৰ্ব্বাচন-পৰ্ব্ব আৰম্ভ হ'ল। দেশভক্ত ফুকনৰ বিৰুদ্ধে ৺সিদ্ধিনাথ শৰ্ম্মাৰ প্ৰতিদ্বন্দ্বিতাই আছিল উল্লেখযোগ্য। হাবি-বননিৰ মাজে মাজে খোজকাঢ়ি কংগ্ৰেছ প্ৰাৰ্থী ৺শৰ্ম্মাৰ পক্ষে নিৰ্ব্বাচনী অভিযান চলোৱা হ'ল। বঙ্গীয়াৰ ইনচ্‌পেকছন বঙ্গলাৰ সমুখত ৺ফুকন থিয় হৈ আছিল আৰু আনপিনে ওচৰতে উৰি আছিল ত্ৰিৰঙ্গ কংগ্ৰেছ পতাকা; কৰ্ম্মীসকলৰ মূৰত গান্ধী টুপী। কংগ্ৰেছ কৰ্ম্মীৰ 'গান্ধীজী কী জয়' ধ্বনিৰ লগতে তেখেতেও 'কংগ্ৰেছ কী জয়' ধ্বনি দিয়াত আমিও তেখেতক হাতযোৰ কৰি সেৱা জনাই কলোঁ—যেন তেখেতৰ কথাই সত্য হয়। তেখেতৰ জয়ধ্বনিয়েই আমাৰ আশীৰ্ব্বাদ বুলি শিৰ দোৱালোঁ। সেইদৰেই হ'ল। ফুকনৰ পৰাজয়। হৰ্ষ-বিষাদে মন গধূৰ কৰিলে। কিন্তু কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে। অসম কংগ্ৰেছৰ সকলো কৰ্ম্মীয়েই আশা কৰিছিল ৺ৰোহিণীকুমাৰ চৌধুৰীয়ে কংগ্ৰেছ দলত যোগ দিব। কিন্তু নিৰ্ব্বাচনৰ পাচত ৺চৌধুৰীদেৱে চাৰ চাহুল্লা চাহাবৰ লগ হৈ মুছলীম লীগ মন্ত্ৰীসভা গঠন কৰিলে। কংগ্ৰেছ কৰ্ম্মীসকল মৰ্ম্মাহত হ'ল। ৺চৌধুৰীদেৱে কংগ্ৰেছত যোগ দিয়াহেঁতেন অসমৰ ৰাজনীতিৰ ৰূপ হয়তো সেই সময়ত যেনেকুৱা হৈছিল তেনেকুৱা যে নহ'লহেঁতেন—এইটো নিশ্চিত। তেখেতৰ সাহসিকতাৰ কথা, মুক্তি যুঁজত তেখেতৰ অৱদানৰ কথাই কলেজীয়া ছাত্ৰ অৱস্থাত আমাক আকৰ্ষণ কৰিছিল। আমি হতাশ হলোঁ।

এই চনৰ নৱেম্বৰ মাহত পণ্ডিত জৱহৰলাল নেহেৰু অসম ভ্ৰমণত আহে। পণ্ডিতজী বৰপেটা ৰেল ষ্টেছনত নামি মটৰ যোগে ২৮ তাৰিখে গুৱাহাটী আহি পায়। আমাৰ কি যে আনন্দ! কিমান যে উলহ-মালহ! আমাৰ কংগ্ৰেছ অফিছ-ঘৰৰ ভেটি পকা কৰা হ'ল কংগ্ৰেছ সোণালী জুবিলীৰ ৰাহি হোৱা পুঁজিৰপৰা। ৰাজহুৱা সভাৰ ঠাই ঠিক হ'ল জজ-ফীল্ডতেই। আগৰ দৰেই আমি সকলোৱেই লাগি সভামণ্ডপ সাজিলোঁ। পণ্ডিতজীৰ ভাষণ শুনিবলৈ অগণন লোক গাওঁ-ভূঁইৰপৰাও আহিছিল। পণ্ডিতজীৰ লগতে আনিছিল 'চিকাগো ৰেডিঅ'ৰ এমপ্লিফায়াৰ আৰু মাইক। এই লাউড্‌স্পিকাৰৰ বন্দৱস্ত তেওঁৰ অসম ভ্ৰমণৰ কাৰণেই আছিল। উভতি যাওঁতে শ্ৰীলীলা বৰুৱাই কোম্পানীৰ লগত কথা হৈ অলপ কম দামতে গুৱাহাটী জিলা কংগ্ৰেছৰ কাৰণে কিনি ললে। আমাৰ ভিতৰতেই আছিল চালক (অপাৰেটৰ)।

গুৱাহাটী কটন কলেজতো ছাত্ৰসকলৰ আগত ভাষণ দিবলৈ পণ্ডিতজীক আমন্ত্ৰণ জনোৱা হ'ল। কটন কলেজৰ ছাত্ৰ-সভালৈ কংগ্ৰেছ হেন ৰাজনৈতিক দলৰ নেতাক ভাষণ দিবলৈ আমন্ত্ৰণ জনোৱা এইবাৰেই প্ৰথম। এইটো সম্ভৱ হৈছিল শ্ৰীমান প্ৰফুল্ল গোস্বামী কলেজৰ ছাত্ৰ ইউনিয়নৰ চেক্ৰেটৰি থকাৰ বাবে। আমিও গৌৰৱান্বিত হৈছিলোঁ যে গভৰ্ণমেণ্ট কলেজত পণ্ডিতজীক ভাষণ দিবলৈ নিয়া হৈছে।

পণ্ডিতজীৰ অসম ভ্ৰমণত ত্যাগবীৰে ফখ্‌ৰুদ্দিন আলি আহমদক পণ্ডিতজীৰ লগত ঘূৰিবলৈ দিছিল। শ্ৰীআহমদক পৰিচিত কৰাই চাৰ ছাদুল্লাৰ বিপৰীতে প্ৰাধান্যত অনাই আছিল ত্যাগবীৰৰ উদ্দেশ্য।

সমবেত মুছলীম লীগ মন্ত্ৰীত্বৰ আমোলত বহুতো সমস্যাই দেখা দিয়াত ১৯৩৮ চনৰ শৰৎকালীন অধিবেশনত অনাস্থা প্ৰস্তাৱ উত্থাপিত হ'ল। মন্ত্ৰীসভাই পদত্যাগ কৰাত কংগ্ৰেছ সংযুক্ত-মন্ত্ৰীসভা গঠনৰ চেষ্টা চলিল। সেই সময়ত কংগ্ৰেছে সংযুক্ত-মন্ত্ৰীসভা গঠনত বাধা দিছিল। কিন্তু অসমৰ সমস্যালৈ লক্ষ্য ৰাখি সংযুক্ত-মন্ত্ৰীসভা গঠনৰ অনুমতিৰ কাৰণে নেতাজী সুভাষচন্দ্ৰ বসুৱে চেষ্টা কৰিলে। তেখেত ২৮ অক্টোবৰ তাৰিখে অসমলৈ আহে। মৌলানা আবুল কালাম আজাদ চাহাবো অক্টোবৰ মাহত অসমলৈ আহি শ্বিলংলৈ যায়। আজাদ আৰু নেতাজীৰ চেষ্টাত কেইবাগৰাকী নিৰ্দ্দলীয় সদস্যই কংগ্ৰেছৰ লগত সহযোগিতা কৰাত ৺গোপীনাথ বৰদলৈৰ নেতৃত্বত সংযুক্ত-মন্ত্ৰীসভা গঠন হয়।



সেই সময়ত এম-এল-এ সকলৰ ভিতৰৰপৰা অনুপস্থিত কৰোৱাৰ নানা কৌশল অৱলম্বন কৰা হৈছিল। মন্ত্ৰীসভা গঠন হোৱাৰ পাচত প্ৰথম শীতকালীন অধিবেশনৰ সময়ত যাতে সেইদৰে কংগ্ৰেছ দলৰ কোনো এম-এল-এ' ক আঁতৰাব নোৱাৰে তাৰ কাৰণে আমি এদল কৰ্ম্মীয়ে গুৱাহাটী-শ্বিলং ৰাস্তাৰ উম্‌লিঙত খাপ লৈ থাকিব লগা হৈছিল।

উম্‌লিঙৰ এজন মানুহৰ ঘৰৰপৰা আমি প্ৰায় ১২।১৪ জন মানে ভাত আৰু ঢেকীয়াশাক ভজা আদায় কৰিলোঁ। চাহ আদি আমি লগতেই নিছিলোঁ। জলকীয়া আৰু লোণ লৈ ঢেকীয়াশাক ভজাৰেই লেম্পৰ অভাৱত জোনৰ পোহৰতেই চোতালত বহি ভাত খালোঁ। পানী আৰু চাহ খোৱাৰ কাৰণে আছিল বাঁহৰ চুঙাই একমাত্ৰ পাত্ৰ। এই সঙ্গীসকল আছিল ৺উপেন্দ্ৰনাথ বেজবৰুৱা, শ্ৰীগুৰুপ্ৰসাদ বৰুৱা, ৺প্ৰভাতচন্দ্ৰ বৈশ্য সাউদ, শ্ৰীমাণিকচন্দ্ৰ দাস (আসাম অপ্টিকেল), শ্ৰীবিনয়কুমাৰ তালুকদাৰ, শ্ৰীদেৱপাল দাস, শ্ৰীৰাধিকাৰাম দাস, শ্ৰীশিৱানন্দ চৌধুৰী প্ৰভৃতি। শ্ৰীৰবীন্দ্ৰনাথ নবীচকে আদি কৰি আমি কেইজনমান মটৰৰ ভিতৰত; আৰু কেইজনমানে জুই পুৱাই বহি থাকোঁতেই মটৰৰ শব্দ শুনি দৌৰি গৈ মটৰখন ৰখোৱাত মটৰৰ ভিতৰত দেখিলোঁ ৺নিক্‌লছ ৰয়, মুছলীম লীগ মন্ত্ৰীসভাৰ প্ৰাক্তন মন্ত্ৰী। লগত আন কোনো নাই। আমি বৈ থকাৰ অজুহাত দেখুৱালোঁ যে আমাৰ মটৰৰ চকা ফুটিছে। দেখুৱাবলৈ চকা এটাও খুলি থোৱা হৈছিল। তেখেতে ৰবৰ আৰু ৰবৰৰ আঠা আমাক দি শ্বিলং অভিমুখে গুচি গ'ল। আমিও পাছদিনা পুৱা উভতি আহিলোঁ।

১৯৩৯ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ প্ৰথম ৰাজনৈতিক সন্মিলন বৰ-ডেকপাৰ গাৱঁত পতা হৈছিল—ডাঃ হৰিকৃষ্ণ দাসৰ সভাপতিত্বত। এই সন্মিলনৰ উদ্দেশ্যে এটা ৰাস্তাও বাইজ আৰু কংগ্ৰেছ কৰ্ম্মীৰ শ্ৰমেৰে বন্ধা হৈছিল। সন্মিলন সমাৰোহেৰে শেষ হ'ল। এই বৰডেকপাৰতে পাছত বহুতো সভা-সমিতি পতা হৈছিল আৰু কংগ্ৰেছ কাৰ্যালয়ো স্থাপন কৰা হৈছিল। ১৯৩০ চনত স্কুল এৰি গুৱাহাটীৰ শান্তিপুৰত সেৱাশ্ৰমৰ উদ্যোগত স্থাপিত হৰিজন স্কুলত কাম কৰা শ্ৰীযোগেন ভট্টক এই সন্মিলনতে লগ পাই সন্মিলনৰ পাছতে জিলা কংগ্ৰেছৰ কাৰ্য্যালয়ত সহযোগী হিচাবে লোৱা হ'ল।

কংগ্ৰেছৰ লগত জড়িত থকা কাৰণে ডাঃ হৰিকৃষ্ণ দাস চিভিল চাৰ্জ্জন হিচাবে অৱসৰ লোৱাৰ পাছত ১৯৩০ চনৰপৰা তেখেতৰ পেন্সন্‌ চৰকাৰে বন্ধ

কৰি থোৱা সমুদায় টকা পুনৰ মঞ্জুৰ কৰাত সেই টকাৰ কাৰণে এটা 'ট্ৰাষ্ট ব'ৰ্ড গঠন কৰি দিয়ে আৰু বাইহাটাতেই মাটি কিনি খাদী-কেন্দ্ৰ খুলি শ্ৰীলীলাধৰ বৰুৱাক কেন্দ্ৰৰ দায়িত্বত ৰাখে। মাহিলী পেন্সনৰ ৪০৲ টকাকৈ গুৱাহাটী জিলা কংগ্ৰেছক আৰু ১০০৲ টকাকৈ বাইহাটা আশ্ৰমৰ কাৰণে 'ট্ৰাষ্ট ব'ৰ্ড'ক দিয়ে। এই কেন্দ্ৰই ওচৰৰ গাৱঁত খদ্দৰ উৎপাদনৰ কাম হাতত লৈছিল।

গুৱাহাটী উজানবজাৰৰ কংগ্ৰেছ অফিছৰ মাটি ( বৰ্ত্তমান প্ৰেছ থকা ডোখৰ ) গুৱাহাটী জিলা কংগ্ৰেছক ৰেজিষ্ট্ৰী দলিল যোগে ডাঃ হৰিকৃষ্ণ দাসে দান কৰে। এইখিনিতে উল্লেখ কৰা ভাল যে ১৯৩১ চনত কংগ্ৰেছৰ মূল কাৰ্য্যালয় এলাহাবাদৰপৰা এজন হিচাব-পৰীক্ষক গুৱাহাটীলৈ আহোঁতে আমাৰ ঘৰতে ৰখা হৈছিল। তেখেতে প্ৰদেশ কংগ্ৰেছ আৰু জিলা কংগ্ৰেছৰ হিচাব চাই সন্তোষ প্ৰকাশ কৰি উভটি গ'ল। কিন্তু ৰিপোৰ্ট কি দিলে কব নোৱাৰোঁ। পণ্ডিতজীৰ এখন চিঠি আহিল যে অসম কংগ্ৰেছৰ অফিছ-ঘৰ নাই। ক'তো কংগ্ৰেছৰ পতাকা দেখা নগ'ল আৰু এই কংগ্ৰেছ 'bogus'—ভুৱা। সকলোৱেই মনত কষ্ট পালে। ঘৰ সজাৰ বাবে মাটি বিচৰাত ডাঃ হৰিকৃষ্ণ দাসৰপৰা ৺সিদ্ধিনাথ শৰ্ম্মাই নিজৰ আৱশ্যকৰ কাৰণে বুলি বৰ্ত্তমানে কংগ্ৰেছ প্ৰেছ থকা মাটিডোখৰ লিজলৈ ললে। তেতিয়া ৺শৰ্ম্মা গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক। কাঠ যোগাৰ কৰি ৰহাত থওঁতে সেই বছৰৰ বান-পানীত সেইবোৰ উটি গ'ল। গুৱাহাটীত ৺ৰোহিণীকুমাৰ চৌধুৰীৰপৰা কাঠ, খুঁটা, ডাঃ জ্যোতিষ দাসৰপৰা টিন আদি সংগ্ৰহ কৰি ৺গিৰীশ বৰুৱাৰ হতুৱাই কংগ্ৰেছ ঘৰটো সজোৱা হ'ল। মাটিডোখৰ পাছত ডাঃ হৰিকৃষ্ণ দাসে গুৱাহাটী জিলা কংগ্ৰেছক দান দিয়ে।

দ্বিতীয় বিশ্বযুদ্ধ ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত আৰম্ভ হয়। প্ৰথম বিশ্ব-যুদ্ধৰ নিচিনাকৈ এইবাৰো জাৰ্ম্মানীয়ে পোনতে আক্ৰমণ চলোৱাত বৃটেইনে এইবাৰো জাৰ্ম্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। লগে লগে ভাইচৰয়ে এটা ঘোষণাৰ দ্বাৰা ভাৰতবৰ্ষকো জাৰ্ম্মানীৰ বিৰুদ্ধে যুদ্ধত লিপ্ত কৰিলে। এই ঘোষণা কৰিবলৈ যাওঁতে ভাৰতীয় কোনো প্ৰতিনিধিৰ লগত পৰামৰ্শ হোৱা নাছিল।

কংগ্ৰেছে মত প্ৰকাশ কৰিলে যে, ভাৰতবৰ্ষৰ জনমতৰ বিৰুদ্ধে ভাৰতবৰ্ষকো এই যুদ্ধত লিপ্ত কৰা হৈছে। সাম্ৰাজ্যবাদী আৰু ধনতন্ত্ৰবাদীৰ সাম্ৰাজ্য ৰক্ষা কৰাই এই যুদ্ধৰ মূল উদ্দেশ্য। সাম্ৰাজ্যবাদৰ অন্ত পেলোৱা



আৰু ভাৰতবৰ্ষৰ স্বাধীনতা স্বীকাৰ কৰাৰ কথাটো এই যুদ্ধৰ লক্ষ্যৰ ভিতৰত আছে নে নাই কংগ্ৰেছে স্পষ্টভাৱে বৃটিছ চৰকাৰৰপৰা জানিব বিচাৰে। কোনো স্পষ্টীকৰণৰ অভাৱত এই যুদ্ধ-প্ৰচেষ্টাৰ লগত কোনো সম্পৰ্ক নৰখাৰ সিদ্ধান্ত লৈ বিভিন্ন প্ৰদেশৰ কংগ্ৰেছ মন্ত্ৰী-মণ্ডলীক মন্ত্ৰীত্ব ত্যাগ কৰাৰ বাবে কংগ্ৰেছে নিৰ্দ্দেশ দিলে। সেইমতে পলমকৈ হলেও, অসমৰ কংগ্ৰেছ সংযুক্ত-মন্ত্ৰীসভাই ১৯৩৯ চনৰ নভেম্বৰ মাহত পদত্যাগ কৰে। কিন্তু জাৰ্ম্মান শক্তিয়ে সৰু সৰু ৰাজ্যবিলাক পদদলিত কৰি ফৰাচী দেশ যেতিয়া পালেগৈ তেতিয়াও কংগ্ৰেছে যুদ্ধ-প্ৰচেষ্টাত সহযোগিতা কৰিবলৈ মান্তি হৈছিল যদিহে বৃটিছে কেন্দ্ৰত জাতীয় চৰকাৰ গঠন কৰি দিয়ে। কিন্তু ১৯৪০ চনৰ ৮ আগষ্ট তাৰিখে ভাইচৰয়ৰ ঘোষণাৰ দ্বাৰা সেই দাবী অগ্ৰাহ্য হোৱাত কংগ্ৰেছে ব্যক্তিগত সত্যাগ্ৰহৰ সিদ্ধান্ত গ্ৰহণ কৰি এই সত্যাগ্ৰহ পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰে মহাত্মাজীৰ ওপৰত।

এতিয়া কংগ্ৰেছৰ ওপৰত গুৰুদায়িত্ব আহি পৰিল, সংগঠন শক্তিশালী কৰাৰ আৰু যুদ্ধৰ বিৰুদ্ধে তথা বৃটিছ চৰকাৰৰ বিৰুদ্ধে জনমত গঢ়ি তোলাৰ।

এই বছৰতে ( ১৯৪০ চনত ) গুৱাহাটী জিলা ৰাষ্ট্ৰীয় সন্মিলন পলাশবাৰীৰ-পৰা কিছু দূৰত সানপাৰা গাৱঁত অনুষ্ঠিত হয়। এই বছৰতে জিলা কংগ্ৰেছৰ উদ্যোগত কানি নিবাৰণী অভিযান চলোৱাৰ উদ্দেশ্যে, দক্ষিণ কামৰূপৰ পলাশবাৰীৰপৰা কিছু দূৰত অৱস্থিত লোহাৰঘাটত এখন চিকিৎসা শিৱিৰ খুলি কানীয়াক চিকিৎসা কৰা হৈছিল। এই কাম লোৱা হৈছিল ডাঃ হৰিকৃষ্ণ দাস আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ অনুপ্ৰেৰণাত। ডাঃ পোৱাল হুৰা, ডাঃ ঘনশ্যাম দাস আৰু স্থানীয় লোকেল ব'ৰ্ডৰ ডাঃ ধনীৰাম মেধি আছিল এই কেন্দ্ৰৰ তত্বাৱধায়ক। স্থানীয় ৰাইজে ঘৰ আদি সাজি দিছিল আৰু বিভিন্ন ঔষধ-পাতিৰ যোগান বিভিন্ন ঔষধ-বিক্ৰেতা অনুষ্ঠানৰপৰা পোৱা হৈছিল। স্থানীয় নেতা শ্ৰীজয়ৰাম দলৈ, শ্ৰীবংশী দলৈ, ৺মাধৱ গাওঁবুঢ়া আৰু অন্যান্য কৰ্ম্মীৰ ঐকান্তিক সহযোগিতাত এই শিৱিৰ সুসম্পন্ন হয়।

এই পৰিস্থিতিত কংগ্ৰেছ কমিটীসমূহ বেছি সক্ৰিয় কৰাৰ ব্যৱস্থা লব-লগীয়া হ'ল। তাৰে ভিতৰত এটা আছিল শান্তি-সেনা গঠন। শান্তি-সেনা হ'ল সেৱাদলৰ আন এটা ৰূপান্তৰ। প্ৰতি জিলাতেই শান্তি-সেনা ভৰ্ত্তি কৰি প্ৰশিক্ষণৰ ব্যৱস্থা লোৱা হৈছিল। প্ৰত্যেক জিলাৰপৰা কৰ্ম্মীক নি গোলাঘাটত প্ৰাদেশিক কেম্প এটাত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা হ'ল। প্ৰশিক্ষণ দিছিল অসম প্ৰদেশ কংগ্ৰেছ সেৱাদলৰ অধিনায়ক শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱাই।

গুৱাহাটী জিলাৰপৰা মইও যাব লগা হ'ল। সেই সময়ত প্ৰতি মাহৰ শেষৰ দেওবাৰে পতাকা অভিবাদন কৰিবলগীয়া হৈছিল। প্ৰশিক্ষণ পোৱা কৰ্ম্মী নহলে পতাকা অভিবাদন নিয়মানুযায়ী সম্পাদন কৰিব পৰা নহয়; সেই কাৰণেই মই যাবলগীয়া হ'ল। সেই সময়ত গুৱাহাটী জিলা কংগ্ৰেছেও শান্তি-সেনা প্ৰশিক্ষণ শিৱিৰ এটা ৰামপুৰত স্থাপন কৰিছিল আৰু প্ৰায় প্ৰত্যেক মৌজাৰপৰা কৰ্ম্মীয়ে প্ৰশিক্ষণ লবলৈ যোগ দিছিল। শ্ৰীহৰেশ্বৰ শৰ্ম্মা পণ্ডিতক ৰখা হ'ল খাদ্য-সম্ভাৰ যোগানৰ বাবে। এই কামত শ্ৰীদেবেন্দ্ৰচন্দ্ৰ চৌধুৰী, শ্ৰীপূৰ্ণচন্দ্ৰ দাস, শ্ৰীখৰ্গেশ্বৰ কলিতা প্ৰভৃতিৰ সাহায্য স্বীকাৰ কৰিব লাগিব। শ্ৰীনবীন কলিতাক ৰখা হ'ল হিন্দী শিক্ষক হিচাবে আৰু ৺হৰিপদ কুণ্ডুক সূতা-কটা শিকোৱাৰ কাৰণে। তেজপুৰ চতিয়াৰ শ্ৰীখৰ্গেশ্বৰ বৰাক ইন্সট্ৰাক্টৰ নিয়োগ কৰা হ'ল। প্ৰশিক্ষণৰ সময় আছিল এমাহ। স্থানীয় ৰাইজে খোৱা বস্তুৰ যোগান দিছিল যদিও কিছু কিনাও হৈছিল। শ্ৰীৰবীন্দ্ৰনাথ নবীচ, শ্ৰীযোগেন ভট্টই শিৱিৰৰ সকলো ব্যৱস্থা সম্পূৰ্ণ কৰাত মনযোগ দিছিল। বিভিন্ন বিষয়ত বক্তৃতা দিছিল লোকপ্ৰিয় বৰদলৈ, ৺ভুবনেশ্বৰ বৰুৱা, ৺বি, কে, ভাণ্ডাৰী, ডাঃ হৰিকৃষ্ণ দাস প্ৰভৃতিয়ে।

গোলাঘাটৰ শিৱিৰত প্ৰশিক্ষণ সম্পূৰ্ণ কৰি আহি আমাৰ জিলা শিৱিৰত শিক্ষা দিয়াৰ দায়িত্ব ললোঁ। এমাহকাল সম্পূৰ্ণ হোৱাত সকলো শান্তি-সেনাই সমদল যাত্ৰা কৰি গুৱাহাটী পালেহি। প্ৰত্যেকজন শান্তি-সেনাকে নিজ নিজ অঞ্চলত শান্তি-সেনা ভৰ্ত্তি কৰি প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিবলৈ নিৰ্দ্দেশ দিয়া হৈছিল। এই শান্তি-সেনাসকলে গোটেই গুৱাহাটী মহকুমাৰ প্ৰত্যেক মৌজাত যথেষ্ট সংখ্যক প্ৰশিক্ষণ পোৱা সেৱকৰ দল সংগঠন কৰিছিল।

এইদৰে প্ৰশিক্ষণ চলি থকা সময়ত মহাত্মাৰ পৰিকল্পনা আৰু নেতৃত্বত ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ আৰম্ভণি হ'ল। সত্যাগ্ৰহীসকলে প্ৰতিজ্ঞা-পত্ৰত চহী কৰিবলগীয়া হৈছিল আৰু মহাত্মাই অনুমোদন কৰাৰ পাছতহে সত্যাগ্ৰহ কৰিব পাৰিছিল। কংগ্ৰেছ কমিটীসমূহো সত্যাগ্ৰহী কমিটীলৈ ৰূপান্তৰিত হ'ল। সেইমতে প্ৰথম তালিকাত ৰাইজৰ প্ৰতিনিধি হিচাবে এম্-এল্-এ সকল; দ্বিতীয় তালিকাত কাৰ্য্যকাৰক আৰু কমিটীৰ সদস্যসকল আৰু তৃতীয় তালিকাত অন্যান্যসকল অন্তৰ্ভুক্ত হ'ল। প্ৰত্যেকজন সত্যাগ্ৰহী সম্পৰ্কে মন্তব্য দিবলগীয়া হৈছিল আৰু সেই মন্তব্যৰ ওপৰত নিৰ্ভৰ কৰি কোনো কোনো জনক সত্যাগ্ৰহ কৰাৰ অনুমতি নিদিছিলোঁ। আমাৰ জিলা



কংগ্ৰেছত ২৫৩ জনে চহী কৰিছিল। তেওঁলোকৰ বহুতেই সত্যাগ্ৰহ কৰিছিল আৰু বহুতেই কাৰাদণ্ডেৰে দণ্ডিত হৈছিল। সত্যাগ্ৰহ আৰম্ভ হ'ল এম্-এল্-এ, সকলৰ দ্বাৰা। ৺বৰদলৈদেৱৰ সত্যাগ্ৰহৰ আগদিনা ১০।১২।৪০ তাৰিখে জিলা কংগ্ৰেছ কমিটীয়ে তেখেতক আৰু প্ৰথম তালিকাৰ আন সত্যাগ্ৰহীসকলক বিদায় সম্ভাষণ জনায়। ১১।১২।৪০ তাৰিখে গুৱাহাটীৰ কছাৰী-ঘৰৰ সন্মুখত ৺গোপীনাথ বৰদলৈদেৱে; ১৩।১২।৪০ তাৰিখে হাজো দেৱালয়ৰ সন্মুখত সেই সময়ৰ এম্-এল্-এ আৰু লোকেল বৰ্ডৰ চেয়াৰমেন শ্ৰীযুত বিষ্ণুৰাম মেধি আৰু ঘগ্ৰাপাৰাত শ্ৰীফখ্ৰুদ্দিন আলি আহমদে; ১৫।১২।৪০ তাৰিখে ৺গৌৰীকান্ত তালুকদাৰে নলবাৰীত; ১৮।১২।৪০ তাৰিখে ৺সিদ্ধিনাথ শৰ্ম্মাই টিহুত আৰু ২০।১২।৪০ তাৰিখে ৺বেলিৰাম দাসে ৰামপুৰত বিপুল জনতাৰ সন্মুখত সত্যাগ্ৰহ কৰিছিল। এই সত্যাগ্ৰহ কৰাৰ বিধি আছিল সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি তাৰ তাৎপৰ্য্য বুজাই দিয়া। এই বাণীটো মহাত্মাই নিজে ৰচনা কৰি দিছিল। সেই বাণীটো আছিল,—"ধন আৰু জনেৰে বৃটিছৰ যুদ্ধ-প্ৰচেষ্টাত সহায় কৰাতো অন্যায়। সকলো যুদ্ধ অহিংস উপায়েৰে প্ৰতিৰোধ কৰাই একমাত্ৰ কৰ্ত্তব্য।" It is wrong to help the British war efforts with men and money. The only worthy effort is to resist all wars with nonviolent resistance."

সত্যাগ্ৰহ কৰাৰ আগতে তাৰিখ, সময়, ঠাই আৰু সত্যাগ্ৰহৰ বাণীটো লিখি জিলা মেজিষ্ট্ৰেট আৰু পুলিচ চুপাৰিণ্টেন্‌ডেণ্টক আগতীয়াকৈ জাননী দিয়াৰ বিধি নিৰ্দ্ধাৰণ কৰা আছিল। সেইমতে সত্যাগ্ৰহীৰ লগত আলোচনা ক্ৰমে দিন স্থিৰ কৰি জিলা কংগ্ৰেছ কাৰ্য্যালয়ৰপৰা এই জাননী পঠোৱা হৈছিল। প্ৰত্যেকজনৰ সত্যাগ্ৰহৰ সময়ত আমি উপস্থিত আছিলোঁ। সিদ্ধিনাথ শৰ্ম্মাই টিহুত সত্যাগ্ৰহ কৰাৰ আগদিনাই আমি টিহুত উপস্থিত হলোঁগৈ। সেইদিনা নিশা হৰেশ্বৰ গোস্বামী, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু গোলোকচন্দ্ৰ পাঠককে আদি কৰি আমাৰ সকলোৰে মনত যেন এটা উৎসৱবহে দিন।

এইদৰেই প্ৰথম তালিকাৰ সত্যাগ্ৰহীসকল কাৰাদণ্ডেৰে দণ্ডিত হোৱাৰ পিছত দ্বিতীয় তালিকা অনুমোদনৰ কাৰণে পঠোৱা হ'ল। অৱশ্যে খাদী বিভাগত কাম কৰা শ্ৰীলীলাধৰ বৰুৱা, শ্ৰীনবীন গোস্বামী, প্ৰদেশ কংগ্ৰেছ অফিছৰ একমাত্ৰ কৰ্ম্মী শ্ৰীনাৰায়ণচন্দ্ৰ ভূঞা (বৰ্ত্তমান জামুগুৰিৰ এম্-এল্-এ)

আদিক আৰু যিসকলৰ অসুখ বা পাৰিবাৰিক অসমৰ্থতা আছে তেনে লোকক মহাত্মাই সত্যাগ্ৰহৰ কাৰণে অনুমোদন নকৰিলে।

দ্বিতীয় তালিকাত আমি আছিলোঁ ৮৫ জন। এই তালিকাৰ অন্তৰ্ভুক্ত জিলা কংগ্ৰেছৰ সভাপতি ডাঃ ভুৱনেশ্বৰ বৰুৱাই ২০।২।৪১ তাৰিখে দক্ষিণ সৰুবংশৰ মৌজাত সত্যাগ্ৰহ আৰম্ভ কৰি গাৱেঁ গাৱেঁ ফুৰিলে। পিছত ২৮।২।৪১ তাৰিখে জিয়াকুৰত তেখেত গ্ৰেপ্তাৰ হয়। সেইদৰে মইও ২৮।২।৪১ তাৰিখে চমৰীয়া সত্ৰত আৰম্ভ কৰি পশ্চিম চমৰীয়া, বকো, বেকেলি মৌজাৰ প্ৰতি গাৱেঁ গাৱেঁ ঘূৰিলোঁ। এই কেইদিনত মোৰ লগৰীয়া আছিল শ্ৰীশান্তিৰাম ডেকা, শ্ৰীহৰেশ্বৰ শৰ্ম্মা, শ্ৰীনবীনচন্দ্ৰ শৰ্ম্মা ( ভালুক ঘাঁতৰ ), শ্ৰীদেৱেন্দ্ৰনাথ ঠাকুৰীয়া, শ্ৰীজীৱনচন্দ্ৰ বৈশ্য আৰু নলবাৰীৰ শ্ৰীকণকচন্দ্ৰ দাস। পচোৱা বতাহৰ মাজে মাজে টালি-টোপোলা কান্ধত লৈ ঘূৰি-ফুৰা যথেষ্ট কষ্টকৰ হলেও কষ্ট যেন নেলাগিছিল। এদিন এজোপা বিজুলী বাঁহৰ তলতে ভাত ৰান্ধি খোৱা হৈছিল। কিন্তু চুনৰীয়াৰ বাজেন বাবাজীৰ ঘৰত আৰু বেকেলিত জাগোৰাম বৈশ্যৰ ঘৰত থকা কেইদিন আশ্ৰমত থকা যেনেই লাগিছিল। শ্ৰীৰবীন্দ্ৰনাথ নবীচে ২৫।২।৪০ তাৰিখে চমতাত সত্যাগ্ৰহ কৰি গাৱেঁ গাৱেঁ ঘূৰে শ্ৰীহলধৰ চক্ৰৱৰ্ত্তীৰ লগত। আন আন সত্যাগ্ৰহীসকলেও এইদৰে সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি ফুৰিলেও পুলিচ উপস্থিত থাকিও ধৰা নাছিল।—মাত্ৰ শ্ৰীমান প্ৰফুল্ল গোস্বামীক ধৰি ২০।১।৪১ তাৰিখে ছুমাহ ফাটেক দিয়ে। ফাটেকৰ অন্তত ওলাই অহাত অন্তৰীণৰ আদেশ হয় আৰু তাক লঙ্ঘন কৰা কাৰণে ৬ মাহ জেলৰ পাছত পুনৰ অন্তৰীণৰ আদেশ হয় আৰু সেইবাৰো ভঙ্গ কৰাত এবছৰৰ ফাটেক হয়। সত্যাগ্ৰহত জেল খটা আনসকলৰ ভিতৰত আছিল শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীজগদীশচন্দ্ৰ মেধি আৰু শ্ৰীপ্ৰসন্নচন্দ্ৰ পাঠক। হৰেশ্বৰ গোস্বামীৰ ১৫০ টকা জৰিমনা আৰু যোৰহাটত জেল হয়। শ্ৰীধনেশ্বৰ গোস্বামী, শ্ৰীকনকচন্দ্ৰ ডেকা ( বনগাওঁ ) আৰু শ্ৰীকেশৱচন্দ্ৰ ডেকাক ( চমাৰকুছি ) গ্ৰেপ্তাৰ কৰি গুৱাহাটীলৈ আনি এৰি দিয়ে। প্ৰত্যেকজন সত্যাগ্ৰহীয়েই বিপুল জনতাৰ সন্মুখত সত্যাগ্ৰহ কৰিছিল। সেই সময়ৰ গুৱাহাটীৰ হিন্দী স্কুলৰ ছাত্ৰ শ্ৰীভৱেন্দ্ৰকুমাৰে ( নগাঁৱৰ ) গুৱাহাটীত নেপালী আৰু হিন্দী ভাষাতেই সেই ভাষা-ভাষী লোকৰ এলেকাত সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰিছিল যিহেতুকে এই লোকসকলৰপৰাই পুলিচ আৰু পল্টনত ভৰ্ত্তি কৰা হৈছিল। বনিয়াপাৰা, ভেৰভেৰি আদি দক্ষিণ পাৰৰ তাৰকেশ্বৰ ঘোষাল, বৈকুণ্ঠ শৰ্ম্মা, শ্ৰীপ্ৰাণেশ্বৰ



কাকতীক যথাক্ৰমে বেটনা আৰু বাকী দুজনক বাস্কা অঞ্চলত সত্যাগ্ৰহ কৰিবলৈ দিয়া হৈছিল যাতে সেই সময়ত হাবি-বননিৰে ভৰা অঞ্চলৰ অভিজ্ঞতা কৰ্ম্মীসকলে লাভ কৰিব পাৰে।

১৯৪১ চনৰ ডিচেম্বৰ মাহত যুদ্ধ-প্ৰচেষ্টাত সাহায্যৰ উদ্দেশ্যে গুৱাহাটীৰ জজ-ফীল্ডত আৰু কটন কলেজৰ পদাৰ্থ বিজ্ঞান গৃহত ( Physics Laboratory ) প্ৰদৰ্শনী পতা হৈছিল চৰকাৰ পক্ষীয় লোকৰ উদ্যোগত। সেই বছৰতে "ধনে-জনেৰে যুদ্ধ-প্ৰচেষ্টাত সহায় কৰা অন্যায়" ধ্বনিৰে সত্যাগ্ৰহীসকলে গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল ; গতিকে, প্ৰদৰ্শনীৰ স্থলতো সত্যাগ্ৰহৰ বাণী প্ৰচাৰৰ ব্যৱস্থা কৰা হ'ল। শ্ৰীসত্যনাথ ভট্টাচাৰ্য্য, ভাৰত বৈশ্যসাউদ প্ৰভৃতি কেবাজনো সত্যাগ্ৰহীয়ে কেবাদিনো সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰাতো গ্ৰেপ্তাৰ নকৰিলে। পিছত গৈ ছাত্ৰসকলেও শোভাযাত্ৰা কৰি যুদ্ধ-বিৰোধী ধ্বনি দিয়াত ৬ ডিচেম্বৰ তাৰিখে পুলিচে পল্টনবজাৰ পুলিচ থানাৰ ওচৰৰ কুলী-ডিপোৰ সন্মুখত লাঠি চাৰ্জ্জ কৰাত বহুতো ছাত্ৰ আহত হয়। সেই সময়ত ডি-চি আছিল মিঃ হামফ্ৰে আৰু এ-চি মিঃ ডামব্ৰেকৰ আদেশত লাঠি চালনা হৈছিল। শ্ৰীযোগেন ভট্টৰ সৈতে মই বেজেৰা, শালমৰাৰপৰা সত্যাগ্ৰহী আনিবলৈ উত্তৰ পাৰলৈ গৈছিলোঁ। লাঠি চাৰ্জ্জৰ কাৰণে গুৱাহাটীত পূৰ্ণ হৰতাল হোৱাত পাণ্ডুৰপৰা খোজ কাঢ়িয়েই আহিবলগীয়া হ'ল।

সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি তাৰ সকলো তাৎপৰ্য্য বুজাই গাৱঁৰ পিচত গাওঁ পদব্ৰজে ঘূৰি বিভিন্ন গাওঁ আৰু অঞ্চলবাসী সম্বন্ধে অভিজ্ঞতা লাভ কৰাৰ সুযোগ সত্যাগ্ৰহীসকলৰ হৈছিল। জীৱনত এই সুবিধা আৰু সুযোগ সহজে পোৱা টান। এই অভিজ্ঞতাই ১৯৪২ চনৰ আন্দোলন গঢ়ি তোলাতো সহায় কৰিছিল।

সত্যাগ্ৰহৰ অন্তত মনোনিবেশ কৰা হ'ল গঠনমূলক কামত। গোপীনাথ বৰদলৈদেৱে 'গাওঁ সংগঠন সমিতি' এখন গঠন কৰি তেখেত সভাপতি হ'ল আৰু মই হলোঁ সম্পাদক। তেখেতে অলপ টকা সংগ্ৰহ কৰিলে। কেইটামান কেন্দ্ৰ স্থাপন কৰা হ'ল। ১। ছয়গাৱঁৰ গোবৰ্দ্ধন, ২। সোণাপুৰৰ হহৰা, ৩। বঙ্গীয়াৰ গোবেশ্বৰ আৰু ৪। কলমনি, ৫। বকোত কাগজৰ মণ্ড আৰু হাতেৰে কাগজ তৈয়াৰ কৰা উদ্যোগ-কেন্দ্ৰ স্থাপনৰ যোগাৰ কৰা হ'ল। প্ৰথমটোত ৰখা হ'ল শ্ৰীৰামনাৰায়ণ কোঁৱৰ, দ্বিতীয়টোত শ্ৰীভৱতচন্দ্ৰ শৰ্ম্মা, তৃতীয়টোত শ্ৰীঅনন্তৰাম ডেকা, চতুৰ্থটোত প্ৰিয়নাথ শৰ্ম্মা আৰু পঞ্চমটোত শ্ৰীহৰেশ্বৰ শৰ্ম্মাই স্থানীয় ৰাইজৰ সহায় আৰু পৰিশ্ৰমেৰে আৱশ্যকীয় ঘৰ-

ছুৱাৰ সাজিলে। এই কেন্দ্ৰ কেইটাত ৰখা হৈছিল যঁতৰ, নেওঠা, কপাহ। সূটাকটা প্ৰচাৰ কৰাৰ উপৰিও কপাহগুটি বিতৰণ, আত্মসাহায্যমূলক হিচাপে ৰাস্তা বন্ধা, স্কুল-ঘৰ, নাম-ঘৰ আদি ৰাইজৰ সহায়ত সজা বা মেৰামতি কৰা, নিৰক্ষৰতা দূৰীকৰণৰ বাবে নৈশ বিদ্যালয়, মুষ্টি-ভিক্ষাৰ সহায়ত পাঠশালা স্থাপন কৰা আদি কাম হাতত লোৱা হৈছিল। কঁহৰা সভাৰপৰা শ্ৰীযোগেন ভট্ট, শ্ৰীৰবীন নবীচৰ সৈতে যঁতৰ আৰু নেওঠা সংগ্ৰহ আৰু ফাঁচিবজাৰৰপৰা বা বেপাৰীয়ে নাৰেৰে অনা কপাহ কিনি এই কেন্দ্ৰসমূহত যোগান ধৰা হৈছিল। অৱশ্যে এই বস্তু স্থানীয় ৰাইজে সুলভ মূল্যত কিনিছিল। প্ৰত্যেক কেন্দ্ৰই প্ৰত্যেক মাহে মজুত থকা বস্তুৰ হিচাব বিক্ৰীৰ ধনসহ পঠাইছিল আৰু সেইমতে আৱশ্যক অনুযায়ী বস্তুৰ যোগান ধৰা হৈছিল। লগতে শান্তি-সেনা ভৰ্ত্তি আৰু প্ৰশিক্ষণৰ কামো চলিছিল ; কাৰণ, প্ৰত্যেকজনেই আছিল প্ৰশিক্ষণ পোৱা শান্তি-সেনা। ইয়াতেই উল্লেখ কৰিব পাৰি যে আমাৰ এই অনুষ্ঠানৰ-পৰাই মঙ্গলদৈৰ কলাইগাওঁ, বৌটা আৰু টংলাতো এই বস্তুৰ যোগান ধৰা হৈছিল।

কেন্দ্ৰ কেইখনৰ ওচৰে-পাজৰে এটি জাগৰণে দেখা দিলে। এই জাগৰণৰ কাৰণেই যথেষ্ট সঁহাৰি পোৱা হৈছিল বিয়াল্লিছত। ১৯৪০ চনত জিলা কংগ্ৰেছ কমিটীৰ এটা গঠনমূলক শাখাও স্থাপন কৰা হৈছিল আৰু এই কমিটীৰ যোগে ওৱাৰ্দ্ধা যঁতৰ, মধুৰাণী যঁতৰৰ যোগান ধৰা হৈছিল। প্ৰতি মাহে সূতা-কটাৰ প্ৰতিযোগিতা চলিছিল কংগ্ৰেছ কাৰ্য্যালয়ত, আৰু প্ৰতি সপ্তাহে ঘৰত কোনে কিমান সূতা কাটে তাৰো হিচাব লোৱা হৈছিল। কংগ্ৰেছ কাৰ্য্যালয়তে কপাহ ধুনা আৰু পাঁজি-বটা ব্যৱস্থা কৰি শ্ৰীৰামনাৰায়ণ কোঁৱৰক তাৰ দায়িত্বত ৰখা হৈছিল।

১৩ এপ্ৰিলত জাতীয় সপ্তাহ আৰু ২ অক্টোবৰত মহাত্মাৰ জন্মদিন। এই দিন দুটা আমাৰ কাৰণে উৎসৱৰ দিন যেন আছিল। পতাকা অভিবাদন আৰু ৰাজহুৱা সভা-সমিতিৰ উপৰিও এই দিনত পুৰুষ-মহিলাৰ সূতাকটাৰ প্ৰতিযোগিতা হৈছিল। শ্ৰীযোগেন ভট্ট, শ্ৰীৰবীন নবীচ, শ্ৰীৰামনাৰায়ণ কোঁৱৰে এই কাম সুচাৰুৰূপে সম্পন্ন কৰাত সহায় কৰিছিল। তাৰ উপৰিও জাতীয় সপ্তাহ ১৩ এপ্ৰিলত আৰু গান্ধী জয়ন্তীত খদ্দৰ কাপোৰো ঘৰে ঘৰে গৈ বেচিছিলোঁ। ১৯৩৪ চনত মহাত্মা আহি গুৱাহাটীৰ শান্তিপুৰৰ অসম সেৱাশ্ৰমত পদাৰ্পণ কৰাৰ পাচত এই সেৱাশ্ৰমৰ নামত পাণবজাৰত এখন খদ্দৰৰ দোকান



স্থাপন হয়। ইতিপূৰ্ব্বে শুদ্ধ খদ্দৰৰ দোকান ইয়াত নাছিল। শশীভূষণ ভাৰতী, শ্ৰীনবীন গোস্বামী আৰু ৰামহৰি পাঠকে এই দোকান চলাইছিল। এই দোকানৰ কাপোৰকে এওঁলোকৰ সৈতে শ্ৰীনবীচ, যোগেন ভট্ট, ৰামনাৰায়ণক লগত লৈ বিক্ৰী কৰা হৈছিল। আমাৰ লগত গোপীনাথ বৰদলৈ, ডাঃ বৰুৱা, সিদ্ধিনাথ শৰ্ম্মাইও এই খদ্দৰ বেচা অভিযানত যোগ দিছিল। এটা ঘোৰাৰ গাড়ীৰে কাপোৰৰ ভাণ্ডাৰ নিয়াৰ উপৰিও আমি সকলোৱেই হাতে-কান্ধে কাপোৰ লৈ গৈছিলোঁ আৰু সকলোৱেই আগ্ৰহেৰে কিনিছিল। অৱশ্যে গান্ধী জয়ন্তীৰ সময়ত পূজাৰ কাৰণে বিক্ৰী বেছ উৎসাহজনক হৈছিল।

এইদৰেই ১৯৪০ আৰু ১৯৪১ চন পাৰ হৈ ১৯৪২ চনত সোমাল। যুদ্ধৰ গতি পশ্চিমৰপৰা পূবলৈ বিস্তৃত হ'ল। জাপানৰ লগত আমেৰিকা যুদ্ধত লিপ্ত হোৱাৰ লগে লগে ইংৰাজৰ লগতো যুদ্ধ আৰম্ভ হ'ল।

জাপানে বিজুলী বেগেৰে আহি ব্ৰহ্মদেশ আক্ৰমণ কৰিলে। ব্ৰহ্মদেশ নিবাসী ভাৰতীয়সকলে যথাসৰ্ব্বস্ব জলাঞ্জলি দি হাবি-বননি পদব্ৰজে অতিক্ৰম কৰি মাতৃভূমিলৈ বুলি আহিব ধৰিলে। পৰ্য্যটন-পথত খাদ্যাভাৱ, পানীৰ অভাৱত অগণন লোকে প্ৰাণ এৰিলে। পৰিশ্ৰান্ত হৈও বহুতৰ প্ৰাণ গ'ল। কোনো কোনো ক্ষেত্ৰত কেঁচুৱা বুকুত সাৱটি লৈ মাকে চিৰকাললৈ চকুমুদা অৱস্থাত দেখা পোৱা কাহিনীও শুনা গৈছিল আৰু দেখিছিলোঁও। সকলো বাধা-বিঘিনি অতিক্ৰম কৰি যিবিলাকে আহি লামডিং পালে তেওঁলোকক ৰেল যোগে বিভিন্ন প্ৰদেশলৈ পঠোৱাৰ বন্দোৱস্ত কৰিছিল। ৰেলেৰে আনোতে গৰু-ছাগলী অনাৰ দৰে মালবাহী ডবাত অনা হৈছিল আৰু ডবাৰ ভিতৰতে বহুতো মৃত্যু-মুখত পৰা দেখা গৈছিল।

গুৱাহাটী জিলা কংগ্ৰেছৰ ফালৰপৰা এই শৰণাৰ্থীসকলৰ সেৱা-কাৰ্য্য চলাবলগীয়া হয়। ৰামমোহন দাস, কণকলাল নাথ, শ্ৰীযোগেন ভট্ট, শ্ৰীৰবীন নবীচৰ কাৰণে এই কাৰ্য্য হাতত লোৱা সম্ভৱ হৈছিল। জিলা কংগ্ৰেছৰ আন আন সেৱকেও এই কামত যোগ দিছিল। কিন্তু আজি সকলো কেজনৰ নাম মনত নাই। পাছত গৈ মাৰোৱাৰী সাহায্য সমিতিৰ ফালৰপৰা ডাঃ অৰাষ্ঠি নামৰ লোক এজন আহি এই সাহায্য কাম হাতত লয় আৰু তেওঁৰ লগতেই আমাৰ কৰ্ম্মীয়ে কাম চলায়।

এই সময়তে কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে জৱহৰলাল নেহৰুক শৰণাৰ্থী-সকলৰ অৱস্থা সম্বন্ধে অৱগত হবলৈ পঠোৱাত, তেখেতে ৺গোপীনাথ বৰদলৈ

আৰু শ্ৰীফখ্‌ৰুদ্দিন আলী আহমদৰে পৰিদৰ্শন কৰেগৈ। উভটি আহি তেখেতে ৰাজহুৱা সভাত ভাষণ দিয়ে আৰু ৰকোত এটা শান্তি-সেনাৰ সমাবেশ দেখি, বিশেষকৈ হাবি-বননি আৰু ওচৰৰ পাহাৰসমূহৰ মাজৰপৰা প্ৰত্যেকজনে নিজে নিজৰ চাউল-চৰু লগত লৈ আহি এই সমাবেশত যোগ দিয়া দেখি তেখেত মুগ্ধ হয়। পাছত তেখেতে এটা বাতৰি-কাকতত দিয়া বিবৃতিত মন্তব্য কৰে যে এই সমাবেশ বহু দিনলৈ তেখেতৰ মনত থাকিব। এই সমাবেশ প্ৰস্তুত কৰিছিল শ্ৰীনবীন কলিতা, শ্ৰীহৰেশ্বৰ শৰ্ম্মা আৰু শ্ৰীশান্তি ডেকাই। স্থানীয়—প্ৰশিক্ষণ পোৱা কৰ্ম্মী শ্ৰীৰবীন দাস, শ্ৰীভূপেন দাস, শ্ৰীচণ্ডী দাস, শ্ৰীউদয় ৰাভা প্ৰভৃতিৰ সহায় সহযোগিতাও উল্লেখযোগ্য।

১৯৪০ চনৰ পৰা ১৯৪২ চনতো শান্তি সেনা শিৱিৰ খোলা হ'ল, হৰি-সভাৰ পশ্চিম পিনে থকা ডাঃ হৰিকৃষ্ণ দাস ডাঙৰীয়াৰ ঘৰটোত। এই শিৱিৰত প্ৰশিক্ষণ লবলৈ অহাসকলৰ ভিতৰত আছিল শ্ৰীসত্যনাথ ডেকা, শ্ৰীউপেন্দ্ৰনাথ ডেকা (টিহুৰ), শ্ৰীনিকুঞ্জ চৌধুৰী, শ্ৰীমায়াৰাম তামুলী, শ্ৰীসিদ্ধেশ্বৰ শৰ্ম্মা (শৰাইঘাটৰ), শ্ৰীগঙ্গা শৰ্ম্মা (উত্তৰ গুৱাহাটীৰ)। অন্যান্যসকলৰ নাম আজি মনত নপৰে। হৰেশ্বৰ শৰ্ম্মা, ভাৰত শৰ্ম্মা, শান্তি ডেকা, যোগেন ভট্ট আৰু ৰবীন নবীচ এই শিবিৰৰ সকলো বন্দবস্ত কৰাৰ কাৰণে আছিল।

প্ৰথম দলটোঁৰ প্ৰশিক্ষণ শেষ হলত দ্বিতীয় দলটো অহাৰ সময়তেই গুৱাহাটীত মিলিটেৰী উপচি পৰিল। জজ্‌ফীল্ড, কলেজ হোষ্টেল, নিউফীল্ড, চাৰ্চ্চফীল্ড আদি সকলোতে মিলিটেৰীৰ চাউনি হৈ উঠিল। ইতিমধ্যে নিষ্প্ৰদীপ ব্যৱস্থা চলোৱাই হৈছিল।

সেই সময়তেই আগষ্ট মাহতে নিখিল ভাৰত জাতীয় কংগ্ৰেছৰ বোম্বাই অধিবেশনৰ দিন স্থিৰ হ'ল। গুৱাহাটীৰপৰা বৰদলৈ আৰু সিদ্ধিনাথ শৰ্ম্মাই এই অধিবেশনত যোগ দিবলৈ মটৰ যোগে গোৱালপাৰা হৈ বঙ্গাইগাৱঁত ট্ৰেইন ধৰাৰ কাৰণে ৰাওনা হ'ল। আমিও কংগ্ৰেছ কমিটীৰ সকলো কাগজ-পত্ৰ আদি চট কাপোৰৰ ভিন্ ভিন্ মোনাত ভৰাই প্ৰস্তুত কৰি ৰাখিলোঁ যাতে মুহূৰ্ত্ততে সকলো আঁতৰাব পাৰি।

৯ আগষ্ট। ৰাতিপুৱাই আমাৰ ভাই ধনীৰাম বৰা (চিটি ষ্টুডিওৰ) আহি খবৰ দিলে যে পুৱতি নিশাতেই মহাত্মা, আজাদ, পেটেল, নেহেৰু আদি সকলোকে গ্ৰেপ্তাৰ কৰিলে। খবৰ পায়েই শ্ৰীধনী, তেওঁৰ ককায়েক শ্ৰীবীৰেন, শ্ৰীবীৰেন্দ্ৰলাল বৰুৱা, শ্ৰীযোগেন ভট্ট, এওঁলোকৰ হাতত সেই ফাইল, বহী আদিৰ মোনাবোৰ আমাৰ ঘৰৰপৰা তৎক্ষণাৎ পঠাই দিয়া হ'ল—কিছুমান গুৱাহাটীৰ বাহিৰলৈ আৰু কিছুমান গুৱাহাটীৰ বিভিন্ন ঘৰত, যি ঘৰৰ লগত আমাৰ যাতায়ত খুব কম আৰু পুলিচৰ সন্দেহো কম। আমাৰ ঘৰতেই আছিল জিলা কংগ্ৰেছৰ অফিছ। সকলো বস্তু ঘৰৰপৰা আতৰোৱাৰ কাম সমাপ্ত হ'ল। কিন্তু প্ৰদেশ অফিছৰ কাগজ-পত্ৰ তেতিয়াও অফিছতে আছিল। ত্যাগবীৰ বৰুৱা অসুস্থ। সহকাৰী সম্পাদক শ্ৰীদেৱকান্ত বৰুৱাও গুৱাহাটীৰ বাহিৰত। ত্যাগবীৰে কাগজ-পত্ৰবোৰ চাই-চিন্তি বাচিবলৈ ধৰোঁতেই পুলিচ আহি ঘেৰি ধৰি সকলো লৈ গ'ল। ইতিমধ্যে শ্ৰীবিষ্ণুৰাম মেধি, ডাঃ হৰিকৃষ্ণ দাস, শ্ৰীফখ্‌ৰুদ্দিন আলী আহমদ, মহম্মদ তৈয়বউল্লা, শ্ৰীলীলাধৰ বৰুৱাক ভাৰত ৰক্ষা আইন মতে গ্ৰেপ্তাৰ কৰি নিলেই। শ্ৰীবৰুৱাক বাইহাটা কেন্দ্ৰৰপৰা আৰু আনসকলক নিজ নিজ ঘৰৰপৰা গ্ৰেপ্তাৰ কৰা হ'ল। দুদিনৰ পাচত আমাৰ ঘৰো খানাতালাচ কৰাত আমাৰ অফিচৰ কাগজ-পত্ৰবিলাকো প্ৰদেশ কংগ্ৰেছৰ কাগজৰ লগতেই যোৱা বুলি কোৱাত পুলিচ আঁতৰিল। পাছতো দুবাৰ আৰু মই জেলত থকা সময়তো এবাৰ খানাতালাচ হয়। অৱশ্যে একো নেপালে।

'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাত নেতৃবৃন্দৰ গ্ৰেপ্তাৰৰ পাছত দেশ জুৰি বিপ্লৱৰ জুই জ্বলি উঠিল। বৰদলৈ, সিদ্ধিনাথ শৰ্ম্মা উভটি অহা পথত ধুবুৰীত গ্ৰেপ্তাৰ হ'ল। আমিও প্ৰস্তুত হলোঁ। জিলা কংগ্ৰেছৰ সভাপতি গ্ৰেপ্তাৰ হলে তেওঁৰ ঠাই লবলৈ শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাক ('অসমীয়া'ৰ সম্পাদক) জিলা কংগ্ৰেছ কাৰ্য্যকৰী কমিটীয়ে নিৰ্দ্দেশ দিলে। প্ৰস্তাৱ আদি কাগজ-পত্ৰ শ্ৰীকামিনী শৰ্ম্মাই (বৰ্ত্তমান এম-এল-এ) আনি দিলে। তেওঁ বৰদলৈ আৰু শৰ্ম্মাৰ লগত গৈছিল। বম্বেত তেওঁক ধুতি-চোলাৰ পৰিবৰ্ত্তে হাফপেণ্ট পিন্ধাই দিয়া হৈছিল। এই বুদ্ধি দিছিল শ্ৰীৰবীন্দ্ৰনাথ বৰুৱা (বৰ্ত্তমান 'অসম ট্ৰিবিউন'ৰ) আৰু তেওঁৰ লগৰ শ্ৰীচৌধুৰীয়ে, বৰ্ত্তমান architect। ত্যাগবীৰৰ পৰামৰ্শক্ৰমে 'ভাৰত ত্যাগ' প্ৰস্তাৱ ভাঙনি কৰি চাইক্লোষ্টাইল কৰা হ'ল আৰু প্ৰতি জিলালৈকে পঠোৱা হ'ল। এই কাম কৰা হৈছিল শ্ৰীৰবীন নবীচ, শ্ৰীযোগেন ভট্টৰ লগত। এইবিলাক ছপোৱাৰ কাম কৰা হৈছিল কিছুদিন আমাৰ ঘৰত, কিছুদিন শ্ৰীজয় চৌধুৰীৰ ঘৰত, কিছুদিন শ্ৰীজ্ঞানানন্দ চৌধুৰীৰ ঘৰত। ছপাকৰা কাগজ ৰখা হৈছিল আমাৰ চৌহদতে একেবাৰে বাহিৰত। ৰখা বুদ্ধিটো দিছিল মাতৃদেৱীয়ে আৰু বুদ্ধিটো কাৰ্য্যকৰী হৈছিল; কিয়নো, পুলিচে খানাতালাচ কৰা ঠাইৰ ওচৰতেই সেইবোৰ থকা স্বত্বেও পুলিচৰ সন্দেহমুক্ত আছিল।

আন প্ৰদেশত চলা আন্দোলনৰ গতি কাগজে-পত্ৰই পাই অসমতো সেইমতে টেলিগ্ৰাফৰ তাঁৰ কাটা, দলং ভঙা ইত্যাদি আৰম্ভ হ'ল। ত্যাগবীৰ তেতিয়া কংগ্ৰেছ অফিছৰ কাষৰ ঘৰটোতে থাকে। লগত আছিল শ্ৰীনাৰায়ণচন্দ্ৰ ভূঞা আৰু শ্ৰীনবীন গোস্বামী। ত্যাগবীৰে মোক গুৱাহাটীৰ বাহিৰলৈ যোৱাত একেবাৰে বাধা দিছিল কেনেবাকৈ পুলিচৰ নজৰত পৰোঁ বুলি। ইতিমধ্যে ছাত্ৰ-সকলে হৰতাল শোভাযাত্ৰা আদি কৰিবলৈ ধৰিলে। এনেতে খবৰ পালোঁ ছয়গাৱঁত টেলিগ্ৰাফৰ তাৰ কটা হৈছে। এই কামৰ বাবে কঠোৰ দণ্ডৰ ব্যৱস্থা থকাৰ কাৰণে ছয়গাৱঁত থকা আমাৰ কৰ্ম্মীৰ নিৰাপত্তা সম্বন্ধে চিন্তা হ'ল। ত্যাগবীৰক নজনোৱাকৈয়ে গলোঁ। সেইদিনা দেওবাৰ, ছয়গাৱঁত হাটৰ দিন। পিকেটিং হোৱাৰ কাৰণে হাট বন্ধ। শ্ৰীৰামনাৰায়ণ, শ্ৰীবাহু দলৈ, শ্ৰীমান বৰো, শ্ৰীকাকতী প্ৰভৃতিক লগ পালোঁ। শ্ৰীৰামনাৰায়ণক কথাটো বুজাই সাৱধান কৰি দি বকোলৈ গলোঁ। বকো অঞ্চলতো টেলিগ্ৰাফৰ তাঁৰৰ ইন্‌চুলেটৰবিলাক ভাঙিছে। বকোত পুলিচ ইন্সপেক্টৰৰ লগত সাক্ষাৎ হোৱাত মোক দেখি আচৰিত হ'ল। বকোৰপৰা আহি ছয়গাৱঁত গোৱৰ্দ্ধন কেন্দ্ৰত শ্ৰীৰামনাৰায়ণৰ লগতে থাকি গম পালোঁ যে সশস্ত্ৰ পুলিচে মটৰ বাছেৰে গোটেই ৰাস্তাটোত ৰাতি পহৰা দিয়ে। পাছদিনা উভটি আহোঁতে দৈবক্ৰমে সেই ইন্সপেক্টৰজনকে লগ পোৱাত ৰাতি পহৰা দিয়াৰ ব্যৱস্থা কৰিছেনেকি শুধিলোঁ। তেওঁ বিশেষ একো নকলে। কিন্তু সুধি ভুল কৰিলোঁ।

দুপৰীয়া শ্ৰীনাৰায়ণ ভূঞাঁই খবৰ দিলে যে শ্ৰীছাদিক আলী আহিছে আৰু সন্ধিয়া কংগ্ৰেছ অফিচত কৰ্ম্মীসকলক লগ পাব। শ্ৰীছাদিক আলী আছিল নিখিল ভাৰত কংগ্ৰেছ কাৰ্য্যালয়ৰ সচিব। আমি সকলো কৰ্ম্মীয়েই গোট খালোঁ। শ্ৰীছাদিক আলীয়ে অনিল বাবু বুলি গুপ্ত নাম লৈ আহে আৰু কামৰ আঁচনি, কৰ্ম্মপদ্ধতি, হিংসা-অহিংসা আদিৰ সম্বন্ধে বুজাই কয়। মূল কাম আছিল যুদ্ধ-প্ৰচেষ্টাত বাধা দিয়া। শ্ৰীপবিন্দ্ৰনাথ শৰ্ম্মাৰ বহুতো প্ৰশ্নৰ উত্তৰ দি তেখেতে কামৰ আঁচনি আৰু উদ্দেশ্য ব্যাখ্যা কৰে। মিটিঙৰ পাছত ত্যাগবীৰে মোৰ নামত গ্ৰেপ্তাৰী পৰোৱানা ( Warrant of arrest ) বাহিৰ হোৱা খবৰটো দিয়াত শ্ৰীছাদিক আলীয়ে গুপ্তভাৱে ( আণ্ডাৰ-গ্ৰাউণ্ড ) কাম কৰি যাবলৈ উপদেশ দিয়ে। ত্যাগবীৰে মনত বেজাৰ পালে; কাৰণ, খোলাখুলিভাৱে চলা-ফুৰা কৰিব পাৰিলে বা-বাতৰি সংগ্ৰহ কৰা বা পঠোৱাত সহজ হয়। নিজে অসুস্থ কাৰণেই তেখেতৰ চিন্তা হৈছিল আৰু অস্বস্তি বোধ কৰিছিল।



সভা শেষ কৰি ঘৰলৈ উভটিলোঁ শ্ৰীনবীচ, ৺ভাণ্ডাৰী, শ্ৰীশান্তি ডেকা আৰু শ্ৰীযোগেন ভট্টৰ লগত। ডাকবঙ্গলাৰ ওচৰৰ পুলিচ পইণ্টত কটন কলেজৰ ১নং ছাত্ৰাবাসৰ সমুখত এজন লোকে আহি আমাৰ ওচৰত অভিযোগ দিলে যে তেওঁক মিলিটেৰী মানুহ এজনে হাত ওপৰলৈ কৰিবলৈ ( হেণ্ডচ্ আপ্ ) দি জেপ লুৰুকি নিলে। আমি ততালিকে মিলিটেৰী পুলিচক তদন্তৰ কাৰণে সেই মানুহজনৰ গোচৰৰ কথা কৈ ঘৰা-ঘৰি গলোঁ। শ্ৰীশান্তি ডেকাক সেই নিশাই কলোঁ যে পাছদিনা খুব পুৱাই থানাৰ ৰেহৰূপ চাই সৰু বিছনা চাইকেলত বান্ধি লৈ আহে যেন। মইও বিছনা ঔষধ-পাতি বান্ধি লৈ প্ৰস্তুত হলোঁ। পুৱা দোকমোকালিতে শান্তি ডেকা আহি পুলিচ থানাৰ অৱস্থাৰ বৰ্ণনা দিয়াত আমি দুয়ো চাইকেলেৰে তৎক্ষণাত ঘৰৰপৰা ওলাই উজানবজাৰ ঘাটেৰে নাৱেৰে পাৰ হৈ শালমাৰাত শান্তি ডেকাৰ ঘৰত উপস্থিত হলোঁ আৰু ৰঙ্গীয়া, নলবাৰী আদি ঠাই ভ্ৰমণত ওলালোঁ। পাছত শুনিলোঁ যে আমি ওলাই যোৱাৰ আধাঘণ্টামান পাছতে পুলিচ দাৰোগাই ঘৰত আমাক বিচাৰি আহিছিল।

নলবাৰী ৰঙ্গীয়ালৈ যাওঁতে সাধাৰণতে কৰৰা, ননৰাৰ মাজেৰে ভিতৰুৱা ৰাস্তা ধৰি যোৱা হৈছিল জনসমাগম বাট এৰি চলাচল কৰাৰ কাৰণে। যোৱা-অহা কৰোঁতে সদায় ননৰাত ৺থানেশ্বৰ শৰ্ম্মা কবিৰাজৰ ঘৰত বিশ্ৰাম লৈ খবৰ-বাতৰি সংগ্ৰহ কৰা হৈছিল আৰু মাজে সময়ে দুপৰীয়া আহাৰৰ ব্যৱস্থাও হৈছিল। কৰৰা হাইস্কুলৰ সেই সময়ৰ শিক্ষক শ্ৰীতৰণীকান্ত শৰ্ম্মাৰ আবাসো আছিল আমাৰ গুপ্ত স্থল। অৱশ্যে টাইফয়ড্ জ্বৰ নোহোৱা হলে ৺কবিৰাজো জেলত সোমাবলগীয়া হ'লহেঁতেন। ১৯২১ চনতে কটন কলেজ ত্যাগ কৰি অহা থানেশ্বৰ শৰ্ম্মাই মুক্তি যুঁজৰ শেষ পৰ্য্যায়লৈকে অৰিহণা যোগাইছিল।

গুপ্তভাৱে কাম কৰা আৰম্ভ হ'ল। জাহাজেৰে পাৰ হোৱা বিপদজনক বাবে নাৱেৰেই যোৱা-অহা কৰিছিলোঁ। সেই সময়ত ব্ৰহ্মপুত্ৰ নদী ভৰপূৰ, সোঁতও তীব্ৰ, সাঁতুৰিবও নেজানোঁ। হলেও 'নান্য পন্থা'। ভগৱান ভৰষা কৰি কপালক ধিয়াই নাৱেৰেই সদায় যাতায়াত কৰিছিলোঁ। অৱশ্যে শান্তি ডেকাই ভাল সাঁতুৰিব পাৰিছিল। উত্তৰ পাৰলৈ যাওঁতে সাধাৰণতে জন-সমাগম খুব কম থকা বাটকে সদায় লৈছিলোঁ। উভতি আহোঁতে সদায় সন্ধিয়াই ওভতোঁ। মায়াৰাম তামুলী আৰু মহেন্দ্ৰ দাসে সদায় আমাক পাৰ কৰি থয়। গোপনীয়তা ৰক্ষাৰ কাৰণেই এই ব্যৱস্থা লবলগীয়া হৈছিল।

গুপ্তভাৱে থকা সময়ৰ ভিতৰতে বৰপেটাৰ শ্ৰীমোহনলাল চৌধুৰীয়ে

শ্ৰীৰবীন নবীচক এটা ৰাসায়নিক তথ্য দিয়াত নবীচ, যোগেন ভট্ট, শান্তি ডেকাৰ লগত ঘৰতেই পৰীক্ষা কৰি প্ৰমাণ পোৱাত উত্তৰ কামৰূপৰ সংগঠনক জনোৱা হয়। গুৱাহাটীত ৺ৰামমোহন দাসে অকলে সফলতাৰে প্ৰয়োগ কৰিলে টেলিগ্ৰাফ অফিচত আৰু শ্ৰীনিবাৰণ ধৰাৰ লগত পাণ্ডুৰ মিলিটেৰী ৰেষ্ট কেম্পত। এইবিলাক কাম কৰোঁতে বিশেষ সতৰ্কতা লোৱা হৈছিল যাতে প্ৰাণৰ কোনো সংশয় নাথাকে।

এই কালছোৱাৰ ভিতৰত গুপ্তভাৱে ফুৰোঁতে আৰু কাম কৰোঁতে শাৰীৰিক কষ্ট আৰু মানসিক উদ্বেগ যথেষ্ট যে হৈছিল তাত কোনো সন্দেহ নাই। কিন্তু ৺প্ৰিয়নাথ শৰ্ম্মা, শ্ৰীধাৰেশ্বৰ শৰ্ম্মা, শ্ৰীশান্তিৰাম ডেকা আদি কৰ্ম্মীসকলৰ সঙ্গত থকাৰ কাৰণে একো দুখ-কষ্টই কাতৰ কৰিব পৰা নাছিল। চাইকেলেই আমাৰ একমাত্ৰ বাহন আছিল আৰু বহুতো সময়ত হয়তো পানী নাইবা বোকাৰ মাজেৰে যাবলগীয়া হোৱাত চাইকেল হে আমাৰ কান্ধত উঠিছিল। এবাৰ চাইকেল কান্ধত লৈ ঘোলডোঙ্গা বিল পাৰ হব ধৰোঁতে মই প্ৰথমেই আগবাঢ়ি যোৱাত জোকৰ জাকে পাছত অহাবিলাকক খেদি অহাত বেচেৰা ধাৰেশ্বৰ শৰ্ম্মা চাইকেলৰ সৈতে পানীত পৰিল আৰু জোকে লাগি ধৰিলে। অৱশ্যে জোক আঁতৰোৱা ঔষধো লগতেই আছিল। আজি সেই ঘোলডোঙ্গা আৰু নাই; তাৰ বুকুৰেদি মটৰ যোৱা ৰাস্তা হৈছে। এদিন এই ঘোলডোঙ্গাতে ৺প্ৰিয় শৰ্ম্মা, শান্তি ডেকা আৰু মোক খোজ কাঢ়ি পাৰ হব পাৰিম বুলি কৈ এজন মানুহে আমাক পানীত ডুবাব ধৰিছিল। অলপদূৰ গৈ এক কৰঙ্গণ পানীৰপৰা উভতি আহি উপায় নেপাই ওচৰৰে নবীন ডেকাৰ ঘৰতে নিশা কটালোঁ। হলধৰ চক্ৰবৰ্ত্তী, ৰমণীমোহন ডেকা, ডাঃ প্ৰভাত শৰ্ম্মা, কৰুণাকান্ত ভট্টাচাৰ্য্য, ভানু ভট্ট, দানীৰাম হালৈ, সুৰেন্দ্ৰ-নাথ মালাকৰ, বলভদ্ৰ শৰ্ম্মা, ধনেশ্বৰ গোস্বামী, হৰিচৰণ পাঠক, কণক বৰ্ম্মণ, গোপাল দাস, প্ৰভাতচন্দ্ৰ শৰ্ম্মা আদি নলবাৰী অঞ্চলৰ অগণন কৰ্ম্মীৰ সঙ্গ, কৰ্ম্মতৎপৰতা আৰু সংগঠনৰ-পটুতা পাহৰিব নোৱাৰোঁ। আনপিনে বঙ্গীয়া অঞ্চলত ৺প্ৰিয়নাথ শৰ্ম্মা, ৺সিদ্ধিনাথ শৰ্ম্মাৰ ভাতৃ ৺গৰ্গ শৰ্ম্মা, ডেকা বিপিনচন্দ্ৰ শৰ্ম্মা, দেহাৰকুছিৰ মধুৰাম দাস, উমাকান্ত শৰ্ম্মা, হৰেন্দ্ৰনাথ কলিতা, গোৰেশ্বৰত অনন্ত ডেকা, নবীনচন্দ্ৰ ভাগৱতী, পদ্মনাথ ভাগৱতী, শৰৎ দাস, বিদুৰ ভড়ালী, শান্তিৰাম ডেকা, হৰিচৰণ দাস, মদনচন্দ্ৰ ডেকা প্ৰভৃতি অগণন কৰ্ম্মীৰ লগত একেলগে কাম কৰা মনত থাকিব।



জলাহৰ ওচৰৰ ভেটা-মুখতে আমাৰ মামা ৺আত্মাৰাম বৰাৰ ঘৰো গোপন বিশ্ৰামৰ কেন্দ্ৰ আছিল। ভেটা-মুখত এটা নিশা থাকোঁতে গুৱাহাটীত জুই জ্বলা দেখি পিছদিনা খবৰ লোৱাত জানিলোঁ যে চৰ-ডিপুটি কলেক্টৰৰ অফিছ-ঘৰ পুৰিলে। সেই সময়ত ডেপুটি কমিছনাৰ আছিল শিশিৰকুমাৰ দত্ত। বিজুলী শক্তিৰ বিজুটি ( Short Circuit ) হৈ জুই লগা বুলি ৰিপৰ্ট হ'ল। নহলে গুৱাহাটীৰ কংগ্ৰেছৰ মানুহৰ ওপৰতো হয়তো পাইকাৰী জৰিমনা লগালে হয়। সেই সময়ত বহুতো গাৱঁত এইদৰে পাইকাৰী জৰিমনা লগাইছিল। আন আন ঠাইৰ ভিতৰত আছিল গোৰেশ্বৰ চেউনিত শ্ৰীনবীন ভাগৱতী, কণিহাত শ্ৰীবিপিন শৰ্ম্মা, দেহাৰকুছিত শ্ৰীধাৰেশ্বৰ শৰ্ম্মাৰ ঘৰ। দেহাৰকুছিলৈ যাওঁতে ঘোলডোঙ্গা পাৰ হৈ সদায় শ্ৰীদক্ষিণাৰঞ্জন মজুমদাৰৰ ঘৰত মুৰি আৰু এগিলাচ চাহে গুৱাহাটীৰপৰা চাইকেলেৰে যোৱা দুখ-ভাগৰ দূৰ কৰিছিল। নলবাৰী অঞ্চলত হলধৰ চক্ৰবৰ্ত্তী, বলভদ্ৰ শৰ্ম্মা, ৰমণীমোহন ডেকা, কৰুণা ভট্ট, বাটচৰৰ ভানু ভট্টৰ ঘৰ; ননৰাৰ কবিৰাজ থানেশ্বৰ শৰ্ম্মা, শালমাৰাত শ্ৰীশান্তিৰাম ডেকা, শৰাইঘাটত শ্ৰীসিদ্ধেশ্বৰ শৰ্ম্মাৰ ঘৰেই আছিল আমাৰ বিশ্ৰামৰ স্থল।

শান্তি সেনাবাহিনীৰ সংগঠন বেছি শক্তিশালী হৈ উঠিল আৰু ইয়েই গাওঁ-ৰক্ষা বাহিনীৰ কামো কৰিছিল। এদিন এখন মিটিং কৰি কৈহাটীৰপৰা মাজ নিশা উভতি আহোঁতে বেলশৰত শান্তি সেনাই এখন চিঠিৰ দ্বাৰা জনালে যে এক ডজন সশস্ত্ৰ চিপাহীয়ে বিহামপুৰত আমাৰ কাৰণে অপেক্ষা কৰি আছে। সেই চিঠি পাই বাট পৰিবৰ্ত্তন কৰি ঘূৰি ঘূৰি পুৱা নিশা বৰনৰ্দ্দি পালোঁহি।

গুপ্তভাৱে থকা কাল পৰ্য্যন্ত ৰবীন নবীচ, যোগেন ভট্ট, হৰেশ্বৰ শৰ্ম্মাই ত্যাগবীৰৰ লগত পৰামৰ্শ কৰি খবৰ-পাতি দিছিল। মোৰ গন্তব্যস্থলো তেওঁলোকে জানি সেইমতে যোগাযোগ ৰাখি আছিল। মোৰ গ্ৰেপ্তাৰৰ পাছত শ্ৰীহৰেন বৰুৱা, ৺ৰামমোহন দাস আৰু শ্ৰীৰবীন নবীচো ধৰা পৰিল। শ্ৰীযোগেন ভট্ট আৰু শ্ৰীহৰেশ্বৰ শৰ্ম্মাৰ ওপৰত গ্ৰেপ্তাৰি পৰোৱানা বাহিৰ হোৱা মাত্ৰেই দুয়ো আত্মগোপন কৰি কাম চলাই থকা কাৰণেই বাহিৰত কাম চলি আছিল। ৺ৰামমোহন এজন দুঃসাহসী একনিষ্ঠ কৰ্ম্মী আছিল আৰু বহুত জটিল কাম তেওঁ নিৰ্ভীকভাৱে সমাধা কৰিছিল।

শ্ৰীনবীন গোস্বামী এদিন গুৱাহাটী পুলিচৰ হাতৰপৰা সাৰি যোৱা ঘটনাটো আমোদজনক। তেওঁ চাইকেলেৰে ডাঃ হৰিকৃষ্ণ দাসৰ ঘৰলৈ

সোমোৱাৰ অলপ পাছতে পুলিচে শ্ৰীমতী অমলপ্ৰভা দাসক বিচাৰি গৈ গোস্বামীক দেখা পালে। গোস্বামীক পুলিচে বাহিৰ হৈ আহিবলৈ কোৱাত শ্ৰীমতী অমলপ্ৰভাৰ মাতৃদেৱীয়ে পুলিচৰ খানাতালাচী ওৱাৰেণ্ট বা গ্ৰেপ্তাৰী পৰোৱানা আছে নে নাই সুধি হুলস্থুল লগাই থকাৰ অৱসৰতে গোস্বামী ভিতৰ চোতালেদি গৈ দেৱাল পাৰ হৈ পাইখানাৰ মাজে মাজে পৰৰ বাৰী-চুকেৰে আনপিনে ৰাস্তা ওলাই নগাওঁ পালেগৈ। অৱশ্যে নগাৱঁত ধৰা পৰেগৈ ভালেমানদিন আত্মগোপন ভাবে কাম চলোৱৰ পাচতহে।

এদিন উপৰহালীত খাকী পোছাক পিন্ধা বনবিভাগীয়া কৰ্ম্মচাৰীক দেখি বাইদেউহঁতৰ ঘৰত কেনেকৈ যে লুকাইছিলোঁ! আন এদিন নলবাৰী অঞ্চলত ফুৰোতে গধূলি আমাৰ লগৰেই এজনে আমাক সাৱধান কৰিবলৈ অময়াপুৰত হুইছেল মৰাত পুলিচ বুলি ভাবি এজন মণ্ডলৰ ঘৰত আমি ৪ জন সেই নিশাটো আলহী হিচাবে কটাব লগা হ'ল। এনেকুৱা কত ঘটনা যে নঘটিছিল! কিমান দিন কত ঠাইত যে এইদৰে মানুহৰ বাৰীতে বা বেতনিৰ ঝাৱত লুকাবলগীয়া নহৈছিল! এই প্ৰবন্ধত সেই সকলোবোৰ লেখি সম্পূৰ্ণ কৰা সম্ভৱ নহয় আৰু সকলোৰে নাম লেখি অন্ত পেলোৱাও অসম্ভৱ। সময় আৰু সুযোগ পালে এইবিলাক লিখি প্ৰকাশ কৰা হব।

নেতাসকলৰ গ্ৰেপ্তাৰৰ পাছত বাহিৰত থকা মূল কৰ্ম্মীসকলৰ ওপৰত গ্ৰেপ্তাৰি পৰোৱানা যেতিয়া ওলাল তেতিয়া গুপ্তভাৱে কাম কৰা বাদে আন উপায় নেথাকিল। মূল কাম আছিল যুদ্ধ-প্ৰচেষ্টাত বাধা দিয়া। এই কাম কৰিবলৈ যাওঁতে কৰ্ম্মীসকলৰ সংগঠন শক্তিশালী কৰি ৰখা আৰু বিভিন্ন অঞ্চলৰ কৰ্ম্মীৰ লগত সমন্বয় ৰক্ষা কৰা নিতান্ত আৱশ্যক হৈছিল। গুৱাহাটীৰপৰাও সকলো সময়তেই পৰামৰ্শ পঠাব পৰা নগৈছিল আৰু পাৰিলেও কোন ঠাইত কোন জনক দিব, সেইটোও সকলোৰে আগত ব্যক্ত কৰা সমীচীন নাছিল। সেই কাৰণে উত্তৰপাৰ অঞ্চলত 'উত্তৰপাৰ সমন্বয় ৰক্ষী সমিতি' গুপ্তভাৱে গঢ়ি উঠিল শ্ৰীহলধৰ চক্ৰবৰ্ত্তীৰ নেতৃত্বত। তেওঁৰ লগতে আছিল সেই কমিটীত প্ৰতাপ গোস্বামী, সৰ্ব্বেশ্বৰ গোস্বামী, দানীৰাম হালৈ, সুৰেন্দ্ৰনাথ শৰ্ম্মা, ডাঃ প্ৰভাত শৰ্ম্মা, পূৰ্ণপতি দত্ত, কালিচৰণ চৌধুৰী, কৰুণাকান্ত ভট্টাচাৰ্য্য, দেহিৰাম বৰ্ম্মণ, লক্ষ্মীকান্ত শৰ্ম্মা, উমাকান্ত শৰ্ম্মাক (প্ৰফেচাৰ) লৈ মুঠ ২১ জন। এই কমিটীয়ে সময়ে সময়ে আলোচনাৰ বাবে দিন স্থিৰ কৰি খবৰ দিছিল আৰু সেইমতে গুপ্তভাৱে গৈ ত্যাগবীৰৰ



উপদেশ অনুসৰি পৰামৰ্শ আগবঢ়োৱা হৈছিল। গুপ্তভাৱে ভ্ৰমণ কৰাত সদায় ধাৰেশ্বৰ শৰ্ম্মা, শান্তিৰাম ডেকা আৰু প্ৰিয়নাথ শৰ্ম্মা লগে লগে আছিল আৰু চাইকেলেৰেই ফুৰিছিলোঁ। কৰ্ম্মীসকলে সকলো ঠাইতে যুদ্ধ-প্ৰচেষ্টাত ব্যাঘাত জন্মাবলৈ কাৰ্য্যকৰী ব্যৱস্থা লৈছিল। মিলিটেৰী যোগানৰ কাৰণে অনা শন-খেৰত জুই দিয়া, যান-বাহন বিশেষকৈ পুলিচ আৰু মিলিটেৰীৰ যান-বাহনৰ চলাচল বন্ধ কৰা, ৰচদ-পাতিৰ যোগান বন্ধ কৰা ইত্যাদি কামবোৰ হাতত লোৱা হৈছিল আৰু সেইমতে সম্পাদন কৰিছিল। এইবিলাক কৰিবলৈ লওঁতে দুই-এজন দুৰ্নীতিপৰায়ণ লোকে যে এই অৱস্থাৰ সুযোগ নলৈছিল এনে নহয়।

আনহাতে বকোৰ বোন্দাপাৰাত আৰু বাহাৰঘাটত কৰ্ম্মীসকলে জেল একোখনো স্থাপন কৰিছিল আৰু সন্দেহযুক্ত লোকক নাইবা কংগ্ৰেছৰ আঁচনিৰ বিৰুদ্ধাচৰণ কৰা-সকলক আবদ্ধ কৰিও ৰাখিছিল। বাহাৰঘাটত এজনৰ ক্ষেত্ৰত কি শাস্তি বিহা উচিত হব এই সম্বন্ধে ধাৰেশ্বৰ শৰ্ম্মাই পৰামৰ্শ লবলৈ অহাত সেই লোকজনক নিজৰ লগে লগে ৰাখি সকলো কামতে তেওঁক লিপ্ত কৰোৱাৰ পৰামৰ্শ দিয়া হ'ল, আৰু সেইমতেই কাম। এই পৰামৰ্শ লবলৈ নহাহেঁতেন, অতি কঠোৰ শাস্তি বিহাৰ কথা কৰ্ম্মীসকলে হেনো চিন্তা কৰিছিল।

দক্ষিণ পাৰ অঞ্চলত বৈকুণ্ঠ শৰ্ম্মা, তাৰকেশ্বৰ ঘোষাল, পূৰ্ণচন্দ্ৰ দাস, খৰ্গেশ্বৰ কলিতা, বকোৰ ভূপেন দাস, ৰবীন্দ্ৰ দাস, নবীন কলিতা, ছয়গাৱঁৰ খগেন দেৱান, বাহু দলৈ, জাতিৰাম, অৰবিন্দ কলিতা আদিও সেই কামতে লিপ্ত আছিল।

গোটেই মহকুমাতে বিদ্ৰোহৰ জুই জ্বলি উঠিল। গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ পাৰত থকা খেৰৰ দম, গুৱাহাটী আৰু ৰঙীয়াৰ চৰ-ডেপুটি অফিছ, লোহাৰঘাট আৰু মুক্তাপুৰৰ বাংলা পোৰা গ'ল। বহুতো দলং আদি নষ্ট হ'ল। মিলিটেৰী যোগান, মিলিটেৰী ঠিকা আদি কিছু কামবো ব্যাঘাত হ'ল। তাৰ বাবে ঠায়ে ঠায়ে পাইকাৰী জৰিমনা আদায় আৰু ঘৰ খানাতালাচ আৰম্ভ হ'ল। অসমৰ কংগ্ৰেছ অনুষ্ঠানৰ বিভিন্ন শাখা-প্ৰশাখাবোৰো বেআইনী কৰা হ'ল। আকৌ গ্ৰেপ্তাৰী চলিল।

যি সকলক গ্ৰেপ্তাৰ কৰা হ'ল তেওঁলোকৰ কিছুমানক জেলত ঠাই দিব নোৱাৰাৰ বাবেই এৰি দিলে। কিছুমানক ২।৩ মাহ হাজোতত ৰাখি এৰি

দিলে। কিছুমানক আকৌ এদিন-ফাটেক দিলে; কিছুমানৰ বিভিন্ন ম্যাদৰ কাৰণে ফাটেক হ'ল আৰু কিছুমানক ভাৰতৰক্ষা আইনত নিৰাপত্তা বন্দী হিচাবে ৰাখিলে।

বন্দীশালত মূল কৰ্ম্মীসকল আৱদ্ধ থাকিলেও বাহিৰত থকা কৰ্ম্মীয়ে আৰু জেলৰপৰা মুক্তি পোৱা কৰ্ম্মীয়ে আঁচনিৰ কাম অব্যাহত ৰাখিছিল যাতে চৰকাৰে ভাবিব নোৱাৰে যে কিছুমান কৰ্ম্মী জেলত আবদ্ধ ৰখাৰ কাৰণে আন্দোলন বন্ধ হ'ল। এই আন্দোলন ১৯৪২ চনত আৰম্ভ হৈ ১৯৪৪ চনলৈ চলিল। ইয়াৰপৰাই বুজিব পাৰি কি পৰিমাণে জনগণ আন্দোলনমুখী হৈছিল আৰু সংগঠন কেনেকুৱা শক্তিশালী আছিল। এইটো সম্ভৱ হৈছিল, কাৰণ আন্দোলনৰ মাজৰ বিৰতিৰ সময়ত নানা গঠনমূলক বা প্ৰপীড়িত লোকক সাহায্য দিয়া আদি নানা অনুষ্ঠানবে কৰ্ম্মীসকলে সদায় জনগণৰ ওচৰ চাপি সুখ-দুখৰ ভাগী হৈ তেওঁলোকৰ মনত প্ৰভাৱ পেলোৱাৰ বাবে। কৰ্ম্মক্ষেত্ৰত সেই কৰ্ম্মীসকলৰ প্ৰভাৱ আজিও বৰ্ত্তমান।

ইতিমধ্যে নিৰ্দ্দেশ আহিল পুনালৈ সত্যাগ্ৰহী পঠাব লাগে। ত্যাগবীৰে ধাৰেশ্বৰ শৰ্ম্মা, তাৰকেশ্বৰ ঘোষাল, বৈকুণ্ঠ শৰ্ম্মা, ভৈৰৱ শৰ্ম্মা, ধৰ্ম্মকান্ত শৰ্ম্মাক পঠালে। তেওঁলোক পুনাত গ্ৰেপ্তাৰ হৈ কেইবাখন জেল বাগৰি ফিৰি আহিল।

মই নিজে ১৯৪৩ চনৰ ৩ জানুৱাৰী তাৰিখ ঘৰতে গ্ৰেপ্তাৰ হলোঁ। সেইদিনা বাহিৰলৈ যোৱাৰ কথা আছিল আৰু শান্তি ডেকাৰ কাৰণে অপেক্ষা কৰি আছিলোঁ। পুলিচৰ মাজত বিতৰণ কৰিবলৈ শান্তিয়ে গুৱাহাটীৰ বাহিৰত প্ৰচাৰ-পত্ৰ ছপাই লৈ দুপৰীয়া আহি পায়। সেই দিনাই গৱৰ্ণৰ গুৱাহাটীলৈ অহা সময়ত ৰাস্তাত থকা পুলিচ হাবিলদাৰে হঠাৎ মোক দেখা পায়। দুঘন্টামান পাছতে পুলিশ দাৰোগা উপস্থিত হোৱাত সেই কাগজবিলাক এঠাইত লুকাই থৈ মই দাৰোগাৰ আগত ওলালোঁ। তেওঁ ঘৰ খানাতালাচ কৰি এটা বটলত গ্লিচাবিন থকা সম্বন্ধে সোধাত মই Gripe water বুলি কোৱাত তেওঁ মনে মনে থাকি মোক গ্ৰেপ্তাৰ কৰা বুলি কৈ প্ৰস্তুত হবলৈ ক'লে। অৱশ্যে মোক দুঘন্টামান সময় দিছিল আৰু সেই সময়ৰ ভিতৰতে ভাত খাই প্ৰস্তুত হলোঁ। এখন মটৰ গাড়ী আনি জেললৈ লৈ গ'ল। দাৰোগা প্ৰথম ঘৰলৈ আহোঁতে অৱশ্যে পলাব পাৰিলোঁহেঁতেন। কিন্তু হঠাৎ ধৰা পৰিলে নিজৰ ও অনুষ্ঠানৰ মৰ্য্যাদা হানি হব বুলি বিৰত থাকিলোঁ আৰু লগে লগে গুপ্তভাৱে ফুৰাৰ



উদ্বেগৰপৰা ৰক্ষা পাৰিলোঁ। কেইদিনমান পাছতে নিৰাপত্তা বন্দী কৰা আদেশ জাৰী কৰিলে। জানুৱাৰীৰ ১০ তাৰিখে শ্ৰীনবীচ, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, ৺ৰামমোহন দাস, শ্ৰীদেৱপাল দাস গ্ৰেপ্তাৰ হ'ল। তেতিয়াও শান্তি ডেকা, যোগেন ভট্ট, ভবত শৰ্ম্মা, হৰেশ্বৰ শৰ্ম্মা বাহিৰত আছিল। আন কৰ্ম্মীৰ লগত তেওঁলোকেই কাম চলাই গৈছিল।

গুৱাহাটী জেলৰপৰা শ্ৰীহট্ট জেললৈ নিয়াৰ হুকুম আহিল। গুৱাহাটী জেলত থাকোঁতে নিজ ঘৰতেই থকা যেন লাগিছিল আৰু দিনৰ বাতৰি দিনে পাইছিলোঁ। বাহিৰৰ কৰ্ম্মীৰ প্ৰায় সকলোকে ভিতৰত পাই জেল যেনেই লগা নাছিল। শ্ৰীহট্টলৈ যাবলগীয়া হোৱাত মনটো গধুৰ হ'ল। গোপনীয়ভাৱে ঘৰলৈ খবৰ পঠালোঁ। নিবৰ দিনা মটৰ ষ্টেছনত ঘৰৰ সকলোটিয়েই লগ ধৰাত পুলিচৰ চি-আই-ডি জনে, যাৰ তত্বাৱধানত মোক নিয়া হৈছিল, তেওঁ আচৰিত হ'ল। যা হওক, এৰাতি শ্বিলঙ জেলত থাকি পিছদিনা পুৱাই শ্বিলঙৰপৰা ৰাওনা হ'লোঁ। গুৱাহাটীৰপৰা আৰু শিলঙৰপৰা নিওঁতে এখন গাড়ীত দুজন পুলিচ আৰু চি-আই-ডি জন গৈছিল। চি-আই-ডি জন আছিল শ্ৰীউপেন বিশ্বাস। শ্ৰীহট্টলৈ যোৱাৰ পথত তেওঁ মোক ক'লে যে জেছ্‌টেটেনাৰ ডুপ্লিকেটাৰটো আমাৰ নাদত হেনো পেলাই থৈছিলোঁ। মই উত্তৰ দিলোঁ যে লুকাই থোৱাটো সঁচা নহয়। দ্বিতীয় কথা কৈছিল যে এদিন কোনোবাই ব'ম্ এটা আমাৰ ঘৰত লুকৱাই থবলৈ নিয়াত ককাইদেৱে হেনো বাধা দিলে। মই ভাবিলোঁ যে কথাটো সম্পূৰ্ণ অসত্য নহয়। গৱৰ্ণৰ কটন কলেজলৈ আহিব বুলি খবৰ পাই কেইজনমানে কলেজত বোমা ফুটাবলৈ আনিছিল। কিন্তু গৱৰ্ণৰৰ প্ৰগ্ৰেমৰ পৰিৱৰ্ত্তন হোৱাত আমাৰ ঘৰতেই লুকুৱাই থবলৈ নিয়া কথাটো সত্য আৰু ৰাখিবলৈ অস্বীকাৰ কৰাটোও সত্য। কিন্তু অস্বীকাৰ কৰাজন ময়েইহে আছিলোঁ। মই বুজিব পাৰিলোঁ যে এওঁলোকে যথেষ্ট ঠিক খবৰেই সংগ্ৰহ কৰিছিল। যা হওক, মই বেচি কথা উত্থাপন কৰাৰপৰা বিৰত থাকিলোঁ।

আবেলি পৰত শ্ৰীহট্ট জেল পালোঁগৈ। নিয়ম অনুযায়ী খানাতালাচ কৰি ভিতৰলৈ লৈ গ'ল। মই যাম বুলি আগতেই জেলত খবৰ পাইছিল। প্ৰিয় শৰ্ম্মাই জেলৰ গেটৰপৰাই আগবঢ়াই লৈ গ'ল। ভিতৰত গৈ পালোঁ মহেন্দ্ৰ-মোহন চৌধুৰী, গৌৰীকান্ত তালুকদাৰ, কামেশ্বৰচন্দ্ৰ দাস, হৰেশ্বৰ গোস্বামী, গোলোক পাঠক, ৰমেশচন্দ্ৰ শৰ্ম্মা, হোমেশ্বৰ চৌধুৰী আৰু শ্ৰীহট্টৰ অৰুণকুমাৰ

চন্দ, পূর্ণেন্দুকিশোৰ চৌধুৰী, নিকুঞ্জ গোস্বামী, গোপাল দাস, লাবণ্য চৌধুৰী, হৃদেশ দাস, সুৰেশ বিশ্বাস, যতীন্দ্রনাথ ভদ্র, হৰিনাৰায়ণ দাস, মঃ ইব্রাহিম চতুলী আৰু মঃ মোবাৰক আলি প্ৰভৃতি। যদিও ঘৰৰপৰা বহু দূৰত, তত্ৰাচ এই জেলতো পুনৰ নিজৰ লগৰীয়াসকলক পাই সকলো দুঃখ-কষ্ট আঁতৰিল। মহেন্দ্ৰমোহন চৌধুৰীয়ে নিজৰ ভাগৰ গাখীৰ দি আদৰ সম্ভাষণ জনালে আৰু প্ৰতিদিনে গাখীৰৰ ভাগ দিয়া হ'ল। ইমান ভাল বাচা! প্ৰতিদিনে পুৱা মাৰ-ভাত খোৱাৰ পাছত কপাহ-ধুনা, পাঁজি-বটা, সূতা-কটা কাম নিষ্ঠাৰে চলোৱা হৈছিল। সেই জেলতেই কিতাপ বন্ধা, চামৰা শিলাই কৰা কামো শিকিছিলোঁ। চৌধুৰীহঁতে তাশ-পাশা আদি গধূলি খেলে আৰু মই প্ৰিয় শৰ্ম্মাৰ লগত অন্যান্য কিতাপৰ উপৰি সঞ্চয়িতাকেই ভালদৰে পঢ়িছিলোঁ। অৱশ্যে এজন ওৱার্ডাৰৰ লগত দাবা খেলকেই মই মাজে সময়ে খেলিছিলোঁ। শ্ৰীহট্ট জেলৰ শাসন এপিনে যিমান কঠোৰ আছিল আনপিনে সেইদৰেই জেইলাৰ ৺পিয়াৰুদ্দিন আছিল whimsical. পূজাৰ ঠিক আগতে আমাৰ বেৰেকৰ প্ৰত্যেককে একো-যোৰ অদিকা খড়ম জেলৰপৰা দিছিল। শ্ৰীহট্ট জেলত এটা বিশেষ অসুবিধা পাইছিলোঁ যে সেই ঠাইৰ বন্দীসকলে ৰাতি নৌপুৱাওঁতেই যি কথা কবলৈ আৰম্ভ কৰে প্ৰায় মাজ নিশালৈকে শেষ নহয়। মঃ ইব্ৰাহিম চতুলীয়ে তেওঁৰ সুললিত সুৰৰে দিয়া পুঁৱতী নিশাৰ আজান আজিও মনত যেন বাজি আছে। সেই সঙ্গীত-স্পন্দনৰ আৱাজ শুনিবলৈ বিছনাতে চকুমুদি ৰৈ থাকোঁ। ভাৱ হয় কোনোবা দিশৰপৰা সুমধুৰ সঙ্গীতৰ সোঁত যেন বৈ আহিছে। বহু ঠাইত আজান দিয়া শুনিছোঁ, কিন্তু এনেকুৱা প্ৰাণস্পৰ্শী নহয়। আবেলি আকৌ যেতিয়া আমি "শুন শুনৰে সুৰ-বৈৰী-প্ৰমাণা" বড়গীতটো সমস্বৰে সমদলে গাইছিলোঁ— শ্ৰীহট্টৰ বন্ধুসকলে সুন্দৰ marching song বুলি ৰ লাগিছিল। প্ৰিয় শৰ্ম্মাক যোৰহাটলৈ বদলি কৰি নিলে। প্ৰায় এবছৰৰ অধিককাল সেই জেলতে থকাৰ পাছত মোকো বদলি কৰিলে যোৰহাট জেললৈ। শ্ৰীহট্ট জেলত থকা সময়ত ককাই, ককাইদেউ আৰু শ্ৰীৰবীন্দ্ৰলাল বৰুৱাই দেখা কৰাত কিমান যে ভাল লাগিছিল তাক প্ৰকাশ কৰিব নোৱাৰোঁ। সেই কাৰণেই বোধকৰো গৌৰীকান্ত তালুকদাৰক তেখেতৰ পত্নীয়ে দেখা কৰোঁতে খাবলৈ দিয়া লুজন আদি বস্তু অতি আগ্ৰহ আৰু পৰম তৃপ্তিৰেই যে খাইছিল এনে. নহয় তাৰ স্মৃতিও ৰাখি থয়।

যোৰহাটলৈ নিওঁতে ২।৩ ৰাতি ষ্টেছনে ষ্টেছনে কটাই হে যোৰহাট



জেল পালোঁ; কাৰণ, মিলিটেৰীৰ কাৰণে আমাৰ ট্ৰেইনবিলাক বহুতো সময়ত একোখন ষ্টেছনতে অনিৰ্দ্দিষ্ট সময় বা মাজ বাটতে বন্ধ কৰি থোৱাৰ কাৰণে সংলগ্ন ট্ৰেইন ঠিক সময়ত নোপোৱাৰ বাবে নিৰ্দ্দিষ্ট সময়ৰ বহু পাছত যোৰহাটহে পোৱা হ'ল। যোৰহাট জেলত কুশল কোঁৱৰৰ ফাঁচি দিয়া আৰু নিৰপৰাধী ৰাজনৈতিক সহকৰ্ম্মী বন্দীসকলক লাঠিৰে কোবাই ক্ষত-বিক্ষত কৰা বেচি দিন পাৰ হোৱা নাছিল। সেই সময়ত আমি শ্ৰীহট্ট জেলত। এই জেললৈ অহাৰ লগে লগে সেইবিলাক কথা মনত পৰি মনটো গধুৰ হ'ল। যা হওক, যোৰহাট জেলত আমাৰ নেতাসকল—বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্ম্মা, ডাঃ হৰিকৃষ্ণ দাস, ফখ্‌ৰুদ্দিন আলি আহম্মদ আদিক পাই ভাল লাগিল। বাহিৰৰ লগৰীয়া আৰু শ্ৰীহট্ট জেলৰ সঙ্গী প্ৰিয়নাথ শৰ্ম্মাক পাইও নিশ্চিন্ত হ'লোঁ। তাৰোপৰি লীলাধৰ বৰুৱা আদিকো পাই জেলৰ নিৰ্জ্জনতা অন্ত পৰিল।

কেমাহমান পাছত শ্ৰীলীলাধৰ বৰুৱা আৰু মোক জেইলাৰে গেটলৈ মাতি অন্তৰীণ আদেশখন জাৰী কৰাত সেই আদেশ নামানো বুলি লিখি দিলোঁ। তাৰ এঘণ্টামান পাছত প্ৰায় ১½ বছৰৰ মূৰত আমাক দুয়োকো মুক্তি দিলে। আহোঁতে বাটত খোৱাত কষ্ট পাওঁ বুলি শ্ৰদ্ধেয় মেধি ডাঙৰীয়াই আমাক ৰুটী আৰু মাখন দি বিদায় দিলে। ইমান স্নেহৰ দান! যুদ্ধ আহি প্ৰায় দুৱাৰ-দলিত। বেলষ্টেছনসমূহত মানুহৰ ভিৰ। বস্তু-বেহানিৰ দামো জুই যেন। মৰিয়নী ষ্টেছনত আহি লীলা আৰু মই সেই ৰুটী আৰু মাখনৰেই পেটৰ ভোক পলুৱালোঁ।

গুৱাহাটী আহি পালোঁহি সাঁজে সন্ধিয়াই। পিছদিনা ত্যাগবীৰক দেখা কৰিবলৈ যোৱাত তেখেতে মিচিকিয়া হাঁহি মাৰি কুশল বাতৰি শুধিলে।

মহাত্মা গান্ধীৰ নেতৃত্বত ১৯২১ চনৰপৰা ১৯৪২ চনৰ আন্দোলন পৰ্য্যন্ত ৪টা পৰ্য্যায়ত অহিংস উপায়েৰে মুক্তি যুঁজ চলে। দুটা আন্দোলনৰ মাজৰ বিৰতিৰ কালছোৱাত বানপানী প্ৰপীড়িতক সাহায্য, মাৰি-মাৰকৰ সময়ত প্ৰচাৰ-পত্ৰিকাৰে প্ৰতিৰোধৰ ব্যৱস্থা আৰু ঔষধ-পাতি বিতৰণ, কোনো উৎসৱ আদিত স্বেচ্ছাসেৱক সংগঠন কৰি নাইবা সেৱাদল কৰ্ম্মীক লৈ শান্তি আৰু শৃঙ্খলা ৰক্ষা কৰা আদি নানা কামৰ মাজেৰে ৰাইজৰ সেৱা কৰিবলৈ চেষ্টা কৰা হৈছিল। এই কামসমূহৰ মাজেৰে কংগ্ৰেছ কৰ্ম্মীসকল ৰাইজৰ ওচৰ চপাত সুযোগ হৈছিল; ৰাইজেও কংগ্ৰেছ অনুষ্ঠানৰ আদৰ্শ আৰু উদ্দেশ্য বুজিব পৰাত কৰ্ম্মীসকলো ৰাইজৰ আস্থাভাজন হৈছিল।

এই গোটেই গৌৰৱৰ কালছোৱাৰ কৰ্ম্মময় জীৱনৰ বিৱৰণী এই প্ৰবন্ধত লিখি সম্পূৰ্ণ কৰা সম্ভৱ নহয়। মাথোন সেই অতীতৰ কথা, সেই পৰ্য্যটন, সেই সুখ-দুখৰ সময়ৰ সঙ্গীসকলৰ স্মৃতি স্মৰণ কৰি বিমল আনন্দ পাওঁ।

জীৱনৰ এই মধুৰ ঘটনাৱলী আজি কিমান দিনৰ আগৰ, তথাপি—

"সে আজকে হল কত কাল,
তবু মনে হয়, যেন সেদিন সকাল।"

"So sad so fresh the days that are no more!"

হৰ্ষ-বিষাদে ভৰা স্মৃতি অতি মধুৰ। মধুময় সেই স্মৃতি মনৰ পটত জিলিকি থাকক!

# আইন অমান্য আন্দোলনত কটন কলেজ

**শ্ৰীতীৰ্থনাথ শৰ্ম্মা**

১৯২৯ চনৰ ডিচেম্বৰ মাহত পণ্ডিত জৱহৰলালৰ নেতৃত্বত লাহোৰ কংগ্ৰেছে পূৰ্ণ স্বাধীনতাই ভাৰতৰ পৰম লক্ষ্য বুলি ঘোষণা কৰিলে আৰু ইংৰাজ চৰকাৰে এই অধিকাৰ মানি নললে অহিংস আন্দোলন চলাবলৈকো সংকল্প ললে। লগতে আহ্বান দিলে ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা সমগ্ৰ ভাৰততে জাতীয় পতাকা উত্তোলন কৰি স্বাধীনতা-স্থাপনৰ সংকল্প গ্ৰহণ কৰিবলৈ। এই ঘোষণাই আমাৰ বিশাল দেশখনৰ ইমূৰৰপৰা সিমূৰলৈ উত্তেজনা আৰু উদ্যমৰ বিদ্যুৎপ্ৰবাহ সঞ্চাৰিত কৰি দিলে। স্কুল-কলেজবিলাক দেখাত শান্তভাবে চলি থাকিলেও সাময়িক ৰাজনীতিৰ উতলা বতাহৰ কোবে ছাত্ৰবিলাকৰ মনত বুজিব নোৱৰা পোৰণি ডেৰনিৰ ইচাট বিচাট সৃষ্টি কৰিছিল। কটন কলেজৰ ছাত্ৰাবাসতো ৰাতিৰ সাঁজ ভাত খোৱাৰ পিচত কিছুমান নিৰ্দ্দিষ্ট কোঠাত মেল বহিছিল। সেই মেলবোৰত চেঙেলীয়া জীৱনৰ ৰং-ৰহইচৰ মালিতাই আগৰ একাধিপত্য হেৰুৱালে। তাৰ ঠাই ললে দেশৰ কথাই; গান্ধী মহাত্মাৰ নীতিৰ সমালোচনাই, জৱহৰলালৰ গা-উঠা কথাৰ ৰোমন্থনে আৰু বিলাতৰ ছেমুৱেল হোৰ বা ৰামজে মেক্‌ডনেল্ডৰ ৰাজনৈতিক উক্তিৰ বিশ্লেষণে। তৃতীয়-চতুৰ্থ বাৰ্ষিকৰ ৰাজনীতি-অৰ্থনীতিৰ ছাত্ৰকেইজন অৱশ্যে এইবোৰ বিষয়ত আগ আছিল। আমি প্ৰথম বাৰ্ষিক বা দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰকেইজন ঘাইকৈ শ্ৰোতাহে আছিলোঁ। মাজে সময়েহে দুই-আষাৰ মাত মাতিবলৈ সুযোগ পাইছিলোঁ। এইদৰেই দিনবোৰ গৈছিল। লগে লগে পঢ়া-শুনাও আগবাঢ়িছিল। কলেজৰ সভা-সমিতি আৰু অনুষ্ঠানবোৰো যথাবৎ চলি আছিল। ১৯৩০ চনৰ জানুৱাৰী মাহটো এইদৰে পাৰ হওঁ হওঁ হ'ল। এনেতে ২৬ জানুৱাৰীৰ স্বাধীনতা সংকল্পৰ দিন পালনৰ বাবে নেতাসকলৰপৰা দেশবাসীলৈ আহ্বান আহিল। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ স্বাধীনতা সংকল্প দিবসেই আছিল আইন অমান্য আন্দোলনস্বৰূপ ৰাষ্ট্ৰবিপ্লৱৰ ৰণোমুখী হুঙ্কাৰ।

কটন কলেজ ছাত্ৰাবাসৰ এদল ছাত্ৰই এই স্বাধীনতা-দিবস ছাত্ৰসকলে পালন কৰিব লাগিব বুলি ছাত্ৰাবাসবোৰৰ জাননী-ফলকত জাননী তৰিলে—

"জুবিলী পাৰ্কত পুৱা ৯ বজাত পতাকা উত্তোলন কৰা হ'ব আৰু 'পূৰ্ণ-স্বৰাজ' স্থাপন কৰাৰ সংকল্প গ্ৰহণ কৰা হব। সকলো ছাত্ৰই যোগ দিব লাগে।"

কোঠাই কোঠাই গলাগোপাৰ গুঞ্জন উঠিল। ওচৰৰ চাহৰ দোকানত চাহৰ পিয়লা আগত লৈ ইজনে সিজনে কিং-কৰ্ত্তব্য আলচ কৰিবলৈ ধৰিলে। সমস্যা ওলাল বহুত। কোনোবাই চৰকাৰী বৃত্তিভোগ কৰিছে, জুবিলী উদ্যানত পতাকা উত্তোলন আৰু সংকল্প-গ্ৰহণৰ ভাগী হলে বৃত্তি বন্ধ হ'ব, কাৰোবাৰ দেউতাক চৰকাৰী চাকৰিয়াল, জুবিলী উদ্যানত সমুপস্থিত গুপ্ত-বাতৰি যোগনীয়াৰৰ স্থকল্প বাতৰিত পিতাপুত্ৰ উভয়ৰে পয়মাল ঘটিব। খেনোৰ বি-এ পৰীক্ষালৈ তিনি চাৰিমাহ মাথোন বাকী; এতিয়া মাজ-মূৰকত নামোতে নাও বুৰে। এই নিচিনা এবুৰি সমস্যা আছেই। তাতে আকৌ তেতিয়াৰ দিনৰ ছাত্ৰাবাসৰ অধীক্ষকৰ হাতত থকা চিত্ৰগুপ্তৰ নিবন্ধ সদৃশ 'ব্লেকবুক'ৰ নিঃশব্দ তৰ্জ্জন। এবাৰ যদি এই কাল-গ্ৰন্থত নাম উঠিল, চৰ-ডেপুটি হাকিম হোৱাৰ মুদা সি মাৰিলেই, চৰকাৰৰ ঘৰৰ যি কোনো চাকৰিৰ ভিকাচন ভাগিল। এনেবোৰ সঁচা-মিছা আশঙ্কাৰ খুন্দাই আমাৰ মাজৰ বহুত ছাত্ৰৰ মনৰ খাঁজ লৰাই পেলাইছিল। এনেতে তেতিয়াৰ উদ্যত-দণ্ড অধ্যক্ষ টমছন চাহাবৰ জাননী এখন ভূতৰ ওপৰত দানহ পৰাদি পৰিল। জাননীখনৰ তদ্ৰূপ কথাখিনি মনত নাই, কিন্তু ভাবাৰ্থ ইমানেই আছিল যে "কোনো ছাত্ৰই চৰকাৰ-বিৰোধী কোনো কাৰ্য্যক্ৰমত যোগ দিব নোৱাৰিব। দিলে সমুচিত ফল পাব।" ছাত্ৰাবাসত অস্ফুট গুণ্‌গুণনি আকৌ বাঢ়িল। ২৫ জানুৱাৰীৰ দিনা গধূলি বেলিৰাম দাসকে মুখ্য কৰি কেইজনমান ছাত্ৰই কোঠাই কোঠাই ঘূৰি পিছদিনা পুৱা জুবিলী উদ্যানলৈ যাবলৈ ছাত্ৰসকলক অনুৰোধ কৰি ফুৰিছিল। গোটেই ছাত্ৰাবাস কেইটাতে এটা গম্‌গমীয়া ভাব। ৰাতিৰ সাঁজ ভাতৰ ঘণ্টা পৰোঁতে আনদিনাৰ নিচিনাকৈ উথপ্‌থপ্ লগা নাছিল। ভাত খাওঁতেও হাঁহি-খিকিন্দালিৰ প্ৰতাপ মোলান পৰিছিল। দাইল খোজাৰ সংকেত বাটি-বজোৱা ধ্বনিও সেইদিনা নিস্তেজ আছিল। ছাত্ৰাবাসৰ গতি-মতি সমূলি উৎসাহজনক নাছিল। পিছদিনাৰ স্বাধীনতা-দিবসত যোগ দিবলৈ বুকু ডাঠি আগবাঢ়ি ওলোৱা ছাত্ৰৰ সংখ্যা ওপৰে ওপৰে বুজাত কম হ'ব যেনেই লাগিছিল। ইপিনে এই অনুষ্ঠানৰ উদ্যোক্তা নেতাসকলে কলেজীয়া ছাত্ৰৰ সৰহীয়া যোগদানৰ ওপৰতে সাফল্যৰ কাৰণে ঘাইকৈ ভাৰসা কৰিছিল।

২৬ জানুৱাৰীৰ দিনা পুৱা কি অঘটন ঘটিল ক'ব নোৱাৰো, ৰাতিপুৱাৰ



চাহ-জলপান খাই ৮ মান বজাত যেই এদল ছাত্ৰ দপ্‌দপাই ওলাই গ'ল, কোঠাত সোমাই থকা আন কিছুমান ছাত্ৰও থিৰেৰে থাকিব নোৱাৰিলে। চাওঁতে চাওঁতে কটন-কলেজৰ ছাত্ৰাবাস প্ৰায় উদং হৈ পৰিল। জুবিলী উদ্যানত হেন্দোল-দোপ লাগিল। স্বাধীনতা-দিৱসৰ ৰাজহুৱা অনুষ্ঠান বিৰাট ছাত্ৰ-সমাৰোহত পৰিণত হ'ল। সেইদিনাৰ নিৰ্দ্ধাৰিত কাৰ্য্যসূচীৰ পুৰোধা স্বৰূপে উপস্থিত আছিল বেশ-পৰিপাটিৰে আটক-ধুনীয়া পুৰুষ দেশভক্ত তৰুণৰাম ফুকন, সৌম্যদৰ্শন অথচ অগ্নিগৰ্ভ কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ধীৰ স্থিৰ গণেশমূৰ্ত্তি সিদ্ধিনাথ শৰ্ম্মা। আন আন কোনোবা বহুত আছিল, কিন্তু তেতিয়া সেইসকলক চিনি নাপাইছিলোঁ; গতিকে আজি মনত পৰা নাই। গোটেই কাৰ্য্যক্ৰমণিকা অলপীয়া, কিন্তু গম্ভীৰ আৰু প্ৰেৰণাপূৰ্ণ হৈছিল। দেশভক্ত ফুকনেই পতাকা উত্তোলন কৰিছিল।

জুবিলী উদ্যানৰ কাৰ্য্যসূচী 'বন্দেমাতৰম্' ধ্বনিৰে সমাপ্ত হ'ল। ছাত্ৰ আৰু উপস্থিতসকল সমদলে ওলাই আহিল। দেশভক্ত ফুকনো সেই সমদলৰ আগে আগে অলপ দূৰ গৈছিল, কাষে কাষে তেখেতৰ ধুমলীয়া ল'ৰা নৃপেনক হাতত ধৰি লৈ গৈছিল। কটন কলেজৰ ফালে যেতিয়া সমদল আগবাঢ়িল, ফুকন ডাঙৰীয়াই আগবাঢ়িবলৈ অস্বস্তি বোধ কৰিছিল। তেখেতে কৈছিল,— "ছাত্ৰসকলে আমাৰ কথা মতে দলে দলে পতাকা-তোলনত যোগ দিলে, এইটো ডাঙৰ সাফল্য আৰু গৌৰৱ, কিন্তু তাকে দেখুৱাবলৈ অধ্যক্ষৰ ঘৰৰ সমুখেদি গৈ মই যহাৰ খোজা নাই; সেই কাম অশোভন হব।" আমাৰ চেঙেলীয়া মনে ইংৰাজ অধ্যক্ষক অধোবদন কৰাৰ সুযোগটো হাততে পাই হেৰুৱাব খোজা নাছিল। ফুকন ডাঙৰীয়াই পৈণত বিবেচনাৰে সেই কাম অনুদাৰ বুলি ভাবি-ছিল। পিছে এই বিচাৰৰ কোনো প্ৰয়োজন নোহোৱা হৈ পৰিল। সমদল গৈ টেলিগ্ৰাফ অফিচৰ ওচৰ চাপিছেহে, এনেতে সমুন্নত বলিষ্ঠকায় অধ্যক্ষ টমছন চাহাব গমহ গমহ খোজেৰে সেইফালে আগ বাঢ়ি অহা দেখা গ'ল। আন দেওবাৰৰ দৰেই সেইদিনাও তেখেতৰ অখণ্ডিত প্ৰাতঃ-পৰিদৰ্শনৰ ভ্ৰমণত বিজ্ঞান খণ্ড আৰু নতুন ভৱনৰ ফালে খোজ লৈছিল। সমদলৰ সব আগত আন দুজন-মানৰ লগতে আছিল বেলিৰাম দাস। তেওঁ সেইদিনা এটা গান্ধী টুপীও পিন্ধি গৈছিল। সেই টুপী আগদিনাই ক'ৰবাৰপৰা যোগাৰ কৰি আনি থৈছিল। অধ্যক্ষ টমছন ওচৰ পাওঁতেই বেলিৰাম দাসে সকলোৰে হৈ যেন অভিবাদন জনালে "গুড্‌মৰ্নিং চাৰ"। টমছন চাহাবেও সেই অভিবাদন গ্ৰহণ কৰি স্বাভাৱিক

কঠোৰেই বুলিলে—“গুড্ মৰ্ণিং বেলিৰাম।” বেলিৰাম দাসে কাষত যোৱাজনক ভয় লগাব ভাও ধৰি কৈছিল—“আও, এওঁ দেখোন মোৰ নামটো জানে একা”।

সমদল ভঙ্গ হোৱাৰ পিছত ছাত্ৰাবাস গৈ পাই দেখোঁ গোটেই থম্থমীয়া ভাব। অধীক্ষকক লগত লৈ অধ্যক্ষ চাহাবে ইতিমধ্যে ছাত্ৰাবাসবোৰ এফালৰ-পৰা চাই গৈছে। সেইটো সময়ত বিনা অনুমতিৰে ছাত্ৰাবাসৰ বাহিৰত থকা নিয়ম নহয়, অথচ তেতিয়া প্ৰায়বোৰ কোঠা উদং। কোনোবা এটা-দুটা কোঠাতহে এজন-দুজন বহি আছিল। এই শৃঙ্খলাভঙ্গৰ গুৰি ক'ত অধ্যক্ষ আৰু অধীক্ষক দুয়ো জানিও নজনাৰ ভাও ধৰি মৌন-গম্ভীৰ মূৰ্ত্তি ধাৰণ কৰি গুচি গ'ল। আমি ভাবিলোঁ—এজন-দুজন ছাত্ৰ হলে কথা বেলেগ আছিল, এতিয়া ইমানবোৰ ছাত্ৰক নো কি শাস্তি দিব! মূৰৰ চুলি এডাল-দুডাল পকিলে সৰুৱাব পাৰি, গোটেই চুলি পকিলে সৰুৱাবলৈ গলে নিজে দুখ পাবলৈহে আছে। এতেকে এইবাৰলৈ সাৰিলো, টমছন চাহাবে এইবাৰ বলে নোৱৰা শিল দেখি পৰি নমস্কাৰ জনালে। কথা পিছে আমি ভবাৰ দৰে নহ'ল। দুদিন পিছতে অধীক্ষক কেইজনে দাখিল কৰা তালিকা অনুসাৰে স্বাধীনতা-দিৱসৰ অনুষ্ঠানত যোগ দিবলৈ পুৱাতে ছাত্ৰাবাস এৰি যোৱা প্ৰতিজন ছাত্ৰৰ নামত আদেশ-পত্ৰ আহিল—২৬ জানুৱাৰীৰ দিনা পুৱা ছাত্ৰাবাসৰ নিয়মভঙ্গ কৰি অনুপস্থিত থকাৰ সমুচিত কাৰণ দৰ্শাব লাগে। দুই-এজনে আন কিবা কাৰণ উদ্ভাৱন কৰি তাকে লিখি জনাইছিল হ'বলা, কিন্তু সৰহখিনি ছাত্ৰই এক বাক্যেৰে “স্বাধীনতা-দিৱসৰ অনুষ্ঠানত যোগ দিবলৈ গৈছিলোঁ” বুলি নিৰ্ভীকচিত্তে লিখি দিছিল। অধ্যক্ষই নিয়মভঙ্গকাৰী সকলো ছাত্ৰকে সতৰ্ক কৰিয়েই ক্ষান্ত থাকিল। ‘ব্লেকবুক'ত নাম উঠিল নে নাই গম নাপালোঁ, গম পোৱাৰ প্ৰয়োজনো নোলাল। শুনিছিলোঁ বোলে অধ্যক্ষ টমছন চাহাব ছাত্ৰবিলাকৰ নিৰ্ভীক আৰু সত্য উক্তিত মনে মনে সন্তুষ্ট হৈছিল আৰু এজন নে দুজন অধ্যাপকক সেই কথা কৈছিলো। নীতি-কঠোৰ প্ৰশাসক হলেও তেখেত এজন সুদক্ষ, সত্যপ্ৰিয় আৰু অপ্ৰকট-স্নেহশীল অধ্যক্ষ আছিল। এই ক্ষেত্ৰত শৃঙ্খলাকামী টমছন চাহাবে অৰ্দ্ধং ত্যজি পণ্ডিতৰ কামকে কৰিলে। ভকতো ৰ'ল, চাউলো সিজিল।

ফেব্ৰুৱাৰী আৰু মাৰ্চ্চ মাহ কোনোমতে পাৰ হ'ল। এপ্ৰিল মাহত বহাগ-বিহুৰ আগে আগে তেতিয়া গৰমৰ বন্ধ আৰম্ভ হৈছিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ বাবে থাকিব লগা হোৱা অলপীয়া ছাত্ৰৰ বাহিৰে সকলো ছাত্ৰ বন্ধ হোৱাৰ লগে লগে ঘৰলৈ গুচি গ'ল। ১৯৩০ চনৰ মাৰ্চ্চ মাহৰ ১২ তাৰিখে



মহাত্মা গান্ধীয়ে আৰম্ভ কৰা দাণ্ডি-যাত্ৰাৰ সমাপ্তিত লোণ আইন অমান্য কৰা হয়। ধৰ্চনাৰ অকথনীয় ধৰ্ষণ-কাহিনীও সেই সময়ৰে বতৰা। পিছে কলেজ বন্ধ হৈ যোৱাত তাৰ কোনো প্ৰতিক্ৰিয়াই কলেজীয়া ছাত্ৰক ততালিকে কোবাব নোৱাৰিলে। ধৰ্চনাৰ উৎপীড়নৰ কাহিনী প্ৰচাৰ হোৱাৰ লগে লগে গোটেই দেশতে তোলপাৰ লাগি গ'ল। ৫ মে'ত মহাত্মাৰ গ্ৰেপ্তাৰৰ বাতৰিয়ে পকা ঘাত চেঙা তেলহে ঢালিলে। পিছে ইয়াৰ উত্তাপে তেতিয়াও অসম চুবহি পৰা নাছিল; অসমৰ গা লৰা নাছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ প্ৰবীণ নেতাসকলে তেতিয়াও আলেখ-লেখ চাই আছিল। তেখেতসকলে ছেগ চাই দা ধৰোৱাৰ নীতি লৈ খেণ গণিছিল। ইপিনে খেণো চৰি যাওঁ যাওঁ যেন হৈছিল। স্কুল-কলেজ বন্ধ, আইন-আদালত যথাপূৰ্ব্বং চলি আছিল। গান্ধীজীৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদত হোৱা হৰতালৰ বাহিৰে অসমত আইন অমান্যৰ একো উমঘামেই শুনা নগৈছিল। এনে সময়তে অসম চৰকাৰেই যেনিবা উমাই থকা জুইকুৰা খোচাৰি জ্বলাই দিলে।

জুনমাহৰ শেহত এটা ডাঙৰ ভূঁইকপ হৈছিল। তাৰ পিছত প্ৰায় এমাহলৈ নিতৌ সৰুসুৰাকৈ এটা-দুটা জোকাৰণি আহি আছিল। প্ৰায় একে সময়তে অসমৰ শিক্ষাক্ষেত্ৰতো এটা ডাঙৰ জোকাৰণিয়ে বিদ্যালয়বোৰৰ পৰিবেশ অশান্ত কৰি তুলিলে। গান্ধীজীক গ্ৰেপ্তাৰ কৰাৰ বাতৰি ওলোৱাৰ লগে লগে ৬ মে তাৰিখে অসমৰ বিভিন্ন ঠাইত হৰতাল হৈছিল। এই কথাত চৰকাৰ বাহাদুৰে বৰ বিষম পালে। তেতিয়াৰ শিক্ষাধিকাৰ কানিংহাম চাহাবেও চালে এই কথাই কথা নহয়, পৰিস্থিতি হাতৰ মুঠিত থাকোঁতেই কিবা এটা কৰিলেহে দক্ষতাৰ চিনাকি দিয়া হ'ব। এই ভাবিয়েই হবলা, তেওঁ চৰকাৰী স্কুলবোৰত বিজ্ঞপ্তি-পত্ৰ জাৰি কৰিলে বোলে, প্ৰত্যেক ছাত্ৰৰ অভিভাৱকে নিজৰ ল'ৰা-ছোৱালীক কোনো চৰকাৰ-বিৰোধী কামত যোগ নিদিয়াকৈ ৰাখিম বুলি এখন লিখিত প্ৰতিশ্ৰুতি দাখিল কৰিব লাগিব, অন্যথা ল'ৰাৰ নাম কাটি দিয়া হ'ব। এনে অপমানসূচক প্ৰতিজ্ঞা-পত্ৰত চহী কৰি ল'ৰা পঢ়াব লগাৰ নিয়ম কৰাত অতি নিৰ্জ্জু অভিভাৱকসকলো জ্বলি-পকি উঠিল। ছাত্ৰবিলাকৰ বেলিকা জ্বলা জুইত যেনিবা ঘিঁউহে পৰিল। এটা প্ৰৱল আলোড়নৰ সৃষ্টি হ'ল, অভিভাৱক-সকলৰ একাংশই প্ৰতিজ্ঞাপত্ৰ নিদিওঁ বুলি দৃঢ় সংকল্প কৰিলে। কিছুমান অভিভাৱকে ক'ৰ পানী কলৈ যায় চাবলৈ বাট চালে, আৰু গত্যন্তৰ নোহোৱা বাকীসকলে প্ৰতিজ্ঞা-পত্ৰত চহী কৰিলে। প্ৰতিবাদ সভা হ'ল। এনে আপদীয়া

চৰ্ত্ত মানি লৈ ল'ৰা-ছোৱালী পঢ়োৱাতকৈ অচৰকাৰী স্কুল প্ৰতিষ্ঠাৰ কাৰণে প্ৰস্তাৱ লোৱা হ'ল। সেই সময়ত গুৱাহাটীত হাইস্কুল বুলিবলৈ একেখনেই —কলেজিয়েট হাইস্কুল। অচৰকাৰী হাইস্কুল আছিল পোঙ্কৰ মাইল দূৰত পলাশবাৰীত। গতিকে গুৱাহাটীৰ স্বাধীনচেতা অভিভাৱকসকলৰ চিন্তা দুগুণে বৃদ্ধি হ'ল। ৰাজনৈতিক ব্যক্তিসকলৰো গা লৰিল।

আইন অমান্য আন্দোলন গোটেই ভাৰত জুৰি তীব্ৰ গতিৰে আগবাঢ়িছে, অথচ অসমত তেতিয়াও তাৰ উমঘামেই নাই। অসহযোগ আন্দোলনৰ (১৯২১) যুগৰ দেশবৰণ্যে নেতা ফুকন-বৰদলৈয়ে তেতিয়াও খেণ-গুণিয়ে আছে। ডেকা-সকল ওচৰ চাপিলে ফুকন ডাঙৰীয়াই কৈছিল,—"সময় হলে আমিও ডাক ছাৰিম, তোমালোক কেৱল সাজু হৈ থাকিবা।" আচল কথা তেখেতসকল নানা কাৰণত ক্লান্ত, নিৰুৎসাহ আৰু দেশৰ প্ৰস্তুতি সম্বন্ধে সন্দেহযুক্ত হৈ আছিল। দেশৰ ইতিহাসকাৰী আন্দোলন এটাৰ কৰ্ত্তব্য, দুঃখ-কষ্ট আৰু গৌৰৱৰ ভাগ নোলোৱাকৈ অসম আঁতৰি থাকিব, এনে কথাৰ পৰিণাম ভাবি তেজপুৰৰ দুজন তেজস্বী তৰুণ নেতা অস্থিৰ হৈ পৰিল। ইপিনে 'কানিংহাম চাৰ্কুলাৰ' হেন লাগনি জুইকুৰাও হাততে মুমাই যাবলৈ দিব নোৱাৰি। আইন অমান্য আন্দোলন আৰম্ভ কৰাত এইপাত হাততে পোৱা অস্ত্ৰ যেন আছিল। ৰাইজৰ মনৰ বুজ পাওঁতা বিচক্ষণ নেতা দুজনে তাক নিজৰ কামত লগাব পাৰিব বুলি বৰ্ঢ়িয়াকৈ উপলব্ধি কৰিছিল। সেই দুজন হৈছে ত্যাগবীৰ হেম বৰুৱা আৰু কৰ্ম্ম-মূৰ্ত্তি অমিয়কুমাৰ দাস। ত্যাগ আৰু কৰ্ম্মই মূৰ্ত্তি ধৰি, বন্ধুৰূপে হাতত ধৰাধৰিকৈ, অসমৰ ৰাজনীতি ক্ষেত্ৰৰ ইকূল-সিকূল সন্ধিক্ষণ এটাত আন্দোলনৰ বাঘজৰী নিজৰ মুঠিলৈ চপাই ললে।

গুৱাহাটীলৈ আহিয়েই এখেতসকল উজানবজাৰৰ ভেৰোণীয়া খেৰীঘৰ এটাত থাকিবলৈ ললে আৰু তাৰপৰাই ছাত্ৰ আৰু যুৱকসকলৰ লগত যোগাযোগ আৰম্ভ কৰিলে। পূৰ্ব্বনেতাসকলকো লগ ধৰি আন্দোলনত নমাবলৈ প্ৰচেষ্টা চলাবলৈ ধৰিলে। এনেতে জুলাই মাহৰ দুই তাৰিখে গৰম-বন্ধৰ অন্ত পৰিল, কলেজ খুলিলে।

আঢ়ৈ মাহকাল এৰাবাৰী যেন জয়াল হৈ পৰি থকা কটন ছাত্ৰাবাস আকৌ দিনত হাই-উৰুমিৰে, ৰাতি বিজুলী বন্তিৰে একে ৰাতিতে পতা নগৰ যেন হৈ পৰিল। ভূঁইকঁপৰ এটা-দুটা জোকাৰণি তেতিয়াও আহিয়ে আছিল। পঢ়াশুনাৰ নাম-গোন্ধেই নাছিল। নতুনকৈ ভৰ্ত্তি হবলৈ অহা ছাত্ৰৰে ছাত্ৰাবাস



উফলি-মুফলি লাগিছিল। তাৰ ভিতৰতে এদল ছাত্ৰৰ মাজত আইন অমান্য আন্দোলন লৈ কি কৰা উচিত তাক লৈও গলাগোপা চলিছিল। দুই-চাৰিজন ছাত্ৰৰ লগত বাহিৰৰ যোগাযোগ গুপুতভাৱে চলি আছিল। কটন কলেজৰ ছাত্ৰসকলক আন্দোলনত কেনেকৈ নমাব পাৰি, এই বিষয়ে বাহিৰত নেতা-সকলেও গুণাগঁথা কৰি আছিল। ছাত্ৰাবাসত কিন্তু ছাত্ৰসকলৰ মাজত ৰাজনৈতিক চাঞ্চল্যৰ দেখাত একো চিন পোৱা নগৈছিল। কলেজ খোলাৰপৰা দুই-চাৰিটা দিন এনেকৈয়ে গ'ল।

জুলাই মাহৰ ৯ তাৰিখে কাৰ্জ্জন হলত (এতিয়াৰ নবীন বৰদলৈ হল) অসমৰ ৰাজনৈতিক পৰিস্থিতি আৰু কৰ্ত্তব্য সম্বন্ধে আলোচনা কৰিবলৈ এখন সভা হ'ব বুলি জাননী আৰু ঘোষণা পালোঁ। ছাত্ৰসকলকো এই সভাত যোগ দিয়াৰ কাৰণে আহ্বান কৰা হৈছিল। ছাত্ৰাবাসত সেই সভাৰ জাননী-পত্ৰ বিলাই দিয়া হৈছিল। আবেলি ৫ মান বজাত সভা আৰম্ভ হৈছিল। সভাত বহুতো কলেজীয়া ছাত্ৰ উপস্থিত হৈছিল। স্থানীয় নেতাসকলৰ কোন কোন উপস্থিত আছিল, আজি মনত নাই; ফুকন ডাঙৰীয়া উপস্থিত নাছিল। বৰদলৈ ডাঙৰীয়া থকা থকা যেন মনত পৰিছে। সেইদিনাৰ সভাত ছাত্ৰসকলৰ প্ৰতি বিশেষ আহ্বান দি ত্যাগবীৰ হেম বৰুৱাই স্বাধীনতা আন্দোলনত ছাত্ৰ আৰু যুৱকসকলৰ কৰ্ত্তব্য সম্পৰ্কে এটা উদ্দীপনাময়ী বক্তৃতা দিছিল। সভাৰ শেহৰ ফালে কোনে কোনে অন্ততঃ এবছৰৰ কাৰণে কলেজ এৰি আন্দোলনত যোগ দিব, তাক প্ৰতিশ্ৰুতি বিচাৰি আহ্বান শুনোৱা হ'ল। সভাত কোনে কোনে নাম দিছিল পূৰাকৈ মনত নাই। সেই তালিকাখনো সম্ভৱতঃ পিছত পুলিচৰ হস্তগত হৈছিল। সেই সভাত নাম নিদিয়া ছাত্ৰৰ ভিতৰতো কোনো কোনোৱে ঠায়ে ঠায়ে আন্দোলনত যোগ দিছিল আৰু উত্তেজনাৰ মুহূৰ্ত্তত নাম দি পিছত দুৰ্ব্বলতাই পোৱা কেইজনমানে পিচ হোহঁকাও মাৰিছিল। সেইদিনাৰ আহ্বান-ক্ৰমে নাম দিয়া আৰু পিছত কলেজ বৰ্জ্জন কৰা কটনীয়ানসকল আছিল: (১) বিজয়চন্দ্ৰ ভাগৱতী, (২) বেলিৰাম দাস, (৩) চন্দ্ৰকুমাৰ চেক্সেনা, (৪) গিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী (মণ্টু), (৫) ভবানীপ্ৰসাদ বৰুৱা (উজানবজাৰ), (৬) দ্বিজেন্দ্ৰনাথ ভূঞা, (৭) ৰবীন কাকতী, (৮) নগেন্দ্ৰনাথ গগৈ, (৯) দেবেন চৌধুৰী, (১০) জিতেন্দ্ৰমল্ল বৰুৱা, (১১) গিৰিজা চৌধুৰী, (১২) নগেন্দ্ৰনাথ শৰ্ম্মা (গুৱালকুছি), (১৩) সুৰেন্দ্ৰনাথ শৰ্ম্মা আৰু (১৪) তীৰ্থনাথ শৰ্ম্মা—এই চৈধ্যজন।

কটন কলেজৰ আন কেইজনমান ছাত্ৰই সেইদিনা নাম দিয়া নাছিল কিন্তু ঘৰলৈ গৈ উভতি নাহি নিজ ঠাইত আন্দোলনত যোগ দিছিল। পিকেটিঙৰ হুলস্থুলৰ সময়ত ছাত্ৰাবাস এৰি ঘৰলৈ যোৱা ছাত্ৰৰ সৰহভাগেই কলেজৰ পৰিবেশ প্ৰকৃতিস্থ হোৱাৰ লগে লগে গুৱাহাটীলৈ উভতি আহি পঢ়া-শুনা আৰম্ভ কৰিছিল।

কলিকতাত পঢ়া দুজন অসমীয়া ছাত্ৰই কলেজ এৰি প্ৰায় সেই সময়তে আন্দোলনত যোগ দিছিলহি। তাৰ ভিতৰত শ্ৰীলীলাধৰ বৰুৱাই লোণ আইন অমান্য কৰিবলৈ গুজৰাটলৈ গৈছিল। কলিকতাৰ অসমীয়া ছাত্ৰবিলাকে তেওঁক সগৌৰৱে হাওৰা ষ্টেছনত আগবঢ়াই দিছিলগৈ। গুজৰাটৰপৰা উভতি আহি লীলাধৰ বৰুৱাই গুৱাহাটীৰ কৰ্ম্মীদলৰ লগত যোগ দিলে। লীলা বৰুৱাই গান্ধীজীৰ অনুকৰণত আঠুমূৰীয়া চুৰিয়া পিন্ধি শুদা গাত চাদৰ লৈ আৰু হাতত টাকুৰি ঘূৰাই সূতা কাটি ফুৰিছিল। আনজন কলিকতাৰপৰা পঢ়া স্থগিত কৰি আন্দোলনৰ কামত যোগ দিয়া ছাত্ৰ আছিল শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য। তেওঁ পিছত টিহু অঞ্চলত আন্দোলন চলাইছিল।

আইন কলেজৰ ছাত্ৰসকলৰপৰা বহুত আশা কৰা গৈছিল যদিও মাত্ৰ তিনিজন ছাত্ৰহে ওলাই আহিল। আইন কলেজৰ সৰহ ভাগেই চৰকাৰী চাকৰিলৈ দৰ্খাস্ত কৰি বাট চাই থকা বিধৰ ছাত্ৰ আছিল। আইন ব্যৱসায় কৰিয়ে খাম বুলি আইন অধ্যয়নক মোৰ বুলি লোৱা ছাত্ৰৰ সংখ্যা এতিয়াৰ দৰে তেতিয়াও নাছিল বা থাকিলেও লেখত নগণ্য। গতিকে আইন কলেজৰ ছাত্ৰই বহুত আগ-পিছ গুণি পিচুৱাই থাকিল। ওলাই আহিল তেতিয়াৰ ছাত্ৰ সম্মিলনৰ সম্পাদক শ্ৰীৰজনীকান্ত গোস্বামী, শ্ৰীৰাধিকাৰাম দাস আৰু শ্ৰীনৱনাৰায়ণ গোস্বামী। নৱনাৰায়ণ গোস্বামী অলপ পিছত আহি লগ হৈছিল।

উজানবজাৰত যোৰপুখুৰীৰ ওচৰতে নবীন বৰদলৈ ডাঙৰীয়াৰ কেইটা-মান ভেৰোণীয়া সৰু সৰু খেৰী ঘৰ শাৰীকৈ আছিল। সমুখতে এটা পকী-কুঁৱাও আছিল। বৰদলৈ ডাঙৰীয়াই তাৰে দুটা ঘৰ কংগ্ৰেছ কৰ্ম্মীসকলক থাকিবলৈ এৰি দিছিল। অফিছ বুলিবলৈ তেতিয়া বেলেগ ঘৰ নাছিল। স্বৰ্গীয় সিদ্ধিনাথ শৰ্ম্মাৰ চ'ৰাঘৰটো আৰু হেম বৰুৱা আৰু অমিয় দাস থকা ঘৰতেই কংগ্ৰেছ অফিছ চলি আছিল। গোপনীয় কাগজ-পত্ৰবোৰ মেকুৰীয়ে পোৱালি লৈ ফুৰাৰ দৰে শ্ৰীলক্ষ্মীধৰ বৰাই ভঁড়ালৰ তলত, বেৰৰ ঢোন্দত কেনেকৈ ক'ত লুকাই থৈছিল আমি নাজানিছিলোঁ। আমি কলেজ-ত্যাগী



ছাত্ৰসকল উজানবজাৰৰ এই শিৱিৰত সোমালোঁগৈ। যি কেইজনৰ গুৱাহাটীত ঘৰ আছিল, তেওঁলোক কেইজনমানে নিজ ঘৰত নাথাকি লগে সঙ্গে তাতেহে থাকিবলৈ ললে। আমি যেতিয়া শিৱিৰ সোমাওঁগৈ, তেতিয়া তাত অকলশৰে এজন কৰ্ম্মী আছিল। অকলশৰীয়া হলেও সেইজন একৰথী পুৰুষ আছিল। চাৰিওপিনৰ অনিশ্চয়তা আৰু হতাশ পৰিবেশত তেওঁ অকলে শিৱিৰত বহি আশা-উদ্যমৰ বন্তি জ্বলাই বিৰাট আন্দোলনৰ স্বপ্নেৰে উদ্‌বুদ্ধ হৈ আছিল। আমি গৈ পাওঁতে তেওঁ যঁতৰটো লৈ সূতা কাটি আছিল। তেওঁ হৈছে স্বৰ্গীয় গোলোক পাঠক। এই দুৰ্দ্ধৰ্ষ পুৰুষজন এক হৈও বহুজনসদৃশ আছিল। আমি গৈ শিবিৰ-বাসী হোৱাত তেওঁৰ আনন্দ চায় কোনে? নেতাসকলৰ লগত পৰামৰ্শ নকৰাকৈয়ে পিকেটিঙৰ কাৰ্য্যসূচী তৈয়াৰ কৰাত মহা উৎসাহেৰে কাগজ-কলম লৈ বহি গ'ল। বহি থকাৰ নামত তেওঁ মৰিব পাৰে। কাম কৰিবলৈ গলেও চিন্তা-ভাবনা আলাপ-আলোচনা কৰি সময় কটোৱাৰ তেওঁ পক্ষপাতী নাছিল।

কংগ্ৰেছৰ সঞ্চিত কোনো পুঁজি নাছিল। এতিয়া শিৱিৰৰ ভোজনাদিৰ ব্যৱস্থা লৈ চিন্তা কৰিবলগীয়া হ'ল। এই ভাৰ পৰিল স্বৰ্গীয় ডাঃ হৰিকৃষ্ণ দাস আৰু লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ওপৰত। এই চিকিৎসক পুৰুষ দুজন কংগ্ৰেছ আন্দোলনৰ গোৱৰ্দ্ধনধাৰী আছিল। নিজৰ উপাৰ্জ্জনৰ ৰাহি ধনৰ শেষ পাইটোও কংগ্ৰেছলৈ সাঁচিছিল। এই শিৱিৰৰ ভৰণ-পোষণৰ ভাৰো তেওঁলোকৰ ওপৰতে পৰিছিল। শিৱিৰৰ বজাৰ কৰিবলৈ ধন নাইকিয়া হলে ডাঃ বৰুৱাৰ গুৰিলৈ কেতিয়াৱা গৈ এনেও হৈছে যে তেখেতে জেপ জোকাৰি যি পাইছিল গোটেইখিনি দি দিছিল। ফাঁচিবজাৰৰপৰা কিছু পৰিমাণ চাউল-দাইল সৰহীয়াকৈ সংগ্ৰহ কৰি আনি থোৱা হৈছিল। ৰাতিপুৱা চাহ আৰু মুড়ি, দুপৰীয়া আৰু ৰাতি ভাত-দাইল আৰু কেতিয়াবা এখন তৰকাৰি। নেমুটেঙা এটুকুৰা পালেই বহুত যেন লাগিছিল। মাটিত ঢাৰি পাৰি তাতে বিছনা পাতি শোৱাৰ দিহা কৰা হৈছিল। ভেটিটো আছিল কেঁচা আৰু ওখ-চাপৰ; গতিকে কেতিয়াবা উঠঙ্গা ঠাইত পিঠিটো পৰে। এইবোৰ পিছে অসুবিধা বুলি মনতেই নেখেলাইছিল। দুখ-কষ্টবোৰ ৰং-ৰহইচৰ লগৰীয়া কিবা যেনহে লাগিছিল।

গিৰীন চৌধুৰী এজন ভাল খেলুৱৈ আছিল, কিন্তু গান দুই-এটাও গাইছিল, মাতটোও মিঠা আছিল। তেওঁৰ লগত গোৱা দুই এটা বঙলা গানৰ কলি আজিও মনত আছে। চন্দ্ৰকুমাৰ চেক্কোনাও ভাল টেনিছ খেলুৱৈ

আছিল; পঢ়াশুনাত মজলীয়া বিধৰ। চন্দ্ৰকুমাৰে কথাবোৰ ধেমেলীয়াকৈ ক'ব জানিছিল, কথা কৈ ৰগৰ তুলিবও পাৰিছিল। এদিনৰ কথা মনত আছে, শিবিৰৰ সমুখৰ কুঁৱাৰ পাৰতে ক'ৰবাৰ এজন পূজা কৰি ফুৰা বামুণে ভৰি ধুইছিল। তেওঁৰ গাত এখন চেলেং কাপোৰৰ বাহিৰে চোলা নাছিল। চেলেংখন অৱশ্যে ঘৰত বোৱা হলেও বিলাতী সূতাৰে বোৱা। আমি কেইজন-মানেৰে সৈতে চন্দ্ৰকুমাৰ ভৰি-হাত ধুবলৈ তালৈ গৈ তেওঁক দেখা পালোঁ। চন্দ্ৰকুমাৰে তেওঁক সুধিলে, "দেউ, আপুনি বিলাতী কাপোৰ পিন্ধিছে কেলেই? আপুনি নাজানেনে বিলাতী কাপোৰ পিন্ধিবলৈ আমাৰ শাস্ত্ৰই বাৰণ কৰিছে।" দেউজনে অলপ থতমত খাই সুধিলে, "শাস্ত্ৰত বিলাতী কাপোৰৰ কথাও আছে নে?" "এ দেউ, আপুনি একো নাজানে" এই বুলি চন্দ্ৰকুমাৰে সংস্কৃতি শ্লোকৰ সুৰত খুব খৰলৈ বেবেৰিবাং কিবা কিছুমান গাই শেহত "কদাচিং বিলাতী-কাপোৰম্" বুলি লেহেতীয়াই সামৰি থলে। বামুণজনে কলে,—"হ'ব পাৰে, আমি সিমান পঢ়া নাই।" চন্দ্ৰকুমাৰ চেক্সেনাৰ এনেকুৱা 'ফাজলামি' কথাৰ অন্ত নাই। বিজয় ভাগৱতী আজিৰ দৰে তেতিয়াও ধীৰ, স্থিৰ আৰু স্বল্পভাষী। অনাহকত কথা-চোবোৱা আৰু লঘু হাস্য-পৰিহাস কৰি চঞ্চল হোৱা স্বভাব তেখেতৰ তেতিয়াও নাছিল। আমাৰ সকলোৰে মাজত তেখেত বয়সতকৈ বেছি গম্ভীৰ আছিল। আমিও তেখেতক শ্ৰদ্ধা কৰিছিলোঁ। কাৰ্জ্জন হলৰ সভাৰ পিছত ছাত্ৰাবাসলৈ আহি মই তেখেতৰ কোঠালৈ গৈছিলোঁ। তেখেতে তেতিয়া কাপোৰ-কানি, কিতাপ-পত্ৰ সামৰি আছিল আৰু পিছদিনা ওলাই যাবলৈ সাজু হৈছিল। মোক কলে,—"বিবেকৰ দংশন লৈ কি পঢ়াশুনা কৰিবা? ওলোৱাই উচিত বুলি ভাবিলোঁ"। মই কলো, "মোৰো সেই কথা।" বিজয় ভাগৱতীক ব্ৰাউন চাহাবে ঠাট্টা ছলেৰে 'মেজৰ ভাগৱতী' বুলিছিল। ব্ৰাউন চাহাবে যি ভাবেৰেই নোবোলক—তেওঁ আমাৰ বাহিনীৰ 'মেজৰ' আছিল, এইটো সঁচা। আৰু এজন নীৰৱ, অনাৰম্বৰ, অথচ দৃঢ়মতি ছাত্ৰৰ কথা সেইদিনৰ কথা-প্ৰসঙ্গত সদায় মনত পৰে। তেওঁ হৈছে নগেন গগৈ। চুটি-মুটি কুন্দাই লাখুটি হেন মানুহটি। কথা বৰ কমকৈ কৈছিল। যি কাম দিয়া হয় তাক পালন কৰোঁতে যেনিবা সাক্ষাৎ 'কাছাবিয়াঙ্কা'। অৱসৰ সময়ত চাৰিওফালে ধেমালি-ধুমুলাৰ ৰগৰ উঠে, তাৰ মাজতো তেওঁ নিৰ্ব্বিকাৰ চিত্তে সূতা কাটি থাকে। এনেদৰেই আমাৰ শিবিৰত বিভিন্ন চৰিত্ৰৰ এক বিচিত্ৰ আৰু অপূৰ্ব্ব সমাৱেশ হৈছিল।



শিবিৰৰ 'তদ্‌বিৰ' কৰাৰ ভাৰ আছিল গুৱাহাটী জিলা কংগ্ৰেছৰ তেতিয়াৰ সহকাৰী সম্পাদক তৰুণ উকীল লক্ষ্মীধৰ বৰাৰ ওপৰত। ওকালতি আৰম্ভ কৰাৰ কিছুদিন পিচতে সেইফালে নমস্কাৰ জনাই ত্যাগবীৰ হেম বৰুৱাৰ 'কোম্পানী'ত নাম লিখালে। উকীল হলেও দেখাত ছাত্ৰ ছাত্ৰ ভাব তেতিয়াও মোচ খোৱা নাছিল। ডাঙৰৰ লগত যেনেকৈ গম্ভীৰ আলোচনাত যোগ দিছিল, সৰু সৰু ছাত্ৰ-ভলন্টিয়াৰবিলাকৰ লগতো তেনেকৈ হাঁহি-ধেমালিৰে পাতল পৰিবেশৰ সৃষ্টি কৰিব জানিছিল। তেখেতৰ ঘৰত কংগ্ৰেছৰ গোপন-বিভাগৰ কাম চলিছিল। গোপন কাগজ-পত্ৰৰো গতি লগাব তেখেতেহে জানিছিল। গুৱাহাটীৰ পাণবজাৰৰ নিজৰ ঘৰত থাকিলেও সততে কংগ্ৰেছ শিৱিৰতহে কাল কটাইছিল। খোৱা-বোৱা সামগ্ৰী সংগ্ৰহৰ উপৰিও এখেতৰ গাত আৰু এটা আপদীয়া জঞ্জাল আছিল। পুলিচে ৰাতি ঘেৰি থাকি পুৱাতে সোপাই ভলন্টিয়াৰ সামৰি খালৈত যাতে ভৰাব নোৱাৰে, তাৰ কাৰণে পিচলৈ বিশেষ চকু ৰাখিব লগা হৈছিল। কাৰণ ভলন্টিয়াৰৰ সংখ্যা বেছি নহয়, তাকো যদি একেলগে এদিন ধলপুৱাতে ধৰি নিয়ে, আমাৰফালে পৰালি পৰিব। এই দশাত নপৰিবলৈ সাৱধানে থাকিব লগা হৈছিল আৰু তাৰ কাৰণে ৰাতি ভাত-পানী খোৱাৰ পিচতে পিয়াপি দি ভলন্টিয়াৰবিলাক গৈ বেলেগ বেলেগ ঠাইত শুইছিল। তাকো আকৌ চোং সলাই সলাই নকৰিলে ৰক্ষা নাছিল। ৰাতি শোৱাৰ বেলেগ বেলেগ ঠাই উলিওৱাৰ আৰু ঠাই সলনি কৰাৰ ব্যৱস্থা কৰিছিল বৰাদেৱে। সেই তালিকা অনুসৰি গৃহস্থৰ অনুমতি লোৱাৰ ভাৰো আছিল তেখেতৰে। কাৰ বাৰান্দাত, কোন এৰাঘৰত কেতিয়া কেনেকৈ শুইছিলোঁহঁক, এটাইবোৰ মনত নাই। কিন্তু এদিন মই আৰু পৰশুৰাম বুলি এজন জুপুৰি-ঘৰ এটাত শুইছিলোঁ। আন এদিন ৰাতি শুই থাকোঁতে বৰ বৰষুণ দিলে, শুলে স্বৰগ দেখা ছালেদি উৰুখনি পৰি, আমাক তেনেই তিয়ালে।

আমাৰ শিৱিৰত বহুত গণ্যমান্য লোকৰ সমাবেশ হৈছিল। কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়া সততে আহিছিল আৰু বুজবাজ লৈছিল। সমিতিৰ বৈঠক হলেও তাতে হৈছিল। এবাৰ কি হুবাৰ দেশভক্ত ফুকন ডাঙৰীয়াও আহিছিল। দুই-এঘৰে মাজে সময়ে আমাক নিমন্ত্ৰণ কৰি এসাঁজ ভালকৈ খুৱাইছিলোঁ। শিবিৰলৈ অহা-সকলৰ ভিতৰত এজনৰ কথা পাহৰিব নোৱাৰি। তেখেত হ'ল মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্য। এই অশীতিপৰ বৃদ্ধ হাতৰ শকত লাখুটিডাল বাই পুৱা চাহ খাবৰ সময়তে ওলায়হি। আমাৰ লগতে চাহ খায়, মুড়ি

চোবাবলৈ আহুকাল পাই চাহতে তিয়াই লয়। খাওঁতে পলম হয়। চাহ চেঁচা হয়, আকৌ অলপ গৰম চাহ আনি দিব লাগে। কথা কৈ থাকোঁতে নিজৰ কথাত নিজেই ৰগৰ পাই হঃ হঃকৈ মৰা সৰল হাঁহিটো শুনিবলৈ আমাৰ বৰ ভাল লাগিছিল। সেই মানুহজনৰ যে কি অবিশুদ্ধ দেশভক্তি আছিল ভাবিলে অনুপ্ৰাণিত নহৈ নোৱাৰি। এদিন চাহ খাই থাকোঁতে ভাৰতৰ প্ৰাচীন গৌৰৱৰ কথা কৈ আছিল। হঠাতে "অঃ, মোৰ সেই হেন দেশখন কি হ'ল" বুলি ধাৰাসাৰে চকুৰ পানী টুকিবলৈ ধৰিলে। অলপ সময় তলকা মাৰি থাকি লাখুটিডাল ডাঙি লৈ কলে,—"বোপাইহঁত, তহঁতে এই দেশ উদ্ধাৰ কৰিব লাগিব। মৰি হলেও কৰিব লাগিব—" এই বুলি কৈ গুচি গ'ল। কমলাকান্ত যথাৰ্থতে 'চিন্তানল'ৰ অগ্নি-কবি।

আৰু এজনৰ কথা কৈ এই প্ৰসঙ্গ সামৰোঁ। আমি শিবিৰলৈ যোৱাৰ লগে লগে সৰ্থেবাৰীৰ হটঙা বয়সীয়া মানুহ এজন আমাৰ লগ হ'লহি। পিন্ধনত তেওঁৰ এখন আঁঠুমূৰীয়া চুৰিয়া, গাত এটা জোঠা এৰি কোট, মূৰত গান্ধী টুপি। তেওঁৰ পোছাকী নাম আছিল শ্ৰীভুৱনেশ্বৰ ভূঞা কিন্তু 'কহাঁৰ-কা' নামেৰেহে গুৱাহাটীত খ্যাত হৈছিল। পোছাকী নামটো বহুতে নাজানিছিল আৰু জানিবৰ কোনো দৰকাৰো নপৰিছিল। গুৱাহাটীৰ কিছুমান পৰিয়ালত ভিতৰলৈকে তেওঁৰ গতি অবাধ আছিল। ইঘৰ সিঘৰৰপৰা পকা কঁঠাল আৰু কেতিয়াবা ভীমকল আনি স্বেচ্ছাসেৱকবিলাকক খাবলৈ দিছিল, কিন্তু নিজে হলে নাখাইছিল। মাজে মাজে কেতিয়াবা চিৰাও খুজি আনিছিল। যি ঘৰলৈ যায় সেই ঘৰৰ গৃহিণীক কয়,—"মাই, ছলি কেটা শুখে মৰ্‌ছি, কিবা দে হেৰে।" কম বয়সীয়া স্বেচ্ছাসেৱক দুজনমানক লগত লৈ টিঙৰ টেমা জোকাৰি স্বৰাজৰ গান গাই গাই পয়ছাও গোটাই আনিছিল। কহাঁৰ-কাৰ বয়স তেতিয়া ৬০ বছৰ-মান আছিল, তেওঁ হলে নিজকে বহুত বয়সীয়া বুলি ভাবিছিল। তৰুণ ফুকনৰ তেওঁ মহাভক্ত আৰু অনুগত আছিল। ফুকনক সমালোচনা কৰিলে তেওঁ মৰা যেন পাইছিল। আমি সুধিছিলোঁ, "কহাঁৰ-কা, তুমি ফুকনক বেয়া বুলিলে বৰ দুখ পোৱা নহয়?" তেওঁ উত্তৰ দিছিল,—"লৈ ডাঙাৰ কৰ্‌ছো বাপা, বয়া নাপাম?" আচলতে ফুকন তেওঁতকৈ বেছি সক নাছিল যে তেওঁ লৈ ডাঙৰ কৰিব। পিচলৈ তেওঁৰ ঘাই কাম হৈছিল কংগ্ৰেছ শিবিৰত তুলসী এজোপা ৰুই লৈ নিতৌ বন্তি জলোৱা আৰু মাজে সময়ে নাম ধৰোৱা। নাম-কীৰ্ত্তন বন্তি জলোৱাৰ গুৰিতে আছিল শীঘ্ৰে স্বৰাজ-প্ৰাপ্তিৰ প্ৰাৰ্থনা। তেওঁ যোগাৰ কৰা



নামত এদিন স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াও আহি বহা মনত আছে। এই কহাঁৰ-কা সম্বন্ধে স্বৰ্গীয় সিদ্ধিনাথ শৰ্ম্মাই এদিন কৈছিল,—"ভাবি চালে আমাৰ সকলোৰে নাম-যহৰ দূৰণীয়া আশা অলপ নহয় অলপ কিবা আছে, কিন্তু এই মানুহজনে যে ল'ৰা-তিৰোতা এৰি বৃদ্ধকালত এনেকৈ স্বৰাজ-বলিয়া হৈ কাম কৰিছে তেওঁ কিবা আশা কৰিছে নে? কেৱল আমাক স্বৰাজ লাগে ইমানকেহে বুজে।"

ওপৰত কৈ অহা হৈছে যে কানিংহাম চাহাবৰ 'ঘূৰ-পত্ৰ' অসমত আইন অমান্য আন্দোলনৰ অগ্ৰগতিৰ কাৰণে যেনিবা "নামাৰিলা প্ৰভু কৰিলাহা দয়া" হ'ল। আন্দোলনকামী নেতাসকলে ইয়াৰ সুযোগ লৈ ছাত্ৰ-শক্তিক জাগ্ৰত আৰু কৰ্ম্ম-চঞ্চল কৰিবলৈ চেলু উলিয়াবলৈ যত্ন কৰিলে। কটন কলেজৰ ছাত্ৰ কেইজন কলেজ এৰি আগবাঢ়ি অহাত তেখেতসকলৰ উৎসাহ আৰু আশা বাঢ়ি গ'ল। ছাত্ৰনেতাসকলৰ লগত ইতিমধ্যে যোগাযোগ আৰম্ভ হৈছিলেই। অসম ছাত্ৰ সন্মিলন তেতিয়াৰ দিনৰ অসমৰ একমাত্ৰ ব্যাপক আৰু সংগঠিত ছাত্ৰ অনুষ্ঠান আছিল। এই সন্মিলনে পোনতে প্ৰত্যক্ষভাৱে ৰাজনীতিৰ লগত নিজকে সনা-পোতকা নকৰিছিল। ১৯২৮ চনত তেজপুৰত দেশভক্ত ফুকনৰ সভাপতিত্বত বহা বাৰ্ষিক অধিবেশনতে কবলৈ গলে সন্মিলনৰ ৰাজনীতি-পৰিহাৰৰ ঐতিহ্য ভঙ্গ হ'ল। ৰাজনীতি সম্পৰ্কীয় দুটা প্ৰস্তাৱ এই সন্মিলনে সেই অধিবেশনতে গ্ৰহণ কৰিছিল। ১৯৩০ চনত সেই বাধা দুৰ্ব্বল হৈ পৰিল। ত্যাগবীৰ হেম বৰুৱাকে মুখ্য কৰি নেতাসকলৰ ইচ্ছা যে ছাত্ৰ সন্মিলনে বিশেষ অধিবেশন পাতি ছাত্ৰসকলক আন্দোলনত যোগ দিবলৈ আহ্বান জনাব লাগে। ১৯৩০ চন আৰু তাৰো কেইবছৰমান আগৰেপৰা অসম ছাত্ৰ সন্মিলনৰ প্ৰধান সম্পাদক আছিল শ্ৰীৰজনীকান্ত গোস্বামী (বৰ্ত্তমান উচ্চন্যায়ালয়ৰ অধিকৰ্ত্তা)। কেইবা বছৰো সন্মিলনৰ প্ৰধান সম্পাদক থকাৰ কাৰণে শ্ৰীগোস্বামীৰ ছাত্ৰ-সমাজত প্ৰমুখ্য স্থান যি আছিলেই, ৰাজনৈতিক মহলতো পৰিচয় বৃদ্ধি পাইছিল। বৰুৱা আৰু দাসে শ্ৰীগোস্বামীক ছাত্ৰ সন্মিলনৰ এখন বিশেষ অধিবেশন পাতিবলৈ নানাভাৱে বুজনি দিবলৈ ধৰিলে। এখেত দুজনৰ হেঁচাতে ছাত্ৰ সন্মিলনৰ এখন বিশেষ অধিবেশন পতাৰ শেহান্তত সিদ্ধান্ত কৰা হ'ল। এই সভা জুলাই মাহৰ মাজ ভাগত হৰি-সভাৰ মণ্ডপত পতা হৈছিল। সভাপতি আছিল শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়া। সভাপতি শ্ৰীদাসৰ সেইদিনাৰ তেজোদ্দীপ্ত ভাষণৰ বিঙণি বহুতদিনলৈ কাণত বাজি আছিল। তেখেতৰ ভাষণৰ এটা বাক্য আজিও মনত আছে—"ছাত্ৰসকল বিদ্ৰোহৰ মূৰ্ত্ত-বিগ্ৰহ।"

—এই অধিবেশনতে ছাত্রসকলক আন্দোলনত যোগ দিবলৈ আহ্বান কৰা প্ৰস্তাৱ গৃহীত হয়।

সভাৰ দুই এদিন পিছতে স্কুল এৰি আন্দোলনত ভাগ লবলৈ অহা ছাত্র কিছুমানো শিবিৰত সোমালহি। সেই আটাইবিলাকৰ নাম আজি মনত নাই। মনত থকা কিজনৰ ভিতৰত হ'ল গুৱাহাটীৰ কীৰ্ত্তিৰাম বৰুৱা, কৃষ্ণ ভট্টাচাৰ্য্য, উত্তৰ গুৱাহাটীৰ অতুল শৰ্ম্মা, চামতাৰ লক্ষ্মী বৰ্ম্মণ, বজালিৰ পৰশুৰাম শৰ্ম্মা, কৰবাৰ বমা শৰ্ম্মা, হেকেৰাৰ উপেন দাস, ডিমুৰ চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু লক্ষ্মী ডেকা। ইয়াৰ বাহিৰেও চেপটিৰ এজন প্ৰাথমিক স্কুলৰ পণ্ডিত আহি শিবিৰত উপস্থিত হ'ল, তেওঁৰ নাম হৰেশ্বৰ শৰ্ম্মা—সকলোৱে পণ্ডিত বুলি মাতিছিল আৰু আজিও মাতে। কংগ্ৰেছ শিবিৰ ভৰি পৰিল। এতিয়া বেছি দিন সকলো ভলন্টিয়াৰক গুৱাহাটীতে ৰখাৰ অৰ্থ হ'ল একেদিনাই জনবল ক্ষয় কৰাৰ আত্মঘাতী নীতি লোৱা। পিকেটিং আৰম্ভ কৰাৰ সিদ্ধান্ত লোৱা হ'ল। কটন কলেজেই প্ৰথম লক্ষ্যৰূপে গৃহীত হ'ল।

কটন কলেজৰ প্ৰথম বাৰ্ষিক আৰু তৃতীয় বাৰ্ষিক শ্ৰেণীৰ নতুন ভৰ্ত্তি হৈ গ'ল। নতুন সময়-সূচী অনুসাৰে শ্ৰেণীৰ পঢ়া আৰম্ভ হোৱাৰ দিনাই পিকেটিং কৰাৰ স্থিৰ কৰা হ'ল। সেইদিনা বতৰ বেয়া আছিল। পুৱা ভাগত অলপ বৰষুণ হৈ যোৱাত বাট-পথ শুকান হৈ নাছিল, কিন্তু বদ নথকাত সুবিধাও হৈছিল। কলেজৰ প্ৰশাসনিক ভৱনৰ সমুখৰ প্ৰৱেশপথত পুৱা ৯ বজাৰপৰা পিকেটিং আৰম্ভ হ'ল। পিকেটিংকাৰী দলটোত ১২।১৪ জন মান আছিল। তেওঁলোকে শ্ৰেণীৰ অভিমুখে যোৱা ছাত্ৰই ভিতৰলৈ যাব নোৱাৰাকৈ প্ৰবেশ-পথত বোকা নগণি বহি আছিল আৰু প্ৰয়োজন হলে শুই দিও বাধা প্ৰদান কৰিছিল। পিচে এই কথাও ঠিক যে শ্ৰেণীত উপস্থিত হওঁ বোলা হলে ছাত্ৰসকল যেনিয়ে তেনিয়ে কলেজ ভৱনৰ ভিতৰ সোমাই শ্ৰেণীত বহিব পাৰিলেহেঁতেন; বিশেষকৈ ছাত্ৰাবাসত থকা ছাত্ৰসকলে পিছফালৰ পৰাও আহিব পাৰিলেহেঁতেন; ছাত্ৰসকল সেইমতে আহিছিলো, কিন্তু পিকেটিং-কাৰী স্বেচ্ছাসেৱকবিলাকক দেখি আৰু পিকেটিং চলি থাকোঁতে শ্ৰেণীত বহি অধ্যাপনা শুনিবলৈ তেওঁলোকৰ সত যোৱা নাছিল। কলেজ-ভৱনৰ বাৰান্দাত থিয় হৈ তেওঁলোকে উঁহুলি-মুঁহুলিকৈ আছিল। নতুনকৈ ভৰ্ত্তি হোৱা ছাত্ৰ-সকলৰ কাৰো কাৰো কলেজৰ অধ্যয়নৰ নতুন সোৱাদ লবলৈ অদম্য আগ্ৰহ আছিল সঁচা, কিন্তু আন ছাত্ৰৰপৰা উৎসাহ নাপাই বিৰক্ত হৈ হলেও শ্ৰেণীত



সোমোৱাৰপৰা বিৰত আছিল। মনত আছে, সেইবাৰৰ প্ৰবেশিকা পৰীক্ষাত উত্তম স্থান লাভ কৰা টংলাৰপৰা অহা পঞ্জাবী ছাত্ৰ এজনে একোলৈ ভ্ৰূক্ষেপ নকৰি প্ৰবেশপথেদি সোমাবলৈ যত্ন কৰিছিল। তেওঁৰ পথৰোধ কৰি এই লিখক মাটিত দীঘল দি শুই দিলে। ছাত্ৰজনে গাৰ ওপৰেদি নগৈ লোহাৰ জেওৰা বগাই পাৰ হবলৈ যত্ন কৰিছিল। এই লিখকে শুই দিওঁতে প্ৰশাসনিক ভৱনৰ বাৰান্দাত থিয় হৈ থকা ছাত্ৰবিলাকে উলাহতে চাপৰি বজাই দিছিল আৰু ছাত্ৰজনৰ প্ৰতি তিৰস্কাৰ-সূচক ধ্বনি কৰিছিল। ছাত্ৰজন হতাশ আৰু অধোবদন হৈ সেই চেষ্টাৰপৰা বিৰত হৈ নামি গ'ল। ছাত্ৰজন মেধাবী আৰু শান্ত স্বভাৱৰ আছিল। পিছত তেওঁৰ অকাল বিয়োগ হোৱাৰ খবৰ পাই মৰ্ম্মাহত হৈছিলোঁ। কলেজৰ কোনো এটা শ্ৰেণীও সেইদিনা বহিব নোৱাৰিলে। দুইমান বজালৈকে এইদৰে পিকেটিং চলাই থকা হৈছিল। লাহে লাহে চাৰিওফালৰ চাওঁতাৰ সমাগম কমি আহিল। অধ্যাপকসকলক অহা-যোৱা কৰাত কোনো প্ৰকাৰ বাধা দান কৰা নহৈছিল। ডাঃ বাণীকান্ত কাকতিদেৱে তাৰ ভিতৰতে এবাৰ মোক সম্বোধন কৰি কৈছিল—"তীৰ্থ, হ'ল আৰু যোৱাগৈ, বোকাত লেটিলৈ থাকিলে জ্বৰ নৰিয়া হ'ব।" অসমৰ পণ্ডিত-শিৰোমণি এই অধ্যাপক গৰাকীৰ সেইদিনাৰ স্নেহ-সনা কথাষাৰ আজি ৪০ বছৰৰ পিছতো যেন কালিহে শুনিছিলোঁ এনে লাগে।

আঢ়ৈমান বজাত পিকেটিং বন্ধ কৰি স্বেচ্ছাসেৱকসকল শিবিৰলৈ উভতি গ'ল। পুলিচে আলেখ-লেখ চাইছিল কিন্তু অলপ দূৰতে ঘূৰাঘূৰিকৈ থকাৰ বাহিৰে একো কৰা নাছিল।

পিকেটিং চলোৱাৰ দ্বিতীয় কি তৃতীয় দিনা পিকেটিংকাৰীসকলক উদ্গনি দিবলৈ আৰু সমগ্ৰ দৃশ্যটোক আকৰ্ষণীয় আৰু উত্তেজক কৰি তুলিবৰ উদ্দেশ্যে গুৱাহাটীৰ কেইটামান জনাজাত পৰিয়ালৰ মহিলা কেইগৰাকীমানেও কটন কলেজৰ প্ৰবেশপথত বহি পিকেটিং কৰিছিল। সেই সকলৰ ভিতৰত স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্য্যৰ পৰিবাৰ, স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰিবাৰ আৰু শ্ৰীলক্ষ্মীধৰ বৰাৰ মাতৃৰ কথা মনত আছে। এইদৰেই বিপুল উৎসাহ আৰু দৃঢ়তাৰে পিকেটিং চলিবলৈ ধৰিলে। কোনো কোনো দিনা উৰা বাতৰি পাওঁ, বোলে আজি লাঠি-চালনা কৰাৰ হুকুম হৈছে। লাঠি ঘূৰালে কেনেকৈ মাটি কামুৰি থাকিম, তাৰ আখৰাও দি যাওঁ, কিন্তু শেহত গৈ সেইবোৰ একো নহয়। এনেতে তেতিয়াৰ সাময়িক অধ্যক্ষ ব্ৰাউন চাহাবে এপাত নতুন অস্ত্ৰ

উলিয়ালে। প্ৰবেশপথত গান্ধী-টুপি চকুত পৰিলেই তেওঁ জাননী মাৰি দিয়ে —"All classes are cancelled to-day." ( কলেজৰ শ্ৰেণীবোৰ আজিলৈ বাতিল কৰা হল। )

কলেজৰ নিগাজি অধ্যক্ষ টমছন চাহাব ছুটি লৈ বিলাতলৈ গৈছিল। তেখেতৰ ঠাইত অৰ্থনীতিৰ মুখ্য অধ্যাপক ব্ৰাউন চাহাবে অধ্যক্ষৰ কাম কৰিছিল। ব্ৰাউন চাহাব বহুত বিষয়ত টমছন চাহাবৰ বিপৰীত স্বভাৱৰ আছিল। টমছন দেখাত কঠোৰ আৰু গম্ভীৰ, ব্ৰাউন আছিল কথকী ৰঙিয়াল প্ৰকৃতিৰ। ছাত্ৰবিলাকক বাটত লগ পালে নিজেই আগতে গুড্ মৰ্ণিং বা গুড্ ইভ্নিং দিছিল। শ্ৰেণীত পঢ়াওঁতেও ঠাট্টা-তামাচা কৰি থাকে। এদিন পঢ়াই থাকোঁতে এটা ষাড়গৰু গুৰু-গম্ভীৰ খোজেৰে শ্ৰেণী বহা কোঠাটোৰ কাষৰ বাটেদি গৈ আছিল। তাকে দেখি ব্ৰাউনে মিচিক্ কৰে হাঁহি এটা মাৰি কৈছিল "Happy gentleman with many wives and having nothing to do." ( সুখী ভদ্ৰলোক, বহুত ঘৈণীয়েক, কাম বুলিবলৈকো একো কৰিব নালাগে। ) টমছন কঠোৰ কৰ্ত্তব্যনিষ্ঠ, আৰু বিলাস-বিহীন আছিল, মাদক দ্ৰব্যহে নালাগে, ধূমপানো নকৰিছিল। সেইকালৰ আন চাহাববিলাকৰ দৰে গধূলি ক্লাবত গৈ ৰং-ধেমালিও নকৰিছিল। ব্ৰাউন সম্বন্ধে বহুত কথাই আমাৰ ছাত্ৰৰ কাণতো পৰিছিল। সেই ব্ৰাউন চাহাব যে পেটে পেটে ইমান নাড়ী বুজি ঔষধৰ ব্যৱস্থা কৰিব জনা চতুৰ ৰাজনীতি খেলোৱাৰ আছিল কলেজ-বৰ্জ্জন আন্দোলনৰ সময়তহে বুজি পোৱা গ'ল।

অধ্যক্ষ ব্ৰাউনে পুলিচৰ সহায় নিবিচাৰিলে। পুলিচ দূৰে দূৰে থাকিল। তেখেতে দেখিলে কলেজ-বৰ্জ্জনকাৰী ছাত্ৰসকলক শাস্তি দিবলৈ গলে গতি বিসঙ্গতিহে হ'ব। কাৰণ আন্দোলনত যোগ নিদিলেও প্ৰায় সকলো ছাত্ৰৰ আন্দোলনৰ প্ৰতি মানসিক সমৰ্থন আছিল অথচ তীক্ষ্ণবুদ্ধি চাহাবে এই আমাৰো বঢ়িয়াকৈ বুজিছিল যে সৰহভাগ ছাত্ৰই হুলস্থূলীয়া পৰিবেশটো নাথাকিলে পঢ়িবহে খোজে। ব্ৰাউনে সম্ভৱ এই কথাও কেনেবাকৈ গম পাইছিল যে শিবিৰত ভলন্টিয়াৰ শই শই নাই, আৰ্থিক অৱস্থাও 'অন্তভক্ষ্যোঃ ধনুৰ্গুণঃ।' গতিকে যুঁজ নকৰাকৈ গড়ৰ ভিতৰত সোমাই খাপ দিয়া আৰু শত্ৰুক ভাগৰোৱা নীতিকে তেখেতে বাচি ললে। পুৰা ৯ মান বজাত গান্ধী-টুপি পিন্ধা দুই চাৰিজন ভলন্টিয়াৰ দেখিলেই তেখেতে সকলো শ্ৰেণী সেই দিনাৰ কাৰণে বাতিল কৰি দিয়ে, অথচ কলেজো বন্ধ বুলি নকয়। জাননী মৰাৰ লগে লগে কথাটো



ৰাষ্ট্ৰ হৈ যায়। ব্ৰাউন চাহাবৰ এই কৌশলে দুটা কাম কৰিলে—কলেজৰ ভিতৰত আৰু চৌপাশে ৰং-চোৱা ছাত্ৰসকলৰ ভিৰ নোহোৱা হ'ল আৰু কোনো অপ্ৰীতিকৰ ঘটনা হৈ পৰিবেশ অধিক উত্তপ্ত আৰু উত্তেজক নোহোৱাকৈ থাকিল। নামত নহলেও কামত কলেজ বন্ধ হোৱাৰ দৰে হ'ল। নিষ্কৰ্ম্মা আৰু সোৰোপা হৈ শুই বহি থাকি আমনি লাগি আৰু লগতে অভিভাৱকৰ নিৰ্দ্দেশত বহুত ছাত্ৰ ঘৰলৈ গ'ল। বাকী যিবিলাক ছাত্ৰাবাসতে আছিল, তেওঁলোকে খাই-বৈ মেল মাৰে, ফুৰে অথবা দিবানিদ্ৰা ভোগ কৰে। ব্ৰাউন চাহাবেও বিজয় ভাগৱতীক Major Bhagavati আৰু চেক্সনাক Major Saxena বুলি ছাত্ৰসকলৰ আগত বিদ্ৰূপাত্মক উক্তি কৰিবলৈ আৰম্ভ কৰিলে। এদিন ছাত্ৰ কিছুমানৰ আগত কোন দেশ কেতিয়া স্বাধীন হ'ল আৰু কোন দেশে কোন চনত নিজকে স্বাধীন বুলি ঘোষণা কৰিছিল তাৰ লেখ দি সোঁ চকুৰে টিপ্ এটা মাৰি লাহেকৈ মোখনি মাৰিছিল "And India declared her independence on January 26, 1930." এয়ে আছিল সাম্ৰাজ্যবাদীৰ ধ্বজাধাৰী Mr. Arthur Brown!

বাহিৰত ছাত্ৰসকলক একো শাস্তি নিদি পুলিচক কলেজৰ ভিতৰলৈ মাতি আনি তেওঁ ধৈৰ্য্য আৰু সহানুভূতিৰ পৰিচয় দি ভাও দেখুৱাইছিল সঁচা, কিন্তু এদিন তেওঁৰ পুঞ্জীভূত ক্ৰোধ ভাঁউত কৰে উচাল্ খাই পৰিছিল। পিকেটিং তেতিয়া সম্ভৱ বন্ধ কৰা হৈছিল ; এদিন চন্দ্ৰকুমাৰ চেক্সেনা আৰু মই কলেজৰ ছাত্ৰাবাসৰ ফালে কাৰবাক লগ ধৰিবলৈ গৈছিলোঁ। আমি পঞ্চম ব্লক আৰু প্ৰশাসনিক ভৱনৰ মাজ পাইছোঁহে, এনেতে পিছ ফালৰপৰা "clear out, clear out" বুলি চিঞৰি বাউল হৈ ব্ৰাউন চাহাব লৰি অহাদি আহিল। ওচৰ পাই হাত দাঙি আমাক চিঞৰি চিঞৰি ওলাই যাবলৈ নিৰ্দ্দেশ দিবলৈ ধৰিলে, "clear out of the compound, it is criminal trespass." আমি গাত হাত দিয়ে দিয়ে যেন দেখি থিয় হৈ দিলোঁ। এনেতে পঞ্চম ব্লকৰ ছাত্ৰবিলাক কোঠাৰপৰা বাহিৰলৈ আহি জুম বান্ধিলে। ছাত্ৰবিলাক তেনেকৈ ওলাই অহা দেখি ব্ৰাউন হঠাতে ক্ষান্ত হ'ল। আমিও ছাত্ৰাবাসৰ ফালে নগৈ আন ফালেদি ওলাই গলোঁ। ছাত্ৰবিলাক উত্তেজিত হৈ উঠিছিল ; সেই দিনা ডাঙৰ অপ্ৰীতিকৰ পৰিস্থিতি এটা অলপতে নোহোৱাকৈ থাকিল। এয়ে আছিল সাম্ৰাজ্যবাদৰ ৰক্ষণশীল ধ্বজাধাৰী মিষ্টাৰ আৰ্থাৰ ব্ৰাউন।

যিহকে নোবোলোঁ, এপাকেদি চালে ব্ৰাউন চাহাবৰ উদ্দেশ্য কিছু পৰিমাণে

সিদ্ধ নোহোৱাকৈ নাথাকিল। নিচেই অলপীয়া ছাত্ৰইহে কলেজ বৰ্জ্জন কৰিলে। ঘৰলৈ যোৱা সৰহ-ভাগ ছাত্ৰ আকৌ পঢ়িবলৈ উভতি আহিল।

ত্যাগবীৰ হেম বৰুৱা প্ৰভৃতি নেতাসকলে ছাত্ৰ-নেতাসকলেৰে পৰামৰ্শ কৰি স্থিৰ কৰিলে যে স্কুল কলেজ পিকেটিং কৰি থাকি শক্তিক্ষয় কৰা আৰু উচিত নহব। এতিয়া গাৱঁত ধৰিবৰ হ'ল। কলেজ বৰ্জ্জন, পিকেটিং, শোভা-যাত্ৰাই ছাত্ৰ আৰু যুবক কৰ্ম্মীসকলৰ মানসিক প্ৰস্তুতি আৰু প্ৰশিক্ষণত সহায় কৰিলে, ৰাইজৰ মনতো উৎসাহ আনি দিলে। গুৱাহাটিৰ বাতৰিয়ে গোটেই অসমতে যুবক শক্তিক জগাই দিলে, ৰাইজৰ মনতো প্ৰত্যয় উপজিল যে অসমতো আইন অমান্য আন্দোলন যথাৰ্থতে আৰম্ভ হ'ল। এই সুযোগতে তপতে তপতে গৈ গাৱঁত সোমোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। গুৱাহাটীৰ মদ, ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ জোখাৰে এদল ভলন্টিয়াৰৰ বাহিৰে বাকী সকলোবিলাক বিভিন্ন অঞ্চলত আন্দোলন গঢ়ি তোলাৰ কাৰণে বিভিন্ন দিশে বাওনা হ'ল। বিজয়চন্দ্ৰ ভাগৱতী তেজপুৰলৈ গ'ল, ৰবীন কাকতি শিৱসাগৰ পালেগৈ, নৰনাৰায়ণ গোস্বামীয়ে নিজ ঠাই বজালিত থিতাপি ললেগৈ, বেলিৰাম দাস আৰু দেবেন চৌধুৰী আদিয়ে কামৰূপৰ পলাশবাৰী আৰু ৰামপুৰ অঞ্চল সামৰি ললে। ৰজনী গোস্বামীয়ে ৰঙ্গীয়া নলবাৰী অঞ্চলৰ ভাৰ লৈ ঘূৰি ফুৰিবলৈ ধৰিলে। এই লিখকে অলপ দিন কামৰূপৰ উত্তৰ পাৰৰ ৰৰবা, চেপতি আৰু বঙীয়া অঞ্চলত প্ৰচাৰ কাৰ্য্য চলাইছিল; পিচত দক্ষিণপাৰৰ বকো, ধোপধৰা অঞ্চলত স্বৰ্গীয় কণক নাথ আৰু ৯ জন ভলন্টিয়াৰেৰে সৈতে শিবিৰ পাতি সভা-সমিতিৰ যোগে প্ৰচাৰ, হাট-বজাৰত বিলাতী কাপোৰ বৰ্জ্জনৰ পিকেটিং, গাৱঁত কানিয়াবিলাকক লগ ধৰি কানি ত্যাগৰ বুজনি দিয়া আদি বিভিন্ন কামত আত্মনিয়োগ কৰিলে।

ছাত্ৰনেতা আৰু ভলন্টিয়াৰ সকলক বিভিন্ন ঠাইত বেলেগ বেলেগ সময়ত গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড দিয়া হৈছিল। গুৱাহাটীতো মদ আৰু কানিৰ দোকানত আৰু ফাঁচিবজাৰত বিলাতী কাপোৰ নিকিনিবলৈ পিকেটিং কৰা বাবে বহুত ছাত্ৰ-কৰ্ম্মীক পুলিচে গ্ৰেপ্তাৰ কৰিছিল। তাৰ ভিতৰত বহুতৰে বিভিন্ন মিয়াদৰ কাৰাদণ্ডও হৈছিল। এজন কমবয়সীয়া ছাত্ৰ-কৰ্ম্মীক তেতিয়াৰ ডেপুটি কমিছনাৰ ফ্ৰিল চাহাবে পিকেটিঙৰ অপৰাধত বেত দিয়াৰ দণ্ড বিহিছিল। সেই ল'ৰাজনে কিন্তু দণ্ড শুনি অকণো ভয় কৰা নাছিল। পিছত কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়া আদি কেইবাজন উকিলে তেওঁৰ হৈ আপীল কৰিছিল। শেহত এই



দণ্ড দিয়া নহ'লগৈ কাৰণ আপীল চলি থাকোঁতেই গান্ধী—আৰউইন চুক্তিমতে সাধাৰণ দণ্ড মুক্তিৰ ঘোষণা হ'ল।

কলেজ বৰ্জ্জনকাৰী ছাত্ৰসকলে ক'ত কি কাম কৰিছিল, কি অভিজ্ঞতা অৰ্জ্জন কৰিছিল, কেনে তিতা-কেহাৰ সোৱাদ পাইছিল, সেই সময়ৰ সমাজ-মন আৰু সমাজ-জীৱনৰ কেনে ধৰণৰ পট তেওঁলোকৰ অন্তৰত আজিও মোচ নোখোৱাকৈ আছে, এইবোৰ কথা প্ৰতিজনে নিজে ক'লেহে ৰস ওলাব, নিখুঁত আৰু যথাযথ হব। এই প্ৰবন্ধত সেইবোৰ বৰ্ণাবলৈ গলে খেনোক মাটি খেনোক পাটি দিয়াৰ দোষে চুবও পাৰে।

১৯৩১ চনৰ ৪ মাৰ্চ্চ তাৰিখে গান্ধী-আৰউইন চুক্তিমতে আন্দোলন স্থগিত কৰা হ'ল। ছাত্ৰনেতাসকলৰ যি কেইজন তেতিয়াও ফাটেকত আছিল, তেওঁলোক মুকলি হৈ আহিল। অলপদিন পিছতে নগাৱঁত অসম প্ৰদেশ কংগ্ৰেছৰ অধিবেশন হৈছিল, তাতে কলেজ বৰ্জ্জনকাৰী ছাত্ৰসকলে বহুতদিনৰ মূৰত একেলগ হোৱাৰ আনন্দ উপভোগ কৰাৰ সুযোগ পাইছিল।

মই নগাওঁ অধিবেশনৰ কেইদিনমান পিছত জাঁজীৰ ঘৰলৈ গলোঁ। দেউতা তেতিয়া টংলাত আবকাৰী পৰিদৰ্শক। দেউতাৰ ওচৰলৈ যাবলৈ সাহ নহ'ল, সেইদেখি জাঁজীত থকা ককাদেউতা-আইতাৰ ওচৰ পালোঁগৈ। কলেজ এৰা বুলি শুনি ককাদেউতাই মোলৈ লিখিছিল, "ৰাজদ্ৰোহ কৰা আমাৰ শাস্ত্ৰ-মতে পাপ। তুমি শীঘ্ৰে কলেজত আকৌ ভৰ্ত্তি হোৱা"। সেই ককাদেউতাই জেলৰ ভাত খোৱা বুলি মোক পৰাচিত কৰাব বুলি ভাবিছিলোঁ। তেখেতে কিন্তু পৰাচিতৰ কথাকো নুলিয়ালে। কোনোবাই সুধিলেও তেখেতে কৈছিল সি চুৰ-চাপৰাচি কৰি ফাটেকলৈ যোৱা নাই যেতিয়া পৰাচিত হোৱাৰ আৱশ্যক নাই। দুদিনমান পিছত মোক ওচৰলৈ মাতি নি ক'লে—"তই বহুতদিন সন্ধ্যা কৰা নাই, দহহেজাৰ গায়ত্ৰী জপ কৰা।" ককাদেউতাৰ কথা পেলোৱা নাছিলোঁ।

# ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ

**শ্ৰীমহেন্দ্ৰ হাজৰিকা**

আজিৰ পৰা প্ৰায় ৫২ বছৰ পূৰ্ব্বৰ কথা, অৰ্থাৎ ১৯১৯ চনৰ শেহ ভাগৰ কথা। অসমৰ সু-সন্তান স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাদেউৰ উৎসাহ-উদ্দীপনাৰ দ্বাৰা স্থাপিত অসমৰ প্ৰথম জাতীয় ৰহা হাইস্কুলৰ মই ছাত্ৰ। ১৯১৯ চনৰ ১৩ এপ্ৰিলতেই পঞ্জাৱৰ খালছা কলেজৰপৰা বি-এ পৰীক্ষাত উত্তীৰ্ণ হৈ পঞ্জাৱৰ কুখ্যাত ৰাওলাট আইনৰ ফলত নিৰ্য্যাতন ভোগ কৰা, হাৰে-হিমজুৰে অসমীয়া শিখ ধৰ্ম্মাৱলম্বী, বুৰঞ্জীৰ শিক্ষকৰ মুখত পঞ্জাৱৰ জালিৱানৱালাবাগৰ হত্যা-কাণ্ডত শিশু, নাৰী, পুৰুষ নিৰ্ব্বিশেষে অত্যাচাৰ নিৰ্য্যাতনৰ কাহিনী শুনি শৰীৰ মন ৰোমাঞ্চিত হৈ উঠিছিল আৰু জাতীয়তা ভাবৰ প্ৰেৰণা আহিল।

ইয়াৰ উপৰি ককাদেউতাৰ সমবয়সীয়া তিনি-মূৰীয়া বুঢ়ালোক এগৰাকীৰ-পৰা গল্প আকাৰতেই আফুখেতি বন্ধকৰা হুকুমৰ বিৰুদ্ধে ফুলগুৰীৰ ধেৱাৰ কথা আৰু এই ধেৱাত '৺চিপচিং', ৺নৰচিং আৰু ৺বাহুবলীয়ে ইংৰাজ জিলাধিপতিৰ দৃঢ় ঘোষণাৰ বিৰুদ্ধে স্বাধীনচেতীয়া উল্লেখিত বীৰ কেইজনে দৃঢ় কণ্ঠস্বৰে কলে,—"চাহ হক, বগা বঙালৰ বৰ বৰ কথা! ককাই, কি চায় আচ অ', দে তাক লুগাই দে।" এই বাক্য উচ্চাৰণৰ লগে লগেই বীৰ তিনিজনৰ লাঠিৰ কোবত ডেকা ইংৰাজ জিলাধিপতিৰ দেহ মাটিত বাগৰি পৰিল। মৃতদেহ কলঙত পেলাই দিলে। তিনিমুৰীয়া ককাৰ সাধুৱেও জাতীয়তাবোধৰ ইন্ধন কুমলীয়া বয়সতেই যোগাইছিল।

আফুখেতি উঠিল। আফুৰ ঠাইত ইংৰাজ চৰকাৰে বিহাৰ আদি ঠাইৰপৰা মোনে মোনে কানি বৰ বিহ আনি ঠায়ে ঠায়ে দোকান মেলিলে; ফলত গাৱঁৰ মানুহৰ পেট কামোৰণি, মূৰৰ বিষ এটি হলেও ঘৰে ঘৰে জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে কানিৰ খোলা পাতি সেৱা-সকাম চলিবলৈ ধৰিলে। কানিয়াই কানি খাবলৈ পয়চা বিচাৰি নেপালে গাৱঁৰ তামোল-পান, টেঙা-টোকোচাত বাৰি-লুৰুকাৰ হাত পৰি বাৰি উদং হবলৈ ধৰিলে। আনকি নিজ তিতোতাৰ গহনা-গাঠৰিয়েই নহয়, শুই থকা অৱস্থাত গাৰ বিহাখনো মনে মনে টানি নি বেচাৰ



পৰা হাত সাৰিব নোৱাৰিছিল। সমাজত চোৰৰ সংখ্যা বৃদ্ধি, মিচা-বেইচা, ফাঁকি-ফুকা, ভীৰু-কাপুৰুষতা আৰু নিঃবীৰ্য্য হৈ লোকসংখ্যা কমি গ'ল।

এটা জাতিৰ এই দুৰ্দ্দশা দেশৰ নেতাসকলৰ চকুত পৰিল। ১৯২০ চনত কলিকতাত ৰহা অসহযোগ আন্দোলন আৰু বিদেশী বৰ্জ্জন প্ৰস্তাৱ গৃহীত হোৱা জাতীয় কংগ্ৰেছতো মদ, ভাং, কানি নিবাৰণৰ চৰ্চ্চা চলিছিল মহাত্মা গান্ধীৰ চেষ্টাত। তাৰে এটি ঢৌ প্ৰথমতে আহি পৰিল অসমৰ নগাৱঁৰ নখোলাত (বৰ্ত্তমান জাগীৰোডত)। জাগীৰ '৺নন্দ ডেকাৰ নেতৃত্বত' ৺বংশ ভঁৰালী আৰু '৺ধনীৰাম লালুঙে কানিয়াক কানি কিনাত বাধা দিলে। খোলা-গাৱঁৰ মিছামাৰি সত্ৰৰ ৺হেমচন্দ্ৰ গোস্বামীৰ গোচৰৰ ফলত নন্দ ডেকাকে আৰম্ভ কৰি তিনিজন ডেকাক গ্ৰেপ্তাৰ কৰিলে ইংৰাজ চৰকাৰৰ তৰফৰপৰা। জাগীৰ ডেকাই অসমক জাগ্ৰত কৰিলে। নখোলা ডাক্‌বংলাত বিচাৰৰ দিন পৰিল। নগাওঁ, ৰহা, গুৱাহাটীৰ ছাত্ৰ সমাজ জাগি উঠিল। এইবিলাক ঠাইৰপৰা ছাত্ৰ, শিক্ষকসকল দলে দলে ৰেলেৰে আহি জাগীৰোড ৰেলষ্টেছনত নামি গোটেই নখোলা দলদোপ-হেন্দোলদোপ কৰিলে। গুৱাহাটী আৰু নগাৱঁৰ উকীল সমাজে আচামীসকলৰ পক্ষ হৈ ওকালতি কৰিলে। গোভাৰ ৰজাক স্বৰ্গীয় ৰোহিণীকুমাৰ চৌধুৰীয়ে জেৰা কৰা দেখিলোঁ। নখোলাত নন্দ ডেকাৰ গ্ৰেপ্তাৰে ছাত্ৰ সমাজৰ মাজত জাতীয়তাবোধৰ ঢৌ আনি দিলে।

**অসমৰ প্ৰথম জাতীয় হাইস্কুল**

স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাদেউৰ নিৰ্দ্দেশত ৰহা জাতীয় হাইস্কুলৰ শিক্ষক-সকলৰ নেতৃত্বত ছাত্ৰসকলে ভাগে ভাগে মায়েঙৰপৰা আৰম্ভ কৰি ফুলগুৰীলৈকে বিভিন্ন গাওঁসমূহত কানি আৰু ভাং একৰাবৰ কাৰণে আন্দোলনৰ সৃষ্টি কৰিলে। কানিয়া আৰু ভঙুৱাৰ হোকা-চিলিম লগতে খোলা-খৰিকা সংগ্ৰহ কৰি ৰহা জাতীয় হাইস্কুলৰ ঘৰ এটা ভৰালেহি। কিমান প্ৰকাৰৰ যে হোকা-চিলিম আৰু খোলা-খৰিকা গোট খালেহি তাক বৰ্ণনা কৰা কঠিন।

কানি-ভাংমেধ যজ্ঞৰ দিন নিৰ্দ্ধাৰণ কৰিলে। ৰহা জাতীয় হাইস্কুলৰ সন্মুখৰ পথাৰত অসংখ্য লোকৰ সমাবেশ হ'ল—ভাটি বেলা। সভা বহিল। কানি, ভাং আদিৰ বিৰুদ্ধে আৰু অপকাৰিতাৰ বিষয়ে বক্তৃতা আৰম্ভ হ'ল। লগে লগে স্কুল ঘৰত ভৰায় থোৱা হোকা-চিলিম আৰু খৰিকা-খোলাবিলাক ছাত্ৰসকলে কঢ়িয়াই আনি থলেহি সভাৰ পশ্চিম ফালে। সভাৰ শেহত এই

হোকা-চিলিমৰ পাহাৰ সদৃশ দ'মত অগ্নি প্ৰদান কৰিলে—জয়ধ্বনিৰ মাজত। সন্ধ্যাৰ পূৰ্ব্বে এই কানি-ভাংমেধ যজ্ঞৰ অগ্নিৰ কি অপূৰ্ব্ব দৃশ্য! এই সুদীৰ্ঘ কালৰ পাছতো ১৯২০ চনৰ সেই প্ৰজ্বলিত অগ্নিৰ দৃশ্য এতিয়াও মনত স্পষ্ট-ভাবে জ্বলি আছে। গাৱঁত কানিয়াৰ বিলৈ কি চাব! এজাক ডেকাৰ দলে কানিয়াক বাহিৰলৈ আনি দুই টিকা উলিয়াই টিকা ও মুখত চূণ-চাহ সানি টিন কোবায় গোটেই গাওঁসমূহত ভুচুংপচু নচুৱাই নগুৰ শান্তি দিছিল।

১৯২১ চন পালেহি। কাঠিৰাৰি পাগুৰী মৰা, গোফ থকা গান্ধী বিদেশী-বৰ্জ্জন আৰু অসহযোগ আন্দোলনৰ কাৰণে অসম ভ্ৰমণ কৰিবলৈ আহিল। প্ৰথমে গুৱাহাটীত পদাৰ্পণ কৰিলেহি। গান্ধীক দৰ্শন কৰিবৰ কাৰণে চাপৰমুখত বেলত উঠি গুৱাহাটী বুলি যাত্ৰা কৰিলো। অসংখ্য লোকৰ সোঁত, ৰেলৰ দবাত ঠাহ খোৱা মানুহৰ ভীৰ। গুৱাহাটী ষ্টেছনত নামি ভৰলুমুখৰ ফালে যাত্ৰা কৰিলো। ৺তৰুণৰাম ফুকনৰ গৃহৰ প্ৰাঙ্গণত মুকলি পথাৰত মঞ্চৰ চাৰিও-ফালে অসংখ্য লোকৰ বিৰাট সভা। গান্ধীজীয়ে বক্তৃতা দিলে হিন্দীত। ভালকৈ বুজি পোৱা নাছিলোঁ; কিন্তু বিদেশী বৰ্জ্জন, বিশেষকৈ বিলাতি কাপোৰ বৰ্জ্জনৰ কথা ভালদৰে বুজিলোঁ।

সভাথলী বিদেশী কাপোৰৰ বিভিন্ন পোচাকৰে স্তূপীকৃত হ'ল। সভাৰ লগে লগে সূৰ্য্যদেৱ ব্ৰহ্মপুত্ৰৰ বুকুত লীন গ'ল। এনেতে স্তূপীকৃত বিদেশী বস্ত্ৰত অগ্নি সংযোগ কৰিলে। অগ্নি দেৱতাই লেলিহান জিহ্বা মেলি চাৰিওফাল প্ৰজ্বলিত হ'ল। মানুহৰ মাজৰপৰা যাৰ গাত বিদেশী বস্ত্ৰ আছিল সেই-বিলাক খুলি অগ্নিত আহুতি দিবলৈ ধৰিলে। উত্তেজিত হৈ এই যজ্ঞত মই কি দান দিব পাৰো তাকেই মনত গুণি ততালিকে গাৰ কামিজটো খুলি প্ৰজ্বলিত অগ্নিলৈ দলিয়াই তৃপ্তি লাভ কৰিলোঁ। গুৱাহাটীৰপৰা ঘৰলৈ ফিৰিলোঁ। নগাৱঁৰ শিক্ষক, ছাত্ৰ, যুবকৰ দলে জিলাৰ বিভিন্ন দিশত বিভিন্ন দলপতিৰ নেতৃত্বত বিভক্ত হৈ বিদেশী বস্ত্ৰাদি বৰ্জ্জনৰ প্ৰচাৰ কাৰ্য্য চলাবলৈ ধৰিলে। স্বদেশী আৰু খিলাফত আন্দোলন একেলগে হোৱাত হিন্দু-মুছলমানৰ মিলা-প্ৰীতিৰ ভাব আৰু গভীৰ হ'ল। 'আল্লাহু আকবৰ, বন্দেমাতৰম' ধ্বনিৰে আকাশ-বতাহ মুখৰিত হৈ উঠিল।

শ্ৰীৰণজিৎ সিং মাষ্টৰৰ নেতৃত্বত এটা দলৰ লগত লিখকেও যমুনামুখ, ডবকা অঞ্চলত প্ৰচাৰ কাৰ্য্য চলাইছিল। সেই সময়ত ডবকা অঞ্চল দুৰ্গম ঠাই। ডবকাৰ বৰ্তমানৰ পুৰণিবজাৰত স্বেচ্ছাসেৱকৰ শিবিৰ এটা আছিল।



যমুনাৰ দক্ষিণ পাৰ মহাৰণ্য। তাত বাঘ, ভালুক আৰু বনৰীয়া হাতীৰ বাসস্থান আছিল। শিবিৰৰপৰাই উত্তৰ পাৰৰ গাওঁসমূহত প্ৰচাৰ কাৰ্য্য চলাই থকা অৱস্থাত টান জ্বৰত আক্ৰান্ত হওঁ। ৰহাৰ ঘৰলৈ আহিবৰ কাৰণে কামপুৰ ৰেলৰ ষ্টেছনলৈ গৰুৰ গাড়ী কৰি অহাৰ কথা মনত পৰে। কিন্তু কামপুৰৰ-পৰা চাপৰমুখ হৈ ৰহাৰ ঘৰ কেনেকৈ আহি পালোঁ বেহুচ অৱস্থাৰ কাৰণে মনত নাই।

**আন্দোলনত যোগ দিবলৈ ব্যাকুলতা আৰু বন্ধন দিন**

বহুতো চিকিৎসা কৰাত ভাল পালোঁ। গা টঙোৱাৰ পিচত বিভিন্ন লোকৰ মুখত নেতাসকলৰ ধৰ-পাকৰৰ সংবাদ পাবলৈ ধৰিলোঁ। ঘৰত সদায় মোৰ ওপৰত মোৰ অজ্ঞাতসাৰে পহৰা দিবলৈ লাগিল, মই কিজানি পলাই যাওঁ। মই নিজৰ ঘৰখনকে বন্দীশাল বুলি ভাবিবলৈ ধৰিলোঁ। সিংহক সজাত বন্দী কৰিলে যেনেকুৱা হয় মোৰো মনৰ সেই গতি। কেনেকৈ ঘৰৰ-পৰা পলাই আন্দোলনত যোগ দিব পাৰোঁ তাৰেই চেগ চাই আছিলোঁ। এদিন মুকলিৰ সুবিধা পাই ঘৰৰপৰা পলাই নগাওঁ পালোঁগৈ। নগাওঁ শিবিৰৰপৰা কলিয়াবৰৰ জখলাবন্ধা শিবিৰত কাম কৰিবলৈ পঠালে। জখলাবন্ধা শিবিৰৰপৰা কলংমুখ, কুঠৰী, বাগৰী আদিত সভা আৰু কানি, ভাং, মদ বৰ্জ্জনৰ কাৰণে প্ৰচাৰ কৰিবলৈ ধৰিলোঁ। কুঠৰী, বাগৰী অঞ্চল সেই সময়ত দুৰ্গম ঠাই আৰু একৰকম নিষিদ্ধ অঞ্চল আছিল। স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মা এই অঞ্চলত প্ৰৱেশ কৰিছে বুলি কেইমাহমানৰ পূৰ্ব্বে গৰুগাড়ী গলেই পাত পাত কৰি তালাচ কৰি এৰিছিলোঁ। আমি দুজন স্বেচ্ছাসেৱকে বাগৰি কানি দোকান পালোঁগৈ। পিকেটিং নকৰি পাহাৰৰপৰা কানি কিনিবলৈ অহা মিকিৰসকলৰ লগত পাহাৰৰ গাৱঁলৈ কানি এৰিবলৈ বুজাবৰ কাৰণে যাবলৈ এজন মিকিৰ ভাইক লগ ধৰি অনুৰোধ কৰিলোঁ,—"ককাই, আমি দুজন তোমালোকৰ গাৱঁলৈ যাম, তোমালোক যোৱাৰ সময়ত আমাক লগত লৈ যাবা দেই।" তেওঁ বাৰু বুলি কলে। আমি বাগৰীৰ এঘৰ মানুহৰ বাৰান্দাত বহি মিকিৰ ককাইহঁতৰ কিনা-বেচা শেষ হবলৈ বাট চাই আছোঁ। বেলা চৰিল, তেতিয়াও মিকিৰ কেইজনক অহা নেদেখি তেওঁলোক পাহাৰলৈ উঠা বাটৰ ফালে চাওঁ যে তেওঁ-লোক মনে মনে পলাই দৌৰি পাহাৰ বগাইছে। আমি দুজনে পিচে পিচে দৌৰি তেওঁলোকক লগ ধৰিবলৈ চেষ্টা কৰিলোঁ। গধূলি হ'ল। জোনাক ৰাতি, আমি উভয়ে লৰি লৰি পাহাৰৰ সুৰ-সুৰীয়া বাটেদি ইটোৰ পিচত

সিটো পাহাৰ বগাই ৰাতি আঠমান বজাত গাওঁ এখন পোৱাৰ পূৰ্ব্বে মিকিৰ কেইজনক লগ ধৰিলোঁগৈ।

গাৰঁৰ গাওঁবুঢ়া আদি কেবাজনো মানুহে আমাক লগ ধৰিলে আৰু খোৱা-থকাৰ যোগাৰ কৰি দিলে। সেই গাৰঁৰ চাঙতে থাকি পাহাৰৰ দূৰে দূৰে থকা কেইবাখনো মিকিৰ চাঙত সভা কৰি কানি বৰ্জ্জনৰ প্ৰচাৰ কাৰ্য্য কৰি পিচদিনা পুৱা নামি আহি বাগৰী পালোঁহি ভাটিবেলা। ৰাস্তাইদি গৈ থাকোঁতে কুঠৰী বাগানৰ ইংৰাজ মেনেজাৰে আমাৰ ওচৰত মটৰ গাড়ীখন থমালে। গাড়ীৰপৰা নামি আমি দুজনৰ ফটো ললে আৰু নাম-ধাম সুধি লৈ গুচি গ'ল। আমাৰ সন্দেহ হ'ল যে এওঁ আমাক গ্ৰেপ্তাৰ কৰিব। গতিকে আমি উভয়ে গ্ৰেপ্তাৰৰ হাত সাৰিবৰ কাৰণে নগাওঁ জিলা এৰি গোলাঘাট মহকুমাৰ কাজিৰঙা গাওঁ পালোঁগৈ। এই গাৰঁত দুদিনমান থাকি পুনৰ জখলাবন্ধা শিৰিৰ পালোঁহি।

**পিকেটিং, নিৰ্য্যাতন আৰু কাৰাদণ্ড**

জখলাবন্ধা শিৰিৰৰপৰা মদৰ দোকানত পিকেটিং কৰিবলৈ মই আৰু মোৰ লগত কুৰঁৰীটোল গাৰঁৰ চৈয়দ মহবুব ৰহমান ওলাল। সেই দিনা জখলাবন্ধাত হাটবাৰ। কেইবাজনো নেপালী মানুহ মদ কিনিবৰ কাৰণে আহিল। লগতে তিৰোতা মানুহো আছিল। আমি দুজনে মদ নিকিনিবলৈ কলোঁ—হাতযোৰ কৰি। লগত থকা তিৰোতা মানুহজনীয়ে মতা মানুহজনক কিনিবলৈ বাৰণ কৰাত তেওঁলোক ফিৰি গ'ল। অলপ পিচতে আৰু দুজনমান বাগানৰ বনুৱা আৰু নেপালী মানুহ মদ কিনিবলৈ আহিল। তেওঁলোকৰ কিছু পিচে পিচে দুজন ইংৰাজ চাহাব আহিছে। এজন হ'ল—চিকনি বাগানৰ মেনেজাৰ, আনজন কুঠৰী বাগানৰ মেনেজাৰ। এই সময়ত ইংৰাজ চৰকাৰে বাগানৰ মেনেজাৰসকলকো থানাৰ দাৰোগাৰ ক্ষমতা দিছিল। এওঁলোকে কোনো লোকক সেই ক্ষমতা মতে গ্ৰেপ্তাৰ কৰিব পাৰে।

নেপালী আৰু বাগানৰ মানুহকেইজন মদৰ দোকান পোৱাৰ পূৰ্ব্বে আমি উভয়ে তেওঁলোকক হাতযোৰ কৰি মদ নিকিনিবলৈ অনুৰোধ কৰিলোঁ। কেইজনমান থমকি ৰ'ল। নেপালী কেইজন দোকানলৈ আগবাঢ়িল। আমি উভয়ে তেওঁলোকৰ ভৰিত সাৱতি ধৰি মদ নিকিনিবলৈ প্ৰাৰ্থনা জনালোঁ। উল্লেখ কৰা ইংৰাজ দুজনে আমাক গোৰ মাৰি বগৰাই পেলাই দি উভয়কে উৰাই-ঘূৰাই কাণ-তলীয়া চৰ আদি শোধাই গ্ৰেপ্তাৰ কৰিলে। আমাক ইংৰাজ দুজনে



মৰিওৱা দেখি নেপালী আৰু বাগানৰ বনুৱা কেইজনে মদ নিকিনি ফিৰি গ'ল। আমাৰ মাৰখোৱা লাভ হ'ল বুলিয়েই ভাবিলোঁ। আমাৰ উভয়কে পঘাৰে বান্ধি নগাৱঁলৈ চালান দিলে।

জেইলৰ অফিচ কোঠাত এজন মুছলমান হাকিমে আমাৰ উভয়কে বিচাৰ কৰি ৬ মাহকৈ ফাটেক আৰু ১০০৲ টকাকৈ জৰিমনা কৰিলে, জৰিমনা নিদিয়াত আৰু এমাহ বেছিকৈ জেইল ভোগ কৰিবলগীয়া হ'ল। ১৯২১ চনৰ শেহৰপৰা ১৯২২ চনৰ ভিতৰত জেইল খটাৰ কাহিনী আৰু বহলাব খোজা নাই। কাৰণ, ১৯৪২ চনৰ আন্দোলনলৈকে অনেক লিখিবলগীয়া আছে। মুঠৰ ওপৰত, এই সময়ৰ জেইলৰ থকা-খোৱা, বাচন-বৰ্ত্তন, নিয়ম-শৃঙ্খলা, কঠোৰ শ্ৰম, শাস্তি আদি বৰ্ত্তমানৰ তুলনাত বহুত গুণে কঠোৰ আছিল। লোহাৰ বাচনত ভাত খোৱা, ডিঙিত লোহাৰ ৰিপিত কৰা হাচলিত কাঠৰ নম্বৰ টিকট, চাজি-মাটিৰে কাপোৰ ধোৱা, এলাপাত, আনাৰসৰ পাত আৰু নাৰিকলৰ বাকলি ঠেতালি আঁহৰ ৰছী পকোৱা, ঘানী ঘূৰুৱাই তেল পেৰা, বাগান চালিত কাম কৰিবলৈ ভৰিত লোহাৰ ৰিপিট কৰা গধুৰ খাৰু আদি অনেক কাণ্ড। বৰ্ত্তমানৰ বন্দীবোৰ এইবিলাকৰপৰা মুক্ত। কিন্তু সেই সময়ত লিখক এইবিলাকৰ ভুক্তভোগী আছিল।

**গুৰু আৰু সমাজৰ বান্ধোনৰ প্ৰতি বিদ্ৰোহ**

১৯২২ চনত ৭ মাহ জেইল ভোগ কৰি ওলাই আহিলোঁ। জেইলত ভাত খোৱাৰ কাৰণে সমাজে গুৰুঘৰত জনোৱাত, গুৰুঘৰৰ আজ্ঞা হ'ল প্ৰায়শ্চিত্ত হবৰ কাৰণে। কোনো বেয়া কাম কৰি জেইল যোৱা নাই, গতিকে প্ৰায়শ্চিত্ত হবলৈ অস্বীকাৰ কৰা হ'ল। শেহত গোবৰৰ শান্তিয়নী পানীকে খাই শুচি হবলৈ নিৰ্দ্দেশ দিলে। সেই বিধানো আওকাণ কৰা হ'ল। অৱশেহত ৰান্ধনি-ঘৰত খোৱা, ঘৰৰ লোকে মোৰ বাচন-বৰ্ত্তন ধোৱা নিষিদ্ধ হ'ল। ঘৰত জঞ্জাল নবঢ়াই শেহৰ ব্যৱস্থা নিজ স্বভাৱগুণে মানি ললোঁ।

এনেতে স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাদেৱে গুৱাহাটীলৈ মাতি পঠিয়ালে প্ৰাদেশিক কংগ্ৰেছ অফিচত কাম কৰিবৰ কাৰণে। পাণবজাৰৰ গগৈৰ ঘড়ী-দোকানৰ ওপৰৰ দুতলাত প্ৰাদেশিক কংগ্ৰেছ অফিচৰ কাম কৰা হ'ল। মাজে সময়ে স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈ অফিচলৈ আহে আৰু তেখেতৰ বাসভৱনলৈও মাজে সময়ে কোনো অফিচৰ কামৰ কাৰণে যোৱা হয়।

**তাঁতশিল্প শিক্ষা আৰু ৰোগীৰ শুশ্ৰূষা**

কিছুদিনৰ পিচত স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাদেৱে তাঁতশিল্প শিক্ষাৰ কাৰণে ভৰলুমুখত স্বৰ্গীয় তৰুণৰাম ফুকনৰ পিচফালে চাবোন ফেক্টৰীৰ কাষতে গৃহ আদিৰ নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ কৰিলে। তাতে থাকি পাণবজাৰত অফিচ কৰা হয়। পিচত সুকীয়াভাৱে তাঁতৰ কামকেই মাষ্টৰৰ লগত কৰা হয়। এই কামত গোলাঘাটৰ ৺চন্দ্ৰ বৰুৱা, ৺কেহো হাজৰিকা আৰু ৺শঙ্কৰচন্দ্ৰ বৰুৱাও লগত আছিল। ভৰলুমুখৰ মাছখোৱাৰ শ্ৰীমহিবুদ্দিন ডাঙৰীয়াই আমাৰ খোৱাকীৰ টকা-পইচা দিয়েহি। ৺কণকচন্দ্ৰ শৰ্ম্মাদেৱেও আমাৰ এই ভৰলুমুখৰ নতুন স্থানত বাস কৰিছিল। দিনত তাঁতৰ আৰু কংগ্ৰেছ অফিচৰ কাম কৰি ৰাতি পাণবজাৰত থকা কুলবিল সত্ৰৰ গোসাঁইৰ মতে ৰুগীক শুশ্ৰূষা আৰু মানুহ মৰিলে কামাখ্যা বা নবগ্ৰহ শ্মশানলৈ নি দাহ-কাৰ্য্য আদি কৰা হৈছিল।

এনেতে স্বৰ্গীয় তৰুণৰাম ফুকন ডাঙৰীয়াৰ লগত কিছু মন কচা-কচি হ'ল। এদিন আমাক এনাৰকিষ্ট বুলি ধমকি দি গ্ৰেপ্তাৰৰ ভয় দেখুৱালে। শৰ্ম্মাদেৱে এই কথা নাজানিছিল। এনেতে তেজপুৰ জেইলৰপৰা শ্ৰীহট্ট জিলাৰ কংগ্ৰেছৰ সম্পাদক স্বৰ্গীয় হৰেন্দ্ৰনাথ চৌধুৰী আমাৰ ভৰলুমুখৰ স্থানত আহি আলহী হ'ল। এখেতৰ লগত আলাপ আলোচনা হোৱাত চৌধুৰীদেৱে মোক শ্ৰীহট্টলৈ যাবলৈ লগ ধৰিলে তেখেতৰ লগত আশ্ৰম খুলিবৰ কাৰণে। মই যাবলৈ স্বীকাৰ কৰিলোঁ।

**শ্ৰীহট্টলৈ যাত্ৰা**

প্ৰায় এমাহমানৰ পিচতেই ৰহাৰ ঘৰৰপৰা বিদায় লৈ এদিন অমাৱস্যাৰ ঘোৰ অন্ধকাৰ ধুমুহা-বতাহ-ঢেৰেকনি-বিজুলীৰ মাজে মাজে লৰি-ধাপৰি গৈ চাপৰমুখ ষ্টেছনত ৰেলত উঠি শ্ৰীহট্ট কংগ্ৰেছ অফিচ পালোঁগৈ। শ্ৰীহট্ট জিলা কংগ্ৰেছ অফিচত প্ৰায় চাৰি মাহমান থকা হ'ল। আশ্ৰমৰ মাটি-বাৰী চোৱা হ'ল, সেইবিলাক আশ্ৰমৰ নামত ভূমিদান সূত্ৰে পোৱা মাটি, কাৰো ব্যক্তিগত নামত নাছিল। কিন্তু আশ্ৰমতকৈ ব্যক্তি-স্বাৰ্থৰ গন্ধ থকাৰ গম পাই শ্ৰীহট্ট পৰিত্যাগ কৰিবলৈ মনস্থ কৰি চন্দননগৰৰ প্ৰৱৰ্ত্তক সংঘত যোগদান দিয়াৰ সিদ্ধান্ত কৰিলোঁ। স্বৰ্গীয় হৰেন্দ্ৰনাথ চৌধুৰীক মনৰ কথা কলোঁ আৰু তেখেতেও অনুমতি দিলে। ইতিমধ্যে আশ্ৰমত যোগদান দিবৰ কাৰণে আমাৰ ৰহাৰেই দুজন চেমনীয়া ডেকা আহি উপস্থিত হ'ল। তেওঁলোক দুজনকো মোৰ সিদ্ধান্ত জনালোঁ। তেওঁলোক দুজনো মোৰেই লগৰীয়া হ'ল। তিনিও



মিলি পদব্ৰজে শ্ৰীহট্টৰপৰা চন্দননগৰলৈ যোৱাৰ ঠিক কৰিলোঁ। শ্ৰীহট্ট জিলাৰ সীমালৈকে প্ৰধান পথৰ কিনাৰৰ গাওঁবোৰৰ প্ৰধানসকলৰ নাম ঠিকনা আৰু স্বৰ্গীয় হৰেন্দ্ৰনাথ চৌধুৰীৰপৰা একোখন চিনাক্তকৰণ পত্ৰ লোৱা হ'ল।

**শ্ৰীহট্ট কংগ্ৰেছ অফিচ ত্যাগ**

কৰিমগঞ্জ, নবীগঞ্জ, হবিগঞ্জ, বেঙ্গাডোবা আদি ঠাইত শ্ৰীযুত সুৰেশচন্দ্ৰ দেৱ, ৺চিৰেন্দ্ৰ বিশ্বাস, অনিল ৰায় আদি লোকৰ লগত দুই-তিনি দিনকৈ থাকি অৱশেষত বৰ্ত্তমান পাকিস্তানৰ ব্ৰাহ্মণবাৰীয়া মহকুমাৰ কমলাসাগৰ ৰেলষ্টেছনৰপৰা কুমিল্লালৈ ৰেলত যোৱা হ'ল। ৰাস্তাতেই সিদ্ধান্ত হৈছিল— কুমিল্লাৰ অভয় আশ্ৰম চাই যোৱা হব।

**আশ্ৰম জীৱন**

কুমিল্লা ষ্টেছনৰপৰা গৈ আশ্ৰমৰ পুথি-ভঁড়ালতে সোমোৱা হ'ল। লাইব্ৰেৰীয়ানজনে প্ৰৱৰ্ত্তক সংঘলৈ যোৱা হব বুলি জানি 'অভয় আশ্ৰম'ৰ নিয়ম-নীতি, কৰ্ম্ম-পদ্ধতি আদিৰ বিষয়ে বুজাবলৈ ধৰিলে আৰু এই আশ্ৰমতেই থকাৰ কাৰণে বিশেষভাৱে কলে। আশ্ৰমৰ কৰ্ত্তৃপক্ষৰ ওচৰলৈ নি চিনা-পৰিচয় কৰালে। গঠনমূলক কামৰ মাজেদি দেশমাতৃকাৰ সেৱা আৰু পৰাধীনতাৰপৰা মুক্তিৰ কথা বিশেষভাৱে বুজালে আৰু আশ্ৰমতেই থাকি পৰীক্ষা কৰিবলৈ কলে। মনৰ ভাবধাৰাৰ লগত আশ্ৰমৰ কাৰ্য্য-পদ্ধতিৰ খাপ খোৱাত অভয় আশ্ৰমতেই কৰ্ম্মময় জীৱন যাপন কৰিবলৈ সিদ্ধান্ত কৰিলোঁ। ১৯২৩ চনৰ আৰম্ভনীতেই আশ্ৰম জীৱন আৰম্ভ হ'ল। ১৯২১-২২ চনৰ কাৰাগাৰত সদায় প্ৰাৰ্থনাৰ সময়ত যি জীৱনৰ কথা আৰাধনা কৰিছিলোঁ, সেই আৰাধনা যেন পূৰ্ণ হ'ল।

আশ্ৰম জীৱন মাত্ৰ চাৰি দিন ভোগ কৰাৰ পিচতেই পুলিচ আহি আশ্ৰমত হাজিৰ হ'ল—আমালোক তিনিজনক বিচাৰি। লগৰীয়া দুজন অপ্ৰাপ্ত-বয়স্ক হোৱাৰ কাৰণে তেওঁলোক দুইজনকে পুলিচে নি নিজ পৰিয়ালত চমজাই দিলে। তেওঁলোক বৰ্ত্তমান ইহ-জগতত নাই। আশ্ৰম জীৱন লাভ নকৰিলেও এওঁলোকৰ এজনে গৃহবাসৰ মাজেদি সমাজ-সেৱাতো ৰত আছিল। আনজন সন্ন্যাসী হৈ নিৰুদ্দেশ হ'ল।

আশ্ৰমবাসীৰ প্ৰায় সকলোৱেই উচ্চ-শিক্ষিত, অবিবাহিত, অবৈতনিক আৰু আত্ম-উৎসৰ্গকাৰী লোক। দেশৰ সেৱাৰ মাজেদিয়েই আত্ম-উপলব্ধি কৰাটোহে এওঁলোকৰ জীৱনৰ ব্ৰত। স্বাধীন ভাৰতৰ পশ্চিম বঙ্গৰ প্ৰথম কংগ্ৰেছ মন্ত্ৰীসভাৰ শ্ৰমমন্ত্ৰী স্বৰ্গীয় সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায় আছিল আশ্ৰমৰ

সভাপতি আৰু মুখ্য মন্ত্ৰী ডঃ প্ৰফুল্লচন্দ্ৰ ঘোষ আছিল আশ্ৰমৰ সম্পাদক, বিত্তমন্ত্ৰী অন্নদাপ্ৰসাদ চৌধুৰী আছিল কোষাধ্যক্ষ। ডাঃ নৃপেন্দ্ৰনাথ বসু আছিল আশ্ৰমৰ পিতৃস্বৰূপ।

আশ্ৰমত শিক্ষা বোলোঁতে চিকিৎসা, খাদী, কৃষি, কাপোৰত ৰং আৰু ছাপ দিয়া আদি বিভিন্ন বিভাগৰ ব্যৱস্থা আছিল। লিখকে প্ৰথমেই খাদী উৎপন্ন বিভাগত গাৱেঁ গাৱেঁ কপাহ কঢ়িয়াই নি কাটুনীক বিতৰণ কৰা আৰু সূতা সংগ্ৰহৰ কাম আৰম্ভ কৰাৰ লগতে বয়ন বিভাগ, ৰং আৰু ছাপ, কৃষি আৰু গো-সেৱাত বিশেষকৈ লিপ্ত আছিল।

১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰদৰ্শনীত অভয়-আশ্ৰমৰ তৰফৰপৰা যোগদান দিয়া হয় 'খাদী ভাণ্ডাৰ' খুলি। এই কংগ্ৰেছ অধিৱেশনতে বহুতো পুৰণি নিৰ্য্যাতন ভোগ কৰা সহ-কৰ্ম্মীৰ লগত দেখা-সাক্ষাৎ হৈছিল। কংগ্ৰেছৰ অধিৱেশনৰ সভাপতি আছিল শ্ৰীনিবাস আয়েঙ্গাৰ। মহাত্মা গান্ধী, মহম্মদ আলী, চৌকৎ আলী আদি ভাৰতৰ নেতা-সকলে এই কংগ্ৰেছত যোগদান কৰিছিল। এই অধিৱেশনৰ সময়তেই ভাৰতত অশুভ সাম্প্ৰদায়িকতাৰ ক'লা ডাৱৰ এচমকা দেখাদি অধিৱেশনত বিষাদৰ ছাঁ পেলাইছিল। সংবাদ আহিল সাম্প্ৰদায়িকতাবাদী আততায়ীৰ হাতত ভাৰতৰ নেতা স্বামী শ্ৰদ্ধানন্দজীৰ মৃত্যু।

কংগ্ৰেছৰ অধিৱেশন সমাপ্তিৰ পিচত পুনৰ আশ্ৰমলৈ ফিৰি যোৱা হ'ল। এইখিনিতে এটা উল্লেখ কৰিবলগীয়া কথা হ'ল, এই কংগ্ৰেছ অধিৱেশনৰ কাৰণে যিটো শ্বেতছত্ৰৰূপ পেণ্ডেল নিৰ্ম্মাণ কৰিছিল, সেইটো নগাৱঁৰ মৰিগাওঁ আৰু বাৰপূজীয়া অঞ্চলত উৎপন্ন কপাহী বস্ত্ৰৰ দ্বাৰাই নিৰ্ম্মিত হৈছিল।

আশ্ৰমলৈ ফিৰাৰ পিচত দেখা পালোঁ যে গোটেই দেশতে সাম্প্ৰদায়িকতাৰ বেয়া বতাহ বলিবলৈ ধৰিছে। তাৰ বতাহ কুমিল্লাতো আহি লাগিল। মছজিদৰ সম্মুখেদি পূৰ্ব্বতে বাদ্য বজাই বিবাহ, পূজা-পাৰ্ব্বণ আদি হোৱাৰ কোনো বাধা নাছিল। এতিয়া যেন কোনোবাই উচতাই দিয়াৰ ফলত বাধা জন্মিল। হিন্দু সম্প্ৰদায়ৰ লোকসকলে এইটো মানি লবলৈ ৰাজি নহ'ল আৰু কিছুমান সাম্প্ৰদায়িক মনোবৃত্তিৰ হিন্দুৱে এইটো আছিলা লৈ বিবাদ লগাবৰ কাৰণে সময়ে অসময়ে মছজিদ আদিৰ সম্মুখেদি বাদ্য বজাই কন্দল লগোৱাৰ চেষ্টা কৰিলে। এনেবোৰ কাৰণত ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে সাম্প্ৰদায়িক দাঙ্গা-হাঙ্গামা আৰম্ভ হবলৈ ধৰিলে।



ঢাকাত পূৰ্ব্বৰপৰা অনুষ্ঠিত জন্মাষ্টমীৰ শোভাযাত্ৰাৰ দৰে কুমিল্লাতো আৰম্ভ হৈছিল। ১৯২৭ চনত জন্মাষ্টমী উপলক্ষে হিন্দু সমাজে অতি সাৱধানে শোভাযাত্ৰা আৰম্ভ কৰিলে। বিভিন্ন গাৱঁৰপৰা বাদ্য-যন্ত্ৰ বজাই কীৰ্ত্তন কৰি চহৰৰ শোভাযাত্ৰাত যোগদান দিবলৈ অহাৰ ফলত বিভিন্ন গাওঁ আৰু চহৰৰ কোনো কোনো ঠাইত দাঙ্গা-হাঙ্গামা আৰম্ভ হ'ল। এটা শোভাযাত্ৰা গাৱঁৰপৰা বিভিন্ন মছজিদ পাৰ হৈ আহিল কিন্তু আশ্ৰমৰ ওচৰৰ এটা মছজিদ, ৰাস্তাৰপৰা দূৰত থাকিলেও, কিছুমান মানুহে বাধা দিলে আৰু ঠেলা-হেঁচা চলাবলৈ ধৰিলে। তাত উপস্থিত থাকি হাঙ্গামা নকৰিবলৈ কোৱা স্বত্বেও পিচফালৰপৰা এদাল টাঙোন মোৰ মূৰৰফালে আহোঁতেই পিচফালৰপৰা টাঙোন দাল বাধা দিবলৈ কোনোবাই চেষ্টা কৰিছিল যদিও ব্যৰ্থ হোৱাত টাঙোন আহি মূৰত পৰি তেজ ববলৈ ধৰিলে। ঔষধ দি বান্ধিবৰ কাৰণে কোনোবাই হাতত ধৰি আশ্ৰমলৈ টানি নিলে। ইতিমধ্যে মৰামৰি দাঙ্গা-হাঙ্গামা আৰম্ভ হোৱাৰ ফলত এজনৰ মৃত্যু হ'ল। চহৰতো গাৱঁৰপৰা গুণ্ডা ধৰণৰ মানুহ আহি হিন্দু-বসতি ঠাইত দাঙ্গা-হাঙ্গামা আৰম্ভ কৰিলে, তাতো দুই-এজনৰ মৃত্যু হ'ল।

পিচদিনা পুলিচ আহি আশ্ৰম খানাতালাচ কৰিলে আৰু লিখকসহ আশ্ৰমৰ কেইবাজনকো জেইলত বন্দী কৰি ৰাখিলে। জেইলত গৈ দেখো বিপ্লবী উল্লাসকৰ দত্ত, স্বামী স্বৰূপানন্দ আদি বহুত গণ্যমান্য লোকক ধৰি আনি ৰাখিছে। সেইদৰে মুছলমান সম্প্ৰদায়ৰ বহুতকো গ্ৰেপ্তাৰ কৰি জেইলত বন্দী কৰিলে। কাছাৰিত মোকৰ্দ্দমা চলিল। কেইমাহমানৰ পিচত বে-কচুৰ খালাচ পাই আশ্ৰমৰ কামত লাগি গলোঁ। আশ্ৰমৰ লগত পুনৰ ওচৰ-পাজৰৰ গাৱঁৰ হিন্দু-মুছলমান সকলোৱে মিলা-প্ৰীতিৰে কাম চলাবলৈ ধৰিলে।

আশ্ৰমৰ বিভিন্ন জিলাৰ বিভিন্ন খাদী উৎপন্ন কেন্দ্ৰসমূহৰ কাৰ্য্য ভালদৰে চলিবলৈ ধৰিলে। এই খাদী শিল্পৰ লগত জড়িত কাটুনীসমূহৰ ভিতৰত অধিক অংশ মুছলমান মহিলা আৰু তাঁতী, অৰ্থাৎ নাথ সম্প্ৰদায়ৰ হিন্দু মানুহ আছিল। সাম্প্ৰদায়িক অশান্তিৰ সময়ত এওঁলোকে আৰ্থিক সংকট ভোগ কৰিবলগীয়া হৈছিল।

**চাইমন কমিশ্যন**

১৯২৮ চন পালেহি। ভাৰতক ধৰ্ম্ম আৰু জাত-বিজাতত ভাগ কৰিবৰ কাৰণে বৃটিছ চৰকাৰে ভাৰতলৈ চাইমন কমিশ্যন পঠালে। ভাৰতীয় জাতীয় কংগ্ৰেছৰ তৰফৰপৰা এই কমিশ্যনক বৰ্জ্জন কৰিলে। এই বৰ্জ্জন কৰিবলৈ

যাওঁতে ভাৰতৰ বিখ্যাত নেতা লালা লাজপৎ ৰায়, গোৱিন্দবল্লভ পন্থ আদি পুলিচৰ আঘাতত লাঞ্ছিত হ'ল। আনন্দবাজাৰ পত্রিকাত ডাঙৰ ডাঙৰ আখৰেৰে লাজপৎ ৰায়ৰ ছবিসহ উল্লেখ কৰিছিল ঃ

"পঞ্চনদীর তীরে, ভক্তদেহের রক্তলহরী মুক্ত হইল কিরে।"

কুমিল্লালৈ আহোঁতে ৰাস্তাত ক'লা পতাকা দেখুৱাই 'চাইমন ফিৰি যোৱা' ধ্বনিৰে আমি বিৰাট দল এটাই কমিশ্যনক এইদৰে অভ্যৰ্থনা জনালোঁ। ১৯২৯ চনত জাতীয় কংগ্রেছে জাতীয় পতাকাৰ নতুন ৰূপ আৰু তাৰ ব্যাখ্যা নির্ণয় কৰিবলৈ কমিটি নিয়োগ কৰিলে। কাৰণ, পুৰণি ত্রিবর্ণ পতাকা ধৰ্ম্মৰ ভেটিত ব্যাখ্যা হৈছিল। কমিটিয়ে নতুন পতাকাৰ ৰূপ আৰু ব্যাখ্যা দিলে— ত্যাগ, পৱিত্রতা বা শান্তি আৰু সজীৱতা বা শক্তি। মাজত যঁতৰ শ্রমৰ চিহ্ন। জাতীয় কংগ্রেছে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ৰাতি বাৰ বজাৰ ঠিক পিচতে পূর্ণ স্বাধীনতাৰ প্রস্তাৱ গ্রহণ কৰিলে। স্বাধীনতা দিৱসৰ দিন ধাৰ্য্য কৰিলে ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে। এই দিনা গোটেই ভাৰতত নতুন জাতীয় পতাকা উৰাই সকলো ঠাইতে স্বাধীনতাৰ সংকল্প গ্রহণ কৰিলে।

**১৯৩০ চনৰ লৱণ সত্যাগ্ৰহ**

মহামানৱ মহাত্মা গান্ধীয়ে শান্তিপূর্ণ সত্যাগ্রহৰ নেতৃত্ব দিলে। কি বিষয়বস্তু লৈ সত্যাগ্ৰহ কৰিব সেইটো মহাত্মা গান্ধীজীয়ে ঠিৰাং কৰিলে। সিদ্ধান্ত কৰিলে, সৰ্ব্বসাধাৰণৰ লাগতিয়াল লোণকণ তৈয়াৰীৰ ইংৰাজৰ যিখন নিষিদ্ধ আইন আছিল, সেই আইন অমান্য কৰাৰ দিন নিৰ্দ্ধাৰণ কৰিলে মাৰ্চ্চ মাহৰ ১২ তাৰিখ।

গান্ধীজীয়ে বচা বচা সত্যাগ্রহী লৈ সৱৰমতি আশ্ৰমৰপৰা ডাণ্ডিলৈ যাত্রা কৰিলে। গোটেই ভাৰতবৰ্ষত এই সত্যাগ্ৰহ আৰম্ভ কৰা হ'ল। বৃটিছ চৰকাৰে কি ব্যৱস্থা গ্রহণ কৰে গোটেই জগতে সতৃষ্ণ নয়নে চাবলৈ ধৰিলে। গান্ধীজী গ্রেপ্তাৰ হ'ল। কুমিল্লা আৰু অভয় আশ্ৰমৰপৰাও মেদিনীপুৰ জিলাৰ কাঁথিৰ পিচাবনীত লৱণ-আইন ভঙ্গ কৰিবৰ কাৰণে ডাঃ সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ নেতৃত্বত এদল সত্যাগ্রহী যাত্রা কৰিলে। এইদল সত্যাগ্রহীয়ে বৰ্দ্ধমান আৰু বাঁকুড়া জিলা হৈ কাঁথিৰ পিচানীত সত্যাগ্ৰহ কৰিলে।

আশ্ৰমৰ কাৰ্য্য পৰিচালনা কৰি থাকিবৰ কাৰণে লিখককে ধৰি কেইজনমানক দায়িত্ব দিয়াৰ কাৰণে এই প্ৰথম সত্যাগ্ৰহ বাহিনীত যোগ দিবলৈ সৌভাগ্য লাভ কৰিব পৰা নহ'ল। প্রথম সত্যাগ্রহীসকলক গ্রেপ্তাৰ কৰিলে। বিভিন্ন স্থানৰপৰা সত্যাগ্রহী গৈ সত্যাগ্ৰহ কৰিলে তেওঁলোককো গ্রেপ্তাৰ কৰিবলৈ ধৰিলে। এনেতে লিখক আৰু দুজনক এই সত্যাগ্ৰহৰ কাৰণে পঠোৱা হ'ল। আমি কুমিল্লাৰপৰা যাত্রা কৰিলোঁ। কলিকতা হৈ কাঁথি ( কণ্টাই ) পালোঁগৈ। কাঁথিৰ কংগ্রেছ অফিচৰপৰা পিচাবনী শিবিৰলৈ গলোঁ প্রায় ৭।৮ মাইল ৰাস্তা। পিচাবনীৰ সত্যাগ্ৰহ শিবিৰ আৰু গুৰ্খা সশস্ত্র বাহিনীৰ শিবিৰ মুখামুখিকৈ অৱস্থিত। সত্যাগ্রহীসকলক লৱণ তৈয়াৰীৰ কাৰণে নিয়োগ কৰিলেই নিমখৰ মাটি, চাকনিৰ আচ্‌বাব-পত্ৰ আৰু জাল দিয়া গাঁট আদি ভাঙি দলিয়াবলৈ ধৰিলে। সত্যাগ্ৰহীসকলেও বাৰে বাৰে লৱণ তৈয়াৰীৰ যোগাৰ কৰে, গুৰ্খা বাহিনীয়ে ভাঙি পেলায়। তাৰে ২।১ জনক গ্রেপ্তাৰ কৰি লৈ যায়। শেহত সত্যাগ্রহী থকা ঘৰ গুৰ্খা বাহিনীয়ে দখল কৰি ললে আৰু সত্যাগ্রহীবিলাকক মাৰি-কিলাই খেদি দিলে। বিভিন্ন ঠাইত লৱণ আইন ভঙ্গ কৰিবলৈ আৰম্ভ হ'ল, নেতৃস্থানীয় প্রায় সকলো লোককেই গ্রেপ্তাৰ কৰি জেইলত বন্দী কৰিলে। বিভিন্ন ঠাইৰ জনসাধাৰণৰ ওপৰত অত্যাচাৰ—মাৰ-ধৰ কৰি ছত্ৰভঙ্গ কৰি দিবলৈ ধৰিলে। কাঁথিৰ পিচাবনী অঞ্চল উড়িষ্যাৰ বালেশ্বৰ জিলাৰ সীমালৈকে আন্দোলন চলোৱাৰ ভাৰ লিখকৰ ওপৰত পৰিল। অত্যাচাৰৰ ফলত শিবিৰসমূহ গোপন স্থানত স্থাপন কৰা হ'ল। পিচাবনীৰ শিবিৰ 'সুৱৰ্ণ-দীঘি' গাৱঁৰ মহাদেৱ মণ্ডপ বা মহাদেউ মন্দিৰত স্থাপন কৰা হ'ল। এই মণ্ডপ প্ৰায় গাৱঁখনৰ ৪৮ ঘৰ মানুহৰ মাজ ঠাইত। স্বেচ্ছাসেৱকসকলক এই গাওঁৰ লোকসকলে আলোচনা কৰি, প্ৰতিঘৰ গৃহস্থই পাল পাতি এসাজ এসাজকৈ ভাত খুউৱাৰ দায়িত্ব ললে। প্রতিদিনে ১৫ জনৰপৰা আৰম্ভ কৰি ৪ জনলৈকে ২।৩ মাহ খুউৱাৰ দায়িত্ব গ্রহণ কৰিলে। স্বেচ্ছাসেৱকসকলক গাৱেঁ গাৱেঁ লৱণ তৈয়াৰী কৰি আইন ভঙ্গ কৰিবলৈ বুজাই উৎসাহিত কৰিবলৈ ধৰা হ'ল। গাৱঁৰ বাইজেও এইদৰে প্ৰায় গাওঁবিলাকতেই লৱণ তৈয়াৰী কৰি আইন অমান্য কৰিবলৈ ধৰিলে। মহকুমাধিপতি আব্দল গফুৰ আৰু ডি-এচ্-পি হুদা চাহাবৰ নিৰ্দ্দেশত গাওঁ-ভুঁইবিলাকত মাৰ-ধৰ কৰি অত্যাচাৰ চলাবলৈ ধৰিলে। মাজে মাজে ৰাতিও পুলিচ গৈ গাওঁ ঘেৰাও কৰি গাওঁবাসীক মাৰকিল কৰি বস্তু-বাহানি লুটপাত কৰে। গাওঁবাসীও সজাগ আৰু সংগঠিত হ'ল। কোনো গাৱঁত পুলিচ গৈ প্ৰৱেশ কৰিলে এঠাইত শংখধ্বনিৰ আৱাজ শুনাৰ লগে লগে প্ৰতি গৃহস্থৰপৰা মহিলাসকলে শংখধ্বনি আৰম্ভ কৰি দিয়ে; ওচৰ-চুবুৰীয়া গাওঁবিলাক সতৰ্ক আৰু সজাগ হয়। কোনো কোনো দিনা গাৱঁত পুলিচ

সোমালেই অত্যাচাৰৰ ভয়ত বাচন-বৰ্তনবিলাক পুখুৰীত পেলাই মূল্যবান বস্তু হাতত লৈ নিৰাপদ স্থানত আশ্ৰয় লয়। পুলিচৰ অত্যাচাৰত হাহাকাৰ ধ্বনি উঠিলেই লিখকে স্বেচ্ছাসেৱকসকলক লৈ গাৱেঁ গাৱেঁ গৈ লোকসকলক সান্ত্বনাৰ বাণী আৰু নিৰ্ভয় দি ফুৰিছিল।

**তদন্ত কমিচন**

এইবিলাক অত্যাচাৰৰ সংবাদ কলিকতা ৰাজধানীও পাইছিলগৈ। লিথো-কৰা বুলেটিন বিলাই অত্যাচাৰৰ কাহিনী আদি প্ৰচাৰ কৰাৰ ব্যৱস্থা হাতত লোৱা হ'ল। বঙ্গদেশৰ বিখ্যাত বেৰিষ্টাৰ স্বৰ্গীয় বীৰেন্দ্ৰনাথ শাসমল মেদিনীপুৰ জিলাৰ এই কন্টাই বা কাঁথি মহকুমাৰেই লোক। শ্ৰীশাসমল গোটেই জিলাৰ একছত্ৰী সম্ৰাট বুলি কলেও অত্যুক্তি কৰা নহ'ব। তেখেতৰ চেষ্টাত কলিকতা হাইকোৰ্টৰ অৱসৰপ্ৰাপ্ত জজ কেইজনমান সদস্য-সহ কন্টাইৰ অত্যাচাৰসমূহ তদন্ত কৰিবলৈ আহিল। সম্ভৱ মহকুমাধিপতিয়ে এই সংবাদ নেপাইছিল। এই দিনাই মহকুমাধিপতি গফুৰ চাহাব আৰু হুদা চাহাবে পিচাবনী অঞ্চলৰ গাৱঁত অত্যাচাৰ কৰিবলৈ আহিল। গাৱঁবিলাকত পুলিচ বাহিনী সোমাই এখনৰ পাচত এখন গাৱঁত একালৰপৰা অত্যাচাৰ কৰি যাবলৈ ধৰিলে। সুবৰ্ণদীঘি গাৱঁৰ মানুহ, সৰু ল'ৰা-ছোৱালীৰপৰা আৰম্ভ কৰি বুঢ়ালৈকে, সকলো সময়তে সজাগ। পুলিচৰ আগমনত গাৱঁৰ মানুহে ল'ৰা-ঢপৰা কৰা দেখি সৰু ৮।১০ বছৰীয়া ল'ৰা দুটা মহাদেৱ মণ্ডপলৈ আহি সংবাদ দিলে যে পুলিচ আহিছে। আমি ৪ জন যেনে আছিলোঁ তেনেকৈয়ে বাহিৰ হৈ গাৱঁৰ এমূৰত মুকলি পথাৰত থকা পুখুৰীটোৰ ভিতৰৰ-পৰা চাৰিউফালে গাওঁসমূহৰ দৌৰা-দৌৰি কৰা মানুহবিলাক আৰু পুলিচৰ প্ৰতি দৃষ্টি ৰাখিছিলোঁ। মহাদেৱ মণ্ডপৰ বস্তুবিলাক নিৰাপদ স্থানত ৰাখি মণ্ডপটো থকাৰ অযোগ্য কৰি ৰখা হ'ল। এনেতে এজন গাৱঁৰ মানুহে আহি সংবাদ দিলে যে আজিয়েই এখন তদন্ত কমিটি আহিব, সেই কমিটিত শ্ৰীশাসমল আছে। তেওঁ খবৰ দি উভতি যোৱাৰ পিচতে এটা ল'ৰাই তাৰাতাৰিকৈ আমাৰ ওচৰলৈ আহি সংবাদ দিলে যে গাৱঁত পুলিচ সোমাই অত্যাচাৰ আৰম্ভ কৰিছে। আমি সেই পুখুৰীৰ কিনাৰ এটাৰপৰা গোপনে গাৱঁৰ হুলস্থুল, মাৰ-পিট চাই আছিলোঁ। তেতিয়া সময় প্ৰায় এটামান বাজিছে। পুলিচদলে মানুহৰ ঘৰৰ ভিতৰত সোমাই মানুহক মাৰ-ধৰ, ঘৰৰ বাচন-বৰ্তন, চৰু-হাৰি আদি ভাঙি একালৰপৰা চূৰমাৰ কৰি গৈছে।



ভঁড়াল কাটি ধান-চাউল, মাহ-সৰিয়হ ভৰিৰে ফেণেকি মিহলাই একাকাৰ কৰি পেলাইছে। এঘৰৰ ভঁড়ালৰ মেৰ কাটিবলৈ যাওঁতে ঘৰৰ এগৰাকী বিধৱা, প্ৰায় ৪০ বছৰীয়ামান মহিলাই কঁকালত কাপোৰ বান্ধি এখন দীঘল দা লৈ পুলিচক কলে,—“ধানৰ মেৰ কাটিলে তহঁতকো এই দাৰে সুদাই এৰা নহ'ব।” পুলিচ গা ৰচাই গুছি গ'ল ; কিন্তু ঘৰৰ ভিতৰৰ আন সকলো বাচন-বৰ্তন গুৰা কৰিবলৈ বাদ নেৰাখিলে। এগৰাকী গাভৰু গৰ্ভৱতী বোৱাৰীৰ সতীত্ব নষ্ট কৰিবলৈও কুণ্ঠাবোধ নকৰিলে। গাওঁখনত এনে অত্যাচাৰ স্বয়ং মহকুমাধিপতি গফুৰ চাহাব উপস্থিত থাকি কৰাইছিল।

সুবৰ্ণদীঘি গাৱঁৰ উল্লেখ কৰা অত্যাচাৰ সমাপ্ত কৰি পুলিচ দল আন এখন গাওঁলৈ ৰাওনা হ'ল। পুলিচৰ দল ওলাই যোৱাৰ লগে লগে আমি গাৱঁত প্ৰৱেশ কৰি কাৰ কি ক্ষতি কৰিলে আৰু কাক কেনেকুৱা ভাৱে অত্যাচাৰ কৰিলে তাৰ এটা ৰিপোৰ্ট ললোঁ। কোনো গৃহস্থৰেই ভাত খাবলৈ বা ৰান্ধিবলৈ কাঁহি-বাতি, বাচন-বৰ্তন নোহোৱা কৰিলে। গাওঁবাসী ইমান প্ৰপীড়িত হোৱা সত্ত্বেও কোনো পুৰুষ বা নাৰীয়ে আমাৰ প্ৰতি কোনো বেয়া ভাৱ বা মাত নামাতিলে। বৰং মুখত হাঁহি ৰাখি কেনেকৈ কি ক্ষতি কৰিলে দেখুৱাইছিল। আচৰিত কথা—এঘৰত আমি সোমাওঁতে ঘৰৰ গৃহস্থনীয়ে আমাক কলে,—“বাবু, আপোনালোকে ইমান সময়লৈকে একো খোৱা নাই!” পুলিচৰ প্ৰতি কুবাক্য প্ৰয়োগ কৰি কলে,—“সকলো নষ্ট কৰিছে। চুকত থকা মুড়িৰ টিন দুটা বৈ গৈছে। বাবু, আপোনালোকে কিছু মুড়ি খাই লওক।” লাজত মই তলমূৰ কৰি কলোঁ,—“নহয়, আমি নেখাওঁ, আপোনালোকৰ ল'ৰা-ছোৱালীকেইটিক খাবলৈ দিয়ক, বেচাৰাহঁত ইমান পৰলৈকে লঘোণে আছে।” ভাবিলোঁ, মানুহ স্বাধীনতাৰ কাৰণে কিমান দৃঢ়মনা আৰু কিমান আত্মবল! ইমান অত্যাচাৰৰ পিচতো নিজৰ সন্তানক আৰু নিজে নেখাইও ভলন্টিয়াৰক খুৱাবৰ কাৰণে কি হেপাহ! এইবিলাক দেখি, ধন্য দেশৰ ধন্য মানুহ বুলি, প্ৰেৰণা পালোঁ।

সুবৰ্ণদীঘি গাৱঁত অত্যাচাৰ কৰি পুলিচৰ দল ওলাই গৈ আন এখন গাৱঁত প্ৰৱেশ কৰিবলৈ ধৰোঁতেই কেইখনমান মটৰ গাড়ী ৰাস্তাইদি অহা দেখি পুলিচৰ দল থমকি ৰ'ল। ৰাস্তাত বহু মানুহ বৈ থকা দেখি মটৰ থামিল। তদন্ত কমিটিৰ সদস্যসকলে নিজ চকুৰে অত্যাচাৰৰ নমুনা দেখা পালে। ইতিমধ্যে মহকুমাধিপতি গফুৰ চাহাব আৰু পুলিচৰ দল কমিটিৰ সদস্যসকলৰ ওচৰ পালেহি।

আনহাতে ৰাস্তাৰপৰা এজন মানুহ দৌৰি আহি মোক খবৰ দিলে যে শ্রীশাসমল আহিছে। মোৰ গাত মাত্র এখন বগা খদ্দৰৰ চাদৰ। সেইদৰেই শ্রীশাসমলক দেখা কৰিবলৈ যাবলগা হ'ল। অসংখ্য মানুহে গাড়ী আগুৰি ধৰি পুলিচৰ অত্যাচাৰৰ কাহিনী কবলৈ ধৰিলে। গাৱঁৰ এজন মুৰুব্বীয়ে মোক শ্রীশাসমল বহি থকা গাড়ীৰ ওচৰলৈ মাতি নি তেওঁক কলে,—“এইজন আমাৰ মহেন্দ্রবাবু”। সম্ভৱ এই মুখীয়ালজনে মই যোৱাৰ পূর্ব্বেই মোৰ বিষয়ে কথা-বার্তা হৈছিল। শ্রীশাসমল মোক মাতি নি কাণে কাণে কলে,—“আমি তদন্ত কৰিবলৈ আহিছোঁ, বর্ত্তমান আমি গ্রেপ্তাৰৰ কাম চলাই যাম, বেছি কথা নকওঁ, ৰিপোর্ট আদি পঠাই থাকিব, মই আপোনাৰ পৰিচয় ইতিপূর্ব্বে পাইছোঁ।” আমি ততালিকে পুনৰ গাৱঁলৈ ফিৰিলোঁ।

আমি গাৱঁে গাৱঁে বৈঠকী-সভা কৰি গাওঁবাসীসকলৰ মনোবল বঢ়াবলৈ ধৰিলোঁ। এদিন গধূলি এখন ডাঙৰ গাৱঁত বৈঠকী সভা কৰি আছোঁ। সিম্-সিমীয়া বৰষুণ। এনেতে এজন মানুহ আহি কলে,—“বাবু, আপোনাক লগ পাবৰ কাৰণে জগদীশপুৰৰপৰা মানুহ এজন আহিছে, বৈঠকখানাত ৰৈ আছে।” মই বৈঠকত থকা লোকসকলক কৈ বাহিৰলৈ ওলাই আহিলোঁ। দেখোঁ এজন স্বেচ্ছাসেৱক। কাপোৰ-কানি আধা ভিজা, তেওঁ মোক নমস্কাৰ কৰি এখন চিঠি দিলে। চিঠিখন কোনে পঠাইছে চিঠি খোলাৰ পূর্ব্বে সুধিলোঁ। তেওঁ কলে যে জগদীশপুৰৰপৰা গোঁসাইবাবুৱে পঠাইছে। পত্রত লিখিছে ঃ আজি প্রায় ৪টামান বজাত জগদীশপুৰত লৱণ আইন ভঙ্গ কৰাত বহুতো মানুহে যোগদান কৰিছিল। পুলিচ আহি বাধা দিয়াত ৰাইজে বাধা অমান্য কৰি লৱণ তৈয়াৰী কৰাত পুলিচে গুলি চলোৱাৰ ফলত বহুতো লোক গুৰুতৰ আহত হয়। আহত লোকসকলক নিৰাপদ স্থানত ৰখা হৈছে। অনতিপলমে ডাক্তৰ আৰু আৱশ্যকীয় ঔষধপত্র লৈ নিজে আহি চাই ৰাইজক সান্ত্বনা দিওঁহি, ৰাইজ আতঙ্কগ্রস্ত। ভিতৰলৈ গৈ ৰাইজৰপৰা বিদায় ললোঁ অত্যন্ত জৰুৰী কামত কাঁথিলৈ এতিয়াই যাব লাগে বুলি।

দুই-এজনে কি হৈছে সুধিলে কিন্তু মোৰ মুখৰ চেহেৰাত বিশেষ বিষাদৰ ছাঁ দেখি ক'ৰবাত গুলী চলিছে বুলি তেওঁলোকৰ ভিতৰতেই কোৱা-কুই কৰিলে। কাৰণ, কিছুদিনৰ পূর্ব্বে আৰু এঠাইত গুলী চলাত এনে ভাৱেই উঠি যোৱা দেখিছিল। খবৰ নিদিলেও তেওঁলোকে ধৰি ললে যে জগদীশপুৰত নিশ্চয় গুলী চলিছে।



আমি মানুহ-ঘৰৰপৰা ছাতি এটা লৈ সুবর্ণদীঘি গাৱঁৰ শিবিৰলৈ ফিৰিলোঁ। গাৱঁৰ মুখীয়াল দুজনমানে লগ পাবলৈ মহাদেউ মণ্ডপৰ শিবিৰত বহি আছিল। তেওঁলোকক এতিয়াই কাঁথিলৈ যোৱা হ'ব বুলি কোৱাত তেওঁলোকে এই ৰাতি-খন লঘোণে-ভোকে কাঁথিলৈ নেযাবলৈ উপদেশ দিলে। মই যাবই লাগিব বুলি কোৱাত ততালিকে এঘৰৰপৰা দুজনৰ কাৰণে ভাত আৰু এটি হাৰিকেন লেম আনি দিলে। ভাত খাই লগৰীয়া এজনক লৈ কাঁথিলৈ যাত্রা কৰিলোঁ—ৰাতি প্রায় ১১টা মান বজাত। কাঁথি এই ঠাইৰপৰা মাত্র ৭ মাইল। ৰাস্তাইদি গলে জগদীশপুৰলৈ যোৱা পুলিচৰ সন্মুখতে পৰাৰ সন্দেহত পথাৰে পথাৰে পোনাই দিয়া হ'ল। এনেয়ে আন্ধাৰ ৰাতি, তাতে বৰষুণ। আন্ধাৰত উমানে উমানে টিমিক-টামাক লেমৰ পোহৰত কণামুনাকৈ যাওঁতে যাওঁতে দুমাইল ৰাস্তা শেষেই নহয়। শেহ ৰাতিৰ ফালে ৰাজপথেদি কিছু সময় যোৱাৰ পিচত কাঁথি চহৰৰ ওচৰৰ বজাৰখন পালোঁ। তাতেই এঘৰত সোমাই অলপ সময় শুই লোৱা হ'ল। ৰাতি পুৱাল, মুখ-হাত ধুই চহৰৰ শিবিৰ পৰিচালকৰ ঘৰলৈকে যাবলৈ ঠিক কৰিলোঁ। দুইজনে একেলগে একে পথেদি যোৱা ঠিক নহব বুলি ভাবি লগৰীয়াজনক ভিতৰুৱা পথেদি আৰু নিজে ৰাজ-পথেদি যোৱাৰ সিদ্ধান্ত কৰি ধুতিখন কিছু ওপৰলৈ তুলি গাৰ ওপৰত খদ্দৰৰ চাদৰখন এচলিয়াকৈ লৈ ব্রাহ্মণৰ বেশত চহৰত প্রৱেশ কৰিলোঁ।

**গ্রেপ্তাৰ আৰু কাৰাবৰণ**

কিছুদূৰ গৈ দেখোঁ যে পুলিচ কিছুমানে চাহ খাইছে আৰু কিছুমানে বাছত উঠি বহি আছে। ভাবিলোঁ এই দল জগদীশপুৰলৈ যাব। জগদীশপুৰ হৈছে কন্টাই মহকুমা আৰু উড়িষ্যাৰ বালেশ্বৰ জিলাৰ সীমান্তত অৱস্থিত। গোঁসাইদাস চিক্‌দাৰ হৈছে অভয় আশ্রমৰ কর্ম্মী, মেডিকেল পাচ কৰা ডাক্তৰ। মই পুলিচবিলাকক পাৰ হৈ গৈ সাৰিলোঁ বুলি ভাবিলোঁ। কিছুদূৰ গৈ সদৰ থানাও পাৰ হলোঁ, ভাবিলোঁ ৰক্ষা পৰিলোঁ, আৰু অলপ পথ অতিক্রম কৰিলেই শ্রীহৰিপদ পাহাড়ীৰ ঘৰ পোৱা হব, এনেতে পিচফালৰপৰা এটা শব্দ শুনিলোঁ ঃ “এই শালা থাম্!” মই ভাবিলোঁ কোনোবাই কাৰোবাকহে কৈছে। অলপ পিচতেই পুনৰ আকৌ সেই হুকুম শুনি ফিৰি চাওঁ যে সাধাৰণ পোছাক পৰিধান কৰা এজনে চাইকেল চলাই আহি মোৰ সন্মুখত চাইকেলখন ভেটাদি ধৰি কলে,—“থামুন্”! অর্থাৎ ৰব। তেওঁ মোৰ সন্মুখত ৰোৱা মাত্রকেই বুজিলোঁ যে এওঁয়েই মোক ছালা বুলি সম্বোধন কৰিছিল। ৰাগেৰে মই তেওঁক কলোঁ,—“মোক ৰবলৈ

কৰবলৈ আপুনি কোন?” তেওঁ উত্তৰ দিলে,—“মই এই সদৰ থানাৰ বৰ দাৰোগা, আপোনাক গ্ৰেপ্তাৰ কৰিলোঁ, যাব নোৱাৰে।” উত্তৰ দিলোঁ,—“আপুনি যে দাৰোগা তাৰ চিন কি? গতিকে আপোনাৰ হুকুম মই নেমানো।” বুলি আগবাঢ়িবলৈ ধৰিলোঁ। তেওঁ চাইকেলেৰে আগভেটা দি চিপাহী! চিপাহী! বুলি চিঞৰিবলৈ ধৰিলে। কিছু দূৰতে ডি-এচ্-পিৰ বাংলাৰপৰা দুজন কনিষ্টবল অহা দেখিলোঁ। গতি বিষম দেখি চোলাৰ জেপত থকা জগদীশপুৰৰপৰা শ্ৰীগোঁসাইদাস চিক্‌দাৰৰপৰা অহা চিঠিখন উলিয়াবলৈ হাত ভৰালোঁ। দাৰোগাজনে জেপলৈ হাত নিদিবলৈ কলে। উত্তৰ দিলোঁ,—“এইটো মোৰ চোলাৰ জেপ, মই আপোনাৰ জেপ মাৰিবলৈ যোৱা নাই।” চিঠিখন উলিয়াই মুখত ভৰাই চোবাই গিলি পেলালোঁ। দাৰোগাই চিঞৰ-বাখৰ লগাবলৈ ধৰিলে। চিপাহী দুজনে মোৰ দুই হাতত ধৰিলে। দাৰোগাজনে মোক কেইটামান কাণ-তলীয়া চৰ মাৰিলে। সেই চৰতেই চিৰকালৰ কাৰণে বাওঁ-কাণৰে নুশুনা হলো। ৰাস্তাৰ দুই কাষত থকা ঘৰৰ মানুহে পদূলি-মুখত ভুমুকিয়াই ভুমুকিয়াই চাবলৈ ধৰিলে। মোৰ দুই হাত বান্ধি থানালৈ নিলে। থানাত বহি থকাৰ সময়ত লকাপৰপৰা মোৰ লগতেই কাম কৰা শ্ৰীভৱতোষ বটৰেল নামৰ বাকুড়াৰ মিচন হাইস্কুলৰ দশমমান শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰা ছাত্ৰজনক উলিয়াই আনিছে—হাতমুখ ধুবৰ কাৰণে। শ্ৰীমানে মোক দেখি অবাক হ’ল আৰু তেওঁক গ্ৰেপ্তাৰ কৰি আনি আগদিনা মহকুমাধিপতিৰ সন্মুখত বিচাৰলৈ নি ডি-এচ্-পি হুদা চাহাবে বেতেৰে কোবাই কেনেকৈ পিঠি চিৰলা-চিৰিল কৰিলে চোলাটো খুলি দেখুৱালে। এনেতে খবৰ আহিল, মোক বিচাৰৰ কাৰণে মহকুমাধিপতিৰ ওচৰলৈ নিব লাগে। এই কথা শুনি শ্ৰীমানে কান্দিবলৈ ধৰিলে। মই সুধিলোঁ, “তুমি কিয় কান্দিছা?” তেওঁ কান্দি কান্দি উত্তৰ দিলে, “আপোনাকো মোৰ দৰে মাৰিবগৈ।” মই গাত হাত ফুৰাই কলোঁ,—“বটৰেল, তুমি সৰু ল’ৰা, তোমাৰ এই ধৰ্‌ধৰীয়া সুন্দৰ শৰীৰ চিৰাচিৰকৈ জখম কৰাব পাৰিলা, মোক ইমান দুৰ্ব্বল বুলি কিয় ভাবিছা যে মই তোমাৰ দৰে দেশৰ কাৰণে মাৰ খাব নোৱাৰিম? বটৰেল্, প্ৰয়োজন হলে জীৱনো পাত কৰিব পাৰিম, ভয় নকৰিবা।” এজন দাৰোগা আহি মোক লৈ গ’ল মহকুমাধিপতিৰ সন্মুখলৈ। তালৈ গৈ দেখা পালো গফুৰ-হুদা দুই যুগল মূৰ্ত্তি বহি আছে! মই কোঠাৰ ভিতৰত সোমোৱাত, এখন চেয়াৰত বহিবলৈ দিলে। নাম-ধাম আদি সকলো সুধিলে, অভয় আশ্ৰমৰ কৰ্ম্মী বুলি জানিলে। আচল ঘৰ ক’ত সোধাত, অসমত বুলি কলোঁ। তেওঁলোক উভয়ে



আচৰিত হোৱাৰ দৰে হ’ল। আশ্ৰমত কেতিয়াৰ পৰা আছো, ইয়ালৈ অহা কিমান দিন হ’ল, ইত্যাদি সুধিলে। প্ৰায় ৪ মাহ মান বুলি কোৱাত আকৌ সুধিলে ইয়াৰ আগতে গ্ৰেপ্তাৰ হৈছিলোঁ নে নাই। গ্ৰেপ্তাৰ নোহোৱাৰ কথা শুনি আচৰিত হ’ল। বিচাৰৰ নাম কৰি তেতিয়াই ৬ মাহ সশ্ৰম কাৰাদণ্ড বিহিলে।

মহকুমাধিপতিৰ সমুখৰপৰা অলপ আহিছোঁ মাত্ৰ এনেতে এজন চিপাহীয়ে মোক চাহাবৰ ওচৰলৈ নিবৰ কাৰণে বাতৰি দিলে। ফিৰি যাওঁতে, মতাৰ উদ্দেশ্য বুজি নেপায় মনতে খুদুৱনি লাগিল। ওচৰ পোৱাত মহকুমাধিপতিজনে মোৰ গাৰ চোলাটো খুলিবলৈ কলে। মোৰ তেতিয়াই শ্ৰীমান ভৱতোষ বটৰেলে মাৰ-ধৰ কৰে বুলি ভয় কৰাৰ কথাটো মনত পৰিল;ময়ো তেওঁৰ দৰেই সেকা পাম বুলি ভাবিলোঁ। চোলা সোলোকোৱাৰ পিচত পুনৰ চোলা পিন্ধিবলৈ হুকুম হ’ল। পিচত সুধিলে,—“আপুনি তদন্ত কমিটী পিচাবনীলৈ যাওঁতে বীৰেন শাসমলৰ লগত দেখা কৰি কথা পাতোতে খালি গাৰে আছিল নেকি?” মই হয় বুলি উত্তৰ দিয়াত আকৌ সুধিলে,—“আপোনালোকৰ প্ৰেছ আৰু চাইক্লোষ্টাইল যন্ত্ৰ ক’ত আছে? আৰু ক’ত ব্যৱহাৰ কৰে কৰনে?” কব নোৱাৰিম বুলি কোৱাত যাবলৈ দিলে।

লৈ গ’ল কণ্টাই জেললৈ। কণ্টাই সৰু জেল। গতিকে ইয়াত কাৰাদণ্ড হোৱা লোক খুব কমেই ৰাখে, ৰাজনৈতিক বন্দীসকলক প্ৰায়েই নাৰাখে। ৰাতিটো জেলত থকাৰ পিচতে পুৱতি নিশাতেই জগাই দিলে। মুখ-হাত ধোৱাৰ পিচতেই মটৰ ভেনত কৰি মেদিনীপুৰ চেণ্ট্ৰেল জেললৈ লৈ গ’ল। বিৰাট জেল। জেলখন মেদিনীপুৰ চহৰৰপৰা অলপ আঁতৰত। এটা ডাঙৰ অঞ্চল লৈ একোটা ওৱাৰ্ড। তাত বহুতো বন্দী থব পাৰি। প্ৰতি দিনে ইমানবিলাক বন্দী আনিবলৈ ধৰিলে যে তাত স্থান কুলুৱা অসম্ভৱ হৈ পৰিল। প্ৰতি ঘৰতেই হেচা-টেপাকৈ থাকিব লগা হোৱাত বন্দীসকলৰ মাজত অসন্তোষে দেখা দিলে। আৰু বন্দী নানি তাৰে কিছু বন্দীক স্থানান্তৰ কৰিবলৈ কৰ্ত্তৃপক্ষক অনুৰোধ জনোৱাৰ ফল বিপৰীত হ’ল। প্ৰতি দিনে এই জেললৈ বন্দীৰ সোঁত বাঢ়িবলৈহে ধৰিলে। প্ৰতিবাদকল্পে অনশনৰ জাননী দিয়া হ’ল। নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত কাম নোহোৱাৰ বাবে আমি কেইজনমানে অনশন কৰিবলগীয়া হ’ল। তিনি দিনলৈকে অনশন চলাৰ পিচত বন্দীৰ সংখ্যা কমাবলৈ কথা দিয়াত অনশন ভঙ্গ কৰা হ’ল। কেইদিননানৰ পিচতেই আকৌ

বন্দীৰ চালান আহিল। কিছুমান উৎপতীয়া লোকে আমাক ভীৰু কাপুৰুষ বুলি বিদ্ৰূপ কৰিবলৈ ধৰিলে। দুই এদিন ঠেলা-গঁটা দিওঁ ঘৰত ঠেচা-ঠেচিকৈ বন্দী ভৰোৱাত উৎপতীয়া দলটোৱে ৰাতি লকাপ নোলোৱাৰ সিদ্ধান্ত গ্ৰহণৰ কাৰণে ওৱাৰ্ডে ওৱাৰ্ডে বৈঠক কৰিলে; প্ৰায় ওৱাৰ্ডৰপৰা লিখিত আকাৰে সিদ্ধান্ত জনালে যে ৰাতি লকাপ নহব। অৰ্থাৎ ঘৰৰ ভিতৰত প্ৰবেশ নকৰি বাহিৰত থাকিব। আমাৰ ওৱাৰ্ডতো এই সিদ্ধান্ত হ'ল। কিন্তু ওৱাৰ্ড বন্ধ কৰিবলৈ জোৰ-জবৰদস্তি বা মাৰ-কিল কৰিলেও কোনেও স্বইচ্ছাৰে প্ৰবেশ নকৰিব যেতিয়ালৈকে ডাঙ্গি নি প্ৰবেশ নকৰায়। এই প্ৰস্তাৱ গৃহীত হ'ল। গধূলি হ'ল, লকাপত কোনেও প্ৰবেশ নকৰো বুলি জনালে। চুপাৰিন্‌টেণ্ডেণ্ট আৰু জেইলাৰ আহি প্ৰতি ওৱাৰ্ডতে হাতযোৰ কৰি লকাপত সোমাবলৈ অনুৰোধ জনালে, কিন্তু প্ৰত্যেক ওৱাৰ্ডৰপৰাই প্ৰত্যাখ্যান কৰিলে। ফটফটিয়া জোনাক ৰাতি, এটা ওৱাৰ্ডত বন্দেমাতৰম ধ্বনি শেষ হলেই আনটোৰপৰা আকৌ বন্দেমাতৰম ধ্বনি মুহুৰ্মুহু আহিবলৈ ধৰিলে। জিলাৰ উপায়ুক্তলৈ সংবাদ গ'ল। উপায়ুক্ত আছিল ইংৰাজ, পেডি নামৰ এজন চাহাব। ৰিজাৰ্ভ পুলিশ বাহিনী লৈ উপায়ুক্ত নিজেই প্ৰায় ১২টা মান বজাত জেলত প্ৰবেশ কৰিলেহি। প্ৰতি ওৱাৰ্ডতে কোবাই কিলাই লকাপত ভৰাই নিবলৈ ধৰিলে। আমাৰ ওৱাৰ্ড পোৱাৰ পূৰ্ব্বেই সকলোকে সতৰ্ক কৰি দিয়া হ'ল জোৰ কৰাৰ লগে লগে প্ৰত্যেকেই ইজনে সিজনৰ হাতত ধৰাধৰি কৰি মুখ তল কৰি শুই পৰিব, টনাটনি বা মাৰিলেও যেন কোনেও কাৰো হাত এৰি নিদিয়ে। এনেতে উপায়ুক্ত আৰু পুলিচ বাহিনী সোমোৱাৰ পূৰ্ব্বেই জেল চুপাৰিন্‌ণ্ডেণ্টনজনে লৰালৰিকৈ আহি হাতযোৰ কৰি আমাক লকাপৰ ভিতৰত সোমাবলৈ অনুৰোধ কৰিলে। আমাৰ পক্ষৰ পৰা প্ৰত্যাখ্যান কৰা হ'ল। পিচত যেতিয়া উপায়ুক্ত পেডি আৰু পুলিশ বাহিনী আহি প্ৰবেশ কৰিলে, আমি সকলোৱে বহি আছিলোঁ। প্ৰথমতেই আমি দুজনৰ ওচৰত থাবা হৈ প্ৰশ্ন কৰিলে "ইয়েচ অৰ ন ?" আমি জোৰেৰে কলোঁ, "ন।" আৰু কোনো কথাই নাই, এফালৰ পৰা তহিলং কৰি গ'ল। পূৰ্ব্বৰ কথামতে তৎক্ষণাৎ সকলোকে নিৰ্দ্দেশ দিয়া হ'ল—শুই পৰিবলৈ। পিঠিৰ ওপৰত লাঠি আৰু টাঙোনৰে নেগেৰা পিটা দিবলৈ ধৰিলে। বৰকঠিয়া, উৎপতীয়া চন্দননগৰৰ দল পোন প্ৰথমতেই ল'কাপত সোমাই পলাই সাৰিল। আন আন দৃঢ়মনা লোকসকলক মাৰপিট কৰি টানি আজুৰি ঘৰত সুমুৱালে। মই আৰু আনজন বাকুড়া জিলাৰ ডেকা গ্ৰেজুয়েট। আমাৰ পিঠিত নেগেৰা



বজাই তুলিব নোৱাৰি হাতে-ভৰিয়ে ধৰি ৫।৬ জনমানে দাঙি নিলে। এনেতে পেডি চাহেব আহি মোৰ বাওঁ হাতৰ বুঢ়া আঙুলি মোটোকাই ভাঙ্গি দিয়াত আজিলৈকে এই আঙুলিৰে বেছি জোৰ কৰিব নোৱাৰা হলোঁ। এনেতে মোৰ লগতে লাথি খোৱা হিন্দুস্থানী হাবিলদাৰজনে পেডিৰ হাতখন আজোৰ মাৰি টানি নি "চাহেব, এইচা মৎ কিজিয়ে", বুলি কৈ মোৰ হাত-ভৰিত ধৰি, দাঙি নি, মাৰি-ধৰি ঘৰৰ ভিতৰত পেলাই দিলে। এনেত পেডি চাহেবে মোৰ গাত লাঠি এটা সোধাই ফিৰি গ'ল। সকলো ওৱাৰ্ড লকাপ কৰি পুলিচ বাহিনী বাহিৰ হ'ল। ২।৩ দিনলৈকে ঘৰৰ লকাপ খুলি নিদিলে। পায়খানা কৰিবলৈ দুই-তিনি জনকৈ লকাপ খুলি লৈ যায়; আকৌ বন্ধ কৰে। বন্ধ ঘৰতে খোৱা-বোৱা চলিল। (কিছুদিনৰ পিচতেই অত্যাচাৰী উপায়ুক্ত পেডি চাহেবক মেদিনীপুৰত গুলীয়াই হত্যা কৰে।) বন্দীসকলক লাহে লাহে হিজলী জেললৈ স্থানান্তৰ কৰিবলৈ ধৰিলে। হিজলী খড়্গপুৰৰ ওচৰত। মেদিনীপুৰ বৰ ডাঙৰ জিলা, গতিকে তাক দুখন কৰিবৰ কাৰণে কাছাৰী ঘৰ আদি নিৰ্ম্মাণ হ'ল। আনখন কেমা জেল। ইয়াত বিজুলীৰ তাঁৰ লগাই হিংসাবাদী বিপ্লৱীসকলক এই দুইখন জেলত বন্দী কৰি ৰাখিছিল। আনখন হিজলী কোৰ্ট জেল। দুইতলা প্ৰকাণ্ড জেল। চাৰিওফালে তাঁৰ কাঁটাৰে বেৰাদি ইয়াত আমাক মেদিনীপুৰ জিলাৰ-পৰা স্থানান্তৰিত কৰি ৰাখে। ৺অন্নদাপ্ৰসাদ চৌধুৰীয়ে এই জেলতেই দেখা কৰি মুকলি হোৱাৰ পিচতেই মোক কলিকতালৈ যাবলৈ নিৰ্দ্দেশ দি গ'ল। মুক্তিৰ পিচত কলিকতালৈ গলোঁ। দাঁতৰ চিকিৎসা কৰাৰ পিচতেই পুনৰ কাঁথিত আন্দোলন চলাবলৈ পঠালে; কাৰণ, তেতিয়াও আন্দোলন বন্ধ হোৱা নাই। কাঁথি পাই অলপ দিন কাম কৰিছোঁ, এনেতে পুনৰ পুলিচে গ্ৰেপ্তাৰ কৰি ৭ মাহ জেল দিলে। সশ্ৰম কাৰাদণ্ড। পূৰ্ব্বৰ দৰেই তৃতীয় শ্ৰেণীৰ বন্দী কৰি মেদিনীপুৰ জেললৈ পঠালে। কেইমাহ মানৰ পিচতেই গান্ধী-আৰউইন চুক্তি হয়। সেই চুক্তিমতে বন্দীসকলক মুক্তি দিলে। যিদিনা মেদিনীপুৰ জেলৰপৰা বন্দীসকলক মুক্তি দিলে, সেইদিনা মেদিনীপুৰৰ পুৰুষ-মহিলাৰ দল চহৰৰপৰা জেললৈকে লানি নিচিগা। দলে দলে বন্দীসকলক খালাচ কৰি দিওঁতে কিছু সময় ললে। যিমান বন্দী বাহিৰলৈ ওলাল সকলোকে মালাৰে ভূষিত কৰা হ'ল। মুক্তি পোৱা বন্দীসকল চহৰলৈ যাত্ৰা কৰিলে; ৰাস্তাৰ দুইধাৰে বৈ থকা পুৰুষ, আবাল-বৃদ্ধ-বণিতা সকলৰ মাজেদি। দুয়োকাষৰপৰা বন্দীসকলৰ গালৈ ফুল, আঁতৰ, গোলাপজল চতিয়াবলৈ ধৰিলে আৰু মাজে

মাজে 'মহাত্মা গান্ধীজী কি জয়' ধ্বনি। চহৰৰ এঠাইত চহৰবাসী আৰু জিলাবাসীৰ পক্ষৰপৰা মুক্তি-যুঁজাৰুসকলক অভিনন্দন জনোৱা হ'ল। সভা ভঙ্গ হ'ল। ১৯৩০ চনৰ আন্দোলন সমাপ্ত পৰিল।

১৯৩১ চন। মেদিনীপুৰৰপৰা কলিকতা হৈ পুনৰ কুমিল্লা আশ্ৰমলৈ আহিলোঁ। সকলো আশ্ৰমবাসীয়ে পুনৰ পূৰ্ব্বৰত নিজৰ নিজৰ বিভাগত কাম আৰম্ভ কৰিবলৈ ধৰিলে। আশ্ৰমৰ সভাপতি ডাক্তৰ সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ কঁকালৰ হাড়ত যক্ষা ( টি-বি ) হোৱাত কলিকতা মেডিকেল কলেজত পেৰিছ প্লাচ্টাৰ কৰি কিছুদিন ৰখাৰ পিচত, কুমিল্লা আশ্ৰমলৈ সেই অৱস্থাৰেই অনা হ'ল।

গান্ধী-আৰ্উইন চুক্তিমতে গান্ধীজী জেলৰপৰা মুক্ত হৈ পুনৰ সৱৰমতি আশ্ৰমলৈ নিফিৰিল; ওৱাৰ্দ্ধাত আশ্ৰম স্থাপন কৰিলে। আৰ্উইন চুক্তিমতে গান্ধীজী বিলাতত অনুষ্ঠিত ৰাউণ্ড টেবুল কনফাৰেঞ্চত যোগদান দিলেগৈ— আলোচনা চলিল। ইংলণ্ডৰ বিখ্যাত ভূতপূৰ্ব্ব মন্ত্ৰী চাৰ্চিল চাহাবে গান্ধীজীক নঙঠা ফকিৰ বুলি উল্লেখ কৰিছিল।

১৯৩২ চন পালেহি। আলোচনা প্ৰায় সমাপ্ত, এনেতে ভাৰতত পণ্ডিত শ্ৰীজৱহৰলাল নেহৰুক ইংৰাজ চৰকাৰে গ্ৰেপ্তাৰ কৰিলে। গান্ধীজী ভাৰত আহি পোৱাৰ পূৰ্ব্বেই পুনৰ ভাৰতত আন্দোলন আৰম্ভ হ'ল। কলিকতাৰপৰা ডাক্তৰ প্ৰফুল্লচন্দ্ৰ ঘোষ কুমিল্লালৈ ফিৰি পিছদিনাই আশ্ৰমৰ বিশিষ্ট সভ্য-সকলক লৈ আলোচনাত বহিল। তেখেতে কেনেকৈ সংবাদ পাইছিল কব নোৱাৰোঁ, কিন্তু আমাক জনালে যে ২।১ দিনৰ ভিতৰতেই অনুষ্ঠানসমূহক বে-আইনী ঘোষণা কৰি সকলোকে গ্ৰেপ্তাৰ কৰাৰ সম্ভাৱনা আছে। সেই কাৰণে সিদ্ধান্ত ললে যে ডাক্তৰ সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ শুশ্ৰূষা কৰিবৰ কাৰণে যিকেইজন কৰ্ম্মীৰ প্ৰয়োজন আৰু কম-বয়সীয়া কেইজনৰ বাদে বাকী সকলোৱে আন্দোলন পৰিচালনা কৰিবৰ কাৰণে ৰাতিৰ ভিতৰতেই আশ্ৰম পৰিত্যাগ কৰি যাব লাগিব। লিখকৰ হাতত গোটেই ত্ৰিপুৰা জিলাৰ আন্দোলন পৰিচালনাৰ ভাৰ অৰ্পণ হ'ল। সেই ৰাতিৰ ভিতৰতে যাক যলৈ যাবলৈ পৰামৰ্শ দিলে তেওঁলোকে বিভিন্ন সময়ৰ ট্ৰেইনত উঠি কুমিল্লা পৰিত্যাগ কৰিলে। লিখকেও সেই ৰাতিয়েই আশ্ৰম পৰিত্যাগ কৰি কুমিল্লা চহৰৰে এজন গৃহস্থৰ ঘৰত গোপনে আশ্ৰয় ললে। পিচদিনাই অভয় আশ্ৰমকে ধৰি বিভিন্ন অনুষ্ঠানবিলাক বেআইনী বুলি ঘোষণা কৰা হ'ল। আশ্ৰমবাসীক



গ্ৰেপ্তাৰৰ পৰোৱানা লৈ আহি বিফল-মনোৰথ হৈ ফিৰি গ'ল। ডাক্তৰ বন্দ্যোপাধ্যায় ৰোগ-শয্যাতে নজৰবন্দী হৈ থাকিল। আশ্ৰমৰ বিভিন্ন গৃহত পুলিচে তলা মাৰিলে।

কুমিল্লা আদিৰ বিশিষ্ট কংগ্ৰেছ কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰিলে। সমগ্ৰ ভাৰততেই অসংখ্য অনুষ্ঠান আৰু হাজাৰ হাজাৰ পৰিচালকক কাৰাগাৰত বন্দী কৰি ৰাখিলে। লিখকে কুমিল্লা, চাঁদপুৰ আৰু ব্ৰাহ্মণবাৰিয়া, এই তিনিওটা মহকুমা পৰিভ্ৰমণ কৰি আন্দোলন পৰিচালনা কৰিলে—আত্ম-গোপন কৰি। বিভিন্ন ঠাইত পতাকা লৈ শোভাযাত্ৰা, হাট-বজাৰ ঠায়ে ঠায়ে বন্ধ কৰা, টেক্স আদি বন্ধ কৰি আন্দোলন পৰিচালনা কৰা হ'ল। এই-বিলাক কৰা কৰ্ম্মীসকলৰ অনেককেই মাৰ-ধৰ কৰি এৰি দিয়ে আৰু বেছিৰ ভাগকেই গ্ৰেপ্তাৰ কৰি জেলত বন্দী কৰে। এইদৰে গোটেই জিলা জুৰি আন্দোলন আৰু গ্ৰেপ্তাৰ চলি থাকে। টেক্স বন্ধ কৰাৰ ফলত নোৱাখালি জিলাৰ ৰায়গঞ্জৰ সীমান্তত থকা হাচনাবাদ অঞ্চলত গুলি চলে। ফলত বহুতো মানুহ আহত হয় আৰু বহুতক গ্ৰেপ্তাৰ কৰি কুমিল্লা জেইলত বন্দী কৰে। হাচনা-বাদত গুলী চলোৱাত গ্ৰেপ্তাৰ কৰা লোকৰ বিৰুদ্ধে চৰকাৰৰ ফালৰপৰা চলোৱা মামলাত আচামী পক্ষ সমৰ্থন কৰিবৰ কাৰণে স্বৰ্গীয় বীৰেন্দ্ৰনাথ শাসমলক কলিকতাৰপৰা বেৰিষ্টাৰ নিয়োগ কৰিবলগীয়া হৈছিল। ৺শাসমলৰ লগত কুমিল্লাত গোপনে দেখা কৰাৰ সময়ত তেওঁ হাঁহি কলে,—"হাজৰিকা, আপুনি যি ঠাইলৈকে যায় সেই ঠাইলৈকে দেখোন গুলীও লৈ যায়।" হাচনাবাদৰ মোকৰ্দ্দমা বহুত দিন চলিল।

এইদৰে জিলাৰ বিভিন্ন ঠাইত আন্দোলন চলাই থাকোঁতে এদিন কুমিল্লা চহৰৰপৰা ১৪ মাইল দূৰত থকা চৌধগ্ৰাম নামক গাৱঁৰ কৰ্ম্মীসকলৰ লগত আন্দোলন পৰিচালনা সম্পৰ্কে আলোচনা কৰিবলৈ মাতি পঠিয়ালে। দিন দিয়া হ'ল, সেইমতে দিনৰ ৪ মান বজাতেই গাৱঁৰ ভিতৰুৱা ৰাস্তাইদি গৈ স্থিৰীকৃত স্থানত উপস্থিত হলোঁ। যি জন কৰ্ম্মীৰ ঘৰত বৈঠক বহিব তেওঁ কলে যে আলোচনাৰ সময় ৰাতি ৭-৩০ বজাত দিয়া হৈছে। ৰাতি ৭-৩০ বাজি গ'ল কিন্তু এজনো কৰ্ম্মী উপস্থিত নহ'ল। অলপ সময়ৰ পিচত এজন আহি উপস্থিত হ'ল, বাকী কেইজন আহিবৰ অপেক্ষাত আছোঁ। ৰাতি ঘিটঘিটীয়া এন্ধাৰ। যাৰ ঘৰত বৈঠকৰ আয়োজন কৰা হৈছিল সেই মানুহজনক অলপ অস্থিৰ দেখিলোঁ। এবাৰ আমাৰ ওচৰত বহে, এবাৰ বাহিৰলৈ ওলায় যায়, এনেকৈ

আছে। ৰাতি ৮টা বাজিল। আমি ৩ জনৰ বাহিৰে আৰু কোনো অহা নাই। আমাৰ ভিতৰত কিছু আলোচনা প্ৰায় ১০ মিনিট মান সময় কৰিছোঁ, এনেতে এজাক ঘোঁৰা দৌৰি গলে যেনে ধৰণৰ শব্দ হয় তেনে ধৰণৰ শব্দ হ'ল; সুধিলোঁ কিহৰ শব্দ?" লগে লগে দুৱাৰত ঢক্কা পৰিল, দুৱাৰ খোলাৰ লগে লগে এজন ডাৰোগা আৰু কেইজনমান পুলিচ সোমাই লগে লগে মোক হাত-কেৰেয়া লগাই গ্ৰেপ্তাৰ কৰি চৌধগ্ৰাম থানালৈ লৈ আহিল। ৰাতি থানাৰ লকাপত ৰাখি পুৱা হাত-কেৰেয়া লগাই ১৪ মাইল খোজ কঢ়াই নি কুমিল্লাৰ কাছাৰী ঘৰ পোৱালেগৈ। পোন প্ৰথমে সেই সময়ৰ বিখ্যাত কুমিল্লাৰ গুপ্তচৰ বিভাগৰ প্ৰধান স্বৰ্গীয় জিতেন কুশাৰীৰ অফিচলৈ নিলে।

১৪ মাইল খোজ কঢ়াই আনি অফিচ পোৱাইছেহি, ইফালে দুই হাতত হাত-কেৰেয়া আছেই। বহিছোঁ মাত্ৰ, এনেতে সেই কুখ্যাত জিতেন কুশাৰী আহি কোনো কথা-বাৰ্ত্তা বা সোধপোচ নাই, হাতেৰে চৰিয়াই, চুলিত ধৰি জোকাৰি, জোতাৰে গুৰিয়াই নগুৰ-শাস্তি দিলে। কোঠাত কোনো সোমাবলৈ সাহস কৰা নাই। মাত্ৰ দুৱাৰ-মুখৰপৰা কেইজনমান অফিচাৰে চাই থাকিল। প্ৰায় এঘণ্টা মানৰ পিচত বিচাৰকৰ ওচৰলৈ নি ৬ মাহৰ কাৰণে সশ্ৰম কাৰাদণ্ড বিহি তৃতীয় শ্ৰেণীৰ বন্দী কৰি কুমিল্লা জেইললৈ পঠালে।

কিছু দিনৰ পিচতেই কুমিল্লা জেইলৰপৰা কলিকতাৰ দমদম্ স্পেচিয়েল জেইললৈ পঠালে। এই জেইলখন পূৰ্ব্বতে বন্দুক আদি উৎপন্ন কৰা চৰকাৰী কাৰখানা আছিল। তাকেই তাঁৰ-কাঁটা আদিৰে বেৰা দি ভাল কৰি বন্দীশালাত পৰিণত কৰিছে। এই জেলত বঙ্গদেশৰ বিভিন্ন জিলাৰ বন্দীসকলৰ সমাবেশ, বিশেষকৈ কুমিল্লা আৰু মেদিনীপুৰ জিলাৰ বন্দীৰ সংখ্যায়েই বেছি আছিল।

**ব্যক্তিগত সত্যাগ্ৰহ আৰু কাৰাদণ্ড**

১৯৩৩ চন। মহাত্মা গান্ধীয়ে ব্যক্তিগত সত্যাগ্ৰহৰ দ্বাৰা আইন অমান্য কৰিবলৈ নিৰ্দ্দেশ দিয়ে। ইতিমধ্যে ৬ মাহ বন্দী জীৱন অতিক্ৰম কৰি দমদম্ জেলৰপৰা মুক্তিলাভ কৰিলোঁ। ইয়াৰ ভিতৰতে সত্যাগ্ৰহ আৰম্ভ হ'ল ভাৰতৰ বিভিন্ন ঠাইত। ১৯৩২ চনতেই বে-আইনী অনুষ্ঠান বুলি ঘোষিত হোৱা অভয় আশ্ৰম সত্যাগ্ৰহ কৰি দখল কৰাৰ সিদ্ধান্ত কৰিলে—আশ্ৰমৰ পক্ষৰপৰা।

কলিকতাৰপৰা কুমিল্লালৈ আশ্ৰমৰ এটা দল যাত্ৰা কৰিলে। ডাঃ প্ৰফুল্ল-চন্দ্ৰ ঘোষ, স্বৰ্গীয় অন্নদাপ্ৰসাদ চৌধুৰী, স্বৰ্গীয়া লাৱণ্যলতা চন্দ আৰু লিখক। সত্যাগ্ৰহ কোনদিনা কৰা হব সেই বিষয়ে জিলাৰ উপাযুক্তক জনোৱা হৈছিল।



আমি কুমিল্লা চহৰৰপৰা আশ্ৰমলৈ যাত্ৰা কৰিলোঁ। আশ্ৰমৰ মূল দুৱাৰ পালোঁ, পুলিচ ডাৰোগা আগতেই উপস্থিত আছিল, আমি আশ্ৰমৰ ভিতৰত প্ৰৱেশ কৰাৰ লগে লগে আমালোকক গ্ৰেপ্তাৰ কৰি আদালতলৈ লৈ গ'ল। বিচাৰত আমালোকক কাৰাদণ্ড বিহিলে। লিখককো ১ বছৰৰ কাৰণে কাৰাদণ্ড দিলে। প্ৰথমতে সশ্ৰম কাৰাদণ্ড, তৃতীয় শ্ৰেণীৰ বন্দী বুলি উল্লেখ কৰিছিল। কিছু সময়ৰ পিচত নেজানো কি কাৰণত, বিচাৰকে তৃতীয় শ্ৰেণী কাটি দ্বিতীয় শ্ৰেণীৰ বন্দী বুলি উল্লেখ কৰিলে। কুমিল্লা জেইলত কিছুদিন থকাৰ পিচতেই পুনৰ কলিকতাৰ দমদম্ জেইললৈ স্থানান্তৰ কৰিলে।

শ্ৰীমুণীন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীক্ষিতীশচন্দ্ৰ ৰায়চৌধুৰীকে আৰম্ভ কৰি আশ্ৰমৰ দ্বিতীয় দল এটাই পুনৰ সত্যাগ্ৰহ কৰিবলৈ গৈছিল। কিন্তু পুলিচে তেওঁলোকক অনেক মাৰ-কিল কৰি আশ্ৰমৰ সীমাৰ ভিতৰত প্ৰৱেশ কৰিবলৈ নিদিলে। সত্যাগ্ৰহী কেইজনে মাৰ-কিল খাই তাতে বহি থাকিল। কিন্তু পুলিচ দলে তেওঁলোকক চোঁচোৰাই টানি নি বহুত দূৰত এৰি দিলেগৈ, তেওঁলোকক গ্ৰেপ্তাৰ নকৰিলে। এই সংবাদ কুমিল্লা জেইলত আমি থাকোঁতেই শুনিলোঁ। পিচত কি হ'ল জানিব নোৱাৰিলোঁ।

**গান্ধীজীৰ হৰিজন আন্দোলন : জেইল মুক্তি : বঙ্গদেশ ত্যাগ**

গান্ধীজীক হৰিজন আন্দোলন কৰিবলৈ এৰি দিলে। গান্ধীজীয়ে গোটেই ভাৰতত অস্পৃশ্যতা ব্যাধি দূৰ কৰিবৰ কাৰণে আন্দোলন চলালে। বিভিন্ন ৰাজ্যসমূহ তেখেত পৰিভ্ৰমণ কৰিবলৈ ধৰিলে। ১৯৩৪ চন পালেহি। হৰিজন আন্দোলন আৰু তেওঁলোকৰ মঙ্গলৰ বাবে উন্নয়নমূলক কাম কৰিবলৈ বুলি পুঁজী সংগ্ৰহৰ কাৰণে অসম ভ্ৰমণ কৰিবলৈ গ'ল, জেইলতে বাতৰি-কাকতৰ জৰিয়তে এইবিলাক সংবাদ পাই আছিলোঁ। গান্ধীজীয়ে ভাৰতৰ বিভিন্ন ৰাজ্যত পৰিভ্ৰমণ কৰাৰ ফলত বহুতো ধৰ্ম্ম-মন্দিৰ হৰিজনসকলৰ কাৰণে উন্মুক্ত হ'ল আৰু হিন্দু সমাজৰ মাজত তলত পেলাই থোৱা হিন্দুসকলৰ প্ৰতি বহুত-খিনি উদাৰ মনোভাৱৰ সৃষ্টি হ'ল।

১৯৩৪ চনৰ জুন মাহত নগাওঁ জিলাত কপিলীৰ বানপানীয়ে নগাওঁ জিলাৰ পশ্চিম অঞ্চলত অবৰ্ণনীয় ক্ষতি কৰিলে। মানুহৰ ঘৰ-দুৱাৰ, গৰু-গাই, খেতি-পথাৰ আনকি মানুহৰো প্ৰাণ হানি আদি অনেক ক্ষতিসাধন কৰিছিল। অকল সেয়ে নহয়, চাপৰমুখ-শিলঘাট ৰেল লাইনৰ পুল আদি ভাঙি পেলায়। ৰেইল কেইদাল খাৰুৰ নিচিনা পকাই পেলাইছিল। বানপানীৰ এই কাণ্ডৰ সংবাদ

দম্‌দম্‌ জেইলতেই খবৰ-কাগজৰ জৰিয়তে পাইছিলোঁ। কাৰাদণ্ডৰ ম্যাদ জুলাইৰ শেহৰফালে উকলিল। জেইলৰপৰা ওলাই নগাওঁ জিলাত বানপানী হোৱা অঞ্চলত সাহায্যৰ কাম কৰিবলৈ আশ্ৰমৰ কৰ্তৃপক্ষৰ লগত আলোচনা কৰিলোঁ। আশ্ৰমৰ আৰ্থিক সংকটৰ বাবে আশ্ৰমৰ ফালৰপৰা পৃথকভাৱে সাহায্যৰ কাম আৰম্ভ কৰা সম্ভৱপৰ নহ'ল। বঙ্গীয় সংকট ত্ৰাণ সমিতিৰ লগত কথা হৈ তেওঁ-লোকৰ লগতেই এক হৈ বানপানীত সাহায্য কাম কৰাৰ সিদ্ধান্ত লৈ কলিকতা ত্যাগ কৰি নগাৱঁৰ বহা পালোঁহি।

**বানপানী অঞ্চলত সাহায্য আৰু সেৱা-কাৰ্য্য**

১৯৩৪ চনৰ আগষ্ট মাহৰ প্ৰথমতে বঙ্গদেশ পৰিত্যাগ কৰি ৰহাৰ ঘৰ পালোঁহি। তেতিয়া গাৱঁলৈ মানুহ ফিৰিব পৰা হৈছে। মানুহবিলাকৰ ঘৰৰ ভেটি আৰু চোতাল প্ৰায় ওলাইছে। গাৱঁৰ ঘৰলৈ কোনো প্ৰকাৰে গলোঁ। কলঙৰ কিনাৰতে ঘৰ। ৰাস্তাৰ কিনাৰত অসংখ্য মৰা গৰু পচি উৰলি আছে; দুৰ্গন্ধত যোৱা কঠিন। মানুহৰ জ্বৰ-নৰিয়া আৰম্ভ হৈছে। গাৱঁৰ ওচৰত থকা পচা গৰুবিলাক পোতোৱাৰ কামত প্ৰথমেই লাগি গলোঁ। কলঙৰপৰা খোৱা পানী গৰমাই খাবলৈ গাওঁসমূহত প্ৰচাৰ কৰা হ'ল। মেলেৰিয়া জ্বৰত আক্ৰান্ত হোৱা নৰিয়াবিলাকৰ ঔষধ দিয়াৰ ব্যৱস্থা কৰা হ'ল। কলিকতাৰপৰা আহোঁতে লগতে মেলেৰিয়াৰ তিনিবিধ ঔষধ আশ্ৰমৰপৰা দি পঠাইছিল। এই ঔষধ বিশেষ-ভাৱে কামত লাগিল। লগে লগে বঙ্গীয় সংকট ত্ৰাণ সমিতিৰপৰা অহা বস্ত্ৰাদি বিতৰণ কৰাত লাগিলোঁ। কেৱল বঙ্গীয় সংকট ত্ৰাণ সমিতিয়েই যে বানপানীত সাহায্য কাম কৰিছিল এনে নহয়, মাৰোৱাৰী ৰিলিফ ছোচাইটি, ৰামকৃষ্ণ মিশ্যন আৰু বহুতো স্থানীয় অনুষ্ঠানসমূহে চাৰিওফালৰপৰা বিভিন্ন বন্যাপীড়িত গাওঁ-সমূহত সেৱাৰ কাৰ্য্য আৰম্ভ কৰিছিল। ঔষধ-পাতি, খাদ্য, বস্ত্ৰ যোগান আদি কাৰ্য্যত অনুষ্ঠানসমূহ ব্যস্ত। কিছুদিন বানপানীৰ সেৱাকাৰ্য্য কৰি থকাৰ পিছতে এদিন হঠাত ডাঃ প্ৰফুল্লচন্দ্ৰ ঘোষৰপৰা এখন টেলিগ্ৰাম পালোঁ যে তৎক্ষণাৎ কুমিল্লাত হাজিৰ হ'ব লাগে। কাৰণ, সীমান্ত গান্ধী খান আব্দুল গফুৰ খান ত্ৰিপুৰা জিলাত থাকিব, তেখেতৰ লগত থাকিব লাগে।

**পুনৰ কুমিল্লা গমন**

টেলিগ্ৰাম পাই কুমিল্লালৈ গলোঁ। জানিলোঁ যে সীমান্ত গান্ধীক পঞ্জাৱ জেইলৰপৰা মুক্তি দিলে হয় কিন্তু পঞ্জাৱ আৰু সীমান্ত প্ৰদেশত প্ৰৱেশ নিষেধ কৰি দিলে। গফুৰ খান চাহেবে মহাত্মা গান্ধীৰ লগত পৰামৰ্শ কৰিলে নিষেধ-



আজ্ঞা অমান্যৰ কাৰণে। কিন্তু মহাত্মাজীয়ে চৰকাৰৰ নিষেধ-আজ্ঞা ভঙ্গ কৰিবলৈ সন্মতি নিদি পূৰ্ব্ববঙ্গত কিছুদিন কাম কৰিবলৈ উপদেশ দিলে। সেই উপদেশ মতেই কুমিল্লাৰ অভয় আশ্ৰমত থাকি প্ৰথমতে ত্ৰিপুৰা জিলাত ( বৰ্তমানৰ ত্ৰিপুৰা ৰাজ্য নহয় ) কাম কৰিব, পিছত অন্য জিলালৈ যাব। ইতিপূৰ্ব্বে অভয় আশ্ৰমৰ ওপৰত বেআইনী অনুষ্ঠান বুলি যি ঘোষণা কৰিছিল, চৰকাৰে সেই ঘোষণা প্ৰত্যাহাৰ কৰি লোৱাত আশ্ৰমত আগৰ নিচিনা কাম চলি আছিল।

খান চাহেবক আগবঢ়াবৰ কাৰণে কুমিল্লা ৰেল ষ্টেচনলৈ ডাক্তৰ প্ৰফুল্ল ঘোষ, অন্নদাপ্ৰসাদ চৌধুৰী আদিৰ সৈতে আমিও গলোঁ। সেই দীৰ্ঘকায়, দীৰ্ঘনাসিকাযুক্ত মানুহজন ট্ৰেইনৰপৰা নামিল, কান্ধত তেওঁৰ কম্বল, চাদৰ, ভৰিত এযোৰ চেণ্ডেল আৰু কাষলতিৰ তলত এটি সৰু টোপোলা লৈ। আমি কাষলতিৰ টোপোলা আৰু কান্ধত পেলায় লোৱা কাপোৰ কেইখন লবৰ কাৰণে চেষ্টা কৰিলোঁ, কিন্তু তেখেতে কাকো নিদিলে। গাড়ীত উঠি আশ্ৰম পালোঁহি।

কাৰ্য্যসূচী ঠিক হ'ল। গাৱঁলৈ যেতিয়া যোৱা হব তেতিয়া দুপৰীয়াৰ সাজ গাৱঁৰ গৃহস্থৰ ঘৰতেই খোৱাৰ যোগাৰ কৰিব লাগিব। আৰু গৃহস্থই সাধাৰণতে যি দৈনন্দিন আহাৰ কৰে তাকেই খুৱাব লাগিব, আলহী বুলি যেন কোনো আৰম্বৰ কৰা নহয়।

সেইৰূপেই গাওঁসমূহত বন্দবস্ত কৰা হৈছিল। বিভিন্ন গাওঁ পৰি-ভ্ৰমণ আৰু ঠায়ে ঠায়ে ৰাজহুৱা সভা আহ্বান কৰা হৈছিল। এদিন চৌধাগ্ৰামৰ জমিদাৰ, বঙ্গীয় প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ ভূতপূৰ্ব্ব সম্পাদক শ্ৰীআশ্ৰফউদ্দিন চৌধুৰীৰ গৃহত খান চাহেব সহ আশ্ৰমৰ বিশিষ্ট সভ্য-সকলক ৰাতি ৮টাৰ সময়ত ভাত খোৱাৰ নিমন্ত্ৰণ জনালে। নিমন্ত্ৰণ গ্ৰহণ কৰি, সময় মতে, তেখেত-সকলৰ দৈনন্দিন খোৱাৰ দৰে যেন খুৱা হয় তাৰ প্ৰতি দৃষ্টি ৰাখিবলৈ ক'লে। আন ঠাইত মিটিং কৰি গধূলি ৭টাৰ সময়ত ১৪ মাইল দূৰত থকা গাৱঁৰ ঘৰলৈ মটৰেৰে যোৱা হ'ল। ৰাতি ৮টা বাজি গ'ল, ৯টাও বাজি গ'ল, তেতিয়াও খোৱাৰ আহ্বান নাহিল। ৯॥ বজাত খাবলৈ মাতিলে। উঠি সকলোৱে টেবুলত বহিলোঁ। খান চাহেবো বহিল, কিন্তু খাবলৈ অমান্তি হ'ল। চৌধুৰী ডাঙৰীয়াই অনেক অনুৰোধ কৰিলে কিন্তু একো ফল নধৰিলে। আমাক খাবলৈ খান চাহেবে অনুৰোধ কৰিলে। আমি সকলোৱে তেখেতৰ বাক্য ৰাখি চুপে-চাপে খালোঁ।

খান চাহেবে নোখোৱাৰ কাৰণ দুটা। এটা হ'ল সময়মতে খাবলৈ নিদিয়া, দ্বিতীয় কাৰণ হ'ল আলহীলৈ বুলি আৰম্বৰ যোগাৰ। দহটাৰ সময়ত আমি সকলোৱে চৌধুৰীৰপৰা বিদায় লৈ আহিলোঁ। আশ্ৰমলৈ ফিৰাৰ পিচত খান চাহেবে খাবলৈ কিবা পোৱা যাবনে সুধিলে। তেতিয়াই জহা চাউলৰ ভাত, কেৱল কাৰৈ মাছৰ জোল কৰি ৰাতি এঘাৰটাত খাবলৈ দিয়া হ'ল। খান চাহেবে এই দৰে প্ৰতি দিন বিভিন্ন গাওঁ অঞ্চলত সভা কৰি ফুৰাৰ দশম দিনা কুমিল্লাৰপৰা ১২ মাইল দূৰত থকা অভয় আশ্ৰমৰ বেচিকৈ খাদী কাপোৰ উৎপন্ন কৰা ঠাই 'বৰকামুটা' নামক ঠাইত এখনি ডাঙৰ সভাৰ আয়োজন কৰা হৈছিল। অসংখ্য মানুহৰ সমাগম, অধিক সংখ্যকেই মুছলমান ধৰ্ম্মীয় মানুহ আছিল। সভা চলি আছে, সীমান্ত গান্ধীয়ে বক্তৃতা দি আছে। এনেতে সূৰ্য্য ডুবাৰ আগতে সভাপতিৰ আসনৰপৰা খান চাহেবৰ হাতত এখনি কাগজ দিলে, সেই কাগজত নামাজৰ সময় হৈছে বুলি উল্লেখ আছিল। বক্তৃতাৰ প্ৰসঙ্গত খান চাহেবে কৈ গ'ল যে "আমি গোলাম জাতি, গোলামীৰপৰা মুক্ত হোৱাই আমাৰ এক মাত্ৰ ধৰ্ম্ম।" সম্ভৱ সভাপতি শ্ৰীআশ্ৰফউদ্দিন চৌধুৰীয়ে এই কথালৈ বিশেষ লক্ষ্য কৰা নাছিল হবলা। তেওঁ পুনৰ নামাজৰ কথা উল্লেখ কৰি কাগজ পঠালে। খান চাহেবে বক্তৃতা প্ৰসঙ্গত পুনৰ ওপৰত উল্লেখ কৰা বাক্যফেৰি উল্লেখ কৰিলে, "আমি গোলাম জাতি, গোলামিৰপৰা মুক্ত হোৱাই আমাৰ একমাত্ৰ ধৰ্ম্ম।" সীমান্ত গান্ধীৰ বক্তৃতা হৈ থাকোঁতে প্ৰায় বেলি ডুবো ডুবো অৱস্থা, এনেতে সভাপতিয়ে আসনৰপৰা উঠি নামাজৰ সময় হৈছে বুলি কৈ সভা স্থগিত ৰাখিলে। খান চাহেবে বক্তৃতা বন্ধ ৰাখিলে। পুনৰ সভা নহ'ল। কাৰণ, এনেতে মহাত্মা গান্ধীজীৰপৰা অহা টেলিগ্ৰাম এখন পালে। এই টেলিগ্ৰামত সীমান্ত গান্ধীক জৰুৰীভাৱে মাতি পঠাইছে। গধূলি ৭টা মান বজাত আশ্ৰমলৈ ফিৰা হ'ল। পিছদিনা সীমান্ত গান্ধীয়ে আশ্ৰম পৰিত্যাগ কৰিলে—আশ্ৰমবাসীৰপৰা বিদায় লৈ।

**পুনৰ অসমলৈ যাত্ৰা, নিখিল ভাৰত শিপিনী সংঘৰ শাখাকেন্দ্ৰ স্থাপন**

পিছদিনা আশ্ৰমৰ কৰ্ম্মকৰ্ত্তা বহি মোক কুমিল্লাতেই থাকি কাম কৰিবলৈ কলে। মোৰ তৰফৰপৰা জনালোঁ যে অসমত গঠনমূলক কামৰ যথেষ্ট সুবিধা আছে; কিন্তু কৰ্ম্মীৰ অভাৱ, গতিকে মোক অসমত কাম কৰিবলৈ দিয়া উচিত। ইয়াৰ লগতে বানপানীত উদ্ভৱ হোৱা পৰিস্থিতিৰ কথাও কোৱা হ'ল। তেতিয়া মোক অসমতে কাম কৰিবলৈ অনুমতি দিলে আৰু যেতিয়ালৈকে ভাল



উপাৰ্জ্জনৰ ব্যৱস্থা নহয় তেতিয়ালৈকে ডাক্তৰ নৃপেন্দ্ৰনাথ বসুৱে মাহে মাহে কিছু টকা দি সহায় কৰি থাকিব।

সকলোৰেপৰা বিদায় লৈ পুনৰ অসমৰ ৰহা পালোঁহি। কিছুদিনৰ পাছতে অন্নদাপ্ৰসাদ চৌধুৰীৰপৰা পত্ৰ পালোঁ যে নিখিল ভাৰত শিপিনীসঙ্ঘই অসমত খাদীৰ কাম আৰম্ভ কৰিব খোজে। কোন ঠাইত কেনেকৈ কৰিব পাৰি সেই-বিষয়ে এটা আভাষ বিচাৰি লগতে মোক জনালে যে মোৰ উত্তৰ পোৱাৰ পিছতেই তেখেত নিজে অসমলৈ আহিব। নিখিল ভাৰত শিপিনী সংঘই (এ-আই-এছ-এ) তেখেতৰ ওপৰত বঙ্গ, উড়িষ্যা আৰু অসমৰ দায়িত্ব দিছে। এইটো হ'ল ১৯৩৪ চনৰ শেহৰ ভাগৰ কথা। নগাওঁ আৰু কামৰূপত কপাহী খাদী, এড়ি, মুগা আদি উৎপন্নৰ বিষয় আভাষ দিয়া হ'ল।

**খাদী কেন্দ্ৰ স্থাপন**

১৯৩৫ চনৰ প্ৰথম ভাগতেই অন্নদাপ্ৰসাদ চৌধুৰী অসমলৈ আহি প্ৰথম ৰহাতে নামিল। আমাৰ গাওঁৰ ঘৰতে ৰাখি এড়ি-মুগাৰ সূতা কটোৱা কাম দেখুৱালোঁ। টোপাকুছি আৰু বাৰপুজীয়া গাওঁলৈ গৈ কপাহী সূতা কটা আৰু আড়িয়া কাপোৰ কেনেকৈ বয় সেইবিলাকো নিৰীক্ষণ কৰিলে। মোক লৈ যোৰহাটলৈও গ'ল। যোৰহাটৰ গান্ধীবাদী কৰ্ম্মী কৃষ্ণনাথ শৰ্ম্মাৰ (কৃষ্ণমামাৰ) লগত আলোচনা কৰিলে। তেখেত নিজে শিৱসাগৰ আৰু গোলাঘাটলৈ গৈ বিমলাপ্ৰসাদ চলিহা আৰু শঙ্কৰচন্দ্ৰ বৰুৱাক লগ ধৰি ৰহালৈ ফিৰি আহি মোৰ লগত আলোচনা কৰি চলিহাক শিৱসাগৰৰ দ্বায়িত্ব, বৰুৱাক গোলাঘাটৰ দ্বায়িত্ব আৰু লিখকক নগাওঁ আৰু কামৰূপ জিলাৰ দ্বায়িত্ব দিয়াৰ সিদ্ধান্ত লৈ তেখেত কলিকতালৈ ফিৰিল।

কেইদিনমানৰ পিছতেই চিঠি পোৱা হ'ল যে কাম আৰম্ভ কৰিবলৈ সাজু হব লাগে, টকা পঠাব লাগিছে। সেইদৰে চলিহা আৰু বৰুৱালৈও পত্ৰ লিখিলে। আৰু লগতে জনালে যে তেখেত নিজে ২।৩ মাহৰ ভিতৰতে অসমলৈ আহিব লাগিছে। সম্ভৱ ১৯৩৫ চনৰ ফাগুন মাহ। আমাৰ গাওঁৰ বেপাৰী-বিলাকে বৈঠালাংছু বজাৰৰপৰা জোলা কপাহ থাং ভৰায় আনি আমাৰ ঘাটত চপালেহি। কপাহ খৰিদৰ কাম আৰম্ভ কৰিলোঁ। আমাৰ ঘৰৰপৰাই সম্প্ৰতি খদৰৰ কাম আৰম্ভ কৰিবৰ কাৰণে টোপাকুছিৰ ৺পূৰ্ণচন্দ্ৰ বৈষ্ণৱৰ লগত আলোচনা কৰি কপাহ বিতৰণৰ কাম আৰম্ভ কৰা হ'ল—আধি পদ্ধতিত।

ইয়াৰ পিছত লাহে লাহে এড়িৰো কাম আৰম্ভ কৰা হ'ল।

চনৰেই এপ্ৰিল মাহত অন্নদাপ্ৰসাদ চৌধুৰী ৰহালৈ আহিল। ৰহা, বাৰপূজীয়া, মৰিগাৱঁত কপাহী খদৰৰ কাম, কামৰূপ জিলাৰ শোৱালকুছিত মুগাৰ কাম, পলাশবাৰী, ৰামপুৰত এড়িৰ কাম আৰু ভাউৰীপাড়াত ধোহাৰ কাম আদি চালে। ভিন ভিন ঠাইত কেন্দ্ৰ খুলি কাম চলাবলৈ পৰামৰ্শ দিলে। ত্ৰিপুৰা জিলাৰ অভয় আশ্ৰমত খদৰৰ কামত অভিজ্ঞতা থকা সহকৰ্ম্মী শ্ৰীজ্ঞানেন্দ্ৰ-মোহন পাল, ৺হৰিপদ কুণ্ডু, শ্ৰীকামাখ্যা দাস, শ্ৰীক্ষিতিশ দাস, ৺আলীবাপু মহন্ত, শ্ৰীনবীন গোস্বামী, ৺প্ৰবোধচন্দ্ৰ গগৈ আদিক লৈ প্ৰথমতে বিভিন্ন ঠাইত খদৰ উৎপন্নৰ কাম আৰম্ভ কৰা হয়। পিছত ৺প্ৰেমেশ্বৰ শইকীয়া, শ্ৰীমণি বৰা, শ্ৰীভদ্ৰ নাথ, শ্ৰীকৃষ্ণ বাজখোৱা আদি বহুতো কৰ্ম্মীক লৈ খদৰ আৰু ঘাণীৰ কাম আৰম্ভ কৰা হয়। ৰহা, বাৰপূজীয়া, চৰাইবাহী, মৰিগাওঁ, ৰামপুৰ, শোৱালকুছি, তামোলপুৰ, বৰমা আদিতো ইয়াৰ কেন্দ্ৰ খোলা হয়। ৰহাকেই মূল কেন্দ্ৰ হিচাবে ৰাখা হৈছিল। ঘৰ-দুৱাৰ পৃথক কৰিবৰ ইচ্ছাৰে পিতাদেউৰ মাটিতেই, বৰ্ত্তমান ৰহা কেন্দ্ৰ থকা স্থানতেই খাদি কেন্দ্ৰ স্থাপন কৰা হ'ল।

# মুক্তি সংগ্ৰামত এভুমুকি

**শ্ৰীপবিন্দ্ৰনাথ শৰ্ম্মা**

১৯২৯ চনৰ ডিচেম্বৰ মাহ। লাহোৰত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন। পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প ঘোষণা কৰাৰ কথা। কটন কলেজৰ ছাত্ৰাবাসৰপৰা আমি বি-এ মহলাৰ কিছুমান ছাত্ৰই কংগ্ৰেছ অধিবেশনলৈ বিপুল উৎসাহ-উদ্দীপনাৰে ৰাওনা হলোঁ।

যি উৎসাহ-উদ্দীপনাৰ মাজত পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প ঘোষণা কৰা হৈছিল, সেই দৃশ্য অভূতপূৰ্ব্ব আছিল। অসমৰপৰা আমাৰ নেতাসকলৰ ভিতৰত দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী প্ৰমুখ্যে নেতাসকল গৈছিল। কিন্তু উক্ত ঘোষণাৰ আগ মুহূৰ্ত্তত তেওঁলোক আটাইকেইজন তাত নাছিল।

১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে প্ৰথমবাৰলৈ স্বাধীনতা দিবস পালন কৰা হয়। ছাত্ৰসকলে সেইদিনা শোভাযাত্ৰাত যোগদান কৰিছিল। এই শোভাযাত্ৰা গুৱাহাটী চহৰতে হৈছিল। তাৰ নেতৃত্ব কৰিছিল দেশভক্ত তৰুণৰাম ফুকনে। শোভাযাত্ৰাত বেছিভাগ কটন কলেজৰ ছাত্ৰাবাসৰ ছাত্ৰই আছিল। আবেলি ফুকন ডাঙৰীয়াৰ সভাপতিত্বত স্থানীয় কাৰ্জ্জন হলৰ প্ৰাঙ্গণত এখন ৰাজহুৱা সভা বহিল আৰু তাতো বেছি ভাগ ছাত্ৰই যোগদান কৰিছিল।

ইয়াৰ কেইদিনমান পিচত কটন কলেজৰ অধ্যক্ষ ডেভিদ টমছন চাহাবে এই শোভাযাত্ৰাত যোগদান কৰা ছাত্ৰসকলৰ তালিকা তৈয়াৰ কৰিছিল আৰু তাৰ কাৰণে ছাত্ৰসকলৰ প্ৰত্যেকৰেপৰা কৈফিয়ত তলব কৰিছিল। শেহত কথা গুৰুতৰ দেখি ক্ষান্ত থাকিল। আন্দোলনৰ প্ৰথম ছোৱা তীব্ৰগতিৰে চলি থাকিলেও পিচৰফালে ই ক্ৰমে মন্থৰ হৈছিল। আমি কিছুমান কংগ্ৰেছ কৰ্ম্মীয়ে চহৰ এৰি গাৱঁলৈ গ'লো। গাওঁবোৰত গৈ সাধাৰণ মেল-মিটিং কৰাৰ বাহিৰেও সেই সময়ত ভঠেলি ( বাঁহপূজা ) মেলাত মিটিংবোৰৰ আয়োজন কৰা হৈছিল ; কিয়নো এইবোৰ মেলাত সহজে অগণন মানুহ সমাবেশ হয়। সেই মিটিংবোৰত মহাত্মা গান্ধীৰ বাণী প্ৰচাৰ আৰু বিদেশী বস্ত্ৰ বৰ্জ্জন কৰিবলৈ ৰাইজক অনুৰোধ জনোৱা হৈছিল। নিজ হাতে সূতা কাটি নিজে বোৱা

কাপোৰ ব্যৱহাৰৰ তাৎপৰ্য্যটো বুজোৱাৰ লগতে মদ-ভাং-কানি আদি ৰাগিয়াল বস্তু বৰ্জ্জন কৰিবলৈকো কোৱা হৈছিল। এই প্ৰচাৰ কাৰ্য্যৰ লগে লগে গাৱঁৰ ডেকাসকলক স্বাধীনতাৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাবে ভৰ্ত্তি কৰাৰ জোৰ প্ৰচেষ্টা হৈছিল। ফলত দলে দলে গাৱঁৰ ল'ৰাবোৰ স্বেচ্ছাসেৱক বাহিনীত ভৰ্ত্তি হৈছিল। ইয়াৰ ভিতৰত হিন্দু, মুছলমান আদি সকলো সম্প্ৰদায়ৰ আৰু সকলো স্তৰৰ লোক আছিল। মোৰ কৰ্ম্মক্ষেত্ৰ বিশেষকৈ উত্তৰ কামৰূপৰ গাওঁ অঞ্চলত আবদ্ধ আছিল। এবাৰ স্বেচ্ছাসেৱকৰ দল এটা পদব্ৰজে ৩০।৪০ মাইল বাট শোভাযাত্ৰা কৰি স্বদেশ প্ৰেমৰ গীতবোৰ গাই গাই গুৱাহাটী পায়ছিলহি। এই শোভাযাত্ৰী স্বেচ্ছাসেৱসকলক গুৱাহাটীৰ কাছাৰীঘৰ আৰু উকীলখানাৰ সন্মুখত পিকেটিং কৰিবলৈ দিয়া হৈছিল। উকীলসকলক ওকালতি ত্যাগ কৰি এই অসহযোগ আন্দোলনত যোগদান কৰিবলৈ আহ্বান জনোৱা হৈছিল। কিন্তু গুৱাহাটী চহৰত এই স্বেচ্ছাসেৱক ল'ৰাবোৰৰ খোৱা-লোৱা থকা-মেলাৰ ব্যৱস্থা কৰা এটি সমস্যা হৈ পৰিল। পিচত গুৱাহাটীৰ শান্তিপুৰ, টকৌবাৰী, উজানবজাৰ আৰু চেনিকুঠিত মানুহে এৰি থোৱা ঘৰবোৰত, বিশেষকৈ উজানবজাৰৰ কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ এনেয়ে পৰি থকা খেৰৰ ঘৰবোৰতো ৰখা হৈছিল। চহৰৰ কিছুমান ধনী, গণ্যমান্য দেশপ্ৰেমিক সদাশয় ভদ্ৰলোকে এই স্বেচ্ছাসেৱকসকলৰ যাবতীয় খৰচ-পাতি বহন কৰাৰ ভাৰো গোপনে লৈছিল। কাছাৰীত পিকেটিং কৰাৰ সময়ত প্ৰত্যেকজন স্বেচ্ছাসেৱকক একোটিকৈ গান্ধী-টুপী দিয়া হৈছিল। টুপীবোৰ পুলিচে জব্দ কৰি লৈ গৈছিল। শেহলৈ এনেকুৱা সমস্যা হ'ল যে, গান্ধী-টুপীৰ নাটনি পৰিল। পিচত উপায়ন্তৰ হৈ আমাৰ সহকৰ্ম্মী গোলোকচন্দ্ৰ পাঠকে পুৰণি খদ্দৰৰ ধুতিবোৰকে কাটি ৰাতিয়েই বেজীৰে চিলাই গান্ধী-টুপী তৈয়াৰ কৰি এই সমস্যাৰ কিছুপৰিমাণে লাঘৱ কৰিলে। এই ল'ৰাবোৰক গ্ৰেপ্তাৰ কৰি পুলিচে কিছুমানক থানাত আবদ্ধ কৰি ৰাখিছিল আৰু নিৰ্ম্মমভাৱে বেটেৰে কোবাইছিল।

উত্তৰ কামৰূপত কংগ্ৰেছ কৰ্ম্মীসকলে মেল-মিটিং কৰি গাৱঁত থকা কালচোৱাৰ ভিতৰত সাধাৰণতে একোখন গাৱঁত অৱস্থাপন্ন লোকসকলৰ ঘৰত আশ্ৰয় লৈছিল। তেওঁলোকেও ক্ৰমান্বয়ে ৬।৭ দিন ধৰি ৬০।৭০ জন স্বেচ্ছাসেৱকৰ খোৱা-লোৱা আৰু থকা-মেলাৰ সুবিধা দিয়াৰ অনেক দৃষ্টান্ত আছে। আনহাতে এক শ্ৰেণীৰ লোকে, বিশেষকৈ চৰকাৰী চাকৰিয়ালসকল আৰু ঘাইকৈ ৰায়চাহাব, ৰায়বাহাদুৰসকলে গান্ধীজীক ইতিকিঙো নকৰাকৈ নাছিল।



নলবাৰীতো কানি আৰু ভাঙৰ দোকানবোৰত পিকেটিং কৰাৰ সময়ত স্বেচ্ছাসেৱকসকলক নলবাৰীৰপৰা প্ৰায় ২।৩ মাইল দূৰৈত থকা সন্ধা গাৱঁৰ ৰাজকদমতল গোঁসাইঘৰত কেম্প কৰি ৰখা হৈছিল। বাৰিষা ৰাস্তাঘাট নাছিল, যানবাহনো অচল। গাওঁবোৰলৈ বহু কষ্ট কৰি একাঠু বোকা ভাঙি যাবলগীয়া হৈছিল। সেই কেম্পত প্ৰায় ৪০।৫০ জনমান মুক্তি-যুজাৰু ৰখা হৈছিল।

এই কেম্পৰপৰা স্বেচ্ছাসেৱকসকলক দৈনিক নলবাৰী বজাৰৰ দোকান-বোৰত পিকেটিং কৰিবলৈ দিয়া হৈছিল। নলবাৰী পুলিচে এই ল'ৰাবোৰক গ্ৰেপ্তাৰ কৰি প্ৰায় আবেলিলৈকে থানাত আটক কৰি ৰাখি পিচত থানাৰপৰা ৭।৮ মাইলমান দূৰৈত থকা হাবিৰ মাজত এৰি দি আহিছিলগৈ। ফলত তেওঁ-লোকে গোটেই দিনটো অনাহাৰে কটাবলগীয়া হৈছিল; কেম্প মাজ নিশাহে উলটি পাইছিলহি। এদিন ৰাতি কেম্পৰ সকলো শুই থকা অৱস্থাত মেকুৰীয়ে চৰুৰ ভাত খোৱাৰ শব্দ শুনি গৈ দেখা গ'ল যে মেকুৰী নহয়—সৰিয়হতলিৰ হাবিত এৰি থৈ অহা সেৱকসকলেহে ভোকত ক্লান্ত আৰু শ্ৰান্ত হৈ এন্ধাৰে-মুন্ধাৰে ভাত খাবলৈ ধৰিছে।

১৯৩২ চনৰ পিচত কেইবা বছৰমানলৈ অসহযোগ আন্দোলনে গা কৰি উঠিব নোৱাৰাত আৰু আশানুৰূপ ফল নোপোৱাত দেশৰ নেতাসকলৰ, বিশেষকৈ সাধাৰণ কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজত এটা নিৰাশাৰ ভাৱ পৰিলক্ষিত হৈছিল আৰু মনত সন্দেহৰ ভাবো উপজিছিল—শান্তিপূৰ্ণ আৰু অহিংস উপায়েৰে ভাৰতে স্বাধীনতা অৰ্জ্জন কৰিব পাৰিব নে?

এনেতে ১৯৩৮ চনত ইউৰোপত দ্বিতীয় মহাসমৰৰ ৰণডঙ্কা বাজি উঠিল। বৃটিছ প্ৰমুখ্যে মিত্ৰশক্তিবৰ্গই জাৰ্ম্মান প্ৰমুখ্যে প্ৰতিপক্ষৰ শক্তিবৰ্গৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। বৃটিছ চৰকাৰে ভাৰতবাসীৰ কাণ নুচুৰাকৈয়ে ভাৰতকো এই যুদ্ধত লিপ্ত কৰি আমাৰ দেশৰ জনসাধাৰণৰপৰা ধন আৰু জনেৰে এই সাম্ৰাজ্যবাদী যুদ্ধত সহায় পাবলৈ অপাৰ চেষ্টা কৰিবলৈ ধৰিলে। তেতিয়া ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে এইখন গণযুদ্ধ বুলি তাত জপিয়াই পৰাৰ লগতে ধন আৰু জনেৰে বৃটিছক সহায় কৰিবলৈ আপ্ৰাণ চেষ্টা কৰাত লাগি গ'ল। মেল-মিটিং কৰি এই দলটোৱে দিনে-ৰাতিয়ে ধন সংগ্ৰহ কৰা কাৰ্য্যত লাগিল। টিনৰ চুঙা লৈ বাটে-ঘাটে বেৰাই মানুহৰপৰা পইচা ভিক্ষা কৰিছিল। এনে শোচনীয় অৱস্থাৰ পৰিপ্ৰেক্ষিতত ভাৰতীয় জাতীয় কংগ্ৰেছে একক সত্যাগ্ৰহ আন্দোলনৰ পৰিকল্পনা কৰি আন্দোলন চলাবৰ কাৰণে গান্ধীজীক সম্পূৰ্ণ কৰ্ত্তৃত্ব

দিয়ে। গান্ধীজীয়েও যুদ্ধত কোনেও যেন ধন আৰু জনেৰে বৃটিছ চৰকাৰক কোনো প্ৰকাৰে সহায় নকৰে তাৰ বাবে আহ্বান জনালে। ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হ'ল। জনতা জাগি উঠিল। ভাৰতৰ অন্যান্য ঠাইৰ দৰে আমাৰ অসমতো লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে নেতাসকলে অকাতৰে এই আন্দোলনত জপিয়াই পৰিল আৰু ক্ৰমান্বয়ে কাৰাবৰণ কৰিবলৈ ধৰিলে।

কংগ্ৰেছ কৰ্ম্মীসকলেও ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি গাঁৱে-ভূঞে পদব্ৰজে ঘুৰি গান্ধীজীৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। জনসাধাৰণেও গান্ধীজীৰ এই বাণী মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰি ধন আৰু জনেৰে বৃটিছক সহায় কৰাটো দেশদ্ৰোহীৰ কাৰ্য্য বুলি গণ্য কৰিলে। গান্ধীজীয়ে সত্যাগ্ৰহীসকলক নিৰ্দ্দেশ দিছিল যে, তেওঁলোকে যি ঠাইলৈ যায় তাত নিজৰ থকা-মেলা খোৱা-লোৱাৰ কথা যেন চিন্তা নকৰে আৰু এই বিষয়ে যেন কাকো কোনো প্ৰকাৰে আমনিও নিদিয়ে। সত্যাগ্ৰহীজন প্ৰায় 'সন্ন্যাস' মন্ত্ৰত দীক্ষিত হ'বলগীয়া হৈছিল। এই কৰ্ম্ম যে অতি কঠিন আছিল, তাত কোনো সন্দেহ নাই। আমি সত্যাগ্ৰহ আন্দোলন কৰোতে কিছু সময়ৰ কাৰণে উত্তৰ কামৰূপৰ ধোগবাপাৰা ষ্টেছনৰ ওচৰত থাকিব লগীয়া হৈছিল আৰু তাত থাকোতে ৰেলওৱে ফুটৰ হালধীয়া পানী ব্যৱহাৰ কৰি ২৪ ঘণ্টা জোৰা ৰুক্ষ ৰ'দ-বতাহৰ সন্মুখীন হ'বলগীয়া হোৱাৰ ফলত আমাৰ বহুতৰে অসুখ হ'বলৈ ধৰিলে। সৰ্ব্বসাধাৰণ লোকৰপৰা আমি সম্পূৰ্ণ সহযোগ পাইছিলোঁ। আমি দৈনিক ১০।১২ মাইল বাট খোজ কাঢ়ি সত্যাগ্ৰহ কৰিছিলোঁ।

জনসাধাৰণৰ ওপৰত এই আন্দোলনৰ দ্বাৰা প্ৰভাৱ বিস্তাৰ হৈছিল যদিও ই গণ-আন্দোলনৰ ৰূপ ধাৰণ কৰা নাছিল যেন লাগে। ১৯৪২ চনৰ আগষ্ট মাহৰ ৮ তাৰিখে কংগ্ৰেছৰ 'ভাৰত ত্যাগ' আন্দোলনৰ আহ্বান আহি পৰিল। ৯ আগষ্ট তাৰিখৰ প্ৰত্যুষতে মহাত্মা গান্ধী প্ৰমুখ্যে সৰ্ব্বভাৰতীয় নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ লগে লগে অসমৰো মুখ্য মুখ্য নেতাসকলক গ্ৰেপ্তাৰ কৰা হ'ল। এই গণ-আন্দোলনে অভূতপূৰ্ব্ব ৰূপ ধাৰণ কৰিলে। এই আন্দোলন অতি কম সময়ৰ ভিতৰতে বিজুলীবেগে বিয়পি পৰিল। গণদেৱতা জাগ্ৰত হ'ল। আন্দোলন চাৰিওপিনে দাউ দাউ কৰি জ্বলি উঠিল। স্কুল-কলেজৰ ছাত্ৰ আৰু উকীলসকলে এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। গাৱেঁ-ভূঞে মেল-মিটিং হ'বলৈ ধৰিলে। সকলোৰে মুখত একে কথা, বৃটিছক খেদিবই লাগিব। সকলোৱে দৃঢ়-প্ৰতিজ্ঞ। উত্তৰ কামৰূপৰ বৰকুৰিহা গাৱঁৰ পবিত্ৰ



গঙ্গাপুখুৰীৰ পাৰত এখন বিৰাট ৰাজহুৱা সভাত উত্তৰ কামৰূপৰ সুদূৰ বজালী, টিহু আদি ঠাইৰো মুক্তি-যুজাৰুসকলৰ বিৰাট সমাবেশ হ'ল। গভীৰ উৎসাহ উদ্দীপনাৰ মাজত সকলোৱে একেস্বৰে সংকল্প গ্ৰহণ কৰিলে, 'জয় কিম্বা মৃত্যু'। এই গঙ্গাপুখুৰীৰ পাৰতে স্থানীয় হাইস্কুলখন দখল কৰি তাতে কেম্প কৰিলোঁ। উপৰ বৰভাগ মৌজাৰ সকলো স্তৰৰ ছাত্ৰসকলে এই আন্দোলনত পূৰ্ণোদ্যমে আগভাগ ললে। জনসাধাৰণে, বিশেষকৈ কৃষকসকলে ইয়াত প্ৰত্যক্ষভাবে যোগদান কৰিলে। আন্দোলনৰ গতি দিনক দিনে তীব্ৰতৰ হৈ উঠিল। সকলো প্ৰতিবেশী মৌজাতে এনেকৈ কেম্পবোৰ স্থাপন আৰু শান্তিসেনা বাহিনী গঠন হ'ল। এই বাহিনীয়ে দিনে-ৰাতিয়ে গাওঁবোৰ পহৰা দি থাকিবলৈ ধৰিলে যাতে পুলিচে আহি তেওঁলোকৰ নেতৃস্থানীয় লোকসকলক গ্ৰেপ্তাৰ কৰি নিব নোৱাৰে। কিয়নো অসমৰ গোটেই মুখিয়াল নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পিচত আন্দোলন চলোৱাৰ দায়িত্ব ঠায়ে ঠায়ে আমাৰ কিছুমানৰ ওপৰতে পৰিছিল। এই বাহিনীৰ প্ৰতিজনৰ লগত মাত্ৰ একোদালকৈ বাঁহৰ লাঠিহে আছিল। কেম্পবোৰত শঙ্খ, ঘণ্টা, ম'হৰ শিঙৰ শিঙা আদি ৰখা হৈছিল আৰু সংকট অৱস্থাত এই শঙ্খ বা শিঙা বজাই বিপদৰ সংকেট ধ্বনি কৰা হৈছিল। ইয়াৰ মূল উদ্দেশ্য আছিল যে, পুলিচে অতৰ্কিতে আহি যেন কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰিব নোৱাৰে।

আমি কেম্পবোৰত খোৱা-লোৱাৰ কোনো ব্যৱস্থা কৰিব লগীয়া হোৱা নাছিল; কিয়নো প্ৰত্যেকেই নিজ নিজ ঘৰত খাই আহি কেম্পত কাম কৰিছিল। তেতিয়ালৈকে আমাৰ আগত কোনো সুস্পষ্ট কাৰ্য্যসূচী নাছিল, যাক ভিত্তি কৰি এটি সুপৰিচালিত পথেৰে আন্দোলন চলাই যাব পাৰি। এইটো ঠিক যে তেনে কাৰ্য্যসূচীৰ অভাৱতো আমালোকে জনসাধাৰণৰ মাজত স্বাধীনতাৰ কথাকে বুজাইছিলোঁ আৰু চৰকাৰক খাজনা আদি নিদি তেওঁলোকৰ লগত অসহযোগ কৰিবলৈ ৰাইজক আহ্বান কৰিছিলোঁ।

বিশ্বযুদ্ধও তীব্ৰতৰ হৈ উঠিল। ভাৰততো যুদ্ধৰ পুৰা আয়োজন চলিল। তাৰ বাবদ ধান চাউল আদি কৰি অন্যান্য খাদ্য-সামগ্ৰী যোগাৰ কৰিবলৈ চৰকাৰৰ ফালৰপৰা পূৰ্ণোদ্যমে প্ৰচেষ্টা চলিল। কিন্তু আমি কৰ্ম্মীসকলে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ মূল 'ধন আৰু জনেৰে বৃটিছক সহায় নকৰা' মন্ত্ৰকে পুনঃ সম্বল কৰি ধান চাউলৰ নাওবোৰ বন্ধ কৰিবলৈ ধৰিলোঁ। নলবাৰী বজাৰলৈ পগলাদিয়া, বৰলীয়া আদি নদীৰে বেপাৰীসকলে যি ধান-চাউলৰ নাও

আনিছিল, সেইবোৰ সম্পূৰ্ণ বন্ধ কৰি দিয়া হ'ল। পুলিচে ভয় খাই সেই কামত বাধা দিবলৈ অহা নাছিল। জনসাধাৰণে এই কাৰ্য্যত আমাক সম্পূৰ্ণ সহায় কৰিছিল। কিন্তু ইয়াৰ ভিতৰতো কিছু প্ৰতিক্ৰিয়াশীল আৰু স্বাৰ্থপৰ লোকে স্বেচ্ছাসেৱকসকলৰ প্ৰতি দুৰ্ব্যৱহাৰ নকৰা নহয়। এঠাইত এনে কৰ্ম্মীসকলক কেম্পৰপৰা লাঠিয়াল লগাই জোৰেৰে টানি নি ঘৰৰ খুটাত বান্ধি বেতেৰে কোবোৱাৰ দৃষ্টান্তও আছে। এতিয়াও আমাৰ ভিতৰত সেই বেতৰ কোব খোৱা লোক জীৱিত।

গঙ্গাপুখুৰীৰ পাৰত প্ৰকাণ্ড ওখ তামোল গছ এডাল পুতি ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰি ৰখা হৈছিল। যিসকল লোক কেম্পলৈ আহিছিল তেওঁলোকে তাক শ্ৰদ্ধাৰে অভিবাদন জনাইছিল। এই পতাকা স্বাধীন ভাৰতৰ পতাকা। এই কেম্পত পিচত স্বাধীন ভাৰতৰ সমান্তৰাল চৰকাৰ এটাও প্ৰতিষ্ঠা কৰা হ'ল। যিসকল চৰকাৰী বিষয়াই সেইপিনেদি অহাযোৱা কৰিছিল, তেওঁলোকক শত্ৰুপক্ষৰ মানুহ বুলি গ্ৰেপ্তাৰ কৰা হৈছিল। জাৰীকাৰকসকলৰ চমন, নোটিচ আদি কাগজবিলাক জব্দ কৰি তেওঁলোকক কেম্পত আটক কৰি ৰাখি কাগজ-পত্ৰবোৰ পুৰি পেলোৱা হৈছিল। পুলিচ ভয়তে সেই কেম্পলৈ অহা এৰি দিলে। নলবাৰী থানাৰ পুলিচে শেহত সেই অঞ্চলত ঘটা হত্যাকাণ্ডৰো কোনো তদন্ত আদি নকৰা হ'ল। পৰোক্ষভাৱে এই স্বাধীন চৰকাৰৰ হাততে তদন্ত আৰু বিচাৰৰ ভাৰ পৰিল।

ইতিমধ্যে মহাত্মা গান্ধীয়ে জেলৰপৰা ভাইচৰয়লৈ লিখা চিঠি এখন প্ৰকাশ পোৱাত শ্ৰীজয়প্ৰকাশ নাৰায়ণ প্ৰমুখ্যে কিছু সৰ্ব্বভাৰতীয় ডেকা নেতাৰ গোপন নতুন কাৰ্য্যসূচীৰ সম্ভেদ পোৱা হ'ল। সেইমতে ৰাস্তাৰ ওপৰত যানবাহনৰ পথ আদি ধ্বংস কৰি দিয়া হ'ল। বিজুলীঘাটৰ লোকেল বোৰ্ডৰ ডাক-বঙলা, গঙ্গাপুখুৰীৰ নতুনকৈ স্থাপন কৰা হাইস্কুল পুৰি পেলোৱা হ'ল। আন্দোলন আৰু তীব্ৰতৰ হৈ উঠিল।

ইতিমধ্যে তেজপুৰ, নগাওঁ আদিৰ ঠাইৰপৰা উৎসাহজনক আৰু তাতোকৈ উত্তেজনামূলক খবৰবিলাক আহিবলৈ ধৰিলে। তেজপুৰৰ গহপুৰত পুলিচৰ গুলীত কনকলতা, মুকুন্দ কাকতী আৰু নগাৱঁৰ ভোঁগেশ্বৰী ফুকননী আদি স্বহীদসকলে আত্মোৎসৰ্গ কৰা খবৰে জনসাধাৰণক মতলীয়া কৰি তুলিলে। আমি নলবাৰী থানা আক্ৰমণ কৰি দখল কৰাৰ পৰিকল্পনা কৰিলোঁ। সেই উদ্দেশ্যে বাঁহজানী মৌজাৰ এক গোপন ঠাইত নলবাৰী অঞ্চলৰ কৰ্ম্মীসকল



গোট হৈ স্থিৰ কৰা হ'ল যে, হেজাৰ হেজাৰ মানুহক লৈ শোভাযাত্ৰা কৰি গৈ নলবাৰী পুলিচ থানা আক্ৰমণ কৰা হ'ব। কিন্তু আমাৰ হাতত মাত্ৰ লাঠিবোৰহে থাকিব আৰু থানাৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰা হ'ব। এইটো এটা লাপিলুপা কাম নহয় বাবে সকলোৱে সিদ্ধান্ত মতে ইয়াৰ অনুমতি লবলৈ গুৱাহাটীলৈ দূত পঠোৱা হ'ল—তেওঁলোকে ৰোগাক্ৰান্ত শয্যাশায়ী ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ লগত পৰামৰ্শ কৰি ফিৰিলেহে এই অভিযান কৰা হব। কিন্তু পুলিচে তাৰ আগতে গম পাই বহুতো কৰ্ম্মীক গ্ৰেপ্তাৰ কৰাত এই কাৰ্য্যত ব্যাঘাত ঘটিল। এই আন্দোলনত স্কুলৰ ৭।৮ বছৰীয়া ল'ৰাবোৰেও আমাৰ গুপ্তচৰৰ কাম কৰিছিল। গোপনে চিঠি-পত্ৰ নিয়া, পুলিচৰ গতিবিধি নিৰীক্ষণ কৰা ইত্যাদি তেওঁলোকৰ কাম আছিল।

যাতায়তৰ পথবোৰ ধ্বংস কৰি পেলোৱাৰ কাৰণে আৰু স্কুলঘৰ, চৰকাৰী-ঘৰ আৰু অফিচ আদি পোৰাৰ কাৰণে চৰকাৰে এই অঞ্চলত পাইকাৰী জৰিমনা লগালে। সেই জৰিমনা আদায় কৰিবলৈ গুৱাহাটীৰপৰা এছিষ্টেণ্ট কমিছনাৰ হামফ্ৰে চাহাব গৈছিল। তেওঁৰ লগত জাৰিকাৰকসকলো আছিল। চাহাবৰ হাতত এদাল বাঁহৰ টাঙোন। কিন্তু কোনেও এই জৰিমনা আদায় নিদিয়াত থকা ঘৰ, পাকঘৰ আদিত সোমাই চৰু-হাৰি আৰু ব্যৱহাৰ কৰা কানি-কাপোৰ আদিও জব্দ কৰি নিলে। অইন কি পদুলিমুখৰ বেৰাত শুকাবলৈ দিয়া তিৰোতাৰ ফটা বস্ত্ৰবোৰো চাহাবে নিজ হাতেৰে টানি-আঁজুৰি জব্দ কৰিছিল।

গঙ্গা বৰপুখুৰী পাৰত এক সন্ন্যাসীৰ আশ্ৰমত ৰাতিপুৱা গাৱঁৰ খেতিয়ক-সকলে স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰা দৃশ্য চিৰস্মৰণীয়।

অন্যান্যসকলৰ লগতে মোৰো ভালেমান দিনৰ কাৰণে কাৰাবাসৰ সৌভাগ্য ঘটিছিল।

এনেকৈ ঘাত-প্ৰতিঘাত আৰু আশা-নিৰাশাৰ মাজেৰে ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই পূৰ্ণ স্বাধীনতা লাভ কৰিলে। আমি মুক্তি-যুঁজাৰুসকলে দুখ-কষ্ট আৰু সকলো প্ৰকাৰৰ নিৰ্য্যাতন পাহৰি গৈ আমাৰ স্বাধীন ভাৰতৰ সপোন দিঠকত পৰিণত হোৱাত অন্তৰত অপাৰ আনন্দ লভিলোঁ।

# স্বাধীনতা আন্দোলনৰ জীৱন কাহিনী

**ডঃ জগদীশচন্দ্ৰ মেধি, বাৰ-এট-ল**

স্বাধীনতা আন্দোলনৰ আদি গুৰু আছিল ৺বালগঙ্গাধৰ তিলক। তেৱেঁই প্ৰথমে মুখ খুলি দাবী জনায় যে স্বাধীনতা আমাৰ জন্ম-স্বত্ব। "Swaraj is our birth-right"—এই উক্তি ৰাজনৈতিক দৃষ্টিভঙ্গীৰ ফালৰপৰা চালে বৰ গুৰুত্বপূৰ্ণ। প্ৰথম মহাসমৰত ভাৰতে ধন আৰু জনেৰে বৃটিছ চৰকাৰক ওপোচাই দিলে—যুদ্ধত জয়ী হবলৈ। এই যুদ্ধত ভাৰতৰ অসংখ্য মানুহ মৰিল, কোটি কোটি টকা খৰচ হ'ল। বৃটিছ চৰকাৰে প্ৰতিশ্ৰুতি দিছিল—যুদ্ধত জিকিলে ভাৰতক স্বাধীনতা দিব, কিন্তু তাৰ পৰিবৰ্ত্তে পাছ কৰিলে 'ৰাওলাট আইন', যাৰ ফলত বিনা বিচাৰে যি কোনো ভাৰতবাসীকে চৰকাৰৰ ইচ্ছা হলেই দেশৰপৰা বহিষ্কাৰ কৰি দিব পাৰে বা দেশৰ ভিতৰতে অনিৰ্দ্দিষ্ট কাল পৰ্য্যন্ত জেলত ৰাখিব পাৰে। সেই যুদ্ধত মহাত্মা গান্ধীয়েই আটাইতকৈ বেছি সহায় কৰিছিল। গতিকে তেওঁ বৰ ব্যথিত হ'ল আৰু এই আইনৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবৰ উদ্দেশ্যে সভা-সমিতি পাতিবলৈ ধৰিলে। তেনে এখন সভা হৈছিল জালিৱানৱালাবাগত। সেই নিৰস্ত্ৰ জনসভাত জেনেৰেল ডায়াৰে মেচিনগান চলাই অসংখ্য মানুহক হত্যা কৰিলে। গ্ৰেপ্তাৰ কৰা মানুহবিলাকক বাটেৰে চোচোৰাই নিলে, আঠু কঢ়াই নিলে, আনকি তেজো চেলেকালে।

এই বিষয়ে তদন্ত কৰিবলৈ বৃটিছ চৰকাৰে এটা আয়োগ বহুৱালে আৰু তাৰ চেয়াৰমেন পাতিলে লৰ্ড হাণ্টাৰক। হাণ্টাৰ আয়োগে জেঃ ডায়াৰ আৰু পঞ্জাবৰ লেফ্টেনেণ্ট গৱৰ্ণৰ উভয়কে সমৰ্থন কৰিলে। কিন্তু দুজন মানুহক সমৰ্থন কৰিবলৈ গৈ বৃটিছ চৰকাৰে সাম্ৰাজ্যখনহে হেৰুৱালে। মহাত্মা গান্ধী জাগি উঠিল। তেওঁ উচ্চঃস্বৰে ক'লে—"British Government is a satanic Government", বৃটিছ চৰকাৰ এখন চয়তান চৰকাৰ। উপায় দিলে অহিংস অসহযোগ আন্দোলন। এটা যেন সম্পূৰ্ণ নতুন কিবা। ইমান দিনে আন্দোলন কৰি আহিছে—ভাৰতৰ মানুহক প্ৰশাসনত বেছিকৈ চাকৰি দিব লাগে বুলি। কিন্তু গান্ধীজীয়ে কয় যে যিসকলে চাকৰিত ইতিমধ্যে আছেই, তেওঁলোকেও চাকৰি এৰি দিব লাগে। তেওঁ প্ৰস্তাৱ দিলে—চাকৰিয়ালে চাকৰি এৰিব,



উকিলে ওকালতি এৰিব, বিধান সভাৰ সদস্যই সদস্যপদ এৰি দিব—অৰ্থাৎ বৃটিছ চৰকাৰৰ লগত কোনো সম্পৰ্ক নেৰাখে। কাৰণ কোনো দেশে কোনো এটা জাতিক তাৰ ইচ্ছাৰ বিৰুদ্ধে পৰাধীন কৰি ৰাখিব নোৱাৰে, যদিহে সেই জাতিৰ মানুহে অহিংসভাৱে মৃত্যু বৰণ কৰিবলৈ ভয় নকৰে।

এই বিষয়ে কলিকতাত বিশেষ কংগ্ৰেছ অধিবেশন বহিল। লালা লাজপত ৰায় এই সভাৰ সভাপতি হ'ল। কিন্তু একো স্থিৰ কৰিব নোৱাৰি নাগপুৰ কংগ্ৰেছলৈ আলোচনা স্থগিত ৰাখিলে। তেতিয়া কংগ্ৰেছৰ প্ৰতিনিধিৰ সংখ্যাৰ কোনো সীমা বন্ধা নাছিল। মহাত্মা গান্ধীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিবৰ উদ্দেশ্যে দেশবন্ধু চিত্তৰঞ্জন দাশে বিশেষ ৰেলভাড়া কৰি অসংখ্য প্ৰতিনিধি নিলে। কংগ্ৰেছ বহাৰ আগদিনা ৰাতি গান্ধীজীয়ে চিত্তৰঞ্জন দাশৰ লগত আলোচনা কৰে। তাৰ ফলস্বৰূপে গান্ধীজীৰ প্ৰস্তাৱ গান্ধীজীয়ে উত্থাপন কৰিব আৰু চিত্তৰঞ্জন দাশে সমৰ্থন কৰাৰ সিদ্ধান্ত লোৱা হয়। গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ নাগপুৰ কংগ্ৰেছত গৃহীত হয় আৰু আন্দোলনত যোগ দিবৰ বাবে সমগ্ৰ দেশবাসীলৈ আহ্বান জনোৱা হ'ল। বহুত ছাত্ৰই স্কুল-কলেজ ত্যাগ কৰিলে যদিও উকিল, চাকৰিয়াল আৰু আইনসভাৰ সদস্যসকলৰ ভিতৰত কম সংখ্যকেহে এৰিলে। সেইসময়তে খিলাফত আন্দোলনো কংগ্ৰেছ আন্দোলনৰ লগত লগ হয় আৰু বম্বেৰ ব্যৱসায়ী কৰিমভায়ে এককোটি টকা দান কৰে। ঠিক সেই সময়তে লোকমান্য তিলকৰ পৰলোক হয়। মহাত্মা গান্ধীয়ে প্ৰস্তাৱ কৰিলে যে তিলকৰ স্মৃতিৰ বাবে এক কোটি টকা তুলিব লাগে, কিন্তু কোনো মানুহৰপৰা এটকাৰ বেছি লোৱা নহব।

অসহযোগ আন্দোলনত যি যোগ দিয়া নাছিল, তেওঁক বুজোৱা টান যে ই কি বিৰাট আন্দোলন আছিল।

মানুহৰ মনৰ ভাৱধাৰা কেনে বিপ্লৱী হৈ উঠিছিল, তাৰে এটা সাধাৰণ উদাহৰণ দিওঁ। পাটাচাৰকুছিৰ কালদিয়া নদীৰ পাৰত; তেতিয়া তাত দলং হোৱা নাই। নৈৰ পাৰত সাপ্তাহিক হাট বহে আৰু হাটত হেজাৰ হেজাৰ মোন ধান বিক্ৰী হয়। এটা কুৰি বছৰীয়ামান ডেকা ল'ৰাই মূৰত গান্ধী-টুপী পিন্ধি ডগা-পল্লাৰে জুখি ধান বিক্ৰী কৰি আছিল। কিছুদূৰত আছিল এখন চাহ-বাগিচাৰ গোড়া মেনেজাৰ চাহাবজন। কিবা কাৰণত মেনেজাৰজন হাটলৈ গৈছিল। ধান জোখা ল'ৰাৰ মূৰত গান্ধী-টুপী দেখি চাহাবে হাতৰ লাঠিদালেৰে টুপীটো মাটিত পেলাই দিলে। ল'ৰাজনে চাহাবৰ মুখলৈ চাই

মনে মনে থাকিল। কিছুসময় পিচত নৈ পাৰ হবলৈ চাহাব নাৱত উঠিল। সেই ল'ৰাটোৰেও তেতিয়া দৌৰাদৌৰিকৈ নাওলৈ গৈ চাহাবৰ কাষতে বহিল। নাও যেতিয়া নদীৰ মাজ পালে, ল'ৰাটোৱে চাহাবৰ মূৰৰ 'হেট'টো তুলি নৈ মাজ নৈত পেলাই দিলে। টুপী উটি গ'ল। নাৱৰ মানুহ সকলোৱে হাততালি দিলে। চাহাবে খঙতে বক্‌বকাই উঠিল। ল'ৰাটোৱে হাঁহি হাঁহি উত্তৰ দিলে,—"চাহাব, তুমি যে মোৰ গান্ধী-টুপীটো পেলাই দিছিলা, মনত পৰে? সকলোৱে সমান—গান্ধীৰ কথা"।

কামৰূপৰ ভিতৰত প্ৰথম চাকৰি এৰে হৰিপ্ৰসাদ দাসে। পিচত তেওঁ হৰিপ্ৰসাদ ব্ৰহ্মচাৰী বুলি জনাজাত হৈছিল। তেওঁ চৱ-ডেপুটী কলেক্টৰ আছিল। দুৰ্ভাগ্যৰ বিষয় যে তেওঁৰ নাম আজিকালি মানুহে প্ৰায় পাহৰিয়ে গৈছে। উজনি অসমত হাকিম পদ এৰিছিল কুলধৰ চলিহাই। তেখেতৰ বিষয়ে সকলোৱে জানেই।

যিসকল ছাত্ৰই স্কুল এৰে তেওঁলোকৰ কাম হৈছিল কংগ্ৰেছৰ সভা ভৰ্ত্তি কৰা আৰু লোকমান্য পুঁজিলৈ ধন সংগ্ৰহ কৰা। কংগ্ৰেছৰ সভ্যপদৰ বৰঙণি আছিল চাৰি অনা আৰু লোকমান্য পুঁজিৰ আছিল এটকা। আমি কেইজনমান গ'লোঁ উত্তৰ ফালে। এজন মৌজাদাৰ, বয়সস্থ, কিন্তু থুলন্তৰ মানুহ। ইচ্ছাই হওক বা বাধ্য হৈয়ে হওক, চৰকাৰৰ পক্ষ লৈ আমাৰ কামত বাধা দিবলৈ ধৰিলে। তেখেতৰ এজন ল'ৰা স্কুলীয়া ছাত্ৰ। ভাবিলোঁ তেখেতৰ ঘৰতে প্ৰথমে সিন্ধি নিদিলে নহয়। ফুচুলাই ফুচুলাই ল'ৰাটোক ভলন্টিয়াৰ কৰিলোঁ আৰু অন্যফালে কামত পঠালোঁ। ল'ৰা হেৰাল কাৰণে মৌজাদাৰ এইবেলি একেবাৰে উত্ৰাৱল হৈ উঠিল। বৰপেটাৰ মহকুমাধিপতিলৈ খুব টানি ৰিপোৰ্ট দিলে, বিশেষকৈ মোৰ বিৰুদ্ধে; কাৰণ সভা-সমিতিত প্ৰায় ময়েই বক্তৃতা দিছিলোঁ। এদিন মোৰ নামটো লিখা থকা কাগজ এখন লৈ কনিষ্টবল এজন ওলালহি। সিও আহি প্ৰথম মোকেই লগ পালে আৰু সুধিলে—মোৰ নামৰ মানুহজন ক'ত? মোকে লৈ দিনটো বিচাৰিলে—মই ক'ত? তাৰ পিচত মোকেই মই বিচাৰি নাপাই গধূলি তেওঁক বিদায় দিলোঁ। তাৰে কিছুদিন পিচত আমি গলোঁ বৰপেটা মহকুমাৰ একেবাৰে উত্তৰ সীমাৰ ভুটান পাহাৰৰ কাষলৈ। সেইখিনিত কেৱল কচাৰী মানুহৰ বাস। গাওঁবিলাকৰ নাম এতিয়া পাহৰি গৈছোঁ, ৰাস্তা বুলিবৰ কোনো কথাই নাই, জঙ্গলৰ মাজে মাজে সৰু সৰু ৰাস্তাৰ চিন মাথোন। বেলি ডুব যোৱাৰ পিচতে এখন গাওঁ



পালোঁ আৰু তাৰে এটা ঘৰলৈ গলোঁ। আমাক দেখি মানুহবিলাকে জিকাৰ খাই উঠি সুধিলে,—"ঐ তুহুন ভূত নেকি ঐ!"—"ভূত! কিয় ভূত হ'ম ঐ, আমি মানুহ।"—"মানুহ যদি তোহাক ভালুকে খোৱা নাই কিয়?"—তেওঁ-লোকে পুনৰ সুধিলে। আমি আৰু আচৰিত হলোঁ—চৱ মানুহকে কি ভালুকে খাব লাগে? আমাৰ আচৰিত ভাব দেখি এজন কলে,—"ইমান ৰাতি আহিছ, ভালুকে কিয় নাখালাক?" পিচত বুজিলোঁ যে বেলি ডুবাৰ আগৰপৰাই ভালুকে গোটেই ঠাইখনতে পিয়া-পি দি ফুৰে। সেয়ে তেতিয়াৰপৰা মানুহ নোলায়। গতিকে আমি বাটত ভালুক নোপোৱাত আৰু আমাক ভালুকে নোখোৱাটো আচৰিত কথা। গোহালী ঘৰৰপৰা গৰু কেইহাল উলিয়াই অলপ চাফা কৰি আমাক থাকিবলৈ দিয়ে। গাৱঁৰ 'গেষ্ট হাউছ'—একমাত্ৰ গোহালী। চাউল আনি দিলে, এটা হাঁহ আনি দিলে, অলপ লোণ আৰু কচু এটা দিলে, তেলৰ নামেই নাই,—"ভাত ৰান্ধি খা।" আমি কলোঁ,—"আমি ভাত ৰান্ধিব নোৱাৰোঁ, তহঁতে ৰন্ধা ভাতকে দে।" তাকে শুনি তেওঁ-লোক আটায়ে জাপ মাৰি উঠিল,—"ইহ, তহঁত দেহান মানুহ, আমি কচাৰীয়ে ৰন্ধা ভাত খালে দেখোন জাতি যাব ঐ!" আমি কলোঁ,—"আমাৰ জাতি নাই।" "ওহু হেন্দু মানুহ জাতি নহ'লে দেখোন মৰিয়ে যাব।" তাৰ পিচত কিবা ভাবি তেওঁ ল'ৰা এটাক চিঞৰি কলে,—"ঐ, ভিন্দাৰ মাকক মাতি আন।" কিছু সময়ৰ পিচত ভিন্দাৰ মাক আহিল। মাইকীনে বিশাল শাল্মলী তৰু! মই ছয় ফুট দীঘল, তেওঁ মোকো চেৰাইছে। ভিন্দাৰ মাকৰ কাহিনী পিচত শুনিছোঁ—ৰাতি অকলে ঘৰত শুই আছে, গিৰিয়েক নাই। সিন্ধি খান্দি চোৰ সোমাল। চুৰিই বা কি কৰিব? লোটা, বাটি আৰু কিবা-কিবি। ভিন্দাৰ মাকে সাৰ পালে। পায়েই চোৰক সাবট মাৰি ধৰিলে, কিন্তু তাতেই চোৰৰ দুৰ্গতি শেষ নহ'ল। সাত মাইল ৰাস্তা চোঁচোৰাই নি পুলিচ আউট-পোষ্টত চমজাই দি আহিল।

ভিন্দাৰ মাকক মতাৰ কাৰণ, তেওঁ হিন্দু ধৰ্ম্মত শৰণীয়া হৈছে। ভিন্দাৰ মাকে ভাত ৰান্ধিলে—ভাত ঠিকেই হ'ল, কিন্তু মাংসৰ ভেকেটা-ভেকেট গোন্ধ নগ'ল। সিজালেই নে গৰম পানীত দি থলে ক'ব হলে নোৱাৰিলোঁ। আমাৰ লগত এজন ল'ৰা আছিল, তেওঁৰ নাম ৰজনী। আমাৰ লগত চেনি আছিল, তেওঁ চেনিৰে হাঁহ ভাজিলে, ভাবিছিল—মিঠা হ'ব, কিন্তু দুৰ্ঘোৰ তিতাহে হ'ল, মুখত দিবই নোৱাৰি। আজি সেই ৰজনীলৈ মনত পৰিছে। বগা, সুন্দৰ

স্বাস্থ্যৰ ধুনীয়া ল'ৰাটো। কিন্তু কংগ্ৰেছৰ কাম কৰোঁতে কৰোঁতে ৰজনী ৰেল ষ্টেছনত জ্বৰ হৈ মৰি থাকিল। কোনেও এটোপা পানী দিওঁতা নহ'ল।

প্ৰায় এসপ্তাহমান এনেকৈয়ে থাকি আমি শিবিৰলৈ ফিৰোঁ। তাৰ কিছুদিন পাচত আকৌ গলোঁ। এইবেলি গলোঁ ৰজালীৰ উত্তৰ ফালে। ইও ভূটানৰ নামনিতে। ৰজালীৰ পৰা বিজনীলৈ তেতিয়া নতুনকৈ সৰু ৰাস্তা এটা বান্ধিছিল। গৰুৰ গাড়ী চলিব পাৰে। কিন্তু গোটেইখন ঠায়েই বাঘেৰে ভৰা। গাড়ীৰ গৰুও টানি নিয়ে, মানুহো টানি খায়। এঠাইত এটা নতুনকৈ ঘৰ বান্ধিছে। ভাল ঘৰ, খেৰী ঘৰ যদিও দুৱাৰ-খিৰিকী লগোৱা হৈছে, কিন্তু বেৰবোৰ লিপা নাই। আমি গাৱঁৰ গোহালীতে নাথাকি ইয়াতে থকাই পছন্দ কৰিলোঁ। তিনি কি চাৰি ৰাতিমান তাতে আছোঁ। দ্বিতীয় কি তৃতীয় ৰাতি দুৱাৰ-খিৰিকী লগাই শুই আছোঁ, অলপ ৰাতি—চোতালত ভীষণ গোজৰণি! দুই বাঘৰ তুমুল যুদ্ধ। ভয়ত আমাৰ তত্ নাই, নিলিপা বেৰৰ ফাকেৰে সকলো দেখা পাওঁ। গাত জীৱ নাই, কি যুদ্ধ বাঘৰ! কিমান বেলি যে যুঁজিছে, ঠিক মেকুৰীৰ দৰে যুদ্ধ। ভালেখিনি সময়ৰ মুৰত বাঘ দুটা গুচি গ'ল; বোধহয় কোনোবা এটাৰ পৰাজয় হ'ল। তাৰ অলপ পিচতে আমাৰ লগৰে এজনে উঠি আমাৰ ভৰি কেইখন খেপিয়াই গণ্টি কৰিব ধৰিলে। সুধিলোঁ,—"কি কৰিছা তুমি?"—"এ ৰ'বো ডাঙৰীয়া (তেওঁ সকলোকে ডাঙৰীয়া বোলে), কাৰোবাক বাঘে নিলেই নেকি?" সুধিলোঁ,—"ভৰি গণিছা কিয়?" উত্তৰ আহিল—"ভৰি এখনকে নিলে নো কি কৰিম?" ইমান আতঙ্কৰ পিচত ইমান হাঁহিলোঁ যে পৰিবেশটো সম্পূৰ্ণ পৰিবৰ্ত্তন হ'ল। তাৰ পিচদিনাই তাৰপৰা পলালোঁ।

অসহযোগ আন্দোলন আমাৰ মানত ৰাজনৈতিক আন্দোলন আছিল, কিন্তু গান্ধীজীৰ মানত ই কেৱল ৰাজনৈতিক আন্দোলনেই নহয়, মূলতে ই এটা নৈতিক জাগৰণ আছিল। জাতি এটাই যদি পাহৰি নেযায় তাৰ সত্বা আৰু যদি কাপুৰুষ নহয়, তেন্তে তাক পৰাধীন কৰি কোনো শক্তিয়েই ৰাখিব নোৱাৰে। সেই বাবে তেখেতে প্ৰথম বুজাবলৈ চাইছিল যে এইখন দেশ আমাৰ, বৃটিছৰ নহয়। ইয়াৰ শাসন কৰাৰ স্বত্বও ভাৰতবাসীৰেই, আনৰ নহয়। ঐতিহাসিক লিখক অধ্যাপক শ্যালীয়ে তেওঁৰ 'Expansion of England' নামৰ কিতাপ এখনত লিখিছে—"Once the Indians realise that the country is theirs, then do not wait for half an hour. Come



out with bags and baggages." যেতিয়াই ভাৰতবাসীয়ে বুজি পাব যে দেশখন তেওঁলোকৰহে, তেতিয়া আৰু আধা ঘণ্টাও পলম নকৰি টালি-টোপোলা লৈ বিদায় হবা। পেছোৱাৰৰ জেলত আছিল মহম্মদ আলি আৰু ছৌকট আলি। জেলৰ চাহাব অধীক্ষকে ঠাট্টা কৰি কলে,—"হ'ল নে তোমালোকৰ স্বৰাজ? হাতত বতাহ লৈ তোমালোকে যুঁজা।" ছৌকত আলিয়ে কলে,—"ৰবা, আৰু কিছুদিন বাট চোৱা, টালি-টোপোলা লৈ ভাগিব লাগিব।" তাকে শুনি মহম্মদ আলিয়ে মাত দিছিল,—"ককাই! তুমি আহম্মক, সিহঁতে টালি-টোপোলা এৰি যাব লাগিব।"

আমি যদিও বুজা নাছিলোঁ যে এইটো এটা নৈতিক জাগৰণ, গাৱঁৰ অশিক্ষিত মানুহবিলাকে কিন্তু সেইদৰেই বুজিছিল। তেওঁলোকে গান্ধীক অকল ৰাজনৈতিক নেতা বুলি বুজি পোৱা নাছিল। তেওঁলোকে তেখেতক দেৱতাৰ শ্ৰেণীত ঠাই দিছিল। মহাত্মা গান্ধী প্ৰথম অসমলৈ আহি তৰুণৰাম ফুকন ডাঙৰীয়াৰ চোতালত সভা পাতে আৰু তাতে বিদেশী বস্ত্ৰ দাহন কৰে। গুৱাহাটীৰ বহুত মানুহৰ বাহিৰেও ফুকনে বোধকৰো ঘৰৰ সকলো বিদেশী বস্ত্ৰ জুইত জাপি দিছিল।

দেশভক্ত ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ এই দুজন আছিল অসমত কংগ্ৰেছৰ জন্মদাতা। এই বস্ত্ৰ দাহনৰ যি ত্যাগ, তাক নুই কৰিবৰ উপায় নাই। গাৱেঁ গাৱেঁও তেনে বস্ত্ৰ-দাহ অনুষ্ঠিত হৈছিল—যাৰ বহুত আছে সি কেইখনমান যদি পোৰে, কেইখনমান ৰৈ যায়, আৰু যাৰ এখন মাত্ৰ আছে, তাৰ ত্যাগ অতুলনীয়। গাৱঁত তেনে দৃষ্টান্ত বহুত ওলাইছিল। গাৱঁৰ মানুহে বিদেশী বস্ত্ৰ পিন্ধাটো পাপ বুলি ভাবিছিল। গাৱঁত ঘৰে ঘৰে যঁতৰ আছিল। ল'ৰাবিলাকে ৰাস্তাই ৰাস্তাই টাকুৰীত সূতা কাটি ফুৰিছিল। এতিয়া চেনি খাবলৈ নেপালে হাহাকাৰ কৰো, কিন্তু তেতিয়া অসমীয়া মানুহে চেনি বৰ্জ্জন কৰিছিল। চিগাৰেট অসমৰপৰা নাইকিয়া হৈছিল, চিগাৰেট কোম্পানী উঠি গৈছিল। মানুহৰ এটা আত্মবিশ্বাস আছিল যে সিহঁতে কাম কৰি জীয়াই থাকিব; কিন্তু পৰমুখাপেক্ষী পৰাধীন হৈ নাথাকে। মিছা কথা কোৱা, চুৰ কৰা, ঠগ কৰা, ভেটি খোৱা দৃষ্টান্ত বহুত কমি গৈছিল। দেশৰ বাবে জেললৈ যোৱাটো এটা গৌৰৱৰ কথা বুলি ভাবিছিল। দেশ স্বাধীন হোৱাৰ পিচত আমি সেই অৱস্থাৰ-পৰা বহুত নামি অহা নাই নে?

কানি বেচাৰ আৰু এটা উদ্দেশ্যও আছিল। চৰকাৰে প্ৰথমে কানি

বিক্ৰী কৰিবলৈ আৰম্ভ কৰে চিংফৌসকলৰ মাজত। তেওঁলোকে বাৰে বাৰে বিদ্ৰোহ কৰি আহিছিল। কিন্তু যেতিয়াই কানিৰ গুলি খুৱাই দিলে, তেওঁলোকৰ বীৰত্ব নাইকিয়া হ'ল। বৃটিছ চৰকাৰে চীন দেশতো তাকে কৰিছিল। সেইবাবে কোৱা হৈছিল—"কানিৰ গুলি বন্দুকৰ গুলীতকৈও শক্তিশালী।" পৃথিবীৰ ভিতৰতে অসমত কানি আটাইতকৈ বেছি বিক্ৰী হৈছিল। দীনবন্ধু এন্দ্ৰুজে এই কথা জানি 'সম্মিলিত জাতি-সঙ্ঘ'ত এই কথা উত্থাপন কৰিছিল। বৃটিছ চৰকাৰে কিন্তু প্ৰতিবাদো নকৰে আৰু উঠাই দিবলৈও চেষ্টা নকৰে। কংগ্ৰেছৰ নিৰ্দ্দেশ হ'ল—এই কানি বিক্ৰী কৰাটো বন্ধ কৰিবই লাগে। তাৰ বাবেই কানি, মদ আৰু ভাঙৰ দোকানত কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে অহিংস পিকেটিং কৰিছিল। এনে ঘটনাও বহুত হৈছিল য'ত মদাহীয়ে মদৰ বটলেৰে স্বেচ্ছাসেৱকক মাৰি মূৰ ভাঙি দিছিল। কানি খাবলৈ বাধা দিলে কানিয়াই দা লৈ কাটিবলৈ খেদিছিল। দলে দলে স্বেচ্ছাসেৱকক ধৰি জেললৈ পঠোৱা হয়। জেল যেতিয়া ভৰ্ত্তি হ'ল, স্বেচ্ছাসেৱকসকলক ধৰি নি জঙ্গলত এৰি দিয়া হ'ল। কিন্তু এইবিলাকে আন্দোলন বন্ধ নকৰি জুইত খেৰ দিয়াৰ নিচিনাহে কৰিলে আৰু সেই জুইত সাম্ৰাজ্যৰ বন্ধন পুৰি ছাই হ'ল। মানুহৰ আৰু আগৰ ভয় নাই, বুকু দাঠ কৰি মানুহৰ দবে ফুৰে—মৰি যাম কিন্তু সেও নামানো!

বকোত কিছুমান বাভা স্বেচ্ছাসেৱকক দলঙৰ খুটাত বান্ধি বেত দিয়া হৈছিল; তথাপি সেও নামানিলে। সেই সময়ৰ জেল আৰু আজিৰ জেল স্বৰ্গ-মৰ্ত্ত্য পাৰ্থক্য। সেই সময়ৰ জেল আছিল এখন নৰককুণ্ড। ওৱাৰ্ডাৰে চিঞৰে,—"ঐ আদমি এক, ঐ আদমি এক,"—সকলোৰে সাৰি পাতিব লাগিল। তাৰ পিচত আকৌ,—"ঐ আদমি এক",—এইবাৰ সকলোৰে পায়খানাত শৌচ কৰিবলৈ যাব লাগিল। কিছু সময়ৰ পিচত পুনৰ চিঞৰি দিব,—"ঐ আদমি এক,"—সকলো পায়খানাৰপৰা নামি আহিব লাগিব, কাৰোবাৰ হ'ল বা কাৰোবাৰ নহ'ল, পায়খানাৰপৰা নামি আহিবই লাগিব। দিনৰ ভিতৰত আৰু শৌচ কৰা মানা; কৰিলে সি পাঁচ টকা জৰিমনা দিব লাগিব। জেলৰ আইন আৰু শাস্তিও অদ্ভুত, কামবোৰো অদ্ভুত-অদ্ভুত। শিলভঙা, এলোপাটাৰ ৰছী বনোৱা, ঘানীত তেল পেৰা, ধান বনা, লো পিটা ইত্যাদি। কিমানখিনি কাম কৰিব লাগে সকলোৰে এটা নিৰ্দ্দিষ্ট সীমা আছে, তাতকৈ কম হলেই শাস্তি, আৰু শাস্তিও কি বৰ্ব্বৰ! গৰমৰ দিনত শুদা গাত থৈলা পিন্ধাই থয়। ভাতৰ লগত তুঁহ মিহলাই দিয়ে, দিঙিত-ধৰা কচুৰ ঠাৰি আঞ্জাৰ লগত কাটি মিহলাই



দিয়ে। ম'হ আৰু উৰহৰ মাজত হাতত হাত-কেৰেয়া লগাই থয়, ভৰিত বেৰী লগাই থয়, যাতে ম'হ, উৰহ খেদিব নোৱাৰে। আনকি হাতত হাত-কেৰেয়া লগাই গছত ওলোমাই থয় আৰু শেষত জেলখানাৰ বেত্ৰাঘাত। কিযে নিষ্ঠুৰ আৰু কদৰ্য্য এই কাম! গোটা বেত এদাল তেল ঘঁহি ঘঁহি মিহি কৰি ৰ'দত দি থয়, প্ৰায় কেঞা আঙুলিৰ মান ডাঙৰ। এটা কাঠৰ ত্ৰিভুজত মেলি হাত-ভৰি মেলাই বান্ধিথোৱা, টপিনাৰপৰা কাপোৰ গুচাই উদং কৰি লৈ তেল দি শুকাই থোৱা বেতেৰে আঘাত কৰা হয়। টপিনাৰ চাল ফাটি চৌ-চৌৱে তেজ ওলায়। কেইটামান কোব খোৱাৰ পিচত কয়দী অজ্ঞান হৈ পৰে আৰু পিচত নমাই আনি টপিনা ছুখন জোতাৰে পিহি দিয়া হয়। এই শাস্তি দিছিল মোৰ পৰম বন্ধু বৰপেটাৰ দক্ষিণহাটীৰ ৺জগন্নাথ দাসক। ৺উমেশচন্দ্ৰ বৰদলৈক দিছিল ঘানি ঘূৰাবলৈ। তেখেত আছিল কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ল'ৰা—যি পিচত গৈ জেলখানাসমূহৰ ইন্সপেক্টৰ জেনেৰেল হৈছিল। স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধুৰীক দিছিল এলোপাটাৰ ৰছী কৰিবলৈ আৰু শিল ভাঙিবলৈ। তাতেই তেখেতে তেখেতৰ—"তই ভাঙিব লাগিব শিল" নামৰ গানটি লিখে। নবীনচন্দ্ৰ বৰদলৈক থৈছিল নিৰ্জ্জন ফাটেকত।

চৌৰী-চৌৰাৰ ঘটনাৰ পিচত এই আন্দোলন স্থগিত হয় আৰু ১৯৩০-৩১ চনৰ সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। সেই সময়তে অসম চৰকাৰে কুখ্যাত কানিংহাম চাৰ্কুলাৰ জাৰি কৰে। সেইমতে কোনো ছাত্ৰই যদি ৰাজনৈতিক সভা-সমিতিত যোগ দিয়ে, তাৰবাবে দায়ী হব তাৰ অভিভাবকসকল। বিৰাট ছাত্ৰ আন্দোলন হ'ল আৰু সেই সময়তে শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীয়ে (তেতিয়া কলেজৰ ছাত্ৰ) এই আন্দোলনত যোগ দিয়ে। দলে দলে ছাত্ৰ আৰু স্বেচ্ছাসেৱকসকলক জেলত দিব ধৰিলে। স্বেচ্ছাসেৱক গোটাবলৈ আমি গাৱঁত সোমালোঁ। এই বেলি গলোঁ সৰ্থেবাৰীলৈ। সৰ্থেবাৰীক আমি তেতিয়া আন্দামান বুলি কওঁ, ৰাস্তাঘাটৰ কোনো ব্যৱস্থা নাই—এবাৰ সোমালে আৰু ওলাবৰ উপায় নাই। বৰপেটাৰপৰা সৰ্থেবাৰীৰ মাজত হৈছে গহিয়া গাওঁ। ৰাতি তাতে খপিলোঁ। তাত যিটো অভিজ্ঞতা হ'ল, তাক আৰু পাহৰিব নোৱাৰি। এবা বিলৰ মাজত জাকে জাকে অসংখ্য হাঁহ উৰি আহি পৰিছে। সিহঁতৰ চিঞৰত কলৰৱ উঠিছে আৰু আমাক বেঢ়ি ধৰিছে অসংখ্য মহে। ভাত খাওঁতেও ভাতৰ লগত মহ সোমাই যায়। জুই ধৰিও ৰক্ষা নাই, আগফালে সেকিলে পিচফালে খায়, আৰু পিচফালে সেকিলে আগফালে খায়। সৰ্থেবাৰী

তেতিয়া বৰ ডাঙৰ গাওঁ—তেতিয়াই প্ৰায় পাঁচহেজাৰ মানুহৰ বসতি। মানুহবিলাকৰ বেছিভাগেই কঁহাৰৰ কাম কৰে। সুস্থ, সবল ডাঙৰ-দীঘল মানুহবিলাক। তাত স্বেচ্ছাসেৱক সংগ্ৰহ কৰি আগ্ৰিখোৱা গাৱঁলৈ গলোঁ। আগ্ৰিখোৱাৰ ঘটনাটো মই আজিলৈ পাহৰিবপৰা নাই। সভাৰ শেষত দলে দলে ল'ৰাবিলাক আহি স্বেচ্ছাসেৱকত নাম ভৰ্ত্তি কৰিছে। এনেতে এজন মানুহ ১৪ বছৰমান বয়সৰ এজন ল'ৰাক হাতত ধৰি মোৰ ওচৰলৈ লৈ আহে—তাকো ভলন্টিয়াৰ কৰিব লাগে। মই কলোঁ,—"তেনেই সৰু ল'ৰা, নাবালক। জেললৈ যাব লাগিব। ইয়াক কেনেকৈ স্বেচ্ছাসেৱক কৰিম ?" মানুহজনে গোৰগোৰাই উঠিল—"কি কৈছে আপুনি ? ইয়াৰ বাহিৰে মোৰ আৰু ল'ৰাই নাই। মই আপোনাক ক'বপৰা ডাঙৰ ল'ৰা এটা আনি দিওঁ দিয়ক ?" ল'ৰাটোক স্বেচ্ছাসেৱক নকৰিলোঁ, কিন্তু কথাটোও পাহৰিব নোৱাৰিলোঁ। কি শক্তিৰ বলত বাপেকে একমাত্ৰ সন্তান, নাবালক ল'ৰা এটাক জেললৈ পঠাবলৈ ইমান আগ্ৰহ কৰে! সেই শক্তিয়েই হৈছে স্বাধীনতাৰ মূল শক্তি। লেখা-পঢ়া নজনা সেই গাৱঁলীয়া মানুহজন আমাৰ সকলোৰে নমস্য নহয় নে ?

মই এনেকৈ বেছি দিন থাকিব নেপালোঁ। জেলৰপৰা অসংখ্য স্কুলীয়া ল'ৰা ওলাই আহিল। তেওঁলোকক নিয়ন্ত্ৰণ কৰা এটা ভয়ানক ডাঙৰ প্ৰশ্ন হ'ল। চৰকাৰী স্কুললৈ আকৌ পঠাই দিলে আমাৰ মেৰুদণ্ডই ভাগে। আনহাতে নপঠাই এনেকৈ ধিতিঙালি কৰি থাকিবলৈ দিলেও ল'ৰাবিলাক নষ্ট হয়। নতুনকৈ জেলৰপৰা ওলাই অহা ল'ৰাবিলাক তেতিয়া জুইৰ আঙঠাৰ নিচিনা। এই বিষয়ে জিলা কংগ্ৰেছ কমিটীত ভালেকেইদিন আলোচনা হ'ল আৰু এটা হাইস্কুল খোলাৰ প্ৰস্তাৱ লোৱা হ'ল। সেই হাইস্কুলৰ প্ৰধান শিক্ষক নিযুক্ত কৰিলে মোক। ঘৰ দিলে পদ্মনাথ বায়নে। এই স্কুলৰ স্বীকৃতি লৈ এখন তয়াময়া যুঁজ হ'ল। কলিকতা বিশ্ববিদ্যালয়ে অসম চৰকাৰক প্ৰতিবেদন পঠাব কলে, কিন্তু প্ৰতিবেদন নপঠায়। নলবাৰীৰ ডাকবঙলাত তেতিয়াৰ শিক্ষা বিভাগৰ অধিকৰ্ত্তা ( ডি-পি-আই ) স্বল চাহাবক লগ ধৰিলোঁ। তেওঁ নানান আসোঁৱাহ উলিয়ালে। যেতিয়া বাধ্য হৈ চৰকাৰে প্ৰতিবেদন পঠালে, তাৰ প্ৰথম বাক্যটো হৈছে, "এই স্কুল কংগ্ৰেছ স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ কেন্দ্ৰ"। এই স্কুলৰ স্বীকৃতি লৈ যে কিমান পৰিশ্ৰম কৰিব লগীয়া হৈছিল, তাৰ সীমা নাই। এই সম্পৰ্কত মোৰ লগত আছিল ৺অম্বিকানাথ বৰা। কলিকতা বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটৰ মেম্বৰসকলক ঘৰে ঘৰে গৈ কাবৌ কৰিছোঁ। চিটি কলেজৰ অধ্যক্ষ, পূজ্যপাদ



হেৰম্ব মৈত্ৰৰ কথাখিনি কলে ভাল হব বোধহয়। হেৰম্ব মৈত্ৰ, তেওঁৰ নৈতিক কঠোৰতাৰ কাৰণে গোটেই ভাৰতত্তে খ্যাত। বৰা আৰু মই গৈ তেওঁৰ ঘৰ পালোঁ। তেওঁ উপাসনাত আছে বুলি আমাক জানিব দিলে। আমি উদ্‌গ্ৰীব হৈ বহি আছোঁ। কাৰণ উপচাৰ্য্যই কৈছে যে শেষত তেখেতৰ মতেই কাম হব। তেখেত ওলাই আহিল—আমাৰ পৰিচয় পায়েই তেওঁ চিঞৰি উঠিল,—"চিঃ! চিঃ! আসামে কি লোক নাই ? কি লজ্জাৰ কথা! চিঃ! চিঃ! কোনো সভ্য দেশে কি এৰকম আইন হইতে পাৰে ?" শেষত আমি স্বীকৃতি পালোঁ। কিন্তু স্বীকৃতি পাওঁতে দুবছৰ লাগিল। কলিকতা বিশ্ববিদ্যালয়ে অসমৰ স্কুল পৰিদৰ্শকক বাচনি পৰীক্ষা লবলৈ কলে। কিন্তু তেওঁ অস্বীকাৰ কৰিলে, শেষত ল'ৰাবিলাকে গৈ কলিকতাত পৰীক্ষা দিবলগীয়া হ'ল। এই ল'ৰাবিলাকৰ ভিতৰত আছে বৰ্ত্তমান অসম আৰু নগালেণ্ড উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ শ্ৰীমহেন্দ্ৰচন্দ্ৰ পাঠক আৰু গুৱাহাটীৰ ভূতপূৰ্ব্ব জিলা ন্যায়াধীশ শ্ৰীভোলাৰাম দাস।

১৯৩৬ চনত দেশত সাধাৰণ নিৰ্ব্বাচন হয়। অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাত এটা প্ৰশ্ন লৈ বৰ তৰ্ক-বিতৰ্ক হ'ল—মন্ত্ৰীত্ব লোৱা হব নে নহয়। তেতিয়া হেমচন্দ্ৰ বৰুৱা অসম কংগ্ৰেছৰ সভাপতি। আমি ডেকাসকল মন্ত্ৰীসভা গঠনৰ বিৰোধী আৰু ডাঙৰবিলাক মন্ত্ৰীত্ব লোৱাৰ সপক্ষে। আমি এটা ভোটত জিকিলোঁ। মন্ত্ৰীত্ব লোৱা নহ'ল। এই সিদ্ধান্ত হোৱাত কিছু বয়সীয়াল নেতা কংগ্ৰেছৰপৰা ওলাই গ'ল। ১৯৩৬ চনৰ দৰে সুন্দৰ নিৰ্ব্বাচন কেতিয়াও হোৱা নাই। একে সভাতে দুই পক্ষৰ মানুহক মাতি ৰাইজে শুনে আৰু তাৰ পিচত বিচাৰ কৰে। এই নিৰ্ব্বাচনী সভাবিলাকত হাজাৰ হাজাৰ মানুহৰ সমাগম হয়। বিশেষকৈ নগাওঁ জিলাৰ সভাবোৰৰ কথা মই নাপাহৰোঁ। ধৰমতুলত যেতিয়া সভা কৰোঁ, দিনৰ দিনটো নাও বাই কপিলী নৈৰে উজাই গৈ, চাউল-চৰু লৈও সভা শুনিবলৈ মানুহ গৈছিল। ৰাতি ভাত ৰান্ধি খায়, দিনত সভা শুনে আৰু ৰাতি ভাত খাই কপিলীৰে ভটিয়াই ঘৰলৈ যায়। জালিৱানৱালাবাগৰ কথা শুনিলে শিখসকলে কান্দি উঠে। এই নিৰ্ব্বাচনত মই অসমৰ ডিব্ৰুগড়ৰপৰা ধুবুৰীলৈকে বহু ঠাইত সভা পাতি ঘূৰি ফুৰিছিলোঁ। ডুমডুমাত যেতিয়া সভা কৰোঁ ডাঃ হৰিকৃষ্ণ দাসৰ সৈতে, তেতিয়া ৰাতি আঠ বাজিছিল। তাৰ পিচদিনা ডাঙৰীত গৈ সভা কৰোঁ। শঙ্কৰ বৰুৱাৰ নিচিনা কংগ্ৰেছ কৰ্ম্মী বিৰল আছিল। কিন্তু তেওঁৰ ঘাট পাৰ হবৰো পয়চা নাছিল। মোক কোৱামতে তেওঁৰ নিৰ্ব্বাচনৰ গোটেই খৰচ ২৫০৲ টকাৰ বেছি নহয়।

এই কথা কোৱাৰ আৰু এটা কাৰণ হৈছে—১৯৩৬ চনৰ নিৰ্ব্বাচন সম্পূৰ্ণ দোষমুক্ত নিৰ্ব্বাচন আছিল। কংগ্ৰেছৰ বিৰুদ্ধে থিয় হোৱা প্ৰাৰ্থীসকলৰ ভিতৰত অসমৰ অতি ধনী ধনী মানুহবিলাক আছিল; কিন্তু কোনেও ভোটাৰক পয়চা যাচিবলৈ সাহস কৰা নাছিল। দলে দলে মানুহবিলাকে গাৱঁৰপৰা খোজ কাঢ়ি ঢোল-খোল বজাই নাম-গুণ গাই আহি ভোট দিছিল। কোনেও ভোটাৰক মাতি অনাৰ দৰকাৰ নাছিল। এই নিৰ্ব্বাচনত কোনো ব্যক্তিগত প্ৰভাৱৰ ঠাই নাছিল। তৰুণৰাম ফুকনৰ বিৰুদ্ধে থিয় হৈছিল সিদ্ধিনাথ শৰ্ম্মা। ফুকনৰ মহান ব্যক্তিত্ব আৰু প্ৰভুত প্ৰভাৱ থকা স্বত্বেও এনেভাৱে হাৰে যে নিৰ্ব্বাচন শেষ হোৱাৰ আগতেই কংগ্ৰেছৰ জয়ধ্বনি দি তেখেত নিৰ্ব্বাচন স্থলীৰপৰা গুচি যায়। নিৰ্ব্বাচনৰ ফল এটা এটাকৈ বাহিৰ হলত দেখা গ'ল যে কংগ্ৰেছৰ বিৰুদ্ধে থিয় হোৱা মহাৰথীসকল এজন এজনকৈ হাৰিল।

১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হয় আৰু কংগ্ৰেছৰ আগত এটা সমস্যাই দেখা দিয়ে। মহাসমৰত ভাৰতৰ জনতাই কি ভূমিকা গ্ৰহণ কৰিব? নেতাজীৰ মতে বৃটিছ চৰকাৰৰ বিৰুদ্ধে ফেচিষ্ট শক্তি জাৰ্ম্মানী আৰু জাপানক সশস্ত্ৰে সহায় কৰিব লাগে। গান্ধীজীৰ মতে উভয়েই দোষী—কাকো সহায় কৰিব নালাগে। গতিকে তেখেতৰ মতানুযায়ী কংগ্ৰেছে স্থিৰ কৰিলে যে এই মহাসমৰত ভাৰতবাসীয়ে ধন বা জন দি বৃটিছক সহায় নকৰে। কিন্তু গণ-আন্দোলন কৰাৰ প্ৰস্তাৱ নললে। কেৱল ব্যক্তিগত ভাৱেহে মানুহক সত্যাগ্ৰহ কৰিবলৈ দিয়া হ'ল। প্ৰত্যেক প্ৰদেশৰপৰাই তেনে ব্যক্তিগত সত্যাগ্ৰহ কৰিব পৰা মানুহৰ নাম পঠাবলৈ দিলে আৰু সেই নামবিলাকৰপৰা গান্ধীজীয়ে নিজে সত্যাগ্ৰহী বাচি দিছিল। অসমতো কেইবাজনক তেনেকৈ বাছি দিছিল। তাৰ ভিতৰতময়ো এজন আছিলোঁ।

মই নলবাৰীৰ কাষৰ বেলশৰ গাৱঁত সত্যাগ্ৰহ কৰিবলৈ স্থিৰ কৰিলোঁ। আগেও সেই ঠাইত মই সভা-সমিতি কৰিছোঁ। তাৰ বিলেশ্বৰ নামৰ দেৱালয় খনৰ ওচৰৰ এটা ঘৰত গৈ ৰাতি থাকোঁ। কিন্তু পিচদিনা ৰাতিপুৱাতে মোক গ্ৰেপ্তাৰ কৰি লৈ আহে। মোকৰ্দ্দমাৰ বিচাৰ হয় গুৱাহাটীত। সত্যাগ্ৰহ কৰিবই নাপালোঁ। মানুহক ক'বই নাপালোঁ যে এই যুদ্ধত ধন-জন দি বৃটিছক সহায় কৰিব নালাগে। বিচাৰক অলপ বিমোৰত পৰিল—কি দোষৰ বাবে শাস্তি দিয়ে? কিন্তু নিদিলেও নহয়। শেষত মোক প্ৰশ্ন কৰিলে,—"আপুনি সত্যাগ্ৰহ কৰিব বুলি ভাবিছিল নে?" মই কলোঁ,—"হয়।" সেয়ে যথেষ্ট। এবছৰ জেলৰ হুকুম হ'ল। মই ক'তো কোনো আইন শাস্ত্ৰত পোৱা নাই যে কোনো এটা কাম কৰিব বুলি ভবাৰ বাবে মানুহৰ শাস্তি হব পাৰে। কিন্তু সাম্ৰাজ্য ৰক্ষা কৰাৰ বাবে আইনৰ মৰ্য্যাদা বা অৰ্থ বেলেগ।



গুৱাহাটী জেলত থাকোঁতে মোৰ পেটৰ ওপৰ ফালে এটা বেদনা হৈছিল। চিভিল চাৰ্জনে লিখিলে গল-ব্লেডাৰৰ দোষ। তাৰপৰা তেজপুৰলৈ মোক বদলি কৰিলে। তেজপুৰৰ চাহাবেও লিখিলে গল-ব্লেডাৰৰ দোষ। কিন্তু মোক কোনেও চোৱাও নাই বা সোধাও নাই যে মোৰ কি অসুখ। তাৰপৰা পুনৰ যোৰহাট জেললৈ নিয়ে। তাতো তাকেই লিখিলে। শেষত গৈ ডিব্ৰুগড়লৈ বদলি কৰিলে—এক্স্‌ৰে কৰিবলৈ। ডিব্ৰুগড়ত বহি আছোঁ, এক্স্‌ৰে কৰাৰ কোনো ব্যৱস্থাই দেখা নাযায়। প্ৰায় দুসপ্তাহমান পিছত এদিন মই জেলৰ টিকটটো চাই দেখো যে লিখা আছে বেমাৰ ভাল পাইছে, ওজন বাঢ়িছে আৰু সকলো ঠিক আছে। মোক কোনেও একাষাৰ কথাও সোধা নাই, পৰীক্ষাও কৰা নাই, ওজনো কৰা নাই। মই ডাক্তৰজনক এইবোৰ কেলেই লিখিছে সোধাত তেওঁ নিৰ্লজ্জভাৱে হাঁহি হাঁহি উত্তৰ দিলে,—"জেলখানাত এই ৰকম হৈয়ে থাকে।" মই তেতিয়া প্ৰথম শ্ৰেণীৰ কয়দী। মই ডাক্তৰ চাহাবলৈ এখন চিঠি দিলোঁ। তেওঁৰ নাম আছিল মিঃ ডোনাল্ড। মই তেওঁক মেডিকেল অফিচাৰ বুলি সম্বোধন কৰি চিঠি লিখিছিলোঁ। তেওঁ আহিল অগ্নিশৰ্ম্মা হৈ। সুধিলে,—"মোক চিকিৎসা বিষয়া বুলি কেলেই লেখিছে?" মই উত্তৰ দিলোঁ,—"মোক চিকিৎসা বিষয়াহে লাগে, আনক নালাগে।" তেওঁ কলে,—"আপোনাক ডাক্তৰে দৰৱ দিছে।" মই কলোঁ,—"মোক দৰৱ হে নালাগে কোনেও কেতিয়াও চোৱাই নাই, এইবোৰ মিছাকৈ লিখি দিছে।" তেওঁ ক'লে,—"আপোনাৰ দাঁত চাওঁ।" মই দাঁত দেখুৱালোঁ। তেওঁ মোৰ টিকটটো উলিয়াই দেখুৱাই ক'লে,—"চাওক, আপোনাৰ দাঁত অতি সুন্দৰ, কোনো বেমাৰ নাই, কিন্তু ইয়াত লিখা আছে পায়ৰিয়া বুলি।" মই কলোঁ,—"আপোনাৰ দৰে কোনো ডাক্তৰ চাহাবেই লিখিছে।" তাৰে ভালেমান দিনৰ পিচত তেওঁ মোক সুধিলে,—"আপোনাক যদি হাস্পতালত থওঁ, তেন্তে আপুনি আশ্বাস দিব পাৰে নে যে আপুনি নপলাব?" মই কলোঁ,—"আপুনি বৰ অসঙ্গত কথা কৈছে। যদি মই আপোনাক কওঁ, আপুনি চুৰি নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিয়ক তেতিয়া আপুনি মোৰ ঘৰত আলহী হবনে?" ডোনাল্ড

চাহাব জপিয়াই উঠিল—"ভাৰতীয় মন্ত্ৰীবিলাকে এই কয়দীবিলাকক ইমান প্ৰশ্ৰয় দিয়ে!" এইবুলি কৈ ওলাই গুচি গ'ল। পিচত শুনিছোঁ যে ৰোহিণী কুমাৰ চৌধুৰীৰপৰা হুকুম পাইহে চাহাবে মোৰ প্ৰতি মনোযোগ দিছিল। তেওঁ মোক হাস্পতাললৈ নপঠাওঁ বুলি নপঠালেই। প্ৰত্যেক দিনে এখন টেক্সী ভাড়া কৰি মোক জেলৰপৰা এক্সৰে কৰাবলৈ হাস্পতাললৈ পঠায় আৰু গধূলিত এখন টেক্সী ভাৰা কৰি লৈ আহে, মই দিনটো ঘূৰি ফুৰোঁ। পৰীক্ষা কৰি গল-ব্লেডাৰত একো নাপালে। কিছুদিন পিচত জেলসমূহৰ ইন্সপেক্তৰ জেনেৰল জেল পৰিদৰ্শন কৰিব আহি মোৰ স্বাস্থ্যৰ কথা সুধিলে। ডিব্ৰুগড় জেলত প্ৰথম শ্ৰেণীৰ কয়দী ৰখাৰ কোনো ব্যৱস্থা নাছিল। তেখেতে মোক যোৰহাট জেললৈ বদলি কৰিবলৈ হুকুম দিলে, কিন্তু ডোনাল্ড চাহাবে তাক বন্ধ কৰি থলে। মই অফিচৰপৰা খবৰ পাই চাহাবক ধৰিলোঁ যে মোৰ বদলি হোৱাৰ হুকুম হয় নে নহয়? তেওঁ ক'লে,—"তুমি কেনেকৈ জানিলা?" মই কলোঁ,—"মই কেনেকৈ জানিলোঁ, সেইটো মোৰ কথা; তেনে হুকুম আছে নে নাই তাকে কোৱা।" চাহাবে বদলি কৰিবৰ হুকুম দিলে। কিন্তু লিখি গ'ল—'Dangerous prisoner' বুলি। জেইলৰজনে মোক মাতি নি ক'লে,—"চাহাবে আপোনাক বৰ অন্যায় কৰিলে, আপোনাক এনেকৈ লিখি দিছে। আপোনাক হাতত কেৰেয়া মাৰি নিব লাগিব।" মই ক'লোঁ,—"মোৰ আপত্তি কি?" মোক নিবলৈ দুজন অসমীয়া চিপাহী আহিল, কিন্তু সিহঁতে হাত-কেৰেয়া দিবলৈ সাহস কৰা নাই। শেষত জেইলাৰে ক'লে,—"দেৰি কৰিলে ট্ৰেইন নাপাবা, তেওঁক মটৰত উঠাই ডি-এছ-পিৰ ঘৰলৈ লৈ যোৱা, তেওঁ যি কয় তাকে কৰিবা।" ডি-এছ-পি ঘৰত নাই। গতিকে সেইদৰেই ৰেলষ্টেছন পালোঁগৈ। ষ্টেছনত এছ-পি শ্ৰীদীনেশ দত্ত বৈ আছে। এজন পুলিচে গৈ সুধিলে হাত-কেৰেয়া লগাব নে নাই। তেওঁ ক'লে,—"মই কেনেকৈ জানো? তোমালোকক যেনেকৈ কয়দী নিব কৈছে তেনেকৈ কয়দী নিয়া।" এনেতে ৰেল আহি পালে দুইজন কনিষ্টবলে চিঞৰি উঠিল,—"দেউতা উঠক! দেউতা উঠক!" মই ক'লোঁ,—"ইমান লৰালৰি কিয়?" সিহঁতে হাঁহি হাঁহি ক'লে,—"এবাৰ গাড়ীত উঠিলে কাৰো এক্তিয়াৰ নাথাকে। তেতিয়া আমাৰ কথা।"

যোৰহাট ষ্টেছনত মটৰ গাড়ী নাথাকে। এজন কনিষ্টবলে ক'লে,—"দেউতা, আপুনি আৰু এওঁ থাকক, মই মটৰ ষ্টেণ্ডৰপৰা এখন টেক্সী লৈ আহোঁ" বুলি সি গ'ল। এঘণ্টামান পাৰ হৈ গ'ল, টেক্সীও নাই, পুলিচৰো দেখা-দেখি



নাই। তেতিয়া দ্বিতীয়জন কনিষ্টবলে ক'লে,—"দেউতা, আপুনি ইয়াতে থাকক, মই গাড়ী এখন আনো আৰু তেওঁকো বিচাৰি আনো।" এই বুলি তেৰোঁ গ'ল, কিন্তু তেওঁৰো নাপাট্টা! মই বৈ বৈ ভাবিলোঁ যে এই অৱস্থাত থাকিলে মোৰ একো নহয়, কিন্তু এই দুৰ্ভগীয়া দুজনৰ চাকৰি যাব। যেতিয়া বুজিলোঁ যে কোনো এজনো ফিৰি অহাৰ সম্ভাৱনা নাই, তেতিয়া মই তাৰপৰা আঁতৰি অহাই উচিত বুলি ভাবিলোঁ। মালখিনি ষ্টেছন-মাষ্টৰৰ জিম্মাত থৈ শহুৰৰ ঘৰ পালোঁ। মোৰ শহুৰৰ ঘৰ যোৰহাট নগৰতে। তাৰপৰা দুখন চাইকেলেৰে লৰালৰিকৈ সিহঁতক বিচাৰি আনিবলৈ পঠালোঁ। এতিয়া কয়দীয়েহে কনিষ্টবলক বিচাৰিব লগীয়া হ'ল। ভালেখিনি সময়ৰ মূৰত দুয়োজন ফিৰি আহিল। মই তেওঁলোকক ধমকি দি কলোঁ,—"তোমালোকৰ চাকৰি যাব, লৰালৰিকৈ যাব লাগে।" সিহঁতে হাঁহি হাঁহি মাত দিলে,—"হে দেউতা, এতিয়া যাব নোৱাৰি। বে-টাইম হ'ল, ধৰিব নহয়, ইমান সময় ক'ত আছিলি বুলি। আজি ৰাতি শুই থাকক। কাইলৈ পুৱা টাইম মতে যাম।" মই কলোঁ,—"এদিন দেৰি নহব নে?" তেওঁলোকে ক'লে,—"ফৰকাটিঙতে গাড়ি নোপোৱা বুলি কম।" গতিকে শহুৰৰ ঘৰত শুই থাকি পিচদিনা টাইমমতে জেলত হাজিৰ হ'লোঁ।

মহাত্মা গান্ধীয়ে ১৯৪২ চনত দিলে 'ভাৰত ত্যাগ' প্ৰস্তাৱ। বোম্বেত বহা কংগ্ৰেছ ৱৰ্কিং কমিটীত এই প্ৰস্তাৱ গ্ৰহণ কৰা হয় আৰু লগে লগে সদস্যৰ উপৰিও দেশৰ নেতাসকলক গ্ৰেপ্তাৰ কৰা হয়। কিছুদিন পিচতে মোকো গ্ৰেপ্তাৰ কৰে। ১৯৪২ চনত গুৱাহাটী জেলত এটা অদ্ভুত পৰিস্থিতি হয়। দিনে দিনে ইমান মানুহ জেললৈ আহিছিল যে ঘৰৰ ভিতৰত থকাৰ কথাতো নায়েই, বাহিৰতো থকাৰ ঠাই নাই। জেইলাৰে লিখি আছে, কিন্তু কাৰো কথা কোনেও নুশুনে। উপায় নাপাই জেইলাৰে এদিন খঙতে আহি জেলৰ চাবিকোছা ডাঃ ভুবনেশ্বৰ বৰুৱাক দি কলে— "আপোনালোকে যি কৰে কৰক, মই একো কৰিব নোৱাৰোঁ। জেলখন যেনিবা এখন মেলাহে!" ডাঃ ভুবনেশ্বৰ বৰুৱা, শ্ৰীজয়চন্দ্ৰ চৌধুৰী, ৺দীননাথ মেধি, শ্ৰীনৰনাৰায়ণ গোস্বামী আদি ভালেমান লোক তাত আছিল। ভবানীপুৰৰপৰা ধৰি অনা এজন ল'ৰাই মোক চিনি পাই হবলা নমস্কাৰ জনালে। মই সুধিলোঁ,—"তুমিও আহিলা নে?" তেওঁ কলে,—"নকব ছাৰ, পুলিচে মোৰ ককাইদেউক বিচাৰি ফুৰিছিল। এদিন ৰাতি গৈ সুধিলে 'ককায়েৰ ক'ত?' মই কলো 'ককাইদেউ কেইবা দিনো ঘৰত নাই, ক'ত আছে কব নোৱাৰো।' পুলিচে সুধিলে,—'ককায়েৰৰ বিচনাখন

চাহাব জপিয়াই উঠিল—“ভাৰতীয় মন্ত্ৰীবিলাকে এই কয়দীবিলাকক ইমান প্ৰশ্ৰয় দিয়ে!” এইবুলি কৈ ওলাই গুচি গ'ল। পিচত শুনিছোঁ যে ৰোহিণী কুমাৰ চৌধুৰীৰপৰা হুকুম পাইহে চাহাবে মোৰ প্ৰতি মনোযোগ দিছিল। তেওঁ মোক হাস্পতাললৈ নপঠাওঁ বুলি নপঠালেই। প্ৰত্যেক দিনে এখন টেক্সী ভাড়া কৰি মোক জেলৰপৰা এক্সৰে কৰাবলৈ হাস্পতাললৈ পঠায় আৰু গধূলিত এখন টেক্সী ভাৰা কৰি লৈ আহে, মই দিনটো ঘূৰি ফুৰোঁ। পৰীক্ষা কৰি গল-ব্লেডাৰত একো নাপালে। কিছুদিন পিচত জেলসমূহৰ ইন্সপেক্টৰ জেনেৰল জেল পৰিদৰ্শন কৰিব আহি মোৰ স্বাস্থ্যৰ কথা সুধিলে। ডিব্ৰুগড় জেলত প্ৰথম শ্ৰেণীৰ কয়দী ৰখাৰ কোনো ব্যৱস্থা নাছিল। তেখেতে মোক যোৰহাট জেললৈ বদলি কৰিবলৈ হুকুম দিলে, কিন্তু ডোনাল্ড চাহাবে তাক বন্ধ কৰি থলে। মই অফিচৰপৰা খবৰ পাই চাহাবক ধৰিলোঁ যে মোৰ বদলি হোৱাৰ হুকুম হয় নে নহয়? তেওঁ ক'লে,—“তুমি কেনেকৈ জানিলা?” মই কলোঁ,—“মই কেনেকৈ জানিলোঁ, সেইটো মোৰ কথা; তেনে হুকুম আছে নে নাই তাকে কোৱা।” চাহাবে বদলি কৰিবৰ হুকুম দিলে। কিন্তু লিখি গ'ল—‘Dangerous prisoner’ বুলি। জেইলৰজনে মোক মাতি নি ক'লে,—“চাহাবে আপোনাক বৰ অন্যায় কৰিলে, আপোনাক এনেকৈ লিখি দিছে। আপোনাক হাতত কেৰেয়া মাৰি নিব লাগিব।” মই ক'লোঁ,—“মোৰ আপত্তি কি?” মোক নিবলৈ দুজন অসমীয়া চিপাহী আহিল, কিন্তু সিহঁতে হাত-কেৰেয়া দিবলৈ সাহস কৰা নাই। শেষত জেইলাৰে ক'লে,—“দেৰি কৰিলে ট্ৰেইন নাপাবা, তেওঁক মটৰত উঠাই ডি-এছ-পিৰ ঘৰলৈ লৈ যোৱা, তেওঁ যি কয় তাকে কৰিবা।” ডি-এছ-পি ঘৰত নাই। গতিকে সেইদৰেই ৰেলষ্টেছন পালোঁগৈ। ষ্টেছনত এছ-পি শ্ৰীদীনেশ দত্ত ৰৈ আছে। এজন পুলিচে গৈ সুধিলে হাত-কেৰেয়া লগাব নে নাই। তেওঁ ক'লে,—“মই কেনেকৈ জানো? তোমালোকক যেনেকৈ কয়দী নিব কৈছে তেনেকৈ কয়দী নিয়া।” এনেতে ৰেল আহি পালে দুইজন কনিষ্টবলে চিঞৰি উটিল,—“দেউতা উঠক! দেউতা উঠক!” মই ক'লোঁ,—“ইমান লৰালৰি কিয়?” সিহঁতে হাঁহি হাঁহি ক'লে,—“এবাৰ গাড়ীত উঠিলে কাৰো এক্তিয়াৰ নাথাকে। তেতিয়া আমাৰ কথা।”

যোৰহাট ষ্টেছনত মটৰ গাড়ী নাথাকে। এজন কনিষ্টবলে ক'লে,—“দেউতা, আপুনি আৰু এওঁ থাকক, মই মটৰ ষ্টেণ্ডৰপৰা এখন টেক্সী লৈ আহোঁ” বুলি সি গ'ল। এঘণ্টামান পাৰ হৈ গ'ল, টেক্সীও নাই, পুলিচৰো দেখা-দেখি



নাই। তেতিয়া দ্বিতীয়জন কনিষ্টবলে ক'লে,—“দেউতা, আপুনি ইয়াতে থাকক, মই গাড়ী এখন আনো আৰু তেওঁকো বিচাৰি আনো।” এই বুলি তেৰোঁ গ'ল, কিন্তু তেওঁৰো নাপাট্টা! মই ৰৈ ৰৈ ভাবিলোঁ যে এই অৱস্থাত থাকিলে মোৰ একো নহয়, কিন্তু এই দুৰ্ভগীয়া দুজনৰ চাকৰি যাব। যেতিয়া বুজিলোঁ যে কোনো এজনো ফিৰি অহাৰ সম্ভাৱনা নাই, তেতিয়া মই তাৰপৰা আঁতৰি অহাই উচিত বুলি ভাবিলোঁ। মালখিনি ষ্টেছন-মাষ্টৰৰ জিম্মাত থৈ শহুৰৰ ঘৰ পালোঁ। মোৰ শহুৰৰ ঘৰ যোৰহাট নগৰতে। তাৰপৰা দুখন চাইকেলেৰে লৰালৰিকৈ সিহঁতক বিচাৰি আনিবলৈ পঠালোঁ। এতিয়া কয়দীয়েহে কনিষ্টবলক বিচাৰিব লগীয়া হ'ল। ভালেখিনি সময়ৰ মূৰত দুয়োজন ফিৰি আহিল। মই তেওঁলোকক ধমকি দি কলোঁ,—“তোমালোকৰ চাকৰি যাব, লৰালৰিকৈ যাব লাগে।” সিহঁতে হাঁহি হাঁহি মাত দিলে,—“হে দেউতা, এতিয়া যাব নোৱাৰি। বে-টাইম হ'ল, ধৰিব নহয়, ইমান সময় ক'ত আছিলি বুলি। আজি ৰাতি শুই থাকক। কাইলৈ পুৱা টাইম মতে যাম।” মই কলোঁ,—“এদিন দেৰি নহব নে?” তেওঁলোকে ক'লে,—“ফৰকাটিঙতে গাড়ি নোপোৱা বুলি কম।” গতিকে শহুৰৰ ঘৰত শুই থাকি পিচদিনা টাইমমতে জেলত হাজিৰ হ'লোঁ।

মহাত্মা গান্ধীয়ে ১৯৪২ চনত দিলে ‘ভাৰত ত্যাগ’ প্ৰস্তাৱ। বোম্বেত বহা কংগ্ৰেছ ৱৰ্কিং কমিটীত এই প্ৰস্তাৱ গ্ৰহণ কৰা হয় আৰু লগে লগে সদস্যৰ উপৰিও দেশৰ নেতাসকলক গ্ৰেপ্তাৰ কৰা হয়। কিছুদিন পিচতে মোকো গ্ৰেপ্তাৰ কৰে। ১৯৪২ চনত গুৱাহাটী জেলত এটা অদ্ভুত পৰিস্থিতি হয়। দিনে দিনে ইমান মানুহ জেললৈ আহিছিল যে ঘৰৰ ভিতৰত থকাৰ কথাতো নায়েই, বাহিৰতো থকাৰ ঠাই নাই। জেইলাৰে লিখি আছে, কিন্তু কাৰো কথা কোনেও নুশুনে। উপায় নাপাই জেইলাৰে এদিন খঙতে আহি জেলৰ চাবিকোছা ডাঃ ভুবনেশ্বৰ বৰুৱাক দি কলে— “আপোনালোকে যি কৰে কৰক, মই একো কৰিব নোৱাৰোঁ। জেলখন যেনিবা এখন মেলাহে!” ডাঃ ভুবনেশ্বৰ বৰুৱা, শ্ৰীজয়চন্দ্ৰ চৌধুৰী, ৺দীননাথ মেধি, শ্ৰীনৰনাৰায়ণ গোস্বামী আদি ভালেমান লোক তাত আছিল। ভবানীপুৰৰপৰা ধৰি অনা এজন ল'ৰাই মোক চিনি পাই হবলা নমস্কাৰ জনালে। মই সুধিলোঁ,—“তুমিও আহিলা নে?” তেওঁ কলে,—“নকব ছাৰ, পুলিচে মোৰ ককাইদেউক বিচাৰি ফুৰিছিল। এদিন ৰাতি গৈ সুধিলে ‘ককায়েৰ ক'ত?’ মই কলো ‘ককাইদেউ কেইবা দিনো ঘৰত নাই, ক'ত আছে কব নোৱাৰো।’ পুলিচে সুধিলে,—‘ককায়েৰৰ বিচনাখন

ক'ত?' আমি দেখুৱাই দিলোঁ। বিচনাত হাত দি কলে,—'বিচনাখন গৰম গৰম লাগিছে, ইয়াতে ক'ৰবাত লুকাই আছে।' ক'তো বিচাৰি নেপাই শেষত 'ককায়েৰ নাই যদি তয়েই ব'ল' বুলি মোকেই ধৰি লৈ আহিল।" তাৰপৰা আমাক ছিলেট জেললৈ বদলি কৰিলে। ছিলেট জেলত আমাৰ লগত আছিল অৰুণকুমাৰ চন্দ, হৰেশ্বৰ গোস্বামী, ৰথীন্দ্ৰ সেন, অচিন্ত্য ভট্টাচাৰ্য্য, দেবপ্ৰসাদ সেন, চঞ্চলকুমাৰ চক্ৰৱৰ্ত্তী, গৌৰীকান্ত তালুকদাৰ, কামেশ্বৰ দাস আদি। তেজপুৰত গৈ আকৌ বেলেগ পৰিস্থিতিত পৰিলোঁ। এইখন বি-ক্লাছৰহে জেল। আমাৰ বহুত কংগ্ৰেছ সেৱককো তাতে ৰখা হৈছিল। আকৌ এ-ডিভিজনত শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা, হলধৰ ভূঞা, বেলিৰাম দাস, মধুসূদন দাস আদিকো ৰখা হৈছিল। জেলৰ অধীক্ষকজনে মই গৈ পোৱাৰ লগে লগে মোক মাতি নি কলে,—"আপুনি কি পৰিশ্ৰম কৰিব?" মই কলোঁ,—"মোৰ মৰ্য্যাদানুযায়ী যি কাম দিয়ে তাকে কৰিম।" তেওঁ বৰ আনন্দিত হ'ল,—"দেখক, আপুনি জনা মানুহ কাৰণেহে তৎক্ষণাত মান্তি হ'ল। আনবিলাকে মোৰ কথা নুশুনে।" মই কলোঁ,—"মই কেলেই নুশুনিম? পিচে আইনমতে মোৰ কাম কৰা বাবে মই ফীজ পাম।" তেওঁ উচপ খাই উঠিল,—"জেলখানাত ফীজ পায়নে?" মই কলোঁ,—"চিকিউৰিটি বন্দীয়ে ৰুলমতে ফীজ পায়।" তাৰ পিচত তেওঁ আৰু কাকো কাম কৰিবলৈ নোকোৱা হ'ল। এদিন আহি আপত্তি কৰিলে যে ভবেন শইকীয়া বুলি ল'ৰা এজনে তেওঁক মাৰিব খুজিছিল। মই ভবেনক সুধিলোঁ। তেওঁ কলে,—"কেলেই মাৰিম? তেওঁ কৈছিল তেওঁ বোলে কংস অৱতাৰ। মই কৈছিলোঁ মই কৃষ্ণ অৱতাৰ।" তাৰপৰা মোক আকৌ বদলি কৰে যোৰহাট জেললৈ। তাতে লগ পাওঁ গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, ফকৰুদ্দিন আহমক, মঃ তৈয়বুল্লা, ডাঃ হৰিকৃষ্ণ দাস, কৃষ্ণকান্ত শৰ্ম্মা, শ্ৰীঅমিয়কুমাৰ দাস, দেবেশ্বৰ শৰ্ম্মা আৰু লীলাধৰ বৰুৱাক। তদুপৰি মোৰ কাষতে আন এটা ঘৰত বেলেগে আছিল শ্ৰীশ্ৰীগড়মূৰীয় সত্ৰাধিকাৰ-প্ৰভু স্বৰ্গীয় পীতাম্বৰ গোস্বামী।

যোৰহাট জেলত বেমাৰত ভুগি ভুগি কমলা মিৰি ঢুকায়। বাহিৰত গৈ ৰাজনৈতিক কাম নকৰো বুলি লিখি দিলে তেওঁক এৰি দিবলৈ চৰকাৰ ৰাজি আছিল, কিন্তু মিৰি ৰাজি নহ'ল; অপমানতকৈ মৃত্যুকে সাৰতি ললে। আমি যোৰহাট জেলত থাকোঁতে কুশল কোঁৱৰৰ ফাঁচী হয়। সেয়া আচলতে এটা ৰাজনৈতিক হত্যাকাণ্ডহে। হুকুমত লিখা আছে, "তেওঁৰ দোষ নিঃসন্দেহে



প্ৰমাণ নহ'ল, কিন্তু আনলৈ এটা দৃষ্টান্ত দিবলৈ তেওঁক ফাঁচি দিয়া হ'ল" ফাঁচীৰ আগদিনাখন গধুলি তেওঁৰ পত্নীয়ে সৰু সৰু ল'ৰা-ছুটাক লৈ বাগৰি বাগৰি কান্দিছিল। সেই দৃশ্য দেখি কোনেও নাকান্দি থাকিব নোৱাৰিলে। জেলৰপৰা ওলোৱাৰ পিচত গুৱাহাটী চহৰৰ ভিতৰতে মোক অন্তৰীণ (ইন্টাৰ্ণ) কৰে। গুৱাহাটীত মোৰ যি এটা সৰু ঘৰ আছিল, তাকো এম-ই-এছে দখল কৰিছিল। মোৰ পৰম বন্ধু শ্ৰীজয়চন্দ্ৰ চৌধুৰীয়ে তেওঁৰ ঘৰতে মোক ঠাই দিছিল। হাতত এটা পয়ছাও নাছিল। তিনিশ টকা ধাৰ কৰি লৈ নতুনকৈ ওকালতি জীৱন আৰম্ভ কৰিছিলোঁ। তাৰ পিচৰ কথা ক'বৰ প্ৰয়োজন নাই।

জীৱনত ভাল কাম বেছি কৰা নাই। জন্মভূমিৰ বাবে এই যিখিনি কৰিছিলোঁ, তাকেই আপুৰুগীয়া বস্তু বুলি মই সাবটি লৈ আছোঁ। তাক ভাঙি খোৱা নাই।

# স্বাধীনতা সংগ্ৰাম

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা

[ প্ৰথম পৰ্য্যায়—নিৰুপদ্ৰৱ অসহযোগ আন্দোলন (১৯২০-২৩) আৰু মোৰ অংশ গ্ৰহণ ]

১৯১৪-১৮ চনৰ প্ৰথম মহাসমৰত সকলো প্ৰকাৰে বৃটিছ চৰকাৰক সহায় কৰাৰ পিছত বাঞ্ছিত ৰাজনৈতিক পৰিবৰ্ত্তনৰ পৰিবৰ্ত্তে ভাৰতবাসীয়ে পালে 'ৰাউলাট আইন'। এই আইনৰ বিৰোধিতাত সৃষ্ট হোৱা ১৯১৯ চনৰ জালিৱানৱালাবাগ হত্যাকাণ্ডই ভাৰতবৰ্ষৰ আত্মাক বিদ্ৰোহী কৰি তুলিলে। বৃটিছ শাসকসকলৰপৰা সুবিচাৰৰ শেষ আশাকণো ত্যাগ কৰি মহাত্মা গান্ধী দৃঢ়প্ৰতিজ্ঞ হ'ল তেওঁলোকৰ সৈতে অসহযোগ কৰিবলৈ। ৰচনা কৰিলে নিৰুপদ্ৰৱ অসহযোগ আৰু বিদেশী বৰ্জ্জন আন্দোলনৰ আঁচনি। সমগ্ৰ ভাৰতৰ ছাত্ৰ-শক্তিক এবছৰলৈ শিক্ষা আৰু আইনজীৱীসকলক এবছৰলৈ ওকালতি স্থগিত ৰাখি নিৰুপদ্ৰৱ ভাবে বিলাতী বৰ্জ্জন আৰু অসহযোগৰ বাবে আহ্বান জনোৱাই আছিল আঁচনিৰ তাৎপৰ্য্য।

৪ চেপ্তেম্বৰ, ১৯২০ চন। কলিকতা মহানগৰীৰ ওৱেলিংটন স্কোৱাৰত কংগ্ৰেছ মহাসভাৰ বিশেষ অধিবেশন বহিল।—উদ্দেশ্য মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ তাৎপৰ্য্য আৰু প্ৰস্তাৱ আলোচনা কৰা। মঞ্চত উপবিষ্ট অভ্যৰ্থনা সমিতিৰ সভাপতি বি. চক্ৰবৰ্ত্তী, জি. এচ্. খাবাৰ্ডে, আশুতোষ চৌধুৰী, এনি বেচান্ত, সৰোজিনী নাইডু, মতিলাল নেহেৰু, চিত্তৰঞ্জন দাশ, ডাক্তৰ আন্চাৰি, ৰাজেন্দ্ৰ প্ৰসাদ, হাকিম আজমল খাঁ, বিপিনচন্দ্ৰ পাল, মদনমোহন মালবা, চি. পি. ৰামস্বামী আয়াৰ, সত্যমুৰ্ত্তি, শ্ৰীনিবাস আয়েঙ্গাৰ, ৰাজাগোপালাচাৰী, মহম্মদ আলি আৰু চৌকৎ আলি আদি ভালেমান। বহুতৰ নাম নাজানিছিলোঁ আৰু বহুতক এতিয়া পাহৰিছোঁও। বহুতো নেতাৰ পৰিচ্ছদ আছিল চাহাবী, সকলো কথা-বতৰা ইংৰাজীতে হৈছিল।

চুৰিয়া-কুৰ্ত্তা-পাগুৰী পৰিহিত গান্ধীজী সভাপতিৰ আসনৰ সমীপত উপবিষ্ট। পঞ্জাব-কেশৰী লালা লাজপৎ ৰায়ে সভাপতিৰ আসনৰপৰা ভাৰত-বাসীৰ ওপৰত বৃটিছে কৰি অহা অন্যায়-অবিচাৰৰ এটা এটাকৈ সুতীব্ৰ সমালোচনা আৰু তাৰ প্ৰতিটোৰ বাবে বৃটিছ চৰকাৰক দায়ী কৰি দিয়া তেওঁৰ ভাষণৰ সিংহনাদ আজিও মনত আছে।



মই তেতিয়া কলিকতাৰ 'ৰিপন কলেজ'ৰ বিজ্ঞানৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। অৱস্থাহীন, পিতৃমাতৃহীন, কপৰ্দকহীন হৈ সম্বন্ধীয়া দুই এজনৰ বদান্যতাত মাহিলী ২৫৲ টকা ৰূপ পাই কোনোমতে চলোঁ। কংগ্ৰেছ মহাসভাৰ অধিবেশনৰ দৰ্শকৰ বাবে প্ৰবেশ মূল্য ধাৰ্য্য কৰিলে নিম্নতম দহ টকা। এই টকা ভৰিবৰ মোৰ সামৰ্থ্য নাছিল ; কিন্তু প্ৰবল ইচ্ছা অধিবেশন চোৱাৰ। সেই সময়ত 'মাইক'ৰ প্ৰচলন হোৱা নাছিল। বক্তাই অতি উচ্চঃস্বৰে কলেও পিচৰ ফালে শুনাৰ সাধ্য নাছিল। গতিকে দহটকীয়া আসনৰপৰা নেতাসকলক চিনা অথবা কথা শুনাৰ সুবিধা পোৱা নহয়। উপায় এটা ওলাল। মঞ্চৰ নিচেই ওচৰতে আসন থাকে বাতৰি যোগনীয়াৰসকলৰ। মনত পৰিল দেউতাৰ অন্তৰঙ্গ বন্ধু পদ্মনাথ গোহাঁইবৰুৱাদেৱৰ সাপ্তাহিক, ধিমিক্-ধামাক্কৈ জ্বলি থকা 'অসম বন্তি'ৰ কথা। অনুৰোধ-ক্ৰমে গোহাঁইবৰুৱাদেৱে বিনা দ্বিধাই মোক 'অসম বন্তি'ৰ কলিকতাৰ প্ৰতিনিধি মনোনীত কৰি চিঠি দিলে। অভ্যৰ্থনা সমিতিৰ প্ৰচাৰ বিভাগৰ সম্পাদক, ইংৰাজীৰ অধ্যাপক জে. এল. বেনাৰ্জ্জীৰে সৈতে বহু বাক্-বিতণ্ডা কৰি অসমৰ বাতৰি কাকতৰ বাবে কোনো ৰকমে দুখন আসন যোগাৰ হ'ল। 'অসম বন্তি'ৰ প্ৰতিনিধি স্বৰূপে মই আৰু দ্বিতীয়খন প্ৰৱেশপত্ৰ লাভ কৰিলে মোৰ অন্তৰঙ্গ বাল্যবন্ধু স্বৰ্গীয় লক্ষ্মীধৰ শৰ্ম্মাই। সভা আৰম্ভ হোৱাৰ বহু পূৰ্ব্বেই আমি দুয়ো গৈ প্ৰেছ গেলেৰীৰ প্ৰথম শাৰীত সগৰ্ব্বে ঠাই ললোঁ। অসমৰপৰা স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈদেৱক আমি অধিবেশনত উপস্থিত থকা দেখা পাইছিলোঁ। আৰু আন কোনোবা আছিল যদিও আমি জনা নাছিলোঁ।

এনি বেচান্ত, ৰামস্বামী আয়াৰ আদিয়ে গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰি অনুনয় বিনয়েৰে 'হোম-ৰুল' আন্দোলনক দৃঢ় কৰি তুলিবলৈ পৰামৰ্শ আগ বঢ়ালে। মতিলাল নেহেৰু, চি. আৰ. দাশ আদিয়ে 'হোম-ৰুল'ৰ পৰামৰ্শ অগ্ৰাহ্য কৰিলে। অৱশ্যে অসহযোগ আন্দোলনৰ প্ৰস্তাৱকো সমৰ্থন নকৰি তিনি মাহৰ পিছত অৰ্থাৎ ১৯২০ চনৰ ডিচেম্বৰ মাহত নাগপুৰত বহিব লগা কংগ্ৰেছৰ বছৰেকীয়া সাধাৰণ অধিবেশনত পুনৰ আলোচনাৰ্থে উক্ত প্ৰস্তাৱ মূলতবী ৰাখিলে। ইমানতে বিশেষ অধিবেশন সমাপ্ত হ'ল। এনি বেচান্তকে আদি কৰি 'হোম ৰুল'ৰ সমৰ্থকসকলে এইখিনিতেই কংগ্ৰেছৰপৰা ফালৰি কাটে। অধিবেশনৰ বক্তৃতা-সমূহে আমাক প্ৰভাৱান্বিত কৰিলে। শ্ৰোতাসকলৰ মনলৈও এটা পৰিবৰ্ত্তন অহা যেন আমাৰ অনুভৱ হ'ল।

ৰাজনীতিৰ কথাবিলাক অধ্যয়ন আৰু আলোচনা কৰিবলৈ আমাৰ লাহে লাহে ধাউতি বাঢ়িল। বৃটিছ শাসনৰ প্ৰতি মানুহৰ মনত স্তুপীকৃত অসন্তুষ্টি বিলাক ক্ৰমাৎ ঘনীভূত হবলৈ ধৰিলে। কলেজীয়া ছাত্ৰ-সমাজৰ মাজত এটা জাগৰণ আহিল।

কংগ্ৰেছৰ নাগপুৰ অধিৱেশনৰ সময়তে, অৰ্থাৎ ১৯২০ চনৰ ডিচেম্বৰ মাহৰ বৰদিনৰ বন্ধত All India College Students' Conferenceৰ প্ৰথম অধিৱেশন নাগপুৰত আহুত হ'ল। ৰিপণ কলেজৰপৰা পঠাবলৈ নিৰ্দ্ধাৰিত কৰি দিয়া চাৰিজন প্ৰতিনিধিৰ ভিতৰত ভোটত জয়ী হৈ মযো এজন প্ৰতিনিধি নিৰ্ব্বাচিত হলোঁ। সম্মিলনত যোগদান কৰিবলৈ যোৱাৰ সকলো খৰছ-পত্ৰ ছাত্ৰসকলৰ বৰঙনিৰপৰাই পোৱা হৈছিল যদিও মোৰ কিন্তু শেহান্তৰত নাগপুৰলৈ যোৱাটো হৈ নুঠিল। অসহযোগ আন্দোলনৰ প্ৰস্তাৱত, সেই সময়ৰ অসমৰ একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান Assam Associationএ কি ভূমিকা গ্ৰহণ কৰিব তাকে আলোচনাৰ বাবে একে সময়তে অৰ্থাৎ বৰদিনৰ বন্ধতে এচোচিয়েশনৰ গুৰুত্বপূৰ্ণ অধিৱেশন এখন তেজপুৰত আহুত হ'ল। কোনো ডাঙৰ সম্মিলন আদি অনুষ্ঠিত হলে অভ্যৰ্থনা সমিতিয়ে নানা সাংস্কৃতিক অনুষ্ঠানৰে অভ্যাগতসকলক আপ্যায়িত কৰাৰ প্ৰথা আগেয়েও আছিল। তদনুযায়ী তেজপুৰীয়া ৰাইজেও আয়োজন কৰা দুদিনীয়া নাট্যাভিনয়ত দুটা প্ৰধান ভূমিকাৰ বাবে বাণ ৰঙ্গমঞ্চৰ পৃষ্ঠপোষকসকলে মোক বিশেষভাৱে নিমন্ত্ৰণ জনালে।

এফালে প্ৰথম 'অল ইণ্ডিয়া কলেজ ষ্টুডেণ্টস্ কনফাৰেঞ্চ'লৈ কলিকতীয়া ছাত্ৰৰ দ্বাৰা প্ৰতিনিধি নিৰ্ব্বাচিত হোৱাৰ গৌৰৱ আৰু দায়িত্ব, লগতে কংগ্ৰেছ মহাসভাত গান্ধীজীৰ ঐতিহাসিক অসহযোগ আন্দোলনৰ প্ৰস্তাৱৰ ভাগ্য নিৰ্ণয়; আনফালে শৈশৱৰপৰা ওতঃপ্ৰোতভাৱে জৰিত বাণ ৰঙ্গমঞ্চৰ সহোদৰ-প্ৰতিম শিল্পীসকলৰ একান্ত আহ্বান।—কি কৰা হব, ভীষণ দোধোৰ-মোধোৰ। তেজপুৰ নে নাগপুৰ! শেষত Blood is thicker than water হ'ল। নাগপুৰৰ সকলো আশা, আকৰ্ষণ আৰু জল্পনা-কল্পনাত জলাঞ্জলি দি তেজপুৰলৈ ঢাপলি মেলিলোঁ।

তেজপুৰত 'অসম এচোচিয়েচন'ৰ গুৰুত্বপূৰ্ণ অধিৱেশন বহিল। গৌৰীপুৰৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, পদ্মনাথ গোহাঁইবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, কুলধৰ চলিহা, প্ৰসন্ন বৰুৱা, চন্দ্ৰনাথ শৰ্ম্মা



প্ৰমুখ্যে ভালেমান নেতা সমবেত। অসহযোগ আন্দোলনৰ প্ৰস্তাৱ আলোচিত হ'ল। শেহান্তত 'অসম এচোচিয়েচন'ত এই প্ৰস্তাৱ গৃহীত নহ'ল যদিও ইচ্ছা থকাসকলে ব্যক্তিগতভাৱে আন্দোলনত যোগ দিয়াত আপত্তি নেথাকিল। অধিৱেশন সমাপ্ত হ'ল। লগে লগে বাণ ৰঙ্গমঞ্চৰ অভিনয়ত উৎকৃষ্ট গীতাভিনয়ত সফলতা অৰ্জ্জন কৰি দুটি স্বৰ্ণপদক লভি মই কলিকতালৈ প্ৰত্যাবৰ্ত্তন কৰিলোঁ।

গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিবৰ বাবে চি. আৰ. দাশ, মতিলাল নেহেৰু আদিয়ে ক্ৰমে কলিকতা আৰু এলাহাবাদৰ পৰা একাধিক স্পেচিয়েল ট্ৰেইন ভৰাই নাগপুৰ কংগ্ৰেছলৈ প্ৰতিনিধি লৈ গৈছিল। গান্ধীজীৰ যুক্তিত এইবাৰ তেওঁলোক পৰাভূত হ'ল। বিৰোধিতা কৰাৰ পৰিবৰ্ত্তে চি. আৰ. দাশ, মতিলাল নেহেৰু আদি এই অসহযোগ আন্দোলন প্ৰস্তাৱৰ প্ৰধান সমৰ্থক হৈ পৰিল। উৎসাহ আৰু উদ্দীপনাৰ মাজত বিপুল ভোটাধিক্যত প্ৰস্তাৱটো গৃহীত হ'ল। ভাৰতবৰ্ষৰ ৰাজনৈতিক আন্দোলন বৈপ্লৱিক হৈ উঠিল।

এবছৰলৈ শিক্ষা স্থগিতৰ আহ্বানত মই মোৰ কলেজৰ অধ্যক্ষলৈ ১৯২১ চনৰ জানুৱাৰী মাহৰ আগ ভাগতে তলত লিখা মৰ্ম্মে এখন চিঠি লেখোঁ—"I can not continue my studies in an institution managed by the hands besmeared with the bloods of my Punjabi brethren." আৰু এই চিঠিৰ প্ৰতিলিপি অমৃতবাজাৰ পত্ৰিকালৈকো প্ৰকাশাৰ্থে পঠাই কলেজীয়া শিক্ষাৰ সিমানতে সামৰণি মাৰো যদিও পিছত অৰ্থাৎ আন্দোলনৰ অন্তত ১৯২৩ চনত মদনমোহন মালব্যজীৰ আহ্বানত বেনাৰচ হিন্দু ইউনিভাৰচিটিত ডেৰ বছৰ মানৰ বাবে ইঞ্জিনীয়াৰিং পঢ়িবলৈ গৈছিলোঁ। ১৯২১ চনৰ অসহযোগ আন্দোলনত কলিকতাৰ সকলো ছাত্ৰৰ ভিতৰত মযেই সৰ্ব্বপ্ৰথম কলেজ বৰ্জ্জন কৰোঁ। সম্ভৱ ভাৰতবৰ্ষৰ আন ক'তো তেতিয়ালৈকে কোনো ছাত্ৰই কলেজ বৰ্জ্জন কৰা নাছিল। 'অমৃতবাজাৰ পত্ৰিকা'ৰ সম্পাদকীয়ত কলেজৰ অধ্যক্ষলৈ লেখা মোৰ চিঠিৰ মৰ্ম্ম প্ৰকাশিত হৈ মোৰ কাৰ্য্য প্ৰশংসনীয় বুলিও অভিহিত হ'ল। মই কলেজ বৰ্জ্জন কৰাৰ পিছদিনা লক্ষ্মীধৰ শৰ্ম্মা আৰু শিৱপ্ৰসাদ আগৰৱালাইও কলেজ বৰ্জ্জন কৰে। তৃতীয় দিনা গোটেই কলিকতাৰ ছাত্ৰই কলেজ বৰ্জ্জন কৰি অসহযোগ আন্দোলনক তীব্ৰতৰ কৰি তোলে। গুৱাহাটীতো কটন কলেজৰ ছাত্ৰসকলে ঘৰে ঘৰে গৈ তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদি নেতাসকলক উলিয়াই আনি

কাৰ্জন হ'লত বিৰাট সভা পাতি অসমতো অসহযোগ আন্দোলনৰ সুত্ৰপাত কৰাৰ বাতৰি আমি কলিকতাতে পাই অতি উল্লসিত হওঁ।

কলিকতাৰ ১৯।১২ মদন মিত্ৰ লেনত তেজপুৰ-বিশ্বনাথৰ ধনী ব্যৱসায়ী চন্দ্ৰলাল আগৰৱালাৰ নিৰামিষাহাৰী মাজুল'ৰা শিৱপ্ৰসাদ আগৰৱালাই ভাড়া লোৱা ঘৰটোতে তেজপুৰৰ যতীন চৌধুৰী, মই আৰু আগৰৱালা একেলগে থাকি কলেজত পঢ়িছিলোঁ। বন্ধুবৰ আগৰৱালাই অৱশ্যে আমাৰপৰা ঘৰৰ ভাড়া বুলি একো নলৈছিল। কলেজ বৰ্জ্জনৰ পাছত এজন এজনকৈ কলেজৰ ছাত্ৰ আহি আমাৰ মদন মিত্ৰ লেনৰ ঘৰত আলহী হবলৈ ধৰিলে। চাওঁতে চাওঁতে এই ঘৰ ৰাজনীতি চৰ্চ্চাৰ আড্ডাত পৰিণত হ'ল। কলিকতাৰ সকলো ছাত্ৰই যিদিনা একেলগে কলেজ বৰ্জ্জন কৰে, সেইদিনা স্কটিশ্ চাৰ্চ কলেজৰ দুজন অসমীয়া ছাত্ৰই কিন্তু কলেজ বৰ্জ্জন নকৰিলে। এই কথাত বিক্ষুব্ধ হৈ মই বাতৰি-কাকতলৈ প্ৰকাশাৰ্থে এখন চিঠি লেখিলোঁ,—'An appeal to the students of Calcutta' বুলি। তাৰ মৰ্ম্মাৰ্থ আছিল,—"While all the students of all the colleges of Calcutta struck college at the call of the Congress and Mahatma Gandhi, two students of Scottish Church College did not join the strike and remained in their classes. They were none but one a son of the First Minister of Assam and the other a son of a newly made Rai Saheb. It is therefore an appeal to the entire community of students of Calcutta to boycot these two students and condemn their actions."

১৯২১ চনৰ জানুৱাৰী মাহ প্ৰায় অতিক্ৰম হবলৈ ধৰিছে। তেজপুৰৰ পৰা স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মা এদিন আহি আমাৰ কলিকতীয়া আড্ডাত উপস্থিত হ'লহি। আমাক ধমকি দি কলে,—"হয় তোমালোক ঘৰলৈ গৈ নিজ নিজ ঠাইত আন্দোলনৰ কামত যোগ দিয়াগৈ, নতুবা কলেজলৈ উভতি যোৱা। এনেয়ে এইদৰে আড্ডা পাতি সময় নষ্ট কৰিব নোৱাৰা।" এই কথাত প্ৰত্যয় যোৱাৰ বাহিৰে আমাৰ উপায়ন্তৰো নাছিল ; বিশেষকৈ মোৰ। কাৰণ, মোৰ পঢ়াৰ খৰচ বহন কৰোঁতা সম্পৰ্কীয়জনে ইতিমধ্যে মোৰ কলেজ এৰাৰ বাতৰি পাই মোলৈ টকা পঠাবলৈ বন্ধ কৰি দিছেই। আমি প্ৰায় আটাইয়ে ঘৰাঘৰি আহিবলৈ ওলালোঁ। মোৰ নিজা বুলি ঘৰ-দুৱাৰ একো নাছিল। ছবছৰ আগতে দেউতা ঢুকুৱাৰপৰা সম্বন্ধীয়াৰ ঘৰে থাকি দিন কটাইছিলোঁ।



দেউতা জীৱিত কালত সকতে আমি তেজপুৰত আছিলোঁ। তেজপুৰতে মোৰ বন্ধু-বান্ধৱ সৰহ। কলিকতাতো তেজপুৰীয়া বন্ধুৰ লগতে বাস। সেই সময়ত মোৰ বাইমৰা ভিনিহী ( জানেকী কটকী ) তেজপুৰত পুলিচ চব-ইন্স্পেক্টৰ। গতিকে মই তেজপুৰলৈকে আহি ভিনিহীদেউৰ পুলিচ ৰিজাৰ্ভৰ কোৱাৰ্টাৰতে উঠিলোঁহি। ভিনিহীদেৱে মই অসহযোগকাৰী বুলি অস্বস্তিবোধ কৰিলেও প্ৰকাশ্যে মোক একো নক'লে। হেম বৰুৱাৰ ( ত্যাগবীৰ ) নিৰ্দ্দেশত অমিয়-দাদা, লক্ষ্মীধৰ শৰ্ম্মাৰ লগত পিছদিনা গধূলিৰপৰাই তেজপুৰ চক্‌বজাৰত পেকিং বাকচৰ ওপৰত ঠিয় হৈ আমাৰ বক্তৃতা আৰম্ভ কৰিলোঁ। তাৰ পিছদিনা সৰস্বতী পূজাৰ গধূলি, বেচেৰীয়াৰ নামঘৰৰ সভাত আমি তিনিও উপস্থিত। সভা কাৰ আহ্বানত হৈছিল কব নোৱাৰিলোঁ। অমিয় দাদা, লক্ষ্মীধৰে বক্তৃতা দিলে। উভতি আহোঁতে শ্ৰীপঞ্চমীৰ অস্পষ্ট জোনাকত আমি তিনিও এজনৰ ওপৰত আনজনকৈ চাইকেলৰপৰা বাগৰি পৰাৰ কথা মনত পৰি আজিও হাঁহি উঠে। অমিয় দাদা ধীৰ গম্ভীৰ মানুহ, তেওঁ চাইকেলও ধীৰ ভাৱেই চলাই, তেওঁ মাজত। মই অলপ ষ্টাইল কৰি চলাওঁ, পিছত আছিলোঁ। আগত আছিল লক্ষ্মীধৰ, কাপোৰ-কানি পিন্ধাত অলপ জধলা, দীঘল মানুহ, চাইকেল চলাওঁতে চুৰিয়া গৈ তেওঁৰ কৰঙণ পায়গৈ। কেচা আলিৰ পিঠিত গৰু-গাড়ীৰ চকাৰ শুকান দ লিকত চাইকেলৰ চকা সোমোৱাত লক্ষ্মীধৰ প্ৰথমে বাগৰি পৰাত ইজনৰ পিছত সিজনকৈ তিনিওজন বাগৰিলোঁ।

সেই সময়ত মঙ্গলদৈ হাইস্কুলৰ ছাত্ৰসকলৰ দাবীৰ প্ৰতি ওলগ জনাই প্ৰবীণ উকিল কুমুদৰাম বৰাদেৱে ওকালতি এৰি দি খাৰুপেটীয়াৰ মাৰোৱাৰী এজনৰ মঙ্গলদৈত থকা ডাঙৰ পকী গুদাম ঘৰটোতে জাতীয় হাইস্কুল এখন স্থাপন কৰিলে। বৰাদেৱে নিজেই তাৰ হেড্‌মাষ্টৰৰ পদ ল'লে। তেওঁক অনুসৰণ কৰি তপেশ্বৰ শৰ্ম্মাই ওকালতি এৰি জাতীয় স্কুলৰ সহকাৰী হেড্‌মাষ্টৰ হ'ল। অঙ্কৰ মাষ্টৰৰ বাবে তেওঁলোকে মানুহ বিচাৰি পোৱা নাছিল। এনেতে ময়ো কলেজ এৰাৰ সংবাদ পাই কুমুদৰাম বৰাই মোক বিচাৰি কলিকতা, তেজপুৰলৈ টেলিগ্ৰাম পঠালে। এই টেলিগ্ৰাম পাই, ভিনিহীদেৱবো মনৰ অৱস্থা বুজি আৰু হেম বৰুৱা, অমিয় দাদাহঁতেও পৰামৰ্শ দিয়াত মই মঙ্গলদৈ পালোঁগৈ। কুমুদৰাম বৰাক লগ ধৰাত তেখেতে মোক কামত মকৰল কৰিলে। কিন্তু মই বৰাদেউক কলোঁ,—"অকল অঙ্কৰ মাষ্টৰ হবলৈকে মই ইয়ালৈ অহা নাই ; মুখ্যতঃ কংগ্ৰেছৰ কাম কৰিবলৈহে আহিছোঁ।" বৰা ডাঙৰীয়াই উত্তৰ দিলে,—"তথাস্তু"। জাতীয়

স্কুল চলোৱা আৰু আন্দোলনৰ কাম একেলগে চলাবলৈ যি সুন্দৰ, সুচাৰু কাৰ্য্যসূচী কুমুদৰাম বৰাদেৱে যুগুত কৰিছিল তাতকৈ উৎকৃষ্ট ব্যৱস্থা আজিও মোৰ চকুত পৰা নাই। ক্লাছ VIIৰ পৰা ক্লাছ Xলৈকে ছাত্ৰসকলে নিৰ্দ্দিষ্ট শিক্ষকৰ নেতৃত্বত নিৰ্দ্দিষ্ট দলত বিভক্ত হৈ প্ৰতি শুকুৰবাৰে নিশা খাই-বই গৰুৰ গাড়ীৰে গাৱঁলৈ বুলি যাত্ৰা কৰিব লাগে। পিচদিনা পুৱা নিৰ্দ্ধাৰিত স্থানত উপস্থিত হৈ শনিবাৰ আৰু ৰবিবাৰৰ দিনটোত স্থানীয় ৰাইজৰ লগত আলাপ-আলোচনা, সভা-সমিতি আদি পাতি শেষ কৰি নিশালৈ পুনৰ সেই গৰুৰ গাড়ীৰেই খাই-বই মঙ্গলদৈ টাউন অভিমুখে ফিৰিব লাগে। সোমবাৰৰ পৰা আকৌ সম্পূৰ্ণ স্কুল কৰোহঁক। এইয়ে আছিল সেই সময়ৰ প্ৰতি সপ্তাহৰ নিয়ম। ক্লাছ VIৰ তলৰ সৰু সৰু ছাত্ৰসকলে অৱশ্যে সদায় ক্লাছ কৰিব লাগিছিল।

ইতিমধ্যে জিলাই জিলাই স্বেচ্ছাসেৱকৰ দল গঠন কৰিবলৈ নিৰ্দ্দেশ আহিল। আমি ক্লাছ VIIৰ পৰা Xলৈ সকলো ছাত্ৰকে স্বেচ্ছাসেৱকৰ দলত ভৰ্ত্তি কৰাৰ উপৰিও গাৱঁে গাৱঁে স্বেচ্ছাসেৱকৰ দল গঠন কৰিবলৈ ধৰিলোঁ। দানবীৰ যমুনালাল বাজাজে গান্ধীজীৰ হাতত এক লাখ টকা অৰ্পণ কৰাত তাৰে তিলক স্বৰাজ ফাণ্ড সৃষ্টি হ'ল। এই ফাণ্ডৰপৰা ওকালতি এৰি অহা উকিল কুমুদৰাম বৰাই পয়সত্তৰ আৰু তপেশ্বৰ শৰ্ম্মাই পঞ্চাশ টকাকৈ পাইছিল। এই ব্যৱস্থাই দেশৰ অগণন শিক্ষিত, দায়িত্বপূৰ্ণ লোকক কংগ্ৰেছত যোগদান কৰিবলৈ অভূতপূৰ্ব্ব উৎসাহ যোগাইছিল।

১৯২১ চনৰ আগষ্ট মাহ। মহাত্মা গান্ধীৰ অসমলৈ প্ৰথম আগমন। মঙ্গলদৈৰপৰা ২৫ জন স্বেচ্ছাসেৱকৰে মই গুৱাহাটীলৈ যোৱাৰ নিৰ্দ্দেশ পালোঁ। গান্ধীজী আৰু তেওঁৰ লগত অহাসকলক পাণ্ডুৰপৰা গুৱাহাটীলৈ মটৰেৰে অনোৱাৰ দিহা হ'ল। কামাখ্যাৰপৰা গান্ধীজীৰ থকা ঠাই তৰুণৰাম ফুকনৰ ঘৰলৈকে বাট ডোখৰৰ দুয়ো দাঁতিত দৰ্শকসকলক নিয়ন্ত্ৰণ কৰাৰ ভাৰ মোৰ ওপৰত পৰিল। স্বেচ্ছাসেৱকসকলক নিৰ্দ্দিষ্ট স্থানৰ দায়িত্ব দি, মই চাইকেলৰে আলিৰ ইমূৰৰপৰা সিমূৰলৈ আহ-যাহ কৰি শৃঙ্খলা ৰক্ষা কৰাৰ দায়িত্ব পালন কৰিলোঁ।

সেই সময়ত দেশভক্ত ফুকনৰ ঘৰৰ মানদণ্ড অতি উচ্চ পৰ্য্যায়ৰ আছিল। বিদেশী বস্ত্ৰৰে পৰিপূৰ্ণ তেখেতৰ ঘৰখন। আবেলি পৰত ফুকনৰ ঘৰৰ সমুখৰ মুকলি বননিত ৰাজহুৱা সভা বহিল। সভাত মৌলানা মহম্মদ আলী, চৌকৎ আলী সহ গান্ধীজী উপবিষ্ট। বিদেশী বস্ত্ৰ অকল বৰ্জ্জনেই নহয়, তাক দাহ কৰিব লাগে বুলি মহাত্মাৰ ভাষণত উচ্চাৰিত হোৱাৰ লগে লগে সভাস্থলীত বস্ত্ৰমেধ যজ্ঞ আৰম্ভ হ'ল। ফুকনৰ ঘৰৰো মূল্যবান বিলাতি কাপোৰ, জোতা, ছাতি আদি দ্ৰব্যৰে যজ্ঞ প্ৰজ্জ্বলিত হ'ল। সভাস্থলীত থকাসকলৰ গাত যি বিদেশী বস্ত্ৰ আছিল সকলো উদংকৈ যজ্ঞত আহুতি দিলে। ওচৰ-চুবুৰীয়াই লৰি গৈ নিজ নিজ ঘৰত থকা বিদেশী বস্ত্ৰ সোপাক উলিয়াই আনি যজ্ঞত আহুতি দিলেহি।



তেজপুৰৰপৰা তাঁৰ বাৰ্ত্তা আহিল, আমি কেইজনমান তেজপুৰলৈ ততালিকে যাব লাগে, গান্ধীজীৰ তেজপুৰৰ অভ্যৰ্থনা ব্যৱস্থাত সহায় কৰিবলৈ। সেই সময়ত গুৱাহাটীৰপৰা তেজপুৰলৈ জাহাজেৰে যাব লাগে। ডাক-জাহাজেৰে ২০ ঘন্টাৰ বাট। দুপৰীয়া গুৱাহাটী এৰি পিছদিনা খুব পুৱাতে তেজপুৰ পায়। অমিয় দাদা, লক্ষ্মীধৰ আৰু মই মিচিমি নামৰ ডাক-জাহাজেৰে তেজপুৰলৈ ৰওনা হলোঁ। নিৰ্দিষ্ট সময়ত আমি তেজপুৰ পাই হেম বৰুৱাই বতাই দিয়া অনুসৰি আধৰুৱা কামসমূহ সম্পূৰ্ণ কৰাত লাগি গলোঁ।

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত বুলি বিবেচনা কৰোঁ। গান্ধীজী অসমলৈ অহাৰ আগলৈকে আমি খদৰ বা খাদী কাপোৰ কাক বোলে নাজানিছিলোঁ। মাত্ৰ শুনিছিলোঁ যে হাতে কটা আৰু হাতে বোৱা কাপোৰক খদৰ বোলা হয়। কিন্তু ই দেখাত কেনে নাজানিছিলোঁ। যদিও অসমীয়া মহিলাসকলৰ মাজত তেতিয়াও সূতাকটাৰ প্ৰচলন আৰু ভৰিৰে গৰকা তাঁত-শাল ঘৰে ঘৰে আছিল, কিন্তু তাঁতৰ বাতিত দীঘ দিবলৈ বোৱনীয়ে মিলৰ সূতাহে ব্যৱহাৰ কৰিছিল, বানীতহে মাথোন হাতেকটা সূতা ব্যৱহাৰ কৰিছিল। গান্ধীজী অহাৰ আগে আগে কলিকতাৰপৰা বিশেষ ব্যৱস্থা কৰি ফুকন-বৰদলৈহঁতে কেইথানমান খদৰ কাপোৰ আনে। তাকে পিচত আমাক এটাইকে ভগাই দিছিল। মোৰ ভাগত এটা পাঞ্জাবীৰ জোখাৰ কাপোৰ পৰিল।

মহাত্মা গান্ধী তেজপুৰ পোৱাৰ দিনা পুৱা ইমান ডাঙৰ বৰষুণ হৈছিল যে পাৰৰপৰা আধা মাইলৰো কম নিলগত থকা জাহাজখনক আমি দেখাই পোৱা নাছিলোঁ। বতৰ অলপ মুকলি হোৱাৰ পিচত জাহাজ আহি ঘাটত চাপিলহি। গান্ধীজী আৰু আলি ভাতৃদ্বয়ক বৰজাপি ধৰি জাহাজৰপৰা নমোৱা হ'ল। তেখেতসকলৰ থকাৰ ব্যৱস্থা চাবকিট্ হাউচত হৈছিল। চাবকিট্ হাউচ্ পাইয়েই তাৰপৰা দেখা বিশাল ব্ৰহ্মপুত্ৰৰ মনোৰম দৃশ্যই মহাত্মা গান্ধীক

মুগ্ধ কৰিলে। তেওঁৰ মনত পৰিল তেওঁৰ লেখনীত এদিন ভীল, পিন্দাৰিজৰ লগত অসমীয়াকো একে কৰি সাঙোবাৰ কথা। তেওঁ নেজানিছিল যে অসম দেশখন প্ৰাকৃতিক সৌন্দৰ্য্য ও সম্পদত ইমান চহকী আৰু অসমীয়া সকলোৰেও এনে সুন্দৰ আৰু সবল প্ৰকৃতিৰ বুলি। গান্ধীজী ভীষণ অনুতপ্ত হ'ল আৰু তেতিয়াৰেপৰা অসমৰ প্ৰতিখন ৰাজহুৱা সভাতে ইয়াৰ বাবে দুখ প্ৰকাশ কৰাৰ উপৰিও তেখেতৰ Young India সাপ্তাহিক কাকতত 'Lovely Assam' শিতানত লেখা সুবিখ্যাত প্ৰবন্ধটোৰে তেওঁৰ এই অজানিত অপৰাধৰ প্ৰায়শ্চিত্ত কৰিলে। সেই প্ৰবন্ধৰ একাকি কথাৰ মৰ্ম্ম আছিল,—"I have fallen in love with the damsels of Assam. They can weave dreams in their looms". মহাত্মা গান্ধীৰ ভ্ৰমণে অসমক উদ্দীপিত কৰি তুলিলে। সেই সময়তেই সৰহ সংখ্যক লোকে কংগ্ৰেছত যোগদান কৰি অসমৰ অসহযোগ আন্দোলনক প্ৰাণৱন্ত কৰি তোলে।

এযোৰ পোছাকৰে অৰ্থাৎ এখন চুৰিয়া, এটা বনিয়ন আৰু এটা পাঞ্জাবী ছোলাৰে গুৱাহাটীৰপৰা তেজপুৰ, তেজপুৰৰপৰা নগাওঁলৈকে গান্ধীজীৰ ভ্ৰমণত অংশ গ্ৰহণ কৰি সাতদিনৰ দিনা নিজ কৰ্ম্মস্থল মঙ্গলদৈলৈ উভতি আহোঁ। এই সময়ৰপৰা মঙ্গলদৈত আমাৰ আগৰ কৰ্ম্মপন্থাৰ পৰিবৰ্ত্তন সাধিত হ'ল। স্থিৰ কৰা হ'ল যে Class VIIৰপৰা Class Xলৈকে ল'ৰাই এবছৰৰ কাৰণে পঢ়া স্থগিত ৰাখি আন্দোলনত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিব লাগিব। আন্দোলনত যোগদান কৰা উকিল, অন্যান্যসকল আমি ওপৰ শ্ৰেণীৰ ছাত্ৰসকলক লৈ নিৰ্দ্দিষ্ট দলত বিভক্ত হৈ নিৰ্দ্দিষ্ট মৌজাত প্ৰতি মাহৰ পহিলা তাৰিখৰপৰা একেৰাহে ২৫ তাৰিখলৈকে ঘৰে ঘৰে গৈ মাদকতা নিবাৰণ, সাম্প্ৰাদায়িক ঐক্য, অস্পৃশ্যতা বৰ্জ্জন, বিদেশী বৰ্জ্জন, চৰকাৰৰ লগত অসহযোগ আৰু নিজে সূতা কাটি কাপোৰ বৈ পিন্ধাৰ বাবে প্ৰচাৰ কৰাৰ লগত কংগ্ৰেছ মহাসভাৰো চাৰি-অনীয়া সভ্য ভৰ্ত্তি কৰা কাম কৰিবলৈকো ব্যৱস্থা লোৱা হ'ল। মাহটোৰ ২৬ তাৰিখৰপৰা বাকী থকা কেইদিনৰ ভিতৰতে আগন্তুক মাহৰ ২৫ দিনলৈ পুনৰ গাওঁলৈ ওলাই যাবলৈ প্ৰস্তুতি আৰু জিলা কংগ্ৰেছৰ সভা-সমিতি আৰু আনুষ্ঠানিক কাৰ্য্যসমূহ সমাধা কৰি লোৱাৰ ব্যৱস্থা হ'ল। সেইমতে আমি গাৱেঁ গাৱেঁ ঘূৰি ফুৰিবলৈ ধৰিলোঁ।

আশানুৰূপে আমাৰ কাম আগবাঢ়িবলৈ ধৰিলে। পিচত গৈ গাওঁ-ভূঁই বিলাক এনেদৰে সংগঠন হ'ল যে গাৱঁৰ মানুহবিলাক কাছাৰীলৈকো নগৈ



গাৱঁৰ মেল-মকৰ্দ্দমা গাৱঁতে নিষ্পত্তি কৰিবলৈ আৰম্ভ কৰিলে। কোনোবাজন আমাৰ বিচাৰত সন্তুষ্ট নহলে চহৰলৈ গৈ কুমুদৰাম বৰাৰ ওচৰত আপিলৰ ব্যৱস্থা চলিল। দহ মাইলে, দহ মাইলে আমাৰ ডাকঘৰ স্থাপন হ'ল। এদিনৰ ভিতৰতে পশ্চিমলৈ মঙ্গলদৈৰপৰা ছুমুনি চকী আৰু পূবলৈ—মঙ্গলদৈৰপৰা ওদাল-গুৰি, ৰৌতালৈকে ডাক চলাচলৰ ব্যৱস্থা হ'ল। লগতে আমি ঘোষণা কৰিছিলোঁ যে আমি এইদৰে আন্দোলন চলাই গৈ থাকিলে বৃটিছ গৱৰ্ণমেণ্ট ভাৰত এৰি এবছৰতে অৰ্থাৎ অহা ডিচেম্বৰ-জানুৱাৰীৰ ভিতৰতে যাবই লাগিব, তাৰমানে আমাৰ স্বাধীনতা অনিবাৰ্য্য। আন্দোলনে তীব্ৰতৰ ৰূপ ধাৰণ কৰিলে—কংগ্ৰেছ কমিটিসমূহ ভলণ্টিয়াৰ অৰ্গেণিজেচনত পৰিণত হ'ল। জিলা কংগ্ৰেছৰ সভাপতি জিলাৰ প্ৰধান নায়ক হ'ল। চৰকাৰে ভলণ্টিয়াৰ অৰ্গেণিজেচনক বে আইনী ঘোষণা কৰিলে। ঠায়ে ঠায়ে নেতৃবৃন্দক গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে। মুঠ হিচাবে অসমতে প্ৰথম গ্ৰেপ্তাৰ আৰম্ভ হয়। ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺মঃ তৈয়বুল্লা, ৺ধনীৰাম তালুকদাৰ আদি নেতাসকলক গ্ৰেপ্তাৰ কৰি হাত-কেৰেয়া লগাই গুৱাহাটীৰ ৰাজপথ পৰিভ্ৰমণ কৰোৱা সংবাদেও আমাৰ তিক্ততাক আৰু তীব্ৰ কৰি আন্দোলনৰ গতিক ক্ষীপ্ৰতৰ কৰি তোলে। কুমুদৰাম বৰা, তপেশ্বৰ শৰ্ম্মা আদি গ্ৰেপ্তাৰ হ'ল। তেনে অৱস্থাত মঙ্গলদৈ জিলা কংগ্ৰেছৰ সভাপতি আৰু ভলণ্টিয়াৰ অৰগেণিজেচনৰ প্ৰধান নায়কৰ দায়িত্ব মোৰ গাত পৰিল। ভেটেৰেণেৰি ডাক্তৰ শিৱসাগৰৰ শশী শৰ্ম্মা, গড়কাপ্তানী অফিছৰ কেৰেণী উত্তৰ লক্ষীমপুৰৰ লোকনাথ গোস্বামী, পথৰুঘাটৰ প্ৰাইমেৰী স্কুলৰ পণ্ডিত দীনেশ্বৰ শৰ্ম্মা, হাইস্কুলৰ শিক্ষক ভবেন্দ্ৰ দাস, যোৰহাটৰ মৌলবী মাষ্টৰ ( নাম পাহৰিলোঁ ) আদিয়ে চৰকাৰী চাকৰি বৰ্জ্জন কৰি কাৰাবৰণ কৰে। পিচলৈ জহিৰুদ্দিন, যোগেন্দ্ৰনাথ ( পিচত মণ্ডল হৈছিল ), ছুমুনি চকীৰ ভেন্দা সেখ আৰু বহুতো সহকৰ্ম্মীয়ে কাৰাবৰণ কৰে। ছুমুনি চকীৰ একেখন গাৱঁতে চাবিশ জনবো ওপৰ আমাৰ স্বেচ্ছাসেৱক আছিল। ডিচেম্বৰ-জানুৱাৰী মাহৰ ভিতৰতে বৃটিছ শাসন ভাৰতৰপৰা অন্ত হোৱাৰ আশাত আমাৰ ঘোষণা মতে ৰাইজ আগৰেপৰা উদ্বিগ্ন হৈ আছিল। আন্দোলন তীব্ৰতৰ হোৱাত আৰু নিৰ্দ্দিষ্ট সময় ( স্বাধীন হোৱাৰ ) ওচৰ চাপি অহাত চৰকাৰী চাকৰিয়াল আৰু পুলিচ কৰ্ম্মচাৰীসকলেও চাকৰি এৰো এৰো অৱস্থা হ'ল।

ডিচেম্বৰ মাহ পালেহি। এইবাৰ আহমদাবাদত কংগ্ৰেছৰ অধিবেশন। চি. আৰ. দাশ সভাপতি নিৰ্ব্বাচিত হৈছিল যদিও তেওঁ গ্ৰেপ্তাৰ হোৱাত তেওঁৰ

ঠাইত তেওঁৰ পৰিবাৰ বাসন্তী দেৱী সভানেত্ৰী মনোনীত হ'ল। মঙ্গলদৈৰপৰা কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ মই আহমদাবাদ অভিমুখে যাত্ৰা কৰিলোঁ। কলিকতাৰপৰা বাসন্তী দেৱী যোৱা একেখন ট্ৰেইনতে আমিও গৈছিলোঁ। এলাহাবাদ ষ্টেচনত বাসন্তী দেৱীও গ্ৰেপ্তাৰ হ'ল। শেষত হাকিম আজমল্ খাঁৰ সভাপতিত্বত কংগ্ৰেছৰ ১৯২১ চনৰ বছৰেকীয়া অধিবেশন বহিল। এইবাৰ দেখা পালোঁ, আঠুমূৰীয়া চুৰিয়া, সুদা গাত এখন চাদৰৰে টুপীবিহীন মূৰ খুৰুৱা গান্ধীজী মঞ্চত উপবিষ্ট।

কংগ্ৰেছ মহাসভাত পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ উত্থাপন কৰা প্ৰথমজন আছিল হজৰৎ মহানী। আহমদাবাদ কংগ্ৰেছৰ অধিবেশনতো হজৰৎ মহানীয়ে পূৰ্ণ-স্বাধীনতাৰ প্ৰস্তাৱ আনিছিল, কিন্তু সেই প্ৰস্তাৱ তেতিয়া গৃহীত নহ'ল। এই প্ৰস্তাৱ ১৯২৭ চনৰ মাদ্ৰাজ অধিবেশনত গৃহীত হয় আৰু জৱহৰলাল নেহেৰুৰ সভাপতিত্বত ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত ই কংগ্ৰেছৰ লক্ষ্য বুলি গৃহীত হয় আৰু সেই অনুযায়ী কংগ্ৰেছৰ নিয়মতন্ত্ৰ সংশোধিত হ'ল। অধিবেশনৰ আলোচনাত আন্দোলন চলাই থকা সিদ্ধান্ত হ'ল। হেম বৰুৱা, অমিয় দাদাকো আহমদাবাদত লগ পাইছিলোঁ, তেওঁলোকে কিছু এৰি-মুগা কাপোৰ আহমদাবাদলৈ লৈ গৈছিল; তাকে প্ৰদৰ্শনীত বেচি তেওঁলোকে নিজৰ অহা-যোৱা, খোৱা-লোৱাৰ খৰছ উলিওৱাৰ ওপৰিও কিছু উদ্বৃত্ত ধন আন্দোলনৰ কামত খটাবলৈ সক্ষম হৈছিল। আৰু এজন অসমৰ প্ৰতিনিধি আছিল—তেওঁ গুৱাহাটীৰ উকিল ৰাজিদ আলী। তেওঁৰ হঠাতে মগজৰ বিকৃতি ঘটাত প্ৰতিনিধি শিবিৰত শান্তিভঙ্গ কৰিবলৈ ধৰিলে, আমি অতি কষ্টেৰে তেওঁৰ চিকিৎসাৰ আয়োজন কৰি হাস্পতালত থলোঁ। তাৰপৰা তেওঁ কেনেকৈ অসমলৈ উভতি আহিল সেই কথা মোৰ জ্ঞাত নহ'ল। মই দিল্লী হৈ অসমলৈ উভতি আহোঁ। মঙ্গলদৈ আহিয়েই জানিব পাৰিলোঁ যে মোক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম হৈছে। মই তেতিয়া লৰালৰি কৰি এখনৰ পিচত আনখনকৈ মহকুমাখনৰ বিভিন্ন ঠাইত ৰাজহুৱা সভাৰ জাননী দি দহদিনীয়া ভ্ৰমণ-সূচী এখনৰে ততাতৈয়াকৈ মঙ্গলদৈ চহৰ এৰিলোঁ। প্ৰথম দিনৰ মিটিং আছিল বঙ্গালীগড়ত, দ্বিতীয় দিনৰ মিটিং ৰঙ্গামাটিত, তৃতীয়খন ঘোৰাবন্ধাত আৰু চতুৰ্থ দিনা ছুমনি চকীত, প্ৰায় পাঁচ হেজাৰমান ৰাইজৰ সভা এখনত মই বক্তৃতা দি থকা অৱস্থাতে মোক গ্ৰেপ্তাৰ কৰা হয়। এই গ্ৰেপ্তাৰৰ সময়ত ইংৰাজ ডেপুটি কমিচনাৰ, ইংৰাজ পুলিচ চুপাৰিটেন্ডেণ্ট, ইংৰাজ মহকুমাধিপতি, পুলিচ



ইন্স্পেক্টৰ, স্থানীয় মৌজাদাৰ, পঁচিশ জনমান বন্দুকধাৰী চিপাহীসহ আৰু পঁচিশ জনমান সাধাৰণ চিপাহীও তাত হাজিৰ আছিল। এনে সন্মানেৰে গ্ৰেপ্তাৰ হোৱাত মোৰ আনন্দৰ পৰিসীমা নাছিল। মোৰ গ্ৰেপ্তাৰত ক্ষুব্ধ হৈ সমুদায় মানুহে যুদ্ধং দেহি ভাব লৈ বিষয়া আৰু চিপাহীসকলক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। মোৰ বাধা পাই যেনিবা ৰাইজ ক্ষান্ত থাকিল।

সেইদিনা ১৯২২ চনৰ ২৪ কি ২৫ জানুৱাৰী। নিশাটো ছিপাঝাৰ ইন্স্পেক্চন্ বঙ্গলাত ৰাখি, পিচদিনা মোক মঙ্গলদৈ জেললৈ নিয়া হয়। তাত দহদিনমান ৰখাৰ পিচত তেজপুৰলৈ বিচাৰৰ বাবে চালান দিয়ে। মঙ্গলদৈৰ পৰা দহমাইল পূবে অৱস্থিত খাৰুপেটীয়া ঘাটৰপৰা জাহাজেৰে মোক তেজপুৰলৈ আনে। জাহাজতে জৱহৰলাল নেহেৰুৱে তেওঁৰ বিচাৰত আদালতত দিয়া বৰ্ণনাটো বাতৰি কাকতত পঢ়ি, অনুৰূপ কথাৰেই, ময়ো মোৰ বিচাৰত দাখিল কৰিবলৈ তেতিয়াই এখন বৰ্ণনা প্ৰস্তুত কৰি ললোঁ।

তেজপুৰ জেল তেতিয়া প্ৰায় চেণ্ট্ৰেল জেইলত পৰিণত হ'ল। তেতিয়ালৈকে গ্ৰেপ্তাৰ কৰা অসমৰ প্ৰায় সকলোবোৰ নেতাক তালৈ চালান দিয়া হৈছিল। তেওঁলোকক জেলত 'বিশেষভাৱে' ব্যৱহাৰ ( special treatment ) কৰা হৈছিল। আন বন্দীৰ লগত মিলিব নোৱাৰাকৈ বেলেগ কৰি ৰাখিছিল। মোক বিচাৰাধীন বন্দী হিচাবে অন্য সাধাৰণ বিচাৰাধীন বন্দীবিলাকৰ লগতে ৰাখিছিল। ১৯২২ চনৰ ১২ ফেব্ৰুৱাৰীত মোৰ বিচাৰৰ দিন। ডেপুটি কমিচনাৰ চাহাবে নিজে মোক গ্ৰেপ্তাৰ কৰাৰ বাবে Senior E. A. C. স্বৰ্গীয় বিষ্ণুপ্ৰসাদ দুৱৰাৰ আদালতত মোক বিচাৰৰ বাবে হাজিৰ কৰিলে।

বিচাৰ আৰম্ভ হ'ল। বিষ্ণুপ্ৰসাদ দুৱৰা মোৰ দেউতাৰ বন্ধু আছিল বাবেই সম্ভৱ মোৰ মুখলৈ নেচায় অধোবদনে বিচাৰ লৈছিল। মোৰ কবলগীয়া কিবা আছেনে বুলি সোধাত মই মঙ্গলদৈৰপৰা যাওঁতে জাহাজতে যুগুত কৰা জৱহৰলাল নেহেৰুৰ বক্তব্যটোকে মোৰ লগত খাপ খোৱাকৈ লেখি নিয়াখিনিকে পঢ়ি শুনালোঁ। ৰায় হ'ল, ছমাহ সশ্ৰম কাৰাদণ্ড। সেই সময়লৈকে দৰঙ্গ জিলাৰ কোনো এজনো ৰাজনৈতিক বন্দীক সশ্ৰম কাৰাদণ্ড দিয়া হোৱা নাছিল; মোৰে প্ৰথম সশ্ৰম কাৰাদণ্ড হোৱাত মোৰ সৌভাগ্য বুলিয়েই ধৰি ললোঁ। মেজিষ্ট্ৰেটে জেলত 'বিশেষ কিবা সুবিধা' লাগেনে বুলি প্ৰশ্ন কৰাত, তাক প্ৰত্যাখ্যান কৰিলোঁ। জেল পোৱাত হুকুম হ'ল কমাৰশাললৈ যাবলৈ। তাত ডিঙ্গি পাতিবলৈ কোৱাত Anvilৰ ওপৰত মই ডিঙ্গি পাতি দিলোঁ। ½ ইঞ্চি

শকত লোৰে আগতে কৰি থোৱা এদাল বেৰীয়া (জেলৰ ভাষাত হাচ্‌লি) মোৰ ডিঙ্গিত সোলোকাব নোৱাৰাকৈ ৰিপিত (riveted) কৰি দিলে। ৩″×৪″ ইঞ্চি চাইজৰ আধা ইঞ্চি ডাঠ কাঠৰ তক্তাৰপৰা কটা এটা টিকট বেৰীয়া দালত ওলোমোৱা আছিল আৰু তাত ক'লা আখৰৰে লিখা আছিল—Date of Conviction—12. 2. 22; তলৰ শাৰীত আছিল—Date of release—11. 8. 22. সোণগুটীয়া মণিধাৰৰপৰা ওলমি থকা জোনবিৰি পিন্ধি ওলাই অহা গাভৰুৰ দৰে, লোহাৰ হাচ্‌লি আৰু কাঠৰ টিকট পিন্ধি মই কমাৰশালৰপৰা ওলালোঁ। এইবাৰ কাপোৰ সলোৱা আৰু সা-সম্পত্তি গ্ৰহণৰ পালা। তাঁতৰ কপাহী ছুটা হাফ্ জাঙ্গিয়া, তাঁতৰ কপাহী এটা কুৰ্ত্তা, এটা গৰম কুৰ্ত্তা, গামোছা বুলি ছুহাত দীঘল এহাত বহল এডোখৰ তাঁতৰ কপাহী কাপোৰ, গান্ধী-টুপী ধৰণৰে চিলোৱা এটা কপাহী টুপী; আধাসেৰ আৰু এসেৰ পানীধৰা ছুটা বিশুদ্ধ লোহাৰ বাটি, ৩ খন কম্বল, বিচনা বুলি এখন নাৰিকলৰ ৰছীৰে তৈয়াৰী চট্; এইবিলাক সা-সম্পত্তিকে লৈ ছমহীয়া কাৰা-জীৱন আৰম্ভ কৰিলোঁ।

'বিশেষ সুবিধা গ্ৰহণ' কৰা হলে অৱশ্যে নিজৰ কাপোৰ, বিচনা আদি ব্যৱহাৰ আৰু ইচ্ছা কৰিলে খোৱা-লোৱাও নিজৰপৰা বা বাহিৰৰপৰা অনাই খোৱাৰ অনুমতি পোৱা হ'লহেঁতেন। Special treatment প্ৰত্যাখ্যান কৰাৰ বাবে মোৰ স্থান হৈছিল চুৰি-ডকাইতি কৰি অহা সৰ্ব্বসাধাৰণ কয়দীহঁতৰ লগত। মঙ্গলদৈৰপৰা চালান হোৱা আৰু চাৰিজন ৰাজনৈতিক বন্দী আহি মোৰ লগৰীয়া হ'লহি। আমাক কাম দিলে, দিনটোত ছয় কিউবিট্ ফুটকৈ শিল ভাঙ্গিবলৈ। আমি কিন্তু ছয় কিউবিট্‌ৰ পৰিবৰ্ত্তে তিনি কিউবিট্ ভাঙ্গিবলৈ লৈ বন্দী-জীৱনৰ আৰম্ভণীৰপৰাই জেলৰ নিয়ম ভঙ্গ কৰিবলৈ প্ৰস্তুত হলোঁ। অসম্পূৰ্ণ কামৰ বাবে প্ৰতিদিনে হোৱা অপৰাধৰ ওপৰত অপৰাধ গোট খাবলৈ ধৰিলে। বহুবাৰ সাৱধান কৰি দিয়াৰ পিচত, প্ৰকৃত শাস্তি আৰম্ভ হ'ল। শাস্তি অকল মোকে বিহিলে। জেল কৰ্ত্তৃপক্ষই ভাবি লৈছিল মোক সেও কৰিব পাৰিলে আনখিনি আপোনা-আপুনি সেও হৈ যাব। প্ৰথম শাস্তি হ'ল—এদিন 'পেনেল ডায়েত' অৰ্থাৎ মাৰ-ভাত খোৱা। দ্বিতীয় শাস্তি—তিনিদিন পেনেল ডায়েত। তৃতীয় শাস্তি—তিনিদিন Gunny clothing অৰ্থাৎ চট্ (Hessian)ৰ তৈয়াৰী পোছাক পিন্ধা। চতুৰ্থ—সাতদিন Gunny clothing; এইদৰে ক্ৰমে এদিন Hand Cuff, তিনিদিন Hand Cuff, এদিন Back Hand



Cuff, তিনিদিন Back Hand Cuff, এদিন Night Hand Cuff, তিনিদিন Night Hand Cuff আদি কৰি শাস্তি বিহিবলৈ ধৰিলে। ইতিমধ্যে আমাৰ লগ লাগিলহি স্বগায় অম্বিকাগিৰি ৰায়চৌধুৰী। তেখেতক বৰপেটাৰপৰা তেজপুৰ জেললৈ স্থানান্তৰ কৰি আনিলে। ইয়াতেই অগ্নি-কবি অম্বিকাগিৰিয়ে শিল ভাঙ্গি ভাঙ্গি গীত ৰচনা কৰিছিল—"তই ভাঙ্গিব লাগিব শিল—নোৱাৰো বুলিলে নহ'বহে ভাই কিলতে পৰিব কিল।" ছুয়োজন গোট হৈ জেলত বিপৰ্য্যয় ঘটোৱাৰ আশঙ্কাত কেইদিনমানৰ পিচতে মোৰপৰা ৰায়চৌধুৰীদেৱক আঁতৰাই ৰখাৰ ব্যৱস্থা কৰিলে। ইয়াৰ পিচত, জেলত থকা কালীন আমাৰ ছুয়োৰো আৰু লগ পোৱা পুই নহ'লেই। শিল ভঙ্গাৰপৰা মোক ঢেকী-চালিলৈ নিলে। তাত দিনটোত তিনিজনে মিলি তিনিমোন ধান বানিব লাগে। তাতো মোৰ কাম এদিনো পূৰাকৈ কৰা নহ'ল। ঢেকীয়ে এদিন মোৰ আঙ্গুলি কেইটাও খুন্দিছিল। বাহিৰত অমিয় দাদাই এই সংবাদ পাই বাতৰি-কাকতত প্ৰকাশ কৰিছিল বুলি মই পিচত শুনিবলৈ পাইছিলোঁ। তাৰ পিচত মোক 'এলোপাউণ্ডিঙ'ত লগালে—এইটো বৰ লেতেৰা কাম। কেচা এলোপাতবিলাক মৰিয়াই মৰিয়াই ঠেতেলা কৰি তাৰপৰা সূতা উলিয়াব লাগে। এই সূতাৰে ছনৰ ৰছীৰ দৰে এবিধ ৰছী তৈয়াৰ হয়। ইয়াকে কৰোঁতে এলোৰ ৰস চিটিকি পৰি হাতে-ভৰিয়ে ঘাঁ হয় বাবে আমি ভৰি-হাতত কাপোৰ মেৰিয়াই লৈছিলোঁ। নিজ নিজ চালিৰ ভিতৰত কয়দীবিলাকক কাম কৰিবলৈ পুৱাই সুমুৱাই দি বাজৰপৰা তলা লগাই দিনটোলৈ বন্ধ কৰি থোৱাই জেলৰ নিয়ম, অৱশ্যে ছুপৰীয়া আহাৰৰ সময়ত এবাৰ উলিয়াই নি পুনৰ খোৱা-বোৱাৰ পিচতে সুমুৱাই থয়। এদিন ঢেকী-চালিত বন্ধ হৈ থকাৰ ভিতৰতে বাজত দেখিলোঁ, এজন আমাৰ লগৰ কৰ্ম্মীক ওৱাৰ্ডাৰ এজনে পিঠিত ভুকুৱাই কিলাই জেল অফিছৰ ফাললৈ নিছে। এই দৃশ্য দেখি মই ঢেকী-চালিৰ তলা লগোৱা বাহিৰৰ ছুৱাৰখন ভাঙ্গি ওলাই আহি ৱাৰ্ডাৰটোক ভালকৈ ছুথাপৰমান সোধাই কৰ্ম্মী-জনক আঁতৰাই আনিলোঁ। জেলৰ আইনমতে ই এটা গুৰুতৰ অপৰাধ। জেলৰ ভিতৰত বিনা হুকুমে এখোজো কাঢ়িব নোৱাৰি। বহাৰপৰা উঠা, উঠাৰপৰা বহা, সকলোতে হুকুমৰ প্ৰয়োজন। জেলত মোৰ ওজন অলপ কমিছিল—এদিন আবেলি ফাইলত (জেলৰ ভাষাত কয়দীবিলাকে যোৰ যোৰহৈ একেলগে যোৱা, উঠা বা বহাক ফাইল বোলে) বহি ভাত, দাইল আৰু বনৰীয়া কচুভজা (ভজামানে কচুখিনি সিজাই লৈ টেঙাদি পিচত অলপ গৰম তেল মিলাই দিয়া)

খাবলৈ ধৰিছোঁ। এনেতে দেখায়-শুনাই আৰু কুৰূচ্ প্ৰকৃতিৰ জেইলাৰ নন্দীবাবু আহি মোৰ সন্মুখত ঠিয় হৈ মই খোৱা চাই থাকি এবাৰ কলে,—“ভজাখিনি নোখোৱা কিয়? তোমাৰ গাৰ ওজন কমিছে—খাব লাগে।” জেইলাৰ জনৰ কপট স্নেহত খঙ মোৰ মূৰৰ চুলি পালেগৈ। ৰাতিদিন তেওঁৰ যন্ত্ৰণাত হাৰা-শাস্তি হৈ মন মোৰ এনেয়ে বৰ উতপ্ত হৈ আছিল। কাণ্ডজ্ঞানশূন্য হৈ মই জেইলাৰৰ গালৈ ভাত খাই থকা লোৰ বাতিতোকে মাৰি পঠালোঁ। তেওঁৰ গাত অৱশ্যে সামান্য হে লাগিল। ভয়ানক অপমান বোধকৰি মোলৈ খঙেৰে চাই চাই গুচি গ'ল। পিচদিনা পুৱা বাহিৰত এটা ঘণ্টা বাজিল; বুজিলোঁ চুপাৰিন্টেণ্ডেণ্ট চাহাব আহিছে; মোৰ অপৰাধবোৰৰ শাস্তি বিহিব। তেতিয়া চুপাৰিন্টেণ্ডেণ্ট আছিল Col. Ritchie। মোৰ মন জুখিবলৈ জেইলাৰ নন্দীবাবুৱে বুদ্ধি কৰি আনৰ যোগে মোক জানিবলৈ দিলে যে মই তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজিলে জেল চুপাৰিণটেণ্ডেণ্ট Col. Rirchie চাহাবক কৈ-মেলি মোৰ শাস্তি লঘু কৰাব পাৰে, নহলে টিক্‌টিকি অৰ্থাৎ টিকাত বেত দিয়াবলৈ চুপাৰিচ কৰিব। টিক্‌টিকিৰ কথা শুনি মই ধৈৰ্য্যচ্যুত হলোঁ। চিয়ঁৰি চিয়ঁৰি কবলৈ ধৰিলোঁ,—“কোনো শাস্তিয়েই মোক দমাব নোৱাৰে, কোনো শাস্তিলৈকে মই ভয় নকৰোঁ—টিক্‌টিকি কিয়! মোক লাগে Capital punishment। কানাইলাল দত্তৰ ফাঁচিৰ হুকুমৰ পিচত পাঁচ পাউণ্ড ওজন বাঢ়িছিল —মই দেখুৱাম, ফাঁচিৰ হুকুমত মোৰো কিমান ওজন বাঢ়িছে! নন্দী জেইলাৰক এই কথা জনাই দিয়াগৈ।” ইতিমধ্যে বাজত পুনৰ আকৌ ঘণ্টা বাজিল—বুজা গ'ল চুপাৰিন্টেণ্ডেণ্ট চাহাব গ'লগৈ। কিন্তু মোক কি শাস্তি বিহিলে একো নাজানিলোঁ। দিনৰ এঘাৰমান বজাত দেখিলোঁ, Special treatment বিভাগৰ-পৰা ৰোহিণীকুমাৰ চৌধুৰীক জেল অফিছলৈ লৈ গৈছে। অলপ পিচতে মোকো জেইল অফিছলৈ মাতি নিয়া হ'ল। অফিচত গৈ দেখা পালোঁ, ডেপুটি জেইলাৰ স্বৰ্গীয় জীৱনচন্দ্ৰ ডেকা অধোমুখে বহি আছে, ওচৰতে বহি আছে ৰোহিণীকুমাৰ চৌধুৰী।—সম্বন্ধত তেখেত মোৰ ককাইদেউ হয়। চৌধুৰী ককাইদেৱে তেতিয়া মোক নীতিবচন শুনাবলৈ আৰম্ভ কৰিলে—“তোমাৰ খং বৰ বেছি, জেলৰ নিয়ম-কানুন একো নেমানা, আনকি লগৰীয়াবোৰকো উচতাই থাকা, আমি অহিংস নিৰুপদ্ৰৱ সংগ্ৰামী, তোমাৰ মই ককাইদেৱৰা হওঁ—মোৰ কথা তুমি শুনিব লাগে”—ইত্যাদি, ইত্যাদি। মই নিৰবে এইবিলাক শুনি থকাৰ পিচত হঠাতে Shut up বুলি এনে এটা শব্দ মোৰ মুখৰপৰা ওলাই পৰিল যে, তেখেত উচপ



খাই উঠা যেন পালোঁ। তেওঁৰ মুখৰ মাত মুখতে হৰিল। মই বকটিয়াই যাবলৈ ধৰিলোঁ,—“আপোনাৰ লাজ লগা নাইনে, মোক এই কথা কবলৈ!—বাজৰপৰা পাচিয়ে পাচিয়ে বয়-বস্তু অনাই মাছে-মঙহে আমাক আগত থৈ খাই বিনাকামে আপোনালোক আৰামে আছে; কিন্তু আমি কেনে আছোঁ, কি খাইছোঁ, কেতিয়াবা খা-খবৰ লৈছেনে? এতিয়া আমাৰ ওপৰত পুৰুহিতালি কৰিবলৈ আহিছে? আপোনালোকৰ প্ৰতি আমাৰ ঘৃণা উপজিছে।” ডেপুটি জেইলাৰ জীৱনচন্দ্ৰ ডেকা মোৰ সম্পৰ্কীয়, মোৰ মূৰ্ত্তি দেখি তেখেতৰ চূৰ্ত্তি হেৰাল। চেষ্টা বিফল হোৱাত পিচদিনা চুপাৰিন্টেণ্ডেণ্ট আহি হুকুম জাৰি কৰিলে,—“Till release solitary imprisonment.” মোক সঙ্গীবৃন্দৰপৰা একেবাৰে আঁতৰাই পেলালে। তেতিয়া মোৰ খালাচ হবলৈ প্ৰায় এমাহেই বাকী। ফাঁচিৰ হুকুম হোৱা অপৰাধীক ৰখা কোঠাত ( Cell ) মই বঞ্চিব লগা হ'ল।—খোৱা-বোৱা, শৌচ-পেচাব্ আদি সকলো সেই ‘চেল’ৰ ভিতৰতে কৰিবলগা কৰিলে। মল-মূত্ৰৰ বাবে এটা লোহাৰ বাতি দিয়ে। এজন মেতৰৰ কাম কৰা কয়দীয়ে পুৱা-গধূলি আহি পাত্ৰটো পৰিষ্কাৰ কৰি যায়হি।

১৯২২ চনৰ ১১ আগষ্টত মই তেজপুৰ জেলৰপৰা মুকলি হওঁ। জেলৰ বাহিৰৰ গেটতে বৈ মই কলৈ যাওঁ ভাবিব লগা হ'ল। মোৰতো নিজা ঘৰ-বাৰী নাই! একমাত্ৰ ভাই শ্ৰীমান ফুনু, সিও গুৱাহাটী জেলত কিছুদিন থাকি নগাৱঁৰ মৰিকলঙৰ মোমাইদেৱৰ ঘৰত আশ্ৰিত। বিবাহিতা ভনীজনীও শিৱসাগৰত। এগৰাকী বাইদেউ থাকে শ্বিলঙত। উপায়ন্তৰ হৈ জেলৰ কাষতে থকা কলীবাৰীৰ ৺ৰাধিকা ককাইদেউৰ ( দাসৰ ) ঘৰ পালোঁগৈ। তেখেতৰ লগত মোৰ সমন্ধ বাণ ৰঙ্গমঞ্চৰ যোগেদি। তেখেত বাণ ৰঙ্গমঞ্চৰ সম্পাদক; মোক ভাতৃসম জ্ঞান কৰে। দুৰ্গাপূজালৈ তেতিয়া প্ৰায় দেৰমাহমান বাকী। পূজা উপলক্ষে বাণ ৰঙ্গমঞ্চত ষষ্ঠীৰপৰা দশমীলৈকে পাঁচনিশা পাঁচখনকৈ পাতিব খোজা থিয়েটাৰত ভাগ লবলৈ মই তেজপুৰতে থাকিবৰ কাৰণে আহ্বান আহিল। সন্তহতে কলৈকো যাবলৈ সংস্থান নথকা হেতু, লগতে বাণ ৰঙ্গমঞ্চৰ সহোদৰ-প্ৰতিম পৃষ্ঠপোষকসকলৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি লক্ষ্মীপূজাৰ থিয়েটাৰ শেষ হোৱালৈকে তেজপুৰতে থাকিলোঁ। তাৰ পিচত জীৱনত প্ৰথম বাৰৰ বাবে নিজৰ ঘৰ বুলি উত্তৰ গুৱাহাটীলৈ আহি মাজুদেউতাৰ ( নিধিৰাম বৰুৱাৰ ) আশ্ৰয় ললোঁহি। মাজুদেউতা নিঃসন্তান আছিল। তেখেতে মোক পুত্ৰৰত মৰম কৰিয়েই ৰাখিলে।

অসহযোগ আন্দোলনে যেতিয়া চূড়ান্ত ৰূপ ধাৰণ কৰিলে আৰু বৃটিছ শাসন ভাৰত ভূমিৰপৰা উচ্ছেদ্ হওঁ হওঁ, এনে অৱস্থাতে বিহাৰৰ চৌৰিচৌৰাত কংগ্ৰেছ ভলন্টিয়াৰে হিংসাৰ আশ্ৰয় লোৱা বুলি সংবাদ পোৱাৰ লগে লগে গান্ধীজীয়ে অসহযোগ আন্দোলন বন্ধ কৰিবলৈ ঐতিহাসিক সিদ্ধান্ত ললে। দেশ কাঁহপৰি জীণ গ'ল। সকলো উদ্দ-উদ্দীপনা নিষ্পন্দ হ'ল। বৃটিছ শাসনৰ সাম্ৰাজ্যবাদী পৈশাচিক আত্মাই অট্টহাস্য কৰি উঠিল। পুৰস্কাৰ স্বৰূপে গান্ধীজীয়ে লাভ কৰিলে সুদীৰ্ঘ ছবছৰ কাৰাদণ্ড। আন্দোলনত যোগদানকাৰী-সকলে নিজ নিজ কৰ্মস্থানলৈ উভতি গ'ল। স্বাধীনতা সংগ্ৰামৰ প্ৰথম পৰ্য্যায়ৰ ইয়াতেই অন্ত পৰিল।

স্বাধীনতা সংগ্ৰামৰ দ্বিতীয় পৰ্য্যায়—১৯২৩ চনৰ 'Swarajist Movement' অথবা Non-co-operation from within ; তৃতীয় পৰ্য্যায়—১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰু লগতে অসমত Cunningham Circular বৰ্জ্জন ; চতুৰ্থ পৰ্য্যায়—১৯৩৯ চনৰ একক সত্যাগ্ৰহ আন্দোলন আৰু শেষ পৰ্য্যায়ত ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত সহযোগ আৰু জেল খটাৰ, সময়ৰ নাটনি আৰু প্ৰবন্ধ দীঘলীয়া হোৱাৰ আশঙ্কাত এই পৰ্য্যায়বিলাকৰ বিষয়ে পিচলৈ লিখাৰ মানসৰে ইমানতে সামৰিলোঁ।

# অসমত অসহযোগ আন্দোলন

শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা

১৯১৯ চন। মই কটন কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ আৰু ছাত্ৰ ইউনিয়নৰ এজন সক্ৰিয় সদস্য। তৃতীয় বাৰ্ষিকৰ ছাত্ৰসকলৰে সাধাৰণতে কলেজৰ সকলো কথাতে আগ ভাগ লোৱাৰ দায়িত্ব পৰে। বাতৰি কাকত পঢ়া, সভা-সমিতিত যোগ দিয়া আৰু অংশ লোৱাটো প্ৰায়েই এইসকলেই কৰে। আমিও কেইজনমানে এনেকৈ ছাত্ৰ ইউনিয়নত আগৰেপৰা থাকিলেও এতিয়া সক্ৰিয় অংশ লবলৈ ধৰিলোঁ আৰু সভা-সমিতিত বাদ-প্ৰতিবাদতো ভাগ লওঁ।

কৰ্ম্মবীৰ ৺চন্দ্ৰনাথ শৰ্ম্মাই বাহিৰত থাকি আমাক সদায় এটা দেশাত্ম-বোধৰ অনুপ্ৰেৰণা যোগাই আছিল। আমি বহু ছাত্ৰই তেখেতৰ পৰামৰ্শ আৰু দেশপ্ৰেমত অনুপ্ৰাণিত হৈছিলোঁ। ৺লক্ষীধৰ শৰ্ম্মা তেতিয়া চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ কিন্তু ইউনিয়নত সদায় অংশ লৈছিল। ইয়াৰো আগতে প্ৰথম বাৰ্ষিক শ্ৰেণীৰেপৰা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ উদ্দগণিয়ে আমাক দেশসেৱাৰ প্ৰতি আকৰ্ষণ কৰিছিল। সেই সময়তে দেশসেৱাৰ প্ৰতি আগ্ৰহ থকা মোৰ মনত পৰা আনসকলৰ ভিতৰত আছিল ( সৰ্ব্বশ্ৰী ) মহেন্দ্ৰনাথ ডেকা ফুকন, সুৰেশচন্দ্ৰ ভট্টাচাৰ্য্য, তেওঁৰ ভায়েক ৺তৰুণ ভট্টাচাৰ্য্য, আনন্দেশ্বৰ বৰুৱা, ৺মহেশ্বৰ বৰুৱা, ৺বিমলাকান্ত বৰা, ৺লক্ষীনাথ শৰ্ম্মা, যোৰহাটৰ ৺ৰামেশ্বৰ ভট্টাচাৰ্য্য আদি।

'ৰাওলাট আইন' আৰু দেশত তাৰ প্ৰতিক্ৰিয়া, কংগ্ৰেছৰ নেতাসকলৰ বাতৰি কাকতত প্ৰকাশ হোৱা মতামতবিলাক আৰু অসমত বিপ্লৱৰ কাৰণে চন্দ্ৰনাথ শৰ্ম্মাদেৱৰ আহ্বান, ৺মুকুন্দ দাসৰ যাত্ৰাদল, বঙ্গদেশত যুগান্তৰ দলৰ কাৰ্য্যকলাপ—এইবিলাকেই আমাৰ এক সংখ্যকৰ মাজত চিন্তা আৰু আলোচনাৰ বিষয় হৈ পৰিছিল। লোকমান্য তিলক, গোখ্‌লে, সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায়, পণ্ডিত মদনমোহন মালব্য, এনি বেছাণ্ট আদি নেতাসকলৰ ভাষণবিলাক আৰু আমাৰ কৰ্ত্তব্য সম্বন্ধে সেই কালত এটা গোপন আলোচনাৰ বিষয় হৈ পৰিছিল। লগে লগে লোকমান্য তিলক আৰু মহাত্মা গান্ধীৰ মাজত হিংসা

অহিংসাৰ মতভেদ এটা আকৰ্ষণীয় বিষয় আছিল, কিন্তু চন্দ্ৰনাথ শৰ্ম্মাৰ মতেই কংগ্ৰেছৰ দ্বাৰা যেনে নীতিৰ নিৰ্দ্দেশ হ'ব, সেয়ে আমাৰো হ'ব বুলি স্থিৰ কৰিছিলোঁহঁক।

ক্ৰমে দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মধ্য-পন্থাৰপৰা ৰাজনীতিৰ উগ্ৰপথলৈ নামি আহিল। ১৯২০ চনত জালিয়ানৱালাবাগৰ ঘটনাৱলী বিশেষ ভাবে প্ৰচাৰ হ'ল আৰু কটন কলেজৰ ডেকা চামৰ মাজত এটা চাঞ্চল্যৰ সৃষ্টি হ'ল। গান্ধীৰ নেতৃত্বত অসহযোগৰ আহ্বানত আমি এক সংখ্যকে পৰীক্ষা বিসৰ্জ্জন দি কলেজৰপৰা ওলাই অহাৰ চিন্তা কৰিবলৈ ধৰিলোঁ। চিন্তা ক্ৰমে গধূৰ হ'ল। বাহিৰত চন্দ্ৰনাথ শৰ্ম্মাৰ ধৈৰ্য্য যেন নাইকিয়া হ'ল আৰু ১৯২১ চনৰ ১৭ জানুৱাৰীৰ দিনা অসহযোগৰ সংকল্প গ্ৰহণ কৰিলোঁ। আমি কটন কলেজৰ প্ৰায় ১১৭ জন ছাত্ৰই ধৰ্ম্মঘট কৰি কলেজৰ-পৰা নাম প্ৰত্যাহাৰৰ জাননী দি সভাবিলাকত অংশ লবলৈ ধৰিলোঁ। চতুৰ্থ বাৰ্ষিকৰ বাচনি পৰীক্ষা দিয়া ১৩ জন পৰীক্ষাৰ্থীয়ে ২০ তাৰিখে পুৰা ধৰ্ম্মঘটৰ সিদ্ধান্ত ঘোষণা কৰিলে। সেই দিনাই মই স্বৰ্গীয় দেউতাৰ আশীৰ্ব্বাদ বিচাৰি ঘৰলৈ অহাৰ বাটত ৰহাত পণ্ডিত স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাৰ লগত এৰাতি কটাই আলোচনা কৰোঁ।

ইয়াৰ ভিতৰতে আমি কেজনমান বি-এ পৰীক্ষাৰ্থী, তাৰে কোনোৱে পৰীক্ষাৰ ফীজ দিছে আৰু কোনোৱে দিয়াই নাছিল, বাচনি পৰীক্ষাত উচ্চ-স্থান লোৱা দেখি আৰু ধৰ্ম্মঘটকাৰী ছাত্ৰসকলে মোলৈকে বাট চাইছে বুলি সন্দেহ কৰি সেই কালৰ কমিছনাৰ, ডি-পি-আই আৰু অধ্যক্ষ ৰবাৰ্টচে ২৪ জানুৱাৰীৰ দুপৰীয়া মোক অফিচলৈ মাতি নি নানান ধৰণে ফুচুলায়। স্বৰ্গীয় দেউতাই কৈছিল,—"মোৰ এটা কথা ৰাখ, পৰীক্ষা দিয় নিদিয় পিচৰ কথা।" মই তেওঁৰ কথামতে ফীজ দিলোঁ। ইয়াৰ তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। চতুৰ্থ বাৰ্ষিকতকৈ দ্বিতীয় বাৰ্ষিকৰ সৰহ ছাত্ৰই ফীজ আদায় দিলে। মই মৰ্ম্মাহত হলোঁ আৰু সেয়ে মোক পৰীক্ষাৰ কাললৈকে সহকৰ্ম্মীসকলে সন্দেহৰ চকুৰে চাই থাকিল। কিন্তু মই দৃঢ়-সঙ্কল্প যে পৰীক্ষা নিদিওঁ। আমাৰ ভিতৰৰ কিছুমান আকৌ কলেজলৈ গ'ল কিন্তু কটন কলেজৰ ছাত্ৰ হৈ থকাসকলৰ ভিতৰত বি-এ পৰীক্ষাৰ্থী ৺কুমুদচন্দ্ৰ শৰ্ম্মা, ৺ৰামেশ্বৰ ভট্টাচাৰ্য্য, শ্ৰীকবিচন্দ্ৰ মহন্ত, শ্ৰীঅক্ষয়কুমাৰ দাস, ৺বিশ্বনাথ দাস আৰু মই কলেজৰপৰা ওলাই আহিলোঁ আৰু অন্যান্য শ্ৰেণীৰপৰাও ৩৫ জন ছাত্ৰই কলেজ ত্যাগ কৰে। তাৰ



ভিতৰত নগাৱঁৰ ৺জগমোহন শৰ্ম্মা, কেশৱানন্দ ভট্টাচাৰ্য্য, ( সৰ্ব্বশ্ৰী ) ৰবীন্দ্ৰনাথ বৰদলৈ, হৰেন্দ্ৰকুমাৰ ৰায়, ৰহিমুদ্দিন আহম্মদ আৰু ৺যজ্ঞোৰাম বৰাও আছিল। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ৺মহেশ্বৰ বৰুৱা, ৺সিদ্ধিনাথ শৰ্ম্মা আদি কেবাগৰাকীও এই বছৰ ল কলেজৰ ছাত্ৰ। তেওঁলোককো লৈ ১৯২১ চনৰ ২৩ জানুৱাৰীৰ দিনা উজানবজাৰৰ নাট্য-মন্দিৰত সৰ্ব্বপ্ৰথম এখন বিৰাট ৰাজহুৱা সভা হয়। দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ, কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা, ৺অম্বিকাগিৰি ৰায়চৌধুৰী, ৺নিধিৰাম দাস প্ৰমুখ্যে গুৱাহাটীৰ আৰু কেবাজনেও ভাষণ দিয়ে—ছাত্ৰসকলক আদৰণি জনায়। ছাত্ৰৰ পক্ষৰপৰা ময়ে ছাত্ৰসকললৈ আহ্বান জনাওঁ। সেইদিনাৰ সভাত ওপৰুক্ত কেজনৰ বাহিৰেও উকীলৰ ভিতৰত ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺গোপীনাথ বৰদলৈ, ৺গৌৰীকান্ত তালুকদাৰ, ৺মহম্মদ তৈয়বুল্লা, ৺অম্বিকাপ্ৰসাদ গোস্বামী, শ্ৰীবিষ্ণুৰাম মেধি, ৺দীননাথ মেধি আৰু কেবাগৰাকীকো দেখা মনত পৰে। কলেজ ত্যাগ কৰা বা ত্যাগ কৰিব খোজাসকলো এই সভাত আছিল। কলেজৰপৰা নাম কটা সকলোৱেই এটা কেম্পত থাকিবলৈ ললোঁ। নেতাসকলৰো দায়িত্ব বাঢ়িল—ডেকাদল যেতিয়া ওলাল, আন্দোলনৰ শৃঙ্খলা, সংগঠন আৰু অসমজুৰি প্ৰচাৰৰ কাৰণে নেতাসকল চিন্তান্বিত হৈ পৰিল। ২৬ জানুৱাৰী তাৰিখে পলাশবাৰীত এখন বিৰাট ৰাজহুৱা সভা হয় আৰু আমি এদলে খোজ কাঢ়ি গৈ সভাত যোগ দিছিলোঁগৈ। এইখনেই দ্বিতীয় সভা। সেই সভাত স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ, নিধিৰাম দাস প্ৰভৃতি নেতাসকলৰ ভাষণত জনতা উত্তপ্ত হৈ পৰিছিল আৰু সভাই অসহযোগ আন্দোলনৰ কাৰণে সংকল্প গ্ৰহণ কৰে। ইতিমধ্যে ২৩ জানুৱাৰী আৰু ২৬ জানুৱাৰী তাৰিখৰ ভিতৰত আন বহুকেইজন ছাত্ৰ আৰু উকীলো আন্দোলনত নামিছিল যেন মনত পৰে।

ইয়াৰ পিচতে আলোচনা কৰি স্থিৰ কৰা হ'ল যে ছাত্ৰসকলে নিজ নিজ জিলালৈ গৈ প্ৰচাৰ কাৰ্য্য চলাব। সেই মতেই আমি নিজ নিজ জিলালৈ গ'লোঁ আৰু আন্দোলনত সহযোগিতা বিচাৰি ছাত্ৰ আৰু ৰাইজৰ কাষ চাপিলোঁগৈ। নগাওঁ জিলালৈ কটন কলেজৰপৰা আহিছিল প্ৰথম বাৰ্ষিকৰ ছাত্ৰ জগমোহন শৰ্ম্মা, কেশৱানন্দ ভট্টাচাৰ্য্য, যজ্ঞোৰাম বৰা, ( সৰ্ব্বশ্ৰী ) ৰবীন্দ্ৰনাথ বৰদলৈ, ৰহিমুদ্দিন আহমদ আৰু হৰেন্দ্ৰকুমাৰ ৰায়। নগাৱঁত আমি পণ্ডিত স্বৰ্গীয় কণকচন্দ্ৰ শৰ্ম্মাক তেওঁৰে দ্বাৰা নতুনকৈ প্ৰতিষ্ঠিত ৰহা হাইস্কুলৰ কাষৰ এটি জুপুৰী ঘৰত লগ ধৰি আমাক নেতৃত্ব দিবলৈ অনুৰোধ

জনাওঁ। দেশপ্ৰাণ ত্যাগী পণ্ডিত শৰ্ম্মাই আমাক পাই উল্লসিত হৈ পৰে আৰু স্কুলৰ লেঠাপিঠা মাৰিবৰ কাৰণে দুদিনৰ মাত্ৰ সময় বিচাৰি আমাক প্ৰস্তুত হ'বলৈ কয়।

ইয়াৰ পিচৰেপৰা আমি নগাওঁ জিলাতেই আবদ্ধ থাকোঁ। মাজে-মাজে কেতিয়াবা এদিন বা দুদিনলৈ গুৱাহাটীলৈ যোৱাৰ বাহিৰে আমি আন জিলাৰ খবৰ নাপাওঁ আৰু কেতিয়াবা বাতৰি কাকত এখন পালেও তাত আন আন ৰাজ্যৰ আন্দোলনৰ সামান্য উল্লেখৰ বাহিৰে অসমৰ বাতৰিকে নেপাইছিলোঁ। কেতিয়াবা কোনোবাজন আহি কাৰো আগত কোনো বাতৰি দি যায় আৰু সেয়ে হে মাত্ৰ আমাৰ খা-খবৰ। সেই কাৰণে আমি আন জিলাৰ সম্বন্ধে বিশেষ নাজানিছিলোঁ। মাত্ৰ জানিছিলোঁ তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা আৰু চন্দ্ৰনাথ শৰ্ম্মাৰ নেতৃত্বত অসহযোগ আন্দোলনৰ বাবে অসমত প্ৰস্তুতি চলি আছে।

আমি নগাৱঁৰ দলটোৱে ২৮ জানুৱাৰী তাৰিখে ওপৰত উল্লেখ কৰা মতে পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মাৰপৰা আশ্বাস লৈ ৩০ জানুৱাৰী তাৰিখে তেখেতৰ লগত আলোচনা কৰিবৰ কাৰণে জুবিলী পথাৰত কৰ্ম্মীসকলৰ এখন সভাৰ প্ৰস্তুতি চলাওঁ।

ইতিমধ্যে ২৯ জানুৱাৰীৰ বিয়লি নগাওঁ চিভিল হাস্পতালৰ সন্মুখৰ ইদগাহ পথাৰতো এখন ৰাজহুৱা সভা আহ্বান কৰা হয়। সেই সভাতে ঢাকা কলেজৰপৰা ধৰ্ম্মঘট কৰি অহা ৺মহবুব আলিক পাওঁ। ৺সুধাংশু বন্দ্যোপাধ্যায়, ৺মোহনচন্দ্ৰ গুণ, ৺ইচলাম খাঁ, ৺খৰ্গেশ্বৰ বৰা, শ্ৰীচেৰিফকে আদি কৰি কেইবাগৰাকী লোক আৰু কলেজ এৰি অহা মোৰ সহকৰ্ম্মীসকল উপস্থিত আছিল। ৺ফুলাসিং ছেত্ৰীয়েও কলেজ এৰি আহি আমাৰ লগ ললে। সভাত মাত্ৰ ৭০।৮০ জন লোকৰ সমাবেশ হয়। ইয়াৰে সৰহ ভাগেই স্কুলৰ ছাত্ৰ। এই সভাত মোকে সভাপতি নিৰ্ব্বাচত কৰি ভাষণ দিবলৈ কোৱাত মযেই অসহযোগ আন্দোলন, কানি-মদ-ভাং নিবাৰণ, বিদেশী বৰ্জ্জন আৰু মহাত্মা গান্ধীৰ বিষয়ে বিবৰি কৈ আন্দোলনত ছাত্ৰসকলক জপিয়াই পৰিবলৈ আহ্বান জনাই নগাওঁ জিলাত প্ৰথমবাৰৰ কাৰণে ৰাজহুৱাকৈ 'বন্দেমাতৰম্' ধ্বনি তোলোঁ। উপস্থিত জনতাই সমস্বৰে 'বন্দেমাতৰম্' ধ্বনি তোলাত কাষতে থকা থানাৰ পুলিচৰ চোকা দৃষ্টি আকৰ্ষিত হয়।

৩০ জানুৱাৰী। আগদিনাই জনোৱা মতে আবেলি জুবিলী পথাৰত



ছাত্ৰ আৰু আনসকল ধৰি প্ৰায় এশলোকৰ সমাবেশ হয়। সেই সভাত ইচলাম খাঁ, সুধাংশু বন্দ্যোপাধ্যায়, মোহনচন্দ্ৰ গুণ, ফুলাসিং ছেত্ৰী, মহবুব আলি আদি কৰি কলেজ এৰি অহা আমাৰ নতুন লগৰীয়াসকলো উপস্থিত আছিল। পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মা আহি পোৱাত হৰ্ষধ্বনিৰে তেখেতক স্বাগত জনোৱা হয়। আমাৰ নেতৃত্ব লবলৈ সমাজৰপৰাই তেখেতক অনুৰোধ জনালোঁ। তেখেতে এটি চমু ভাষণেৰে অসহযোগৰ ব্যাখ্যা কৰে আৰু সকলোলৈকে আহ্বান জনায়।

ফেব্ৰুৱাৰী মাহৰ ভিতৰত পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মাৰ নেতৃত্বত জগমোহন শৰ্ম্মা, কেশবানন্দ ভট্টাচাৰ্য্য, যজ্ঞোৰাম বৰা, মহবুব আলি, হৰেন্দ্ৰনাথ ৰায় আৰু মই নগাৱঁৰপৰা পশ্চিমে মায়ঙৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ কাজলীচুকলৈকে—বাৰপুজিয়া, চৰাইবাহী, জালুগুটি, মৰিগাওঁ, বঘৰা, কুমৈ, ভকতগাওঁ, ধৰমতুল, নখোলা, মনহা, কমলপুৰ, শিলছুৰি, মায়ং, হিলৈখুন্দা, কাজলীচুক, লোনমাটি আদিত সভা কৰি ঘূৰি আহোঁ। মাৰ্চ্চ মাহত পূব অঞ্চলত, নগাৱঁৰপৰা বাগৰিলৈকে—গোমোঠাগাওঁ, উৰিয়াগাওঁ, পুৰণিগুদাম, ৰূপহী, চামগুৰি, বড়াগড়া, মিছা, কুঁৱৰীটোল, শিলঘাট, জখলাবন্ধা, কুঠৰী আৰু বাগৰিত সভা পাতি কানি-ভাং-মদৰ অপকাৰিতা, বিদেশী বৰ্জ্জন আৰু স্বৰাজ আমাৰ জন্মস্বত্ব আদিৰ ব্যাখ্যা কৰি ফুৰোঁ। এই কালছোৱাত গোটেই দলৰ হৈ মোৰ ওপৰতে ৰন্ধা-বঢ়াৰ দায়িত্ব আছিল প্ৰচাৰৰ বেলিকা পণ্ডিত শৰ্ম্মাই কানি-ভাং-মদ নিবাৰণ আৰু খদ্দৰৰ ওপৰত গুৰুত্ব দিছিল আৰু ৰাজনৈতিক পৰ্য্যালোচনাৰ ভাষণ মযে দিব লগা হৈছিল। প্ৰতিখন সভাতে আমি দুয়োজনেই এই দুই প্ৰকাৰৰ ভাষণ দিব লগা হৈছিলোঁ। আন আন সহকৰ্ম্মীসকলে গাওঁবিলাকত সোমাই 'বন্দেমাতৰম্' ধ্বনিৰে আমাৰ আগমনৰ জাননী দিছিল। গাওঁবিলাকত ডেকা-সকলৰ সহযোগিতাৰে কানিৰ খোলা, ভাঙৰ চিলিম আদি সংগ্ৰহ কৰি আনি আবেলিৰ সভাস্থলীবিলাকতে অগ্নি সংযোগ কৰা কাৰ্য্যটো এটা বিশেষ আকৰ্ষণ হোৱাত সভাবিলাকত আশানুৰূপ লোকসমাবেশ হৈছিল।

আমাৰ ভ্ৰমণৰ লগে লগে স্থানীয় বহু কৰ্ম্মীয়ে আমাৰ লগ লয় আৰু নিজ নিজ অঞ্চলবিলাকত প্ৰচাৰ কাৰ্য্য চলাবলৈ ধৰে। ইয়াৰ ভিতৰত উল্লেখ-যোগ্য—বাৰপুজিয়াৰ ৺জয়কান্ত মহন্ত আৰু ৺দধিসিং বজা। তাৰ পিচত মৰিগাওঁ মাইনৰ স্কুলৰ প্ৰতিষ্ঠাতা শিক্ষক শ্ৰীকৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে মৰিগাওঁ অঞ্চলত প্ৰচাৰৰ দায়িত্ব লয়। কুমৈগাৱঁৰপৰাই ৺আনন্দ ডেকা আৰু ৺নন্দৰাম ডেকাই আমাৰ লগ লয়। সেই নন্দৰাম ডেকাই, বোধহয়, কানি বৰবিহ

বৰ্জ্জন অভিযান চলাই পিকেটিং কৰা দোষত অসমৰ ভিতৰতে প্ৰথমে কাৰাদণ্ড ভোগ কৰিব লগা হৈছিল।

পশ্চিম অঞ্চলত ফেব্ৰুৱাৰী মাহত আমাৰ ভ্ৰমণকালত ৰাইজৰ অভ্যৰ্থনা আৰু মৰম-চেনেহে আমাক অভিভূত কৰিছিল। গাৱঁৰ মুখীয়ালসকলে আৰু ৰাইজৰ আতিথ্যই আমাক উৎসাহ আৰু প্ৰেৰণা যোগাইছিল। আশা কৰিছিলোঁ সেই আদৰ যদি সময়ত বৃটিছৰ বিৰুদ্ধে আত্মপ্ৰকাশ হয়, তেনেহ'লে মহাত্মা গান্ধীৰ ঘোষণামতে এবছৰৰ ভিতৰতে ভাৰত স্বাধীন হ'ব। মনহাত শ্ৰীপদ্মকান্ত বৰদলৈ আদিৰ সহযোগিতা, মায়ঙত ৺জয়কান্ত বিষয়াৰ অতিথি-সৎকাৰ মোৰ মনত আজিও জাগি আছে।

পূৰ্ব অঞ্চললৈ যাওঁতে ত্যাগী কৰ্ম্মী স্বৰ্গীয় নৰেন্দ্ৰনাথ হাজৰিকাই অসহযোগ কৰিয়েই কলিকতাৰপৰা কলেজ বৰ্জ্জন কৰি অহাত আমাৰ লগ হয় আৰু পুৰণিগুদাম, চামগুৰি, বৰহমপুৰ, চলচলি, ৰূপহী আদিত চাৰিওফালে প্ৰচাৰ কাৰ্য্যৰ ভাৰ লয় আৰু কেতিয়াবা আমাৰ গন্তব্য পথত লগ ধৰি এৰাতি কটাই আহে। মহবুব আলি কলিয়াবৰৰ দলগাৱঁৰ ডেকা গ্ৰেজুৱেট আৰু আমি তেওঁক লগত লৈ দলগাৱঁতো সভা পাতিছিলোঁ। জখলাবন্ধাৰ স্বৰ্গীয় গণেশ চন্দ্ৰ বৰঠাকুৰ তেতিয়া এজন দোকানী, কিন্তু আমাৰ লগ পোৱাৰপৰা মৃত্যুকাল পৰ্য্যন্ত দেশসেৱী আৰু কংগ্ৰেছৰ প্ৰথম শাৰীৰ কৰ্ম্মী আছিল। কালীপ্ৰসাদ ভূঞা আৰু লক্ষ্মীপ্ৰসাদ ভূঞা (পিচত গোস্বামী) আমাৰ লগ লয় আৰু তেতিয়াৰপৰা সক্ৰিয়ভাবে আন্দোলনত লিপ্ত থাকে। জখলাবন্ধাত স্বৰ্গীয় যোগেশচন্দ্ৰ খাউণ্ডৰ উৎসাহ বাণী আৰু আদৰ আমি নাপাহৰোঁ। সেই যাত্ৰাতে পালখাৱৈ বাগিছাত (বৰ্ত্তমান বুঢ়াপাহাৰ) স্বৰ্গীয় মহীচন্দ্ৰ বৰা মেনেজাৰ হৈ আছিল আৰু আমি এৰাতি তেখেতৰ লগতো থাকোঁ। স্বৰ্গীয় বৰাই চকু-পানীৰে মোক সাবটি ধৰা আৰু পণ্ডিতজীক প্ৰণাম কৰা আদৰণী পাহৰা নাই। কুঠৰী গাৱঁত ৺প্ৰিয়নাথ মণ্ডল, কুঠৰী বাগিচাত ৺মাণিকচন্দ্ৰ শৰ্ম্মাৰ আতিথ্য আৰু তিলক স্বৰাজ ফণ্ডলৈ দান উল্লেখযোগ্য।

বি-এ পৰীক্ষা হৈ গ'ল। মোৰ পৰীক্ষা দিয়া নহ'ল। মোৰ ওপৰত থকা সন্দেহ ভঞ্জন হোৱাত তেতিয়াৰপৰাই ছাত্ৰসকল আমাৰ প্ৰতি আকৃষ্ট হৈছিল আৰু ইজন সিজনকৈ টাউনৰে নহয়, গাৱঁৰো ছাত্ৰই আমাৰ কাষ চাপিবলৈ ধৰে আৰু ক্ৰমে ২।৪ জনকৈ স্কুল ত্যাগ কৰি আন্দোলনত জপিয়াই পৰে। তথাপিও সংখ্যা কম।



নতুন নতুন বহুজনে আন্দোলনত যোগ দিয়াত আন্দোলন বিয়পি পৰে আৰু সমগ্ৰ নগাওঁ জিলাতে কানি-ভাং-মদ বৰ্জ্জনৰ প্ৰতি বিশেষ মনোনিবেশ হয়। পণ্ডিতজীয়ে কানি বৰ্জ্জন, খাদী উৎপাদনৰ বিষয় লৈ মিকিৰ পাহাৰ আৰু জিলাৰ দাঁতি-কাষৰীয়া অঞ্চলসমূহত প্ৰচাৰ কাৰ্য্য চলায়। আমিও আমাৰ ভিতৰতে অঞ্চলবিলাক ভাগ কৰি লওঁ।

পহিলা মাৰ্চ্চত নগাৱঁৰ উকীলসকলৰ ভিতৰত এটা চাঞ্চল্যৰ সৃষ্টি হয়! চন্দ্ৰনাথ শৰ্ম্মা, নবীনচন্দ্ৰ বৰদলৈ আৰু ফুকন ইয়াৰ মাজতে নগাৱঁলৈ আহি উকিলসকলক ব্যক্তিগত হিচাবে লগধৰি আন্দোলনলৈ আহ্বান জনাইছিল। উকিলসকলৰ ভিতৰৰপৰা স্বৰ্গীয় নুৰুদ্দিন আহমদ আৰু স্বৰ্গীয় বৃন্দাবনচন্দ্ৰ গোস্বামীয়ে আন্দোলনৰ প্ৰতি সমৰ্থন জনায়। পহিলা মাৰ্চ্চত হয়বৰগাৱঁৰ এখন সভাত পণ্ডিতজীৰ পিচতে বৃন্দাবনচন্দ্ৰ গোস্বামীয়েও এটি ভাষণেৰে অসহযোগৰ সমৰ্থন কৰে। পিচদিনা জুবিলী পথাৰৰ সভাত নবীনচন্দ্ৰ বৰদলৈৰ ভাষণৰ পিচতে নুৰুদ্দিন আহমদে আন্দোলনৰ প্ৰতি সমৰ্থন জনায়। এপ্ৰিলৰ ২০ তাৰিখে চন্দ্ৰনাথ শৰ্ম্মা আৰু লক্ষ্মীধৰ শৰ্ম্মা নগাৱঁলৈ আহে। আগদিনাতে নন্দ ডেকা প্ৰমুখ্যে চাৰিজনক নখোলাৰ কানি দোকানত পিকেটিঙৰ অপৰাধত গ্ৰেপ্তাৰ কৰে। সেই উপলক্ষেই শৰ্ম্মাদ্বয়ে আহি মোক ৰোগশয্যাতে দেখা দিয়াত উৎসাহ আৰু প্ৰেৰণা পাইছিলোঁ। সেইদিনাই আবেলি জুবিলী পথাৰত চন্দ্ৰনাথ শৰ্ম্মাৰ উত্তেজনাপূৰ্ণ ভাষণৰ পিচতে নগাওঁ হাইস্কুলত আগৰেপৰাই শিক্ষকতা কৰি থকা—দেশপ্ৰাণ কমলানন্দ ভট্টাচাৰ্য্য, জোনাৰাম বৰা আৰু চৰ্দ্দাৰ আত্মাসিং ছেত্ৰীয়ে স্কুলৰ শিক্ষকতা ত্যাগ কৰি আহি যোগ দিয়ে আৰু লগে লগে স্বৰ্গীয় হলধৰ ভূঞাই চিভিল চাৰ্জ্জনৰ অফিচৰ চাকৰীটো ইস্তফা দি সভাতে পদত্যাগৰ ঘোষণা কৰে। ইও ছাত্ৰসকল আৰু ৰাইজৰ মাজত এটা উত্তেজনাৰ সৃষ্টি কৰাত বহু ছাত্ৰই স্কুল ত্যাগ কৰে। তাৰ ভিতৰত আছিল (সৰ্ব্বশ্ৰী) সাৱদাকান্ত বৰদলৈ, চন্দ্ৰকান্ত বৰকাকতী, ডাঃ হংস নাথ, লক্ষ্মী বৰকাকতী, ভগীৰথ হাজৰিকা, যোগেন্দ্ৰ নাথ, যুগল হাজৰিকা, ললিত দে আৰু মনাফ আলি আদি। ২২ তাৰিখে নখোলাৰ ডাকবঙলাত নন্দ ডেকা আদিৰ বিচাৰলৈ নগাৱঁৰ প্ৰায় তিনিশ লোক যায়। সেই বিচাৰত নগাৱঁৰ বৃন্দাবনচন্দ্ৰ গোস্বামী, গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু ৰোহিণীকুমাৰ চৌধুৰীয়ে আচামী পক্ষ সমৰ্থন কৰে।

নগাওঁ টাউনতে কাৰ্য্যালয় স্থাপনৰ দায়িত্ব দি হলধৰ ভূঞাক জিলা

কংগ্ৰেছৰ সম্পাদক আৰু মোক সহকাৰী সম্পাদক মনোনয়ন কৰা হয়। জোনাৰাম বৰাক ভূঞাদেৱৰ লগতে থাকি চলাবৰ কাৰণে খদ্দৰৰ দোকান এখনো পাতি দিয়া হৈছিল। পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মা জিলা সভাপতি। নগাওঁ জিলা কংগ্ৰেছ কমিটী তেতিয়াই অস্থায়ীভাৱে স্থাপিত হয় আৰু ভূঞাদেৱে সদস্যৰ বহী আদি ছপাই আমাক সদস্য ভৰ্ত্তি কৰিবলৈ দিয়ে। লগে লগে তিলক স্বৰাজ ফাণ্ডলৈকো টকা সংগ্ৰহৰ ব্যৱস্থা কৰা হয়। মোৰ ওপৰত নগাৱঁৰ উত্তৰ আৰু পূব অঞ্চলৰ (ৰূপহী, লাওখোৱা, খাটোৱাল আৰু জুৰিয়া অঞ্চলৰ) ভাৰ দিয়ে। মাজে সময়ে স্কুল এৰি অহা ডাঃ হংস নাথ আৰু কেতিয়াবা শ্ৰীচন্দ্ৰকান্ত বৰকাকতীক লগত লৈ ৰূপহীত মই কেম্প কৰি থাকোঁগৈ। গোলোকচন্দ্ৰ গোস্বামীও মোৰ লগত আছিল। আমি ৰূপহীত স্বৰ্গীয় জয়ৰাম বৰাৰ মাটিতে এটি জুপুৰী ঘৰ কৰি থাকি মৈমনসিঙীয়া গাওঁ আৰু কলং পাৰলৈকে গাওঁবিলাকত ঘূৰি সদস্য ভৰ্ত্তি কৰোঁ আৰু সভা-সমিতি পাত যুৰোঁ। এই ৰকমে পণ্ডিতজীয়ে নগাৱঁৰ দক্ষিণ অঞ্চলত মিকিৰ পাহাৰলৈকে ঘূৰা-ঘূৰি কৰে। স্বৰ্গীয় সত্যহাস গোস্বামীয়ে উত্তৰ অঞ্চলত, নবেন্দ্ৰনাথ হাজৰিকাই পুৰণিগুদামৰ চাৰিওপাশে পাহাৰলৈকে, লক্ষ্মীপ্ৰসাদ ভূঞা আৰু কালীপ্ৰসাদ ভূঞাই কলিয়াবৰ অঞ্চলত ঘূৰিবলৈ লয়। কমলানন্দ ভট্টাচাৰ্য্যক টাউনতে এখন জাতীয় স্কুল খুলি তাৰ ভাৰ অৰ্পণ কৰা হয়।

অসহযোগ আন্দোলন ক্ৰমে বিয়পি গাৱেঁ-ভূঞে প্ৰচাৰ হয়। এই অভিযানৰ ফলত নগাওঁ জিলাত কানিৰ প্ৰচলন শতকৰা ৪০ ভাগলৈ নামি আহে। চৰকাৰ পক্ষই দৃঢ়তাৰে আন্দোলন দমাবৰ কাৰণে নানান উপায় লয়।

মহাত্মা গান্ধীক ঈশ্বৰৰ অৱতাৰ স্বৰূপ কল্পনা কৰি তেওঁৰ নিৰ্দ্দেশকে বেদমন্ত্ৰ বুলি ধৰি সকলো কৰ্ম্মীয়ে একান্ত মনে যেয়ে যেনেকৈ পাৰে দেশৰ মুক্তি সংগ্ৰামত লাগি গৈছিল। মাদকতা নিবাৰণ, খদ্দৰ পৰিধান আৰু উৎপাদন, বিদ্দেশী বৰ্জ্জন, অস্পৃশ্যতা বৰ্জ্জন, হিন্দু-মুছলমান সম্প্ৰীতি আৰু স্বাধীনতা—এয়ে আমাৰ মন্ত্ৰ আছিল। সভা-সমিতিবিলাকত আমাৰ ভাষণৰ মূল কথাও সেয়ে। খিলাফৎ আন্দোলনে মুছলমানসকলৰ মাজত আঁলোড়ন তুলিছিল আৰু সেয়ে কম সংখ্যক হলেও আমাৰ লগ লৈছিল। লগে লগে আমি দেশৰ আৰু আন্দোলনৰ কৰ্ণধাৰসকলৰ পৰিচয় দিছিলোঁ। মহাত্মা গান্ধীৰ লগৰীয়া মতিলাল নেহেৰু, চিত্তৰঞ্জন দাশ, মদনমোহন মালব্য, লালা লাজপত ৰায়,



লোকমান্য তিলক, মহম্মদ আলি, চৌকত আলি, হাকিম আজমল খাঁ প্ৰভৃতি নেতাসকল কোন কেনে আৰু কি তাৰো পৰিচয় দিয়া হৈছিল।

মহাত্মা গান্ধীক অসমলৈ আমন্ত্ৰণ জনোৱাৰ প্ৰস্তাৱ গুৱাহাটীত বহা কংগ্ৰেছৰ সভাত গৃহীত হ'ল আৰু আমন্ত্ৰণ জনোৱা হ'ল। ১৯২১ চনৰ ১৮ আগষ্টত মহাত্মা গান্ধী গুৱাহাটী প্যয়হি আৰু তৰুণৰাম ফুকনৰ ঘৰতে আলহী ৰখা হয়। তেখেতৰ লগত আহিছিল ৺মহম্মদ আলি আৰু তেখেতৰ পৰিবাৰ, ৺চৌকত আলি, ৺যমুনালাল বাজাজ আদি। অসমৰ প্ৰায় সকলো কৰ্ম্মীয়ে সেই অভ্যৰ্থনাত গোট খায় আৰু অতি উল্লাসেৰে অভিনন্দন জনোৱা হয়। নগাৱঁৰপৰা আমি প্ৰায় এশজন কৰ্ম্মীয়ে গুৱাহাটীৰ অভ্যৰ্থনাৰ কাৰণে দুই দিন আগতেই যাওঁ। গুৱাহাটীত কৰ্ম্মীসকলৰ বিশেষ কৰ্ত্তব্য হৈছিল, বিলাতী কাপোৰ সংগ্ৰহ আৰু মুষ্টিভিক্ষা কৰি কেম্পত থকা ৩।৪ শ ভলন্টিয়াৰৰ খোৱা-বোৱাৰ ব্যৱস্থা। বিলাতী কাপোৰ বহু গোট খালে আৰু মহাত্মাৰ চকুৰ আগতে ফুকনৰ বাসস্থানৰ বহল চোতালত দ'মাই অগ্নি সংযোগ কৰা হয়। সেই দৃশ্য চাবলৈ গুৱাহাটীৰ জনতাৰ ভীৰ, সেই কালতে, কল্পনা কৰিব নোৱাৰা হৈছিল। ৰাজহুৱা সভাত মহাত্মা আৰু মহম্মদ আলিৰ ভাষণ, ফুকন ডাঙৰীয়াই প্ৰাঞ্জল অসমীয়াতে ভাঙনি কৰি বুজাই গৈছিল।

পিচদিনা মহাত্মা গান্ধী তাৰপৰা জাহাজেৰে তেজপুৰলৈ যায়। নগাৱঁলৈ ২৩ আগষ্ট তাৰিখে পুৱা আহি পাবহি বোলাত আমি নগঞা কৰ্ম্মীসকল তেতিয়াই নগাৱঁলৈ ওভটো। ওচৰৰ ৰাইজ আৰু ভলন্টিয়াৰসকল গোট খাই পিচদিনাই জুবিলী পথাৰত এখন প্ৰকাণ্ড ৰভা নিৰ্ম্মাণ কৰি উলিয়াই; কিন্তু ২২ তাৰিখে দুপৰীয়া সেই সময়ৰ উপায়ুক্ত হিজিঙ্ক্ চাহাবে জুবিলী পথাৰৰ ৰভা ভাঙি দিবলৈ নিৰ্দ্দেশ জাৰি কৰাত, ৰাতিৰ ভিতৰতে, বৰ্ত্তমান ষ্টেট মটৰ ট্ৰেন্সপৰ্টৰ পূবে কলঙপাৰৰ ফালৰ খালি কিন্তু জঙ্ঘলী ঠাইডোখৰ আমি চাফা কৰি এখন ৰভা সাজি উলিৱাওঁ। পিচদিনা পুৱাতে মহাত্মা সদলবলে নগাওঁ পায়হি। স্বৰ্গীয় বিদ্যাধৰ বৰুৱা সেইকালত উকীল আৰু তেখেতৰ পকা ঘৰতে মহাত্মাক ৰখাৰ ব্যৱস্থা হয়। মৌলানাদ্বয়ক নুৰুদ্দিন আহম্মদ উকীলৰ ঘৰত ৰখা হয়। মহাত্মা গান্ধীৰ আগমনৰ আগৰেপৰা নগাৱঁৰ ডেকাসকলৰ ভিতৰত স্বৰ্গীয় চন্দ্ৰনাথ বৰঠাকুৰ, শ্ৰীযোগসিং ছেত্ৰী, শ্ৰীটঙ্কেশ্বৰ শৰ্ম্মা আৰু চাকৰী কৰাসকলৰ ভিতৰত ৺মাণিকচন্দ্ৰ বেজবৰুৱা, ৺দেবেন্দ্ৰনাথ বৰুৱা, ৺শৰৎকুমাৰ বৰদলৈ আৰু মোৰ দেউতা আদি কৰি কেইগৰাকীমান চাকৰিয়ালৰ অকপট

সহায় আৰু সমৰ্থন লাভ কৰিছিলোঁ। নুৰুদ্দিন আহমদ, বৃন্দাবনচন্দ্ৰ গোস্বামীয়ে তেতিয়াৰপৰাই আমাৰ লগত সক্ৰিয় সহযোগিতা কৰে আৰু ওকালতি সাময়িক ভাৱে ত্যাগ কৰে। বৃন্দাবনচন্দ্ৰ গোস্বামীয়ে ৯ মাহ কাৰাদণ্ড ভুগি ১৯২২ চনতহে কংগ্ৰেছৰপৰা আঁতৰি যায়। নগাঁৱৰ যিসকল ডেকাই সেই সময়ত আমাৰ লগত বা নিজেই যথাসম্ভৱ আন্দোলনত ঘূৰিছিল কিন্তু জেললৈ যাবলৈ প্ৰস্তুত নাছিল—তেখেতসকলৰ নাম উল্লেখ নকৰিলে ভুল হ'ব বুলিয়েই উল্লেখ কৰিলোঁ। তেখেতসকল আছিল—স্বৰ্গীয় বিমলাকান্ত বৰা, ( সৰ্ব্বশ্ৰী ) গোপাল-চন্দ্ৰ বৰা, কণপাই দাস, চৰ্দ্দাৰ যোগসিং ছেত্ৰী, সুৰেন্দ্ৰনাথ হাজৰিকা, মহম্মদ এৰফান্, স্বৰ্গীয় আব্দুল কাদিৰ প্ৰভৃতি।

মহাত্মা গান্ধী সতীৰ্থসকলেৰে উজনি অসমৰ যোৰহাট, ডিব্ৰুগড়লৈ যাওঁতে আমি অসমৰ ভলন্টিয়াৰ হিচাবে নগাঁৱৰপৰা ৯ জন গৈছিলোঁ। যোৰহাট, ডিব্ৰুগড়পৰা ঘূৰি আহি লামডিঙত মহাত্মাক বিদায় দি নগাঁৱলৈ আমি উভতি আহোঁ। মহাত্মাৰ লগত ফুকন ডাঙৰীয়া আৰু কেইগৰাকীমান গৈছিল, যিসকলৰ নাম স্পষ্টকৈ এতিয়া মনলৈ আনিব পৰা নাই।

মহাত্মা গান্ধীৰ অসম ভ্ৰমণে আৰু বাজাজৰ দ্বাৰা উকীলসকললৈ বঢ়োৱা মাহিলী দুশটকাৰ প্ৰতিশ্ৰুতিয়ে অসমৰ এক সংখ্যক ডেকা উকীলক আন্দোলনলৈ আকৰ্ষণ কৰিলে আৰু সৰ্ব্বত্ৰ অসহযোগৰ আলোচনা প্ৰচাৰ হবলৈ ধৰিলে। টাউনবিলাকত বিদেশী বৰ্জ্জন আৰু গাঁৱঁত সূতা-কটা, কানি-ভাং-মদ নিবাৰণী অভিযান পূৰ্ণ উদ্যমে চলিবলৈ ধৰিলে। নগাঁৱৰ জাতীয় স্কুলৰ অৱস্থা ক্ষীণ হ'ল, যিহেতু ছাত্ৰসকলে পঢ়াতকৈ গাঁৱঁত প্ৰচাৰ কাৰ্য্যৰ প্ৰতি আকৃষ্ট হৈছিল কাৰণে সেই স্কুল লোপ পালেগৈ।

শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ স্বৰ্গীয় পীতাম্বৰদেৱ গোস্বামীয়ে পুৰণিগুদামৰ তেখেতৰ সত্ৰৰ বাহৰত থাকি অবিৰাম প্ৰচাৰকাৰ্য্য চলাইছিল। তেখেতৰ লগত আলোচনাৰ কাৰণে আৰু শ্ৰদ্ধা জনাবলৈ কৰ্ম্মীসকলেও যাতায়াত কৰি থাকে।

৯ ডিচেম্বৰৰ দিনা নগাঁৱত ধৰ-পাকৰ আৰম্ভ হয় আৰু বৃন্দাবনচন্দ্ৰ গোস্বামী, গোলোকচন্দ্ৰ গোস্বামী, সত্যহাস গোস্বামী, হলধৰ ভূঞা, জোনাৰাম বৰা, কমলানন্দ ভট্টাচাৰ্য্য, চন্দ্ৰমোহন বিশ্বাস গ্ৰেপ্তাৰ হয়। জিলা কংগ্ৰেছ কমিটীৰপৰা আহমদাবাদ কংগ্ৰেছলৈ নিৰ্ব্বাচিত প্ৰতিনিধিসকলৰ ভিতৰত মোৰ বাহিৰে সকলো গ্ৰেপ্তাৰ হ'ল। ১৬ ডিচেম্বৰত বিচাৰৰ দিন আৰু সেইদিনা কলঙপাৰত এখন বিৰাট ৰাজহুৱা সভা হয়। সেই সভাত কমকৈও দহ হাজাৰ



মানুহৰ সমাবেশ হয়। সেইসকলে নেতাকেগৰাকীৰ বিচাৰ শুনিবলৈ আহিছিল কিন্তু পুলিচৰ তাড়নাত কাছাৰীৰ চৌহদত সোমাব নোৱাৰি সভালৈকে আহিল। সভাত সভাপতিত্ব কৰা আৰু ভাষণৰ ভাৰ মোৰ ওপৰতে আছিল। মোৰ ওচৰতে আমাৰ প্ৰায় ৫০ জনমান ভলন্টিয়াৰ আছিল আৰু মোৰ পিচতে মহবুব আলিয়ে ভাষণ দিয়াৰ কাৰ্য্যসূচী। মই ভাষণ দি থাকোঁতেই ৺জগৎচন্দ্ৰ দাস নামৰ পুলিচ দাৰোগাজনে এটা সশস্ত্ৰ পুলিচ বাহিনী আনি বন্দুক টোঁৱালত জনতা ছত্ৰভঙ্গ দিবলৈ ধৰিলে। গাৰো-কুকী চিপাহীয়ে মূৰত টুপী থকা সকলোকে ধৰিবলৈ আদেশ পাই সকলোকে ধৰিলে কিন্তু মূৰৰ টুপিটো মোৰ অজ্ঞাতে কোনো শুভাকাঙ্ক্ষীয়ে আঁতৰাই নিয়াত সকলো ভলন্টিয়াৰৰ মাজতে থকা স্বত্বেও মোক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে কাৰণ মোক জগৎ দাৰোগাৰ বাহিৰে আন কোনো চিপাহীয়ে চিনি নাপাইছিল। সেইদিনা প্ৰায় ৫০ জন সহকৰ্ম্মী গ্ৰেপ্তাৰ হোৱাত মই সঙ্গীহীন হলোঁ বুলি তেওঁলোকৰ লগে লগে শোভাযাত্ৰাত যাওঁতে কেইজনমান টুপী নোহোৱা স্বেচ্ছাসেৱকে মোক দলৰপৰা মাতি আনি মোৰ পিতৃৰ অনুমতি লৈ, ধন সংগ্ৰহ কৰি আহমদাবাদ কংগ্ৰেছলৈ যাবৰ কাৰণে মোক তেজপুৰলৈ আগবঢ়াই থয়।

তেজপুৰৰপৰা স্বৰ্গীয় পৰমানন্দ আগৰৱালা ( স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাৰ পিতৃ ), জ্যোতিপ্ৰসাদ আগৰৱালা আৰু তেখেতৰ ভাই এজনৰ লগত জাহাজযোগে গৈ আমিনগাঁৱৰপৰা ৰেলগাড়ীত আহমদাবাদলৈ যাওঁ। আহমদাবাদ কংগ্ৰেছত মহাত্মাক সাক্ষাত কৰোঁ আৰু তাতেই প্ৰথমবাৰৰ কাৰণে পণ্ডিত জৱহৰলাল নেহেৰুক দেখা পাওঁ। উভতি আহোঁতে স্বৰ্গীয় কামাখ্যাৰাম বৰুৱা আৰু স্বৰ্গীয় গোপীনাথ বৰদলৈৰ লগতে আহিলোঁ।

নগাওঁ পাই জানিবলৈ পাওঁ যে নেতাসকলৰ কিছুমানক শ্ৰীহট্ট জেললৈ বদলি কৰিলে, কিছুমান নগাওঁ জেলতে আছিল আৰু কিছুমানে শাৰীৰিক অসুস্থতা আৰু গৃহাদিৰ অশান্তিৰ অজুহাতত প্ৰতিশ্ৰুতি দি জেলৰপৰা ওলাই আহিল। মোৰ পিতৃদেৱতাক ৰোগশয্যাত পাওঁহি। ক্ৰমে ৰোগ কঠিন হৈ লিচত মৃত্যুমুখত পৰে। ৰোগশয্যাত থাকিও মোৰ পিতৃদেৱতাই মোক গ্ৰেপ্তাৰ কৰিবলৈ অহাত বাধা বা আপত্তি কৰা নাছিল। মোৰ গ্ৰেপ্তাৰ ফেব্ৰুৱাৰী মাহলৈকে বিলম্বিত হৈছিল, কাৰণ মোৰ দেউতা ৰোগশয্যাত থকাৰ কাৰণেই নগাঁৱৰ উপায়ুক্তই বিলম্বিত কৰিছিল। মোৰ গ্ৰেপ্তাৰ হ'ল আৰু নগাওঁ জেলত গৈ সহকৰ্ম্মীসকলক লগ পাই ভালেই লাগিল। এইৰকমে প্ৰায়

এমাহমান যোৱাৰ পিচত মোৰ পিতৃৰো ৰোগ কঠিন হৈ অহাত আৰু মৃত্যুৰ আশঙ্কাও ঘনীভূত হোৱাত, তাৰোপৰি ঘৰত শুশ্রূষাৰ ক্রটি হোৱাৰ বাতৰিত, মোৰ বন্ধুসকলৰ পৰামৰ্শক্রমে মই বাহিৰত থকা কালত কোনো অসহযোগৰ কাম নকৰো বুলি প্রতিশ্রুতি দি আহিব লগা হ'ল। তেতিয়ালৈ বাহিৰত কোনো আন্দোলনো নাছিল। মহাত্মাই চৌৰী-চৌৰাৰ ঘটনাৰ পিচত অসহযোগ আন্দোলন প্রত্যাহাৰ কৰিছিল কিন্তু মই তাকো পোৱা নাছিলোঁ কাৰণ একান্ত-মনে দেউতাৰ শুশ্রূষা, নৰিয়াত পৰি থকা মাৰ শুশ্রূষাত ব্যস্ত থাকি শেহত মোৰ দেউতাকক শেষ চিকিৎসাৰ কাৰণে শ্বিলঙৰ পেষ্টিয়ৰলৈ নিওঁ আৰু তাতে তেখেত স্বৰ্গগামী হয়।

ইয়াৰ ভিতৰতে আন্দোলন বন্ধ হ'ল আৰু আমিও নিজ নিজ কৰ্ত্তব্য বাচি ললোঁ।

# দ্বিতীয় আৰু তৃতীয় অসহযোগ আন্দোলনৰ স্মৃতি

**শ্রীৰাধিকাৰাম দাস বি. এল.**

১৯২৯ চনৰ পূজাৰ বন্ধত 'অসম ছাত্র সন্মিলন'ৰ অধিবেশন গোলাঘাটত বহে। মই এই ছাত্র সন্মিলনৰ কোনো অধিবেশনকে বাদ দিয়া নাছিলোঁ আৰু এই অধিবেশনতো প্রতিনিধি হিচাবে যোগ দিছিলোঁ। অসম ছাত্র সন্মিলনৰ লগতেই গোলাঘাটৰ স্বৰ্গীয় শঙ্কৰচন্দ্র বৰুৱাই যুৱকসকলৰো এখন সঙ্ঘ স্থাপনৰ আয়োজন কৰে। যুৱকসকলৰ এই প্রথম অধিবেশন দেশভক্ত তৰুণৰাম ফুকনৰ সভাপতিত্বত অনুষ্ঠিত হয়। সেই অধিবেশনতেই 'সদৌ অসম যুৱক সঙ্ঘ' নাম দি এটা অনুষ্ঠান গঠিত হয়। দেশভক্ত ফুকন এই সঙ্ঘৰ সভাপতি, শঙ্কৰ বৰুৱা, শ্রীদেবেন্দ্রনাথ শৰ্ম্মা আৰু মই যুটীয়া সম্পাদক নিৰ্ব্বাচিত হওঁ। এই সঙ্ঘৰ অফিচ চলোৱাৰ যাবতীয় কামৰ দায়িত্ব মোৰ ওপৰতেই অৰ্পণ কৰে। মইয়েই প্রথমতে অসমত এই যুৱক সঙ্ঘটোৰ সভ্য ভৰ্ত্তি কৰোঁ। শ্রীবিজয়চন্দ্র ভাগৱতী, শ্রীমহেন্দ্রমোহন চৌধুৰী, শ্রীগিৰীন্দ্রচন্দ্র চৌধুৰী, শ্রীদেবেন্দ্রচন্দ্র চৌধুৰী আদি বহুতো কটন কলেজৰ ছাত্র 'যুৱক সঙ্ঘ'ৰ সভ্য ভৰ্ত্তি হয়। যুৱক সঙ্ঘৰ কোনো পুঁজি নথকাত কটন কলেজৰ ছাত্রাবাসৰ কিছুমান ছাত্রই আঘোণৰ পূৰ্ণিমাত (মহখেদা উৎসৱত) দল বান্ধি ঘৰে ঘৰে ফুৰি কিছু টকা সংগ্রহ কৰি দিয়ে আৰু এই পুঁজিৰেই 'যুৱক সঙ্ঘ'ৰ কাম আৰম্ভ কৰা হয়।

১৯৩০ চনত ২৬ জানুৱাৰী (স্বাধীনতা দিবস) ভাৰতৰ সকলো ঠাইতেই পালন কৰা হয়। যুৱক সঙ্ঘৰ অন্তৰ্ভুক্ত ছাত্রসকলৰ সহযোগত গুৱাহাটীৰ জুবিলী পথাৰত মহাসমাৰোহেৰে জাতীয় পতাকা উত্তোলন কাম সমাধা কৰা হয়। এই পতাকা উত্তোলন কাৰ্য্যই ছাত্র আৰু যুৱকৰ মাজত এটা উৎসাহ আৰু উদ্দীপনা আনি দিয়ে।

ইতিমধ্যে ভাৰতৰ চাৰিওপিনে স্বাধীনতাৰ আন্দোলন বিয়পি পৰিছে; কিন্তু অসমত বিশেষ একো নোহোৱাত গৰমৰ বন্ধৰ আগে আগে গুৱাহাটীত কটন কলেজৰ ছাত্রসকলকো আহ্বান কৰি 'যুৱক সঙ্ঘ'ৰ এখন বিশেষ সভা পাতি ছাত্রসকলে যাতে গাৱেঁ গাৱেঁ গৈ ৰাইজৰ মাজত প্রচাৰ কৰি এই আন্দোলনটো সক্রিয় কৰি তোলা হয় এই মৰ্ম্মে এটা প্রস্তাৱ গৃহীত হয়।

ছাত্রসকলেও এই সিদ্ধান্ত মানি লৈ গাৱেঁ-ভুঁঞে আন্দোলনটো কাৰ্য্যকৰী কৰাৰ সঙ্কল্প গ্ৰহণ কৰে।

মহাত্মা গান্ধীয়ে লোন আইন ভঙ্গ কৰাৰ পিচত গোটেই দেশতে বিপ্লৱটো বিয়পি পৰে, কিন্তু অসমৰ নেতৃস্থানীয় লোকসকলৰপৰা এই বিষয়ে কোনো সঁহাৰি পোৱা নগ'ল। কিন্তু শিক্ষাধিকাৰ মিঃ কানিংহাম চাহাবৰ কুখ্যাত চাৰকুলাৰখনে ছাত্ৰ-শক্তিক জগাই তোলাত অসমতো স্বাধীনতা আন্দোলনৰ জুই দাউ-দাউ কৰি জ্বলি উঠিল। তাক আৰু নতুনকৈ দোহাৰিবৰ সকাম নাই।

গবমৰ বন্ধৰ পিচতে কলেজ খোলাৰ লগে লগে কটন কলেজত পিকেটিং কৰাৰ সিদ্ধান্ত লোৱা হয়; বহুতো নামকৰা ছাত্ৰৰ উপৰিও গুৱাহাটী চহৰৰ ভালেমন গণ্যমান্য ঘৰৰ মহিলাই কটন কলেজৰ দুৱাৰ-মুখত পিকেটিং কৰি ছাত্ৰকসকলক ক্লাছ কৰা বন্ধ কৰে। কাকো গ্ৰেপ্তাৰ নকৰাত শেষত গৈ পিকেটিং বন্ধ কৰা হ'ল। ময়ো তেতিয়া কলেজ পৰিত্যাগ কৰোঁ।

লোন আইন ভঙ্গ কৰাৰ পিচত আকৌ যি আন্দোলন আৰম্ভ হৈছিল, তাত অসমৰ জনসাধাৰণ, বিশেষকৈ যুৱকসকল পিচ পৰি থকা নাছিল। ত্যাগবীৰ হেম বৰুৱা, সিদ্ধিনাথ শৰ্ম্মাৰ উদগণিত আৰু যুৱকসকলৰ সহযোগত গুৱাহাটীৰ কাৰ্জ্জন হলত ( বৰ্ত্তমান নবীন বৰদলৈ হল ) গুৱাহাটী জিলা কংগ্ৰেছৰ এখন জৰুৰী অধিবেশন বহে। গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ পদ লোকপ্ৰিয় বৰদলৈয়ে ইস্তফা দিয়াত ত্যাগবীৰ হেম বৰুৱা সভাপতি নিৰ্ব্বাচিত হয়। উক্ত সভাত গাৱঁৰ ফালৰ বহুত মানুহ উপস্থিত আছিল। জিলা কংগ্ৰেছৰ এই অধিবেশনতে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয়। সেই সময়ত জিলা কংগ্ৰেছ কমিটীৰ সমূলি পুঁজি নাছিল। কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ উপদেশমতে মই ২।৪ জন যুৱকক লগত লৈ গুৱাহাটী চহৰৰ ঘৰে ঘৰে গান গাই গাই ভিক্ষা কৰি তিনিশৰ ওপৰ টকা সংগ্ৰহ কৰোঁ আৰু সেয়ে জিলা কংগ্ৰেছৰ পুঁজি হয়।

মই সেই সময়ৰ অসম ছাত্ৰ সন্মিলনৰ সম্পাদক শ্ৰীৰজনীকান্ত গোস্বামীৰ লগ লাগি ছাত্ৰ সন্মিলনৰ এখন বিশেষ জৰুৰী অধিবেশন আহ্বান কৰোঁ। সেই অধিবেশনত সভাপতিত্ব কৰিছিল শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়াই। সেই অধিবেশনতে আন্দোলনটো কৃতকাৰ্য্য কৰি তুলিবলৈ ছাত্ৰসকলৰ প্ৰতি আবেদন জনাই পূৰ্ব্বৰ প্ৰস্তাৱকে দোহৰে।

মই গুৱাহাটী মহকুমাৰ বহুতো ঠাইত খোজ কাঢ়ি কাঢ়ি ফুৰিছিলোঁ।



বেলিৰাম দাস, দেৱেঁন্দ্ৰচন্দ্ৰ চৌধুৰী আৰু মই ৰামপুৰত শ্ৰীচৌধুৰীৰ ঘৰতেই থাকি কুকুৰমাৰাত ভলন্টিয়াৰসকল থকা-মিলাৰ এটা কেম্প খোলোঁ। গাৱঁত মানুহৰপৰা সহায় আৰু সহযোগ পাইছিলোঁ। ৰামপুৰ কুকুৰমাৰা অঞ্চলত আমি তিনিওজন ঘূৰি-ফুৰি বহুতো কানীয়াৰ পট্টা পুৰি পেলাওঁ আৰু কিছু ভলন্টিয়াৰ যোগাৰ কৰি গুৱাহাটীলৈ আহোঁ। গুৱাহাটীত কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়াই ভলন্টিয়াৰসকলক থাকিবলৈ তেখেতৰ কেইটামান ভাড়া ঘৰ দি সকলো প্ৰকাৰে সেই কেম্পত সহায় কৰিছিল। প্ৰথমতেই শ্ৰীগিৰীন্দ্ৰ চৌধুৰী আৰু শ্ৰীউপেন্দ্ৰনাথ নবীচে এই কেম্পৰপৰা গৈ ফাঁচিবজাৰত পিকেটিং কৰি গ্ৰেপ্তাৰ হয়। আমি গাৱেঁ গাৱেঁ ফুৰি ভলন্টিয়াৰ যোগাৰ কৰি কেম্পলৈ পঠাওঁ আৰু তাৰপৰা পিকেটিঙৰ কাম চলি থাকে। ভলন্টিয়াৰ কৰাত স্বৰ্গীয় গোলোকচন্দ্ৰ পাঠকৰ অবদানেই বেছি। কেম্পৰ দায়িত্বত শ্ৰীলক্ষ্মীধৰ বৰা আৰু শ্ৰীহৰেশ্বৰ পণ্ডিত আদিয়ে তেওঁক সহায় কৰিছিল। ৺কহাৰ ককাই মুষ্টিভিক্ষা কৰি চাউল-পাত যোগাৰ কৰি আনিছিল।

ৰামপুৰ আদি ঠাই সংগঠন কৰাৰ পিচত স্বৰ্গীয় চন্দ্ৰকুমাৰ চেকচেনা, স্বৰ্গীয় কমলা মেনেজাৰৰ সৈতে নগৰবেৰা অঞ্চললৈ যাওঁ। সেই সময়ত নগৰবেৰালৈ যোৱাৰ বাট-পথকে আদি কৰি কোনো সা-সুবিধা নাছিল। আমি গুৱাহাটীৰপৰা জাহাজেৰে গৈ খোলাবান্ধা পাইছিলোঁ আৰু খোলাবান্ধাৰপৰা নাও লৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ নগৰবেৰাত পৌছিছিলোঁ। নগৰবেৰালৈ যাওঁতে আমাৰ এদিন এৰাতি লাগিছিল। আমি পানী ভাঙ্গি ভাঙ্গি বাৰকুৰি বাই বাই মিটিং কৰি ভলন্টিয়াৰ সংগঠন কৰি উলিয়াইছিলোঁ। সেই অঞ্চলত ৪।৫ দিনমান ঘূৰা-ফিৰা কৰি ২০ জনমান ভলন্টিয়াৰ সংগ্ৰহ কৰিবলৈ সমৰ্থ হওঁ। তাৰ পিচত আমি ধুপধুৰালৈ আহোঁ। মোৰ বিৰুদ্ধে ওৱাৰেণ্ট ওলোৱা বুলি তাতে খবৰ পাওঁ। গুৱাহাটীৰ কেম্পত ভলন্টিয়াৰ লাগে বুলি শ্ৰীলক্ষ্মীধৰ বৰাৰপৰা চিঠি এখন পাই চেকচেনা আৰু কমলা মেনেজাৰক সেই অঞ্চলতে কামৰ দায়িত্ব দি মই ২০ জনমান ভলন্টিয়াৰ লৈ ২৪ মাইল বাট খোজ কাঢ়ি আহি ৰাতি ছয়গাওঁ ডাক্তৰখানা পাওঁ। শ্ৰীউমাকান্ত কলিতা ছয়গাওঁ ডাক্তৰখানাৰ কম্পাউণ্ডাৰ আছিল। তেখেতে আমাৰ আটাইবোৰকে ৰাতি খোৱা-লোৱা থকা-মিলাৰ সুবিধা কৰি দিছিল। পিচদিনা ছয়গাৱঁৰপৰা ৰামপুৰলৈকে খোজ কাঢ়ি আহি বাছ এখন কোনোমতে যোগাৰ কৰি আবেলি গুৱাহাটী পাওঁ। ভলন্টিয়াৰসকলক কেম্পত ৰাখি পাণবজাৰত মই শ্ৰীলক্ষ্মীধৰ বৰাৰ ঘৰত

শুই পৰোঁ। কিন্তু পিচদিনা ৰাতি নৌপুৱাওঁতেই শ্ৰীৰবাঁৰ ঘৰ পুলিচে ঘেৰাও কৰে। ৰাতি পুৱালত মোক গ্ৰেপ্তাৰ কৰি জেললৈ লৈ যায়। তেতিয়াহে মই খবৰ পালোঁ যে সদৌ অসম যুৱক সঙ্ঘ বেআইনী ঘোষণা কৰা হৈছে। ৰামপুৰ অঞ্চলত আমি কানীয়াৰ পট্টা পোৰা আৰু বেআইনী সঙ্ঘৰ সম্পাদক হিচাবে কাম কৰি থকাৰ বাবেই মোক গ্ৰেপ্তাৰ কৰা হ'ল। এমাহৰো অধিকদিন বিচাৰাধীন হৈ থকাৰ পিচত মোক তিন মাহৰ কাৰাদণ্ড দিয়ে। জেলত শ্ৰীৰজনীকান্ত গোস্বামী, শ্ৰীনৰনাৰায়ণ গোস্বামী, শ্ৰীদেবেন্দ্ৰচন্দ্ৰ চৌধুৰী, ৺বেলিৰাম দাস প্ৰভৃতিৰ লগত বেচ আনন্দেৰে মাহকেইটা কটালোঁ।

মাঘ মাহত সৰস্বতী পূজাৰ আগে আগে মোক খালাছ দিয়ে। বাহিৰত তেতিয়া আন্দোলন সেমেকা পৰিছে। জেলৰপৰা ওলোৱাৰ ২।৩ দিনমান পিচতেই কমলা মেনেজাৰে মোক পুনৰ ছমৰীয়া অঞ্চললৈ লৈ যায়। শ্ৰীতীৰ্থনাথ শৰ্ম্মা, কমলা মেনেজাৰ আৰু মই বকো-ছমৰীয়া অঞ্চললৈ যাওঁ। আমাৰ উদ্দেশ্য আছিল যে আৰু কিছু সংখ্যক ভলন্টিয়াৰ সংগ্ৰহ কৰি লৈ পুনৰ গুৱাহাটীত পিকেটিং আন্দোলন সজাগ কৰি তোলা। সেই অঞ্চলত কেই-খনমান মিটিং কৰি কিছু ভলন্টিয়াৰ সংগ্ৰহ কৰা হ'ল। তাৰ পিচত এদিন ছমৰীয়া সত্ৰত মিটিং এখন কৰি থাকোঁতেই পুলিচে গৈ আমি তিনিজন আৰু শ্ৰীনবীনচন্দ্ৰ কলিতাকে আদি কৰি ১৯ জনমানক গ্ৰেপ্তাৰ কৰে। ছমৰীয়া সত্ৰৰপৰা জঙ্গলৰ মাজে মাজে ৰাতি বকো থানালৈ অহাৰ সম্ভৱ নহয় কাৰণে ছমৰীয়া সত্ৰতেই আচামী আৰু পুলিচ আটাইবোৰ ৰাতিটো শুই থাকিব লগা হয়। আমাৰ এই গ্ৰেপ্তাৰত গাঁৱত এটা আলোড়ণৰ সৃষ্টি কৰিলে। ৰাতিপুৱা ৰাইজে বেণ্ড পাৰ্টি আৰু ঢোল-খোল আদি লৈ সমদলে বকো থানাত আগবঢ়াই থয়হি। এইবাৰ জেলত ১৫ দিনমান বিচাৰাধীন হৈ থকাৰ পিচত আমাক খালাছ দিয়ে।

গান্ধী-আৰউইন চুক্তিৰ পিচত আমি কিছুমানে আকৌ স্কুল-কলেজত ভৰ্ত্তি হওঁগৈ। মই গুৱাহাটিৰ আৰ্ল ল কলেজৰ ২য় বাৰ্ষিকত পঢ়া এৰিছিলোঁ। কিন্তু কলেজত ভৰ্ত্তি হবলৈ যাওঁতে স্বৰ্গীয় বেলিৰাম দাস আৰু মোৰপৰা কলেজ কৰ্ত্তৃপক্ষই স্বদেশী আন্দোলনত কোনো প্ৰকাৰে সহযোগ নকৰোঁ বুলি এখন লিখিত প্ৰতিশ্ৰুতি বিচাৰিলে। এই প্ৰতিশ্ৰুতি দিবলৈ আমি অসন্মত হওঁ। মোৰ আৰু বেলিৰামৰ আৰ্থিক অৱস্থা অতি শোচনীয়। আমি স্বৰ্গীয়



ডাক্তৰ জ্যোতিষচন্দ্ৰ দাসৰ সহায়ত টকা ধাৰ কৰি লৈ কলিকতা ইউনিভাৰ্চিটীৰ ল কলেজত ভৰ্ত্তি হওঁগে; তাৰেপৰাই 'ল' পাছ কৰি ওলাই আহোঁ।

১৯৩৩ চনত শ্ৰীমতী নেলী সেনগুপ্তাৰ সভাপতিত্বত কলিকতাত জাতীয় কংগ্ৰেছৰ এখন জৰুৰী অধিবেশন পতাৰ আয়োজন হয়। সেই অধিবেশনত যোগ দিবলৈ শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীহৰেশ্বৰ শৰ্ম্মা (পণ্ডিত), শ্ৰীলীলাধৰ বৰুৱা, গোলাঘাটৰ ৺ভোলা বৰুৱা আৰু বুঢ়ী মহিলা তিনিগৰাকীসহ আমি প্ৰায় ১৭।১৮ জনমান সেই কংগ্ৰেছত যোগ দিবলৈ যাওঁ। পুলিচে ধৰাৰ ভয়ত আমি সৰু সৰু দলত গোট হৈ চোৰাংভাবে ৰেলেৰে গৈছিলোঁ। কিন্তু পাৰ্ব্বতীপুৰ ৰেল ষ্টেচনত আমাৰ আটাইবোৰকে পুলিচে গ্ৰেপ্তাৰ কৰে। পাৰ্ব্বতী-পুৰৰ হাজোতত স্বৰ্গীয় হৰিনাৰায়ণ বৰুৱাকো লগ পাওঁ। তেখেতক আগদিনাই পুলিচে গ্ৰেপ্তাৰ কৰি ৰাখিছে, কাৰণ ইতিমধ্যে কলিকতাৰ সেই অধিবেশন বেআইনী বুলি ঘোষণা কৰা হ'ল আৰু লগে লগে বহুতক গ্ৰেপ্তাৰ কৰা হয়। পাৰ্ব্বতীপুৰৰপৰা আমাক দিনাজপুৰলৈ নিয়ে। দিনাজপুৰ কাছাৰীৰ পৰা জেললৈ আমাক দুজন দুজনকৈ হাত-কেৰেয়া লগাই ৰছী বান্ধি চোৰ-ডকাইতৰ দৰে যোজ কঢ়াই নিছিল। আমি খোজ কাঢ়ি কাঢ়ি যাওঁতে গান গাই গাই গৈছিলোঁ। সেইটো এটা ডাঙৰ শোভাযাত্ৰাত পৰিণত হৈছিল। শ্ৰীবিষ্ণুৰাম মেধি আৰু শ্ৰীঅমিয়কুমাৰ দাসকো গ্ৰেপ্তাৰ কৰি পিচদিনা দিনাজপুৰ জেললৈ আনে। দিনাজপুৰ জেলত কেইদিনমান ৰাখি আমাক খালাছ দিয়ে।

১৯৩৪ চনত মহাত্মা গান্ধী হৰিজন আন্দোলন সংক্ৰান্তত অসমলৈ আহে। গুৱাহাটীত স্বৰ্গীয় ডাক্তৰ হৰিকৃষ্ণ দাসদেৱৰ ঘৰতে ৰখা হয়। তেখেত ৰাতি বাহিৰৰ চামিয়নাতে শুলে। শ্ৰীলক্ষ্মীধৰ বৰা, বেলিৰাম দাস আৰু মই তেখেতক চোৱা-মেলাৰ দায়িত্বত আছিলোঁ। ৰাতি দুইমান বজাত সাৰ পাই দেখোঁ যে মহাত্মাজীয়ে নিজৰ বিছনা চপাই-কোচাই ডাঙ্গি লৈ তেখেতৰ বহা কোঠালৈ সোমাইছে। তাকে দেখি আমি তিনিও ধৰ্মৰ কৰি উঠি বহিলোঁ। তেখেতে আমাৰ উঠিবৰ সময় হোৱা নাই বুলি কৈ আমাক শুই থাকিবলৈ কলে; কিন্তু সেইটো জানো সম্ভৱ? তেখেতৰ কাৰণে সজা বহা-কোঠাতে গৰম পানী, নিমখ, নিমুৰ ঠাৰি আদি যতনাই থোৱা হৈছিল। তেখেতে প্ৰথমে দাঁত মাজি, মুখ ধুই লৈ তেখেতলৈ অহা চিঠি-পত্ৰবোৰ পঢ়ি লগে লগে তাৰ উত্তৰ লিখাত লাগি গ'ল। ৰাতিপুৱা ৪ বজাত লিখা-পঢ়াৰ কাম শেষ কৰি প্ৰাৰ্থনা-সভাত যোগ দিলে।

১৯৩৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সোণালী জয়ন্তী গোটেই ভাৰতত পালন কৰাৰ সিদ্ধান্ত হয়। গুৱাহাটীতো এই উৎসৱ মহাসমাৰোহেৰে পালন কৰা হৈছিল। মই ভলন্টিয়াৰ বিভাগৰ সম্পাদক আছিলোঁ।

১৯৩৬ চনত চেণ্ট্ৰেল এছেম্‌ব্লিৰ নিৰ্ব্বাচন হয়। তেজপুৰত শ্ৰীবিষ্ণুৰাম মেধিদেৱৰ সভাপতিত্বত অসম প্ৰাদেশিক কংগ্ৰেছৰ প্ৰাৰ্থী মনোনয়নৰ বাবে সভা বহে। শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, ৺বেলিৰাম দাস আৰু মই একেলগেই এই অধিবেশনলৈ গৈছিলোঁ। এছেম্‌ব্লিৰ মেম্বৰৰ বাবে দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ আৰু স্বৰ্গীয় কুলধৰ চলিহা প্ৰাৰ্থী আছিল। সভাত শ্ৰীমেধি ডাঙৰীয়াই তিনিজন প্ৰাৰ্থীৰ ভিতৰত দেশভক্ত ফুকনে প্ৰতিজ্ঞাপত্ৰত চহী নকৰা আৰু কৰ্ম্মবীৰ বৰদলৈ আৰু কুলধৰ চলিহাই প্ৰতিজ্ঞাপত্ৰত চহী কৰাৰ কথা জনায়। তেতিয়া মই প্ৰস্তাব কৰোঁ যে যিহেতু দেশভক্ত ফুকনে প্ৰতিজ্ঞাপত্ৰত চহী কৰা নাই, তেনে ক্ষেত্ৰত তেখেতৰ দৰখাস্ত মনোনয়ন বিবেচনাৰ যোগ্যই নহয়। শ্ৰীদেবেশ্বৰ শৰ্ম্মা আৰু স্বৰ্গীয় ধনীৰাম তালুকদাৰে দেশভক্ত ফুকনৰ নাম বিবেচনাৰ বাবে প্ৰস্তাৱ দিয়ে। মোৰ প্ৰস্তাৱ শ্ৰীলক্ষ্মীধৰ বৰাই সমৰ্থন কৰে আৰু বেলিৰাম দাসে অনুমোদন কৰে। বহুত সময় সভা নিস্তব্ধ হৈ থকাৰ পিচত দুয়োটা প্ৰস্তাৱ ভোটত দিয়াত মোৰ প্ৰস্তাৱ বিপুল ভোটাধিক্যত গৃহীত হয়। তেতিয়া চলিহা ডাঙৰীয়াই তেখেতৰ প্ৰাৰ্থীপদ উঠাই লোৱাত বৰদলৈ ডাঙৰীয়া কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে মনোনীত হয়।

দেশভক্ত ফুকনে কংগ্ৰেছৰ বিৰুদ্ধে নিৰ্ব্বাচনত জাতীয় দলৰ প্ৰাৰ্থী হিচাবে থিয় দিলে। এফালে কংগ্ৰেছ প্ৰাৰ্থী কৰ্ম্মবীৰ বৰদলৈ আৰু আনপিনে জাতীয় দলৰ দেশভক্ত ফুকন। আমাৰ তয়া-ময়া ৰণ। আমাৰ প্ৰত্যেককে এটা বা দুটা কেন্দ্ৰৰ দায়িত্ব দিছিল। কোনো কোনো দিনা কেন্‌ভাছ কৰিবলৈ গৈ হতাশাৰ হা-হুমুনিয়াহেৰে গাৱঁৰপৰা ফিৰি আহিবলগীয়া হৈছিল। কিন্তু ত্যাগবীৰ হেম বৰুৱাৰ উদ্দগণিত মনত বল পাই পুনৰ গাৱঁলৈ ফিৰিছিলোঁ। ত্যাগবীৰৰ কথা মনত পৰিলে তেখেতৰ প্ৰতি শ্ৰদ্ধাত এতিয়াও শিৰ দোঁ খাই আছে। ফুকনৰ আগৰ দহবছৰীয়া কাৰ্য্যাৱলীৰ ইতিবৃত্ত গেজেটৰপৰা বাহিৰ কৰি যুগুত কৰিবলৈ ত্যাগবীৰ হেম বৰুৱাই, শ্ৰীলক্ষ্মীধৰ বৰা আৰু মোক নিৰ্দ্দেশ দিয়ে। ফুকনৰ উপৰোক্ত কাৰ্য্যকালত তেখেত নো কিমান দিন এছেম্‌ব্লিত উপস্থিত আছিল আৰু কি কি কাম কৰিছিল, সেই সকলোবিলাক কাৰ্জ্জন হলৰপৰা গেজেট আনি লেখি উলিওৱা হ'ল। ফুকন ডাঙৰীয়া প্ৰায়েই উপস্থিত আছিল



আৰু এছেম্‌ব্লিত উপস্থিত থাকিলেও প্ৰায়েই নিমাত। এইবোৰ খবৰ 'অসমীয়া' কাকতত প্ৰকাশ কৰি নিৰ্ব্বাচনৰ কেইদিনমান আগতে ৰাইজৰ মাজত বিতৰণ কৰি প্ৰচাৰ কৰা হয়। এই প্ৰচাৰেই খুব কাম দিয়ে। এই প্ৰচাৰেই সেই নিৰ্ব্বাচনত কংগ্ৰেছ-প্ৰাৰ্থী কৰ্ম্মবীৰ বৰদলৈৰ অভূতপূৰ্ব্ব সাফল্য আৰু দেশভক্ত ফুকনৰ শোচনীয় পৰাজয়!

১৯৪০ চনত গান্ধীজীৰ পৰিকল্পনামতে একক সত্যাগ্ৰহ কৰাৰ সৌভাগ্য মোৰ ঘটিছিল। এখন ডাঙৰ মিটিঙত বৃটিছক ধন আৰু জনেৰে যুদ্ধত সহায় নকৰিবলৈ গোহাৰি জনাইছিলোঁ, কিন্তু পুলিচ উপস্থিত থাকিও মোক গ্ৰেপ্তাৰ নকৰাত ৩।৪ দিনমান মই গাৱেঁ-গাৱেঁ সভা-সমিতি কৰি ঘূৰি ফুৰিছিলোঁ।

১৯৪২ চনত দেশ জুৰি হোৱা আন্দোলনত নিৰ্দ্দেশক্ৰমে মই আত্মগোপন কৰি সক্ৰিয় আন্দোলনত অংশ গ্ৰহণ কৰিছিলোঁ। ওকালতি বন্ধ ৰাখি মই গাৱেঁ-গাৱেঁ এই আন্দোলনক অতি বৈপ্লৱিক কৰি তুলিবৰ কাৰণে যত্ন কৰি ফুৰিছিলোঁ। ত্যাগবীৰ হেম বৰুৱা তেতিয়া শয্যাশায়ী অৱস্থাত বিছনাৰপৰাই বিপ্লৱ পৰিচালনা কৰিছিল। তেওঁৰ নিৰ্দ্দেশক্ৰমেই যাবতীয় সৰ্ব্বভাৰতীয় দিবস-বিলাক গাৱেঁ-ভুঁঞে পালন কৰি এই আন্দোলনক প্ৰাণৱন্ত কৰি ৰাখিছিলোঁ। এনেদৰেই দক্ষিণ কামৰূপৰ ভিতৰুৱা অঞ্চলত আত্মগোপন কৰি আন্দোলন চলাই থকা স্বত্বেও পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ সমৰ্থ নহ'ল।

১৯৪৫ চনত বিয়াল্লিচৰ গণ-বিপ্লৱৰ পৰিসমাপ্তি ঘটিল। ১৯৪৭ চনৰ আগষ্ট মাহৰ ১৫ তাৰিখে ভাৰতে পূৰ্ণ স্বাধীনতা লাভ কৰিলে। এই নিঃকিনেও আজি পৰ্য্যন্ত কংগ্ৰেছ অনুষ্ঠানৰ যোগেদিয়েই সাধ্যানুযায়ী দেশ-সেৱা কৰিবলৈ যত্ন কৰি আহিছোঁ। বৰ সুখৰ কথা যে আজি পৰ্য্যন্ত কোনো দল বাগৰিবৰ দুৰ্নাম লভিবলগা হোৱা নাই।

# ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা

৺অম্বিকাগিৰী ৰায়চৌধুৰী

জীৱনৰ স্বতঃ-নিঃসৃত ক্রিয়াৰ সন্দৰ্ভত সঙ্গীতৰ প্ৰভাৱ সম্বন্ধে কিছু ক'ব লগা হ'লেই, তাৰ বাধা-শৃঙ্খলৰ শিলাকীৰ্ণ হিমগিৰি ফুটাই মুক্তিৰ গঙ্গা বোওৱা গুহ্য আকুলতাক সাফল্য দিয়া বিষয়ত লয়িক-ছান্দিকা-তালিক-মাত্ৰিক ৰূপৰ সম্ভেদী চিন্তাটোও অনিবাৰ্য্যভাৱে আহি মনত পৰে আৰু সেই সম্বন্ধে খুব চমুকৈ হলেও, দুষাৰ ক'ব লগীয়া হয়। কাৰণ, আন সকলো বস্তুৰ দৰে সঙ্গীতৰো দুটা প্ৰভাৱ আছে। এটাৰ প্ৰভাৱে জীৱনক মোহাপ্লুত কৰি পতনৰ তলিলৈকে টানি নমাই দিয়ে, আৰু এটা প্ৰভাৱে প্ৰেৰণাৰ আলোকেৰে উদ্ভাসিত কৰি জীৱনক মুক্তিৰ চিৰোজ্জ্বল নন্দনলৈকে আগুৱাই দিয়ে।

সঙ্গীত হৈছে আত্মা-নিঃসৃত ৰসধাৰা,—মনোজগতৰ স্বতঃস্ফূট পৰিকল্পনাক মুকলি কৰা উচ্ছল আনন্দৰ জীৱন-জুৰি। সৃষ্টিকলা বৈচিত্ৰ্যৰ পোন মুহূৰ্ত্তৰ ঘুণুক-ঘাণাকটোৰেই সঙ্গীতৰ প্ৰথম ৰূপ, আৰু ই লয়-ছন্দ-তাল-মাত্ৰাত দোলন তুলি তুলি ওলাই আহি-আহিয়েই জীৱন বিকাশৰ অনন্ত পথত আগবাঢ়ি আহি আছে। গতিকে, লয়িক-ছান্দিক-তালিক-মাত্ৰিক সমন্বয়-সমলয়ৰ সচ্চল জীৱন্ত সমষ্টিটো সঙ্গীতৰ লগত নিবিড়ভাৱে ওতঃপ্ৰোত।

কিন্তু মনোজগতৰ যিডোখৰ ঠাই বা যিটো চুক এই সমন্বয় বঞ্চিত হৈ পৰি আছে, অৰ্থাৎ লয়-ছন্দ-তাল-মাত্ৰাৰ লাস্যৰত লৰণু ভঙ্গীটোৰে খোপ পাতি বহি লবলৈকে ঠাই বিচাৰি নোপোৱা হৈছে, তাত সঙ্গীতৰ মনোৰম গৰিমাময় প্ৰভাৱটো ম্লান হৈ তাৰ গ্লানিময় প্ৰভাৱটো বৰ্ত্তে। কাৰণ, আত্মিক-বৈচিত্ৰ্যৰ আনন্দ পল্লৱিত হৈ উঠা নিমজ ৰসধাৰাৰ স্পৰ্শ নথকা বাবে লয়িক-ছান্দিক সাৱলীল গতিৰ পথ তাত ৰুদ্ধ হৈ পৰিছে। এইবাবেই, সঙ্গীতৰ অভিযান কোনো ঠাইত সাৰ্থক হয়, আৰু কোনো ঠাইত ব্যৰ্থ হয়,—নাইবা তাৰ উন্মেষেই নঘটে। দৰ্শন, বিজ্ঞান, সাহিত্য, কলা, শিল্প, সংস্কৃতি, সভ্যতা, আৰু যান্ত্ৰিক-মান্ত্ৰিক সকলো ক্ষেত্ৰতে সঙ্গীতৰ এই পৰিণাম ঘটে।

সাঙ্গীতিক সমন্বয়ৰ সঙ্গতিহীন আহ্বানত সৃষ্টি-আনন্দৰ সমৰ্থন নাথাকে।



নৱোন্মেষী জীৱনাঙ্কুৰৰ আকুলতা তাত ম্ৰিয়মান। য'ত সঙ্গীতৰ এই ৰূপগতি স্তব্ধ হয়, তাত জীৱনমুক্তিৰ প্ৰস্ফুৰণতো খিল পৰে। তেতিয়া, সঙ্গীতৰ নামত যি দুন্দুভিকেই বজোৱা নহওক কিয়, সেই খিল আৰু খুলি নপৰে যেতিয়ালৈকে সঙ্গীতৰ নিখুঁত সামন্বয়িক প্ৰভাৱটো তাত বৰ্ত্তি নুঠে। তেতিয়া, সঙ্গীতে জীৱনমুক্তিৰ পৰিবৰ্ত্তে জীৱনঘাতী মোহময় ৰূপেৰে তেনে আপচু অঞ্চলবোৰত প্ৰভাৱ বিস্তাৰ কৰাত লাগি যায়। তেতিয়া, আজিৰ ব্যৱসায়ী বুদ্ধিৰ জঘন্যতাই শ্ৰীকৃষ্ণ, মহাত্মা গান্ধী আদিৰ নাম-মোহৰ মদৰ বটলত, বিড়ী-চিগাৰেটৰ ঠহাত আৰু ভেজাল খাদ্যৰ টিনত লগাই লৈ দুষ্প্ৰবৃত্তিৰ সেৱক হৈ উঠাৰ দৰে, সঙ্গীতকো মদ-বেশ্যা-বিলাসৰ আড্ডা আৰু কলা-শিল্পৰ নামত চলা কোনো কোনো কথাছবি বা আন অনুষ্ঠান আদিত সুমুৱাই লৈ তাৰ কদৰ্য্য প্ৰভাৱটোৰ উপাসক হৈ উঠা হয়, সঙ্গীতৰ নিখুঁত নিৰ্ম্মল প্ৰভাৱটো ঠেকেছি থৈ, তাত উন্মাদনাৰ আহুকাল বৰ্ত্তাই, জীৱনক মোহাচ্ছন্ন কৰি তাক লুপ্তিৰ মুখলৈকে চোচোৰাই টানি নিয়া হ'য়। কিন্তু, সঙ্গীতৰ যি প্ৰভাৱটোৱে জীৱনত অনুপ্ৰেৰণাৰ বিজুলী মাৰি, আগত জয়ৰ অনমনীয় নিচান তুলি দি মুক্তিৰ মহাস্বাদলৈকে অবিশ্ৰান্ত খোজেৰে আগুৱাই নিয়ে, ভাৰতৰ জাতীয় স্বাধীনতা-সংগ্ৰামৰ স্মৃতি টানি আনি তাৰে কথাহে এযাৰ ক'ব খুজিছোঁ।

ভাৰতৰ স্বাধীনতা সংগ্ৰামত সঙ্গীতৰ প্ৰভাৱ অবৰ্ণনীয়। বৃটিছোত্তৰ যুগত মোগল অধিকাৰ উচ্ছেদৰ হকে চলোৱা সংগ্ৰামৰ সংগঠনত ৰাণা প্ৰতাপৰ ৰাজপুতনাত 'চাৰণ-গীত', শিবাজীৰ মহাৰাষ্ট্ৰত 'হৰ হৰ জয় মহাদেউ', শিখ-সকলৰ পঞ্চনদ বা পঞ্জাৱত 'সৎ-চিৎ-আকাল' আদি ৰণ-হুঙ্কাৰবিলাকৰ বাহিৰে, —এনেকি, অসমে ১৬ বাৰ মোগল আক্ৰমণ বিধ্বস্ত কৰাৰ কালতো,—ৰণোচ্ছাস উদ্দীপক সক্ৰিয় সংগ্ৰামমুখী কিবা জাতীয় সঙ্গীত কোনো ভাষাত আছিল নে নাই নাজানো। এনেকি, ১৮৫৭ চনৰ চিপাহী-বিদ্ৰোহ নাম দিয়া ভাৰতৰ প্ৰথম জাতীয় স্বাধীনতাৰ সংগ্ৰামতো সাহিত্যৰ ৰূপত থিতি হ'ব পৰাকৈ পৰ-দাসত্বৰ বিৰুদ্ধে অন্তৰৰ জুই প্ৰকাশক সাঙ্গীতিক উদ্দীপনা কিবা আছিল নে নাই, তাৰো সন্ধান নাপাওঁ। কিন্তু, ভাৰতৰ জাতীয় স্বাধীনতাৰ যুদ্ধত দেশাত্মবোধ উদ্দীপক যি সংগ্ৰামমুখী জাতীয় সাঙ্গীতিক সাহিত্য-সম্পদটো আজি আমি পাইছোঁ, সেইটো সম্ভৱতঃ আধুনিক কালৰ জন্মকোষতহে উৎপাদিত বস্তু, ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছৰ লগতে তাৰ জন্ম, বৃটিছ অধিকাৰ উচ্ছেদ কৰি জাতীয়ভাৱে ভাৰত স্বাধীন হৈ উঠাৰ সক্ৰিয় সংগ্ৰামমুখী অস্ত্ৰ। গতিকে,

ভাৰতে স্বাধীনতা লাভ কৰা বিষয়ত এই দেশাত্মবোধ উদ্দীপক ৰণমুখী সাঙ্গীতিক অস্ত্ৰপাটে সক্ৰিয়ভাৱে কম শক্তি যোগোৱা নাই।

ভাৰতৰ অন্যান্য ঠাই কিছুমানৰ কথা নাজানো, কিন্তু এই দেশাত্মবোধক সঙ্গীতৰ, সেই সময়ত নিক্ৰিয়ভাৱে হলেও সাহিত্যৰ ৰূপ লৈ সংগ্ৰামমুখী উন্মেষ ঘটে পোনতে সম্ভৱতঃ অসম আৰু বঙ্গতেই। অসমত শ্ৰীৰাধানাথ ফুকনৰ—“কিয়নো পাহৰা, অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন”, লক্ষ্মীনাথ বেজবৰুৱাৰ—“অ, মোৰ আপোনাৰ দেশ”,—“আমি অসমীয়া, নহওঁ দুখীয়া, কিহৰ দুখীয়া হম”, চন্দ্ৰকুমাৰ আগৰৱালাৰ “অসমা সুষমা কামৰূপা জয়তু জননী ধৰিত্ৰী দুহিতা”, তৰুণৰাম ফুকনৰ—“আই মোৰ অসম, নিছলী অসম, দুখুনী অসম, আমাৰ দেশ”, হেমচন্দ্ৰ গোস্বামীৰ—“অযোগ্য সন্তান আমি, স্বৰ্গীয় জনম ভূমি” আদি সঙ্গীতৰ আৰু বঙ্গৰ বঙ্কিম চট্টোপাধ্যায়ৰ আনন্দ-মঠ উপন্যাসৰ—“বন্দেমাতৰম”, হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ—“বাজৰে শিঙ্গা বাজ এই ৰবে, সবাই জাগ্ৰত এ বিপুল ভবে, সবাই জাগ্ৰত মানেৰ গৌৰবে, ভাৰত শুধুই ঘুমায়ে ৰয়”, ৰঙ্গলালৰ—“দীনেৰ দীন সবে দীন, ভাৰত হয়ে পৰাধীন”—আদি সঙ্গীতত। এইবোৰ সঙ্গীতত দেশাত্মবোধ-জ্ঞাপক সক্ৰিয় সংগ্ৰামমুখী ৰূপ নাথাকিলেও, নাইবা, সেই সময়ত সেই ৰূপত বহলকৈ জনসাধাৰণৰ মন তালৈ আকৃষ্ট হৈ নপৰিলেও, অদূৰ ভৱিষ্যতত সক্ৰিয়তা জন্মাবলৈকে দেশবাসীৰ মনোৰাজ্যত এইবোৰ সঙ্গীতে সাৰুৱা পলস পেলাই থয়, যাতে সুবিধা বতৰত তাত মুখামুখীকৈ সক্ৰিয় ৰণোন্মাদী শস্য গজি উঠে। এই সুবিধাৰ বতৰ পায়েই বঙ্কিমচন্দ্ৰৰ ‘বন্দেমাতৰম’ক বঙ্গ-ভঙ্গ আন্দোলনৰ সময়ৰপৰা বঙ্গত, আৰু লক্ষ্মীনাথৰ ‘অ’ মোৰ আপোনাৰ দেশ’ক অসহযোগ আন্দোলনৰ সময়ৰপৰা অসমীয়া জনসাধাৰণে জাতীয় সঙ্গীত-ৰূপে গ্ৰহণ কৰে,—আৰু এই সময়ৰপৰাই অসমীয়া ভাষাত আৰু বঙ্গলা ভাষাত জাতীয় সঙ্গীতে সাহিত্যৰ আকাৰ লৈ সক্ৰিয় সংগ্ৰামমুখী তেজেৰে দুয়ো ঠাইত দেখা দিয়ে।

অসমত সক্ৰিয় সংগ্ৰামমুখী সঙ্গীতৰ ঢ’উটো আহি পৰে পোনতে বঙ্গৰপৰা লৰ্ড কাৰ্জ্জনৰ বঙ্গ-ভঙ্গই জন্ম দিয়া স্বদেশী আন্দোলনটোৰ জৰিয়তে ১৯০৫ চনত। এই ঢ’উত বিশেষকৈ গুৱাহাটীত তেতিয়াৰ ছাত্ৰ-শক্তিৰ একাংশ উদ্বেলিত হৈ উঠে, আৰু পুলিচৰ ভয়কো অগ্ৰাহ্য কৰাৰ সাহসেৰে মুখে মুখে সংগ্ৰামমুখী গীত কিছুমান চলে। তেতিয়া মই ছাত্ৰ আছিলোঁ, আৰু এই গীতবোৰ গাই ফুৰাত ময়েই নেতৃত্ব কৰিছিলোঁ। এই সময়তে বঙ্গৰ বৰিশালৰ-



পৰা পুলিচৰ টোকোনৰ কোবত ভঙা মূৰটোত বেণ্ডেজ বান্ধি এজন, নামটো পাহৰি গৈছোঁ,—বঙালী ডেকা গুৱাহাটীলৈ আহি কোনো কোনোৰ ঘৰৰ ভিতৰ মহলাত বৈঠক বহুৱাই হাৰমোনিয়মেৰে “নীতি বন্ধন, কৰোনা লংঘন, ৰাজধৰ্ম্ম সাৰ প্ৰজাৰ পালন। হইয়ে ৰক্ষক, হয়োনা ভক্ষক, অবিচাৰে ৰাজ্য থাকেনা কখন।”—“মায়েৰ দেওয়া মোটা কাপড়, মাথায় তুলে নে ৰে ভাই! দীন দুঃখিনী মা যে আমাৰ, তাৰ বেশী আৰ সাধ্য নাই”—আদি স্বদেশী-আন্দোলনৰ গুৰুত্ব-জ্ঞাপক গীতবোৰ গাই উপস্থিত শ্ৰোতাবিলাকৰ মন বিচলিত কৰি তোলে। আমি কেইজনমান ছাত্ৰই তেওঁৰ সকলো কেইটা বৈঠকতে এই গীতবোৰ শুনো—আৰু আমাৰ মন তাত উদ্বেলিত হৈ উঠে। মই তেতিয়া শাৰীৰিক ব্যায়ামত পকা হৈ উঠা ছাত্ৰ।

এই ১৯০৫ চনতেই কলিকতাত নৃত্য-গীতিত শিক্ষা পোৱা মণিপুৰী সুন্দৰী ১৬ বছৰীয়া গাভৰু নাচনী প্ৰভাৱতীয়ে তেওঁৰ ওস্তাদৰ লগত গুৱাহাটীলৈ আহি ঘৰৰ ভিতৰৰ মজলিছবোৰত—“কাঁপায়ে মেদিনী, কৰ জয়ধ্বনি, জাগিয়া উঠুক মৃত প্ৰাণ। আলস্য জড়তা, নিৰাশা ভীৰুতা, দূৰে কৰিবে পলায়ন।”—“চলৰে চলৰে চলৰে ও ভাই, জীৱন আহবে চল। পৰে থেকে ভাই সুখ কি আছে, লাগুক জীৱন দেশেৰ কাজে;—জীৱন দিলে জীৱন পাবে, হবে জীৱন সফল। ও ভাই চল চল চল”—ইত্যাদি তেজ-উতলা গীতবোৰ গাই আৰু গীতৰ তালে তালে অপূৰ্ব্ব ভঙ্গীমাৰে নাচি নাচি গুৱাহাটীৰ বিশেষকৈ ডেকা ছাত্ৰদলক উদ্বাউল কৰি তোলে। প্ৰভাৱতীৰ এই নৃত্য-গীতত গুৱাহাটীত ছাত্ৰ-সমাজৰ আমি একাংশ অৰ্থাৎ মই, শ্ৰীবিষ্ণু মেধি, ৺কালীৰাম বৰ্ম্মণ, ৺নিধিৰাম দাস, ৺ত্ৰিগুণা বৰুৱা, ৺কুমুদ বৰা, পুষ্প উজীৰ, গণেশ ব্ৰহ্ম, ৺পীতাম্বৰ চক্ৰবৰ্ত্তী, ৺বক্তিম বৰা, বালেক লহকৰ, বিনন্দ বৰুৱা আদি তেতিয়া গৰম হৈ উঠোঁ, আৰু এই গীতবোৰ বাটে বাটে শোভাযাত্ৰা কৰি গাই গাই স্বদেশী আন্দোলনৰ প্ৰচাৰত লাগি যাওঁ। সেই সময়ত গুৱাহাটী নগৰৰ পুলিচ কৰ্ত্তা আছিল ৺বীৰেশ্বৰ সেন। তেওঁৰ পুতেক ৺কেশৱ সেনও আছিল আমাৰ লগত, আৰু তেওঁ নিজেও আছিল এজন স্বদেশী ভক্ত। গতিকে, গীতবোৰ গাই শোভাযাত্ৰা কৰাত পুলিচৰপৰা আমি একো অসুবিধা পোৱা নাছিলোঁ।

ইয়াৰ সম্ভৱতঃ এমাহমান পাচতেই, সমাজ-সেৱামূলক স্বদেশী যাত্ৰাৰ দল এটা লৈ বঙ্গৰ বৰিশালৰ মুকুন্দ দাস গুৱাহাটীলৈ আহে, আৰু প্ৰকাশ্যে ৰাজহুৱাকৈ কেবা ঠাইতো আতুৰক সেৱা কৰা আৰ্হি দেখুৱাই অভিনয় কৰে,

আৰু আগতে প্ৰভাৰতীয়ে গাই যোৱা গীতবিলাককেই গাই শুনাই আমি ছাত্ৰ এদলৰ গৰমটো আৰু তীব্ৰ কৰি তোলে। সম্ভৱতঃ সেই গীতবিলাকো প্ৰভাৰতীয়ে মুকুন্দ দাসৰ অভিনয়ৰপৰাই কলিকতাত শুনি শিকি লৈছিল। মুকুন্দ দাসৰ অভিনয়ৰ পাচতেই আমি কেজনমানে স্বেৱাসংঘ এটা গঠন কৰি আতুৰক সেৱা কৰা কাৰ্য্যত লাগি যাওঁ। এইটো ১৯০৫ চনৰ কথা। এই সময়ৰপৰাই বঙ্গৰপৰা উজাই অহা দেশ-সেৱাৰ সংগ্ৰামমুখী সাঙ্গীতিক প্ৰভাৱে আমি কেজনমানক উতলা কৰি তোলে আৰু তেতিয়াৰপৰাই আমাৰ অসমীয়া ভাষাতো সংগ্ৰামমুখী সঙ্গীতে সক্ৰিয় ৰূপ লয়।

১৯০৬ চনত 'বন্দিনী ভাৰত' নামৰ সৰু নাটিকা এখন মই আৰু বিনন্দ বৰুৱাই আলোচনা কৰি লিখি উলিয়াওঁ, আৰু আমি কেজনমানে পাৰ্ট লৈ সৰস্বতী পূজা উপলক্ষে গুৱাহাটী কলেজিয়েট হাইস্কুলত অভিনয় কৰি দেখুৱাওঁ। স্কুল-কলেজৰ প্ৰায়বোৰ ছাত্ৰ, শিক্ষক, বাহিৰৰ আন ভদ্ৰলোক দু-চাৰিজন আৰু পুলিচো সেই অভিনয়ত উপস্থিত আছিল, আৰু কিছুপৰ সকলোৱে তন্ময়তাৰে সেই অভিনয় চাইছিল। এই অভিনয়ত, আমাৰ স্বদেশী সেনাদলে বৃটিছক আক্ৰমণ কৰিবলৈকে সাজ-সজ্জা লৈ সাজু হৈ আগবাঢ়ি যোৱা দৃশ্যত তলৰ গীতটো গাইছিল—

"যায় যাব প্ৰাণ, আন ধৰি আন,
ফান্দত সুমাই ল'
বাধা জট ভাঙি বুকু দাঙি দাঙি
নিকিল্ কিলীয়া হ'—
তই ভাই নিকিল কিলীয়া হ'।
যাৰ য'ত আছে দা-কুঠাৰ-যাঠী
হাতে হাতে তুলি ল',
নকৰিবি ভয়, নাই সংশয়,
বুকুত সাহস ল'
তই ভাই, বুকুত সাহস ল'।"

গীতটো গোৱা হোৱাৰ পাচতেই পুলিচে আমাৰ অভিনয়ত বাধা দিলে আৰু নাটিকাখনৰ পাণ্ডুলিপিখন লৈ গ'ল। তাক আৰু ঘূৰাই পোৱা নহ'ল। সম্ভৱতঃ এইটোৱেই অসমীয়া ভাষাত স্বাধীনতাৰ আন্দোলনত প্ৰথম ৰণমুখী সঙ্গীত। এই গীতটো গুৱাহাটীত ছাত্ৰসকলে তেতিয়া মুখে মুখে গাই ফুৰিছিল।



১৯১০ চনত মোৰ ৰচিত অমিত্ৰাক্ষৰ ছন্দৰ 'কল্যাণময়ী' নাটকত কল্যাণময়ীৰ নাৰী-বাহিনীয়ে মিৰজুম্লাৰ অসম আক্ৰণ চূৰ্ণ কৰিবলৈকে সাজু হোৱা তলৰ গীতটো গাইছিল—

"মাতিছে মাতিছে মিলন শঙ্খে
মৃত্যু ভৰোৱা মাতেৰে—
বলা আগুৱাই শত্ৰু-দম্ভ
চূৰ্ণিত কৰা দাপেৰে—
আন চিন্তা দলিয়াই থৈ
হাতত অগ্নি অশনি লৈ,
দিওঁ লয় কৰি জীৱন আমাৰ
মহা-জীৱনৰ জয়েৰে।"

সম্ভৱতঃ এইটোও অসমীয়া-ভাষাত শত্ৰুৰ বিৰুদ্ধে গোৱা দ্বিতীয় সক্ৰিয় সংগ্ৰামমুখী সঙ্গীত। উক্ত গীত দুটি, নাটক দুখন, পুথিৰ আকাৰত বা কোনো ৰাজহুৱা কাকত-আলোচনীত প্ৰকাশ হোৱা নাই বাবে, পুৰাকৈ দিয়া হ'ল। 'কল্যাণময়ী' নাটকখন বৰপেটা আৰু হাজোত ১৯১২।১৩ চনত অভিনীত হৈছিল।

তাৰপাচত, এই স্বাধীনতা-সংগ্ৰামমুখী সাঙ্গীতিক প্ৰেৰণাৰেই যথাক্ৰমে ১৯১৫ চনৰপৰা ১৯২১ চনৰ ভিতৰত তলত উল্লেখ কৰা সমৰমুখী সঙ্গীত কেইটা ৰচিত আৰু গীত হয়—

"বলা ভাই! আগুৱাই—
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।"—ইত্যাদি

"এইটো নহয় হাঁহি ধেমালিত ভাগৰ জুৰোৱা গান,
ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান।"—ইত্যাদি

"জাগ ডেকা তেজ! জাগ আজি তই,
আগ্নেয়গিৰি উজাৰি জাগ।"—ইত্যাদি

"ভাই! দিন তো সমূলি নাই,
আন কাল গ'ল ভাবোঁতে ভাবোঁতে
ফল দেখোঁ একো নাই।"—ইত্যাদি

"এইহে তোমাৰ বাণী ভাৰত, এইহে তোমাৰ দান,
তোমাৰ হকে জীৱন-ধাৰণ তোমাৰ হকে প্ৰাণ।"—ইত্যাদি

"আজি দ্বিশতাব্দী কাল—
তন্দ্ৰা-অলস ভাৰত আত্মা জাগিছে নিজঞ্জাল।"—ইত্যাদি

"একফালে আছে শত ৰোষাগ্নি
মাটিৰ ভাপেৰে গঢ়া,
আনফালে আছে একটি অস্ত্ৰ
আত্ম-বলেৰে ভৰা।"—ইতাদি

"আহিব আহক তাড়ণাৰ ধল
বুকু পাতি সহি কৰিম বিফল,
ৰঞ্জিত হব ৰাজ-তিলকেৰে
জননীৰ কপাল।"—ইত্যাদি

"তোৰ জননী যে দাসী,
তথাপি তোৰ নাই যে চেতন
হায় ৰে ভাৰতবাসী।"—ইত্যাদি

উক্ত আটাই কেইটা গীত সাময়িক আলোচনীত ছপা হৈ গৈছে। সেইবাবে সকলো কেইটা গীতকে পূৰাকৈ উল্লেখ নকৰি প্ৰত্যেকটোৰ মাত্ৰ আৰম্ভণিখিনিহে উল্লেখ কৰা হ'ল। এই গীত কেইটা অসহযোগ সংগ্ৰামৰ প্ৰস্তুতিৰ আৰম্ভণিতে গুৱাহাটীৰ ৰাজহুৱা সভাবোৰত আৰু শোভাযাত্ৰাত গোৱা হৈছিল। সভাবোৰত গাইছিলোঁ মই নিজে আৰু শোভাযাত্ৰাবোৰত গোৱা হৈছিল দলে-বলে। শোভাযাত্ৰাত গোৱা দল-বলত আছিল বৰ্ত্তমান অসমৰ চিকিৎসা বিভাগৰ ডাইৰেক্টৰ শ্ৰীউমৈশচন্দ্ৰ বৰদলৈ, জোনাব মহীবুদ্দিন আহমদ, মই আৰু স্বেচ্ছাসেৱক দল আদি। তেতিয়া তেওঁলোকো ছাত্ৰ আছিল। কোনো কোনোটো শোভাযাত্ৰাত এই গীতিবিলাক গোৱাত যোগ দিছিল কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদিয়েও। তাৰ পাচতে অসহযোগ সংগ্ৰাম পকা হৈ উঠিল। মহাত্মা গান্ধী আহি দাবানল জ্বলাই দিলে। নেতা-স্বেচ্ছাসেৱকসকলৰ জেল-ভৰ্ত্তিৰ জাউৰি পৰিল। হেজাৰ হেজাৰ দেশকৰ্ম্মীয়ে জেলত সোমালে। মইও সোমালোঁ। তেতিয়া



১৯২১ চন। জেলতো এই সংগ্ৰামমুখী সঙ্গীতকেই মুখে মুখে ৰচনা কৰা হ'ল। জেলত মুখ-ৰচিত এই সঙ্গীতবিলাক পুথিৰ আকাৰত প্ৰকাশ নহলেও সাময়িক আলোচনীত প্ৰকাশ হোৱা বাবে সম্পূৰ্ণকৈ নিদি মাত্ৰ আৰম্ভণিটো তলত উল্লেখ কৰিলোঁ—

"জাগ জাগ জাগ ভাৰত-সন্তান
হিন্দু-মুছলমান জাগ—
মুক্তি শঙ্খ বাজে-গাজে ভেদি
লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালাবাগ"—ইত্যাদি

"তই ভাঙিব লাগিব শিল,—
নোৱাৰোঁ বুলিলে নহব হে ভাই
কিলতে পৰিব কিল।"—ইত্যাদি

"ধৰ ঝাড় ধৰ ভাই, আৰু চাবৰ সময় নাই,
চাই থাকোঁতে মুখত কেৱল ভবিল কাজল ছাই।"—ইত্যাদি

"আৰু কি দেখাবি ভয় কাৰাগাৰ
আৰু কি দেখাবি ভয়,
তোৰ ৰঙা চকু ৰঙা যিমান কৰিবি,
সিমানেই মোৰ জয় কাৰাগাৰ
সিমানেই মোৰ জয়।"—ইত্যাদি

"এইটো নহয় জেল দিয়া ভাই
এইটো নহয় জেল দিয়া
দুখ-ধাৰাৰে ধূলি-মলি
ধুই নিয়া ভাই ধুই নিয়া।"—ইত্যাদি

মই জেলৰপৰা ওলাই অহাৰ পাচত যেতিয়া এই গীতবোৰ ফুকন-টোলত কংগ্ৰেছকৰ্ম্মীসকলৰ উপস্থিতিত গোৱা হৈছিল, তেতিয়া দেশভক্ত ফুকনে বহাৰপৰা থিয় দি উঠি গোৱাৰ তালে তালে নাচিছিল।

হিন্দী-সঙ্গীত "হামাৰা সোণেকি হিন্দুস্থান,—তুহুঁ মেৰা দিলকা ৰৌছন

তুহুঁ হামাবা জান"—টোৰেও সেই সময়ত আমাক অনুপ্ৰেৰণা দিছিল। এই চনতেই কংগ্ৰেছৰ অসহযোগ সংগ্ৰামৰ বাণী আৰু কৰ্ম্মধাৰা গাৱেঁ গাৱেঁ জনৰাইজৰ অন্তৰত বদ্ধমূল হৈ বহি যায়, আৰু ৰাইজে তলত লিখা গীতবিলাক মুখে মুখে ৰচনা কৰি গাৱেঁ গাৱেঁ গাই ফুৰে, নাম ধৰি ধৰি—

"গান্ধী সূতা কাটো,
শালাকাঠিত আৰ লাগ্‌ছে ভলাণ্টাৰক মাতোঁ,
ঐ বাপু ভলণ্টাৰ বহি কৰাহ্ কি?
শালাকাঠিত আঁৰ লাগ্‌ছে আঁৰ ভাঙি দি।
ভলেণ্টাৰে বুলে মই আঁৰ ভাঙবা নোৰু,
গান্ধী ৰজাৰ পাচে পাচে সূতা কাটি ফুৰোঁ।"—ইত্যাদি

"পথাৰোৰ মাজে মাজে গান্ধীৰ গাড়ী যায়,
ৰেলৰ আলিত থিয়া দিলি গান্ধীক দেখা পায়।"—ইত্যাদি

"পাটৰ মুগাৰ বিলাতী কাপুৰ
ভলেণ্টাৰে নিলে,—
গান্ধীৰ আজ্ঞা ভলেণ্টাৰে
জুই লগেই দিলে।"—ইত্যাদি

"পাটৰ কাপুৰ বিলাতী
মুগাৰ কাপুৰ বিলাতী
চমজে দি নবীন দলেক মাতি।"—ইত্যাদি

"পাটৰ মুগাৰ বিলাতী কাপুৰ
জাপাত নথবি ভৰে,
ফুকনোক উইলে দি নবীনক উইলে দি
চতলোত জুই দি পুৰে।"—ইত্যাদি

"গান্ধী আহে আহে—
আজি আহে, কালি আহে
কিয় গান্ধী নাহেঁ!
শুখে গেল কলৰে প'লি।"—ইত্যাদি



"ইও ব'লে সিও ব'লে
গান্ধীক চাবা যাওঁ,
লগৰীয়া—গান্ধীক চাবা যাওঁ—
ৰেলৰ আলিত৹ থিয়া হলি
গান্ধীক দেখা পাওঁ
গান্ধীক—নয়ন ভৰি চাওঁ।"—ইত্যাদি

"ঘুণ ঘুণ যঁতৰে মাতে
ঘুণ ঘুণ যঁতৰে মাতে
চৌকং আলি, মহম্মদ আলি
গান্ধীৰ সূতা কাটে।"—ইত্যাদি

এইবিলাক গীত কংগ্ৰেছৰ সক্ৰিয় সংগ্ৰামশীল সাঙ্গীতিক বাণীত নিৰক্ষৰ গাৱঁলীয়া ৰাইজৰ মনৰপৰা স্বতঃস্ফুট হৈ ওলাইছিল। জেলত, আমাৰ লগত একে লগে জেল খোৱা দুজন বিহাৰী কনিষ্টবলৰ মুখত শুনা "চৰকা, চালনা চালাকৰ লেঙ্গে স্বৰাজ লেঙ্গে"—আদি গীতেও আমাক অনুপ্ৰেৰণা দিছিল।

১৯২৮ চনৰপৰা কেবছৰমান হিন্দী "ঝাণ্ডা উচা ৰহে হামাৰা"—গীতটোৰে কংগ্ৰেছৰ পতাকা-উত্তোলন উৎসৱত সমবেতভাৱে গীত হৈ ৰাইজৰ সংগ্ৰামমুখী গতিটো তেজাল কৰি ৰাখিছিল।

ইংৰাজী ১৯৩০ চনত কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ তলত দিয়া বলিষ্ঠ গীত কেইটাও স্বাধীনতা সংগ্ৰামত নতুন তেজধাৰা ঢালি দিয়ে—

"ডেকা গাভৰুৰ দল।
বীৰ বীৰাঙ্গনা দল।
নতুন তেজেৰে ৰাঙলী ৰূপহী
কৰহি ধৰণী তল।
খোজৰ ভৰত কঁপক ধৰণী
তৰুণ চকুত জ্বলক অগনি,
শত সহস্ৰ মৃত্যু নেওচি
ব'ল আগুৱাই ব'ল।"—ইত্যাদি

"আমাৰ বিষম পণ,
পূৰ্ণ স্বাধীনতা লভিম লভিম
আগত থৈ মৰণ।"—ইত্যাদি

"নীল আকাশত জোনৰ দৰে
ভাষাৰ পতাকা উৰ,—
প্ৰতি ঘৰে ঘৰে অতি পয়োভৰে
বিজয় নিছান উৰ।"—ইত্যাদি

গীত কেইটা ছপাত ওলাই গৈছে বাবে ইয়াত তাৰ অলপ অলপকৈ মাত্ৰ উদ্ধৃত কৰা হ'ল।

১৯৪০ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ "লুইতৰ পাৰৰে আমি ডেকা ল'ৰা, মৰিবলৈ ভয় নাই",—"সাজু হবৰে হ'ল ডেকা ল'ৰা, সাজু হবৰে হ'ল" আদি গীতেও স্বাধীনতা সংগ্ৰামত জীৱন্ত ভূমিকা গ্ৰহণ কৰিছিল। শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰৰ "বল বল তৰুণ দল, টলমল টলমল, যৌৱন চঞ্চল তপত ৰুধিৰ, দেশ কৰ জলমল।" শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ—"শিকলি মুকলি হ'ল, দুৱাৰ মুকলি হ'ল—আগুৱাই বল, আগুৱাই বল মুক্তিৰ সেনাদল।" শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাৰ—"অ' অসমীয়া ডেকাদল, আজি তোৰ তেজাল বদন মলিন কিয় হ'ল।" আদি সঙ্গীতে আৰু কেবাজনো নতুন পুৰণি লিখকৰ দেশাত্মবোধক গীতে স্বাধীনতা সংগ্ৰামত দেশবাসীক বিপুল শক্তি যোগাইছিল।

১৯৪২ চনত তয়াময়াত নেতাজী সুভাষচন্দ্ৰ বসুৱে চিঙ্গাপুৰত গঠন কৰা ভাৰতীয় জাতীয় ফৌজৰ ৰণগীত 'কদম কদম বঢ়ায়ে যা, খুছিছে গীত গাইয়ে যা"—গীতটোৱেও স্বাধীনতা সংগ্ৰামত মহিমাময় প্ৰভাৱ বৰ্ত্তাইছিল। এইদৰেই নিৰস্ত্ৰ ভাৰতবাসীৰ স্বাধীনতা-সংগ্ৰামমুখী সক্ৰিয় সঙ্গীতবোৰে এটা বিশেষ সাহিত্য-সম্পদ সৃষ্টি কৰি তুলিছে। এই সম্পদটোত এই বিৰাট জাতিটোৰ মুক্তি-আকুল প্ৰচেষ্টাৰ গৌৰৱময় ঐতিহ্য-ৰত্ন স্তুপাকাৰ হৈ সোমাই আছে। *

* ১৯৫৮ চনত প্ৰাগজ্যোতিষপুৰত বহা ৬৩তম কংগ্ৰেছ অধিবেশনৰ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# মোৰ গান্ধী দৰশনৰ কাহিনী

## শ্ৰীকামাখ্যাপ্ৰসাদ দাস

তেতিয়া মই প্ৰাইমাৰী স্কুলৰ দ্বিতীয় নে তৃতীয় মানৰ ছাত্ৰ। আইৰ লগত বিয়া-সবাহ-নাম আদিলৈ খাওঁ। তাত নামৰ আগে পিচে শুনো 'বাঘেনী বুঢ়ী'ৰ (৺বাঘেশ্বৰী ঠাকুৰীয়া) গান্ধী ৰজাৰ মাহাত্ম্যৰ ব্যাখ্যা। গান্ধী ৰজা যে শ্ৰীৰামচন্দ্ৰৰ দৰে ভগবানৰ অৱতাৰ, তেওঁৰ বাণী ফলিয়াবই লাগিব, ইংৰাজে গান্ধীৰ ইচ্ছামতে আমাৰ দেশ এৰি যাবই লাগিব, তেওঁ ৰজা হৈ আমাৰ দুখ-দুৰ্গতি সকলো নোহোৱা কৰিব, আমি কেৱল তেওঁ কোৱা কথা মানি সকলোৱে সূতা কাটি নিজে নিজৰ কাপোৰ বই লব লাগে, বিলাতী কাপোৰ-সূতা বৰ্জ্জন কৰিব লাগে ইত্যাদি তেওঁৰ ব্যাখ্যা। কংগ্ৰেছৰ ভলণ্টিয়াৰসকলে গান্ধী ৰজাৰ দূত হিচাবে এইবোৰ কথা আমাক কৈছে। প্ৰাঞ্জল ভাষা আৰু ভকতীয়া সুৰত গান্ধী অৱতাৰৰ বিষয়ে কয়। নামৰ সকলো ভকতনীয়ে ভক্তি-ভাবে একান্ত মনে শুনে। খুড়াৰ লগত নাম কীৰ্ত্তনলৈ যাওঁ (পিতা সদায় গুৱাহাটীত থাকে বাবে খুড়াৰ লগত যাওঁ)। তাতো শুনো ৺গুৰ্খা ঠাকুৰীয়াৰ একে ধৰণৰে প্ৰচাৰ, কানি-ভাং-মদ আৰু বিলাতী কাপোৰ-সূতা বৰ্জ্জনৰ বাবে দিয়া গান্ধীৰ নিৰ্দ্দেশৰ কথা। তেতিয়াৰপৰাই মোৰ কোমল মনত গান্ধীৰ প্ৰতি এটা বিশেষ আকৰ্ষণ অনুভূত হয় আৰু গান্ধীক নিজৰ চকুৰে দেখাৰ এটা প্ৰবল ইচ্ছা জন্মে।

১৯২৬ চন। পাণ্ডুত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশনৰ প্ৰস্তুতিৰ উখল-মাখল। গাৱেঁ-ভূঞে মানুহৰ মুখে মুখে, বিশেষকৈ বুঢ়াসকলৰ মুখে মুখে কেৱল পাণ্ডুত গান্ধী ৰজাক চাবলৈ যোৱাৰ কথা। তেতিয়াৰ দিনত এতিয়াৰ দৰে বাছ মটৰৰ সুবিধা নাছিল। গুৱাহাটীৰপৰা পাণ্ডুৰ অস্থায়ী ৰেল ষ্টেছন পাণ্ডৰ নগৰলৈ ১০।১৫ মিনিটৰ অন্তৰে অন্তৰে ৰেল চলে। ভাড়া দু অনা মাত্ৰ। গাওঁবিলাকৰপৰা মানুহ প্ৰায় খোজ কাঢ়িয়েই আহিছিল। তেতিয়া জাৰৰ দিন আছিল। গুৱাহাটী আৰু পাণ্ডুৰ ওচৰ-পাজৰৰ প্ৰায় প্ৰত্যেক মানুহৰ ঘৰতেই আলহীৰ ভীৰ। মোৰ মাজু মামা ৺জগতচন্দ্ৰ ঠাকুৰীয়াৰ (তেতিয়া কটন কলেজৰ ছাত্ৰ) লগত ময়ো কংগ্ৰেছলৈ বিশেষকৈ

গান্ধীক চাবলৈ পাণ্ডুলৈ যাওঁ। এখন বিৰাট মেলা। 'প্ৰথম দিনাখন মামাই মোক গান্ধীক দেখুৱাব নোৱাৰিলে। পিতা চৰকাৰী চাকৰিয়াল, গতিকে ইচ্ছা থাকিলেও চাকৰি যোৱাৰ ভয়ত দিনত যাব নোৱাৰে—কিজানি কেনেবাকৈ চাহাবে গম পায়। সভা দিনে-ৰাতিয়ে হৈছিল। পিতা সদায় ৰাতিহে মিটিঙলৈ গৈছিল। মোৰ প্ৰবল ইচ্ছা দেখি গান্ধীক দেখুৱাব বুলি দুদিনো ৰাতি পিতাই মোক লৈ গৈছিল—দেখুৱাইছিলো। কিন্তু মই নেদেখিলোঁ। মিটিঙত কোনে কি ভাষাত বক্তৃতা দিছিল বা কিহৰ বিষয়ে কৈছিল, মই তাৰ এটা শব্দও বুজি পোৱা নাছিলোঁ। হিন্দী-ইংৰাজীতো বাদেই, অসমীয়া ভাষাত ক'লেও ৰাজনীতিৰ বক্তৃতা মই কি বুজিম! গতিকে মই টোপনিয়াও। মোৰ টোপনিত পিতাৰ বক্তৃতা শুনাত ৰস-ভঙ্গ হয় বাবে মোক ডবিয়াই আৰু মঞ্চলৈ দেখুৱাই গান্ধীক চাবলৈ কয়। মই থত্‌মত্‌ খাই বহলকৈ চকু দুটা মেলি মঞ্চত গান্ধী ৰজাৰ অনুসন্ধান কৰোঁ। আইতা-ককাৰ মুখে বহু ৰজাৰ সাধু শুনিছোঁ। যাত্ৰাত বহু ৰজা দেখিছোঁ। গতিকে মোৰ কল্পনাৰে ঢুকি পোৱা তেনে কোনো এজন ৰজাকো মোৰ চকুৰে তাত বিচাৰি উলিয়াব নোৱাৰিলে। মঞ্চত বিৰাটকায় দুজন থুলন্তৰ পুৰুষ মূৰত ঘূৰণীয়া টুপি পিন্ধি বহি আছিল (পিচত শুনিছিলোঁ, সেয়ে আলী ভ্ৰাতৃদ্বয়—মৌলানা মহম্মদ আলি আৰু ছৌকত আলি)। কেতিয়াবা ভাবো—ইয়াৰে কোনোবা এজন নেকি? আনজন সেনাপতি হব পাৰে। যি নহওক, মোৰ প্ৰবল ইচ্ছা গান্ধীক চাবই লাগিব। পিচদিনা পুৱাই মামাৰ পিচত লাগিলোঁ—মোক গান্ধী দেখুৱাবই লাগিব। উপায় নাপায় মামাই মোক লৈ গ'ল। খবৰ কৰি জানিব পাৰিলে যে, গান্ধী এতিয়াই তেখেত থকা ঘৰৰপৰা ওলাই আহিব। দিলোঁ দৌৰ, ব্ৰহ্মপুত্ৰৰ পাৰত থকা তেখেতৰ শিবিৰৰ ওচৰলৈ। গৈ দেখোঁ অকল আমিয়েই নহয়—এটা বাটৰ দুয়ো কাষে বহু মানুহ ভীৰ কৰি শাৰী পাতি ৰৈ আছে—গান্ধীক চাবলৈ। মই সৰু ল'ৰা গতিকে মানুহৰ ভীৰ ঠেলি আগলৈ যোৱাত বিশেষ অসুবিধা নহ'ল। ৰৈ আছোঁ, কিছু সময়ৰ পিচত দেখোঁ এখন মটৰ আহিছে—মানুহৰ মাজত 'গান্ধী গান্ধী' ৰব উঠিল। সকলো সাৱধান হ'ল। মটৰ লাহে লাহে আহিছিল। জনতাই আগুৰি ধৰিলে, মটৰ ৰৈ গ'ল। মই জাপ মাৰি মটৰৰ 'ফুটবোৰ্ড'ত উঠিলোঁ। ভিতৰত দেখো সেই মঞ্চত দেখা বিৰাট পুৰুষ দুজন—দুয়ো জনতাক হাতযোৰ কৰি নমস্কাৰ কৰিছে। মানুহে কোৱা কাণত পৰিল, —"এ গান্ধী নহয়, মহম্মদ আলি আৰু চৌকত আলিহে"। জনতা আঁতৰিল, মটৰ গুচি গ'ল। অলপ পিচতে আৰু এখন মটৰ আহিল। এইবাৰো জনতাৰ মাজৰপৰা 'গান্ধী গান্ধী' ৰব শুনা গ'ল। জনতাৰ ওচৰ পোৱাৰ লগে লগে মটৰ ৰৈ গ'ল, মানুহে আগুৰি ধৰিলে, এইবাৰো মই জাপ মাৰি 'ফুটবোৰ্ড'ত উঠিলোঁ। সকলো মানুহে নমস্কাৰ কৰিলে। মোৰ চকুৰে কিন্তু মটৰৰ ভিতৰত গান্ধী ৰজাক বিচাৰি উলিয়াব পৰা নাই। পিচৰ 'ছীট'ত এজন আঠুমূৰীয়া কাপোৰ পিন্ধা, টকলামূৰীয়া, গাত কোনো আভৰণ নথকা মানুহে জনতালৈ চাই মিচিকিয়াই হাঁহি হাতযোৰ কৰি বহি আছে। ইফালে জনতাৰ 'মহাত্মা গান্ধীকী জয়', 'ভাৰত মাতা কী জয়', 'স্বাধীন ভাৰত কী জয়', ধ্বনিয়ে কাণ তাল মাৰি ধৰিছে। মামাই মোক বাৰে বাৰে কৈ আছে,—"ভাগিন চাই লোৱা"। মোৰ মন কিন্তু বিষন্ন, কাৰণ মটৰৰ ভিতৰত মই তেতিয়াও মোৰ কল্পিত গান্ধীক দেখা পোৱা নাই। ৰাইজে বাট এৰি দিলে। মটৰ গুচি গ'ল। ভীৰৰ মাজৰপৰা মামাই মোক হাতত ধৰি উলিয়াই আনি মৰমেৰে সুধিলে, —"গান্ধীক দেখিলা?" মই সুধিলোঁ,—"গান্ধী কোনজন? পিছৰ 'ছীট'ত যে হাতযোৰ কৰি বহি আছিল তেওঁ নে, আগত বহাজন?" মামাই ক'লে,—"পিচৰ জন হে গান্ধী"। মোৰ বিশ্বাস নহ'ল। পিচত বহাজন কোনোবা দুখীয়া মানুহ। ৰজা কেনেকৈ হ'ব! বিশ্বাস নহয়। মোৰ মনত হঠাৎ এটা বুদ্ধি খেলালে। মামাক ক'লোঁ,—"এখন গান্ধীৰ ছবি কিনিম।" মামাই মোক এখন ছবিৰ দোকানলৈ লৈ গ'ল। দোকানীক গান্ধীৰ ছবি এখন দিবলৈ কলোঁ। মই অবাক হৈ গ'লোঁ, দোকানীয়ে দিয়া ছবিখন মই এইমাত্ৰ মটৰত দেখি অহা সেই আঠুমূৰীয়া গামোছা পিন্ধা মানুহজনৰেই। মোৰ মনত তেতিয়া কি প্ৰতিক্ৰিয়া হৈছিল নাজানো, কিন্তু জীৱনৰ ইচ্ছা এটা পূৰণ হ'ল। গান্ধীক দেখিলোঁ। পিচত মামাই আৰু পিতাই গান্ধীৰ, স্বাধীনতা আন্দোলন আদিৰ কথা কৈছিল। কিন্তু কি কৈছিল, একো মনত নাই আৰু বুজাও নাছিলোঁ।



সেই কংগ্ৰেছ মহাসভালৈ আমাৰ গাৱঁৰ বহুত মানুহ আহি নিজ চকুৰে গান্ধী অৱতাৰ দৰশন কৰি গৈছিলহি। এদিন দুপৰ ৰাতি কংগ্ৰেছৰ অধিবেশনৰ বিৰতিৰ পিচত পিতাৰ লগত ওলাই আহি ভীৰৰ বাবে কোনোমতে গুৱাহাটী-গামী ৰেলত উঠিব নোৱাৰি খোজ ললোঁ। বাটত হঠাত দেখো ৮।১০ জনমান বুঢ়া মানুহ এজোপা গছৰ তলত বহি জুই একুৰা ধৰি দেহ-বিচাৰৰ গীত গাই আছে। জুইৰ পোহৰত চিনি পালোঁ, সেই কেইজন আমাৰ গাৱঁৰে বুঢ়া। মই দেখুৱাই দিয়াৰ লগে লগেই পিতা ওচৰলৈ গ'ল। তেওঁলোকৰ খোৱা-

বোৱাৰ খবৰ কৰিলে। ঘৰৰপৰা ৰাতিপুৱাই খোজ কাঢ়ি আহি পাণ্ডুত গান্ধীক দৰশন কৰি দিনটো ঘূৰি পকি ইয়াতে আশ্ৰয় লৈছেহি। ঘৰৰপৰা টোপোলাত অনা কড়াই-গুৰিৰ জলপান খাইছে। পিতাই জোৰ কৰি আমাৰ গুৱাহাটীৰ বহালৈ লৈ গ'ল। শেষ ৰাতি দোকানীক জগাই চাউল-দাউল কিনি আনি ৰান্ধি-বাঢ়ি খাওঁ মানে ৰাতি পুৱালেই। এইবোৰ মানুহে গান্ধীক কোনো ৰাজনৈতিক নেতা বা তথাকথিত ডাঙৰ মানুহৰ দৃষ্টিৰে নেচাইছিল। তেওঁলোকে গান্ধীক ভগৱানৰ অৱতাৰ বুলিয়েই মানিছিল আৰু ধৰ্ম্মীয় দৃষ্টিৰে চাইছিল। গাৱঁত ল'ৰা-ছোৱালীৰ টান নৰীয়া হলে গান্ধীৰ নামত ক'ল বান্ধি নাম-কীৰ্ত্তন কৰিছিল আৰু মনৰ একাগ্ৰ ঐশিক শক্তিৰ বলত ভালো হৈছিল। গান্ধীৰ প্ৰতি মোৰ আকৰ্ষণ তেতিয়াৰপৰা আৰু গাঢ় হয়।

বাঘেনী বুঢ়ী, গুৰ্খা ঠাকুৰীয়াও পাণ্ডুলৈ গান্ধী দৰশনৰ বাবে আহিছিল। বুঢ়ীয়ে হেনো দিনৰ দিনটো কেৱল গান্ধীৰ শিবিৰৰ ওচৰতে বহি বাপুৰ ৰূপ দৰশন কৰি আছিল। বুঢ়ীয়ে আত্ম-তৃপ্তি লভি গাৱঁত গৈ প্ৰচাৰ কৰিছিল যে গান্ধী যে ভগৱানৰ অৱতাৰ, তাত কোনো সন্দেহ নাই। তেওঁ দিনটো ৰোলে নানান ৰূপত দেখিছিল। কেতিয়াবা ল'ৰা, কেতিয়াবা বুঢ়া ইত্যাদি। গাৱঁৰ মানুহেও বিশ্বাস কৰিছিল। বাঘেনী বুঢ়ী, শ্ৰীমতী সফুৰী দাস ( এওঁ সকলোৰে 'বাই' ) আদিয়ে মহিলাসকলৰ মাজত আৰু ৺গুৰ্খা গান্ধীয়ে ( গুৰ্খা ঠাকুৰীয়া গাৱঁত 'গুৰ্খা গান্ধী' নামেহে জনাজাত আছিল ) পুৰুষ মহিলা উভয়ৰে মাজত গান্ধী আৰু কংগ্ৰেছৰ বিষয়ে তেওঁলোকৰ নিজৰ নিজৰ দৃষ্টিৰে প্ৰচাৰ কৰিছিল। এইচাম সৰল-প্ৰাণ, দৃঢ়মনা লোকৰ বাবেই ভাৰতৰ স্বাধীনতা আন্দোলন সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত ভালকৈ শিপাব পাৰিছিল বুলি ভবাৰ যথেষ্ট থল আছে। বাঘেনী বুঢ়ী, গুৰ্খা গান্ধী কেতিয়াবাই সিপুৰীলৈ গ'ল; কিন্তু শ্ৰীমতী সফুৰী দাস আজিও গাৱঁৰ অশিক্ষিত মহিলাসকলৰ মাজত নীৰৱে সংগঠনৰ কাম কৰিয়েই আছে। ১৯৩৪ চনত গান্ধীজীয়ে হৰিজন সেৱাৰ পুঁজি সংগ্ৰহ অভিযানত আহোঁতে তেওঁৰ হাতৰ-কাণৰ সকলো গহনা গান্ধীজীক দান কৰিলে, তেতিয়াৰপৰা কোনো গহনা পিন্ধা নাই। প্ৰাক্-স্বাধীন কালত আমাক গাৱঁলীয়া সমাজৰ মাজত গান্ধীজীৰ যি এটি ভাবমূৰ্ত্তি আছিল, তেখেতৰ আদৰ্শৰ প্ৰতি যি বিপুল ভক্তি আৰু শ্ৰদ্ধা আছিল, আজি সেই মূৰ্ত্তি প্ৰায় নাইকিয়া হৈ আহিছে। ভক্তি-শ্ৰদ্ধাৰ ঠাই অধিকাৰ কৰিছে কূট ৰাজনীতিয়ে। এইটো দেশৰ পক্ষে কোনোপধ্যেই মঙ্গলজনক হ'ব নোৱাৰে।



যি হওক, গান্ধীজীৰ প্ৰতি মোৰ অন্তৰত যি এটি শ্ৰদ্ধা আৰু বিশ্বাসৰ দাগ বহিল তাৰেই ফলস্বৰূপে ১৯৩০ চনত কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কৰি আইন অমান্য আন্দোলনত জপিয়াই পৰোঁ। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰপৰা ১৯৪২ চনৰ গণ-আন্দোলনলৈকে গান্ধীজীৰ নেতৃত্বত হোৱা প্ৰতিটো স্বাধীনতা আন্দোলনতে কংগ্ৰেছৰ সেৱক হিচাপে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি বিভিন্ন মিয়াদৰ চাৰিবাৰ কাৰাবাস খাটো আৰু নিৰ্য্যাতনো কম ভোগা নাছিলোঁ। বিভিন্ন আন্দোলন আৰু মিয়াদত মুঠতে ৩ বছৰ ১১ মাহ কাৰাজীৱনৰ সোৱাদ লাভ কৰোঁ। গান্ধীজীয়ে প্ৰদৰ্শিত আদৰ্শৰপৰা লাভ কৰা প্ৰেৰণাতেই আজিও তেখেতে দি যোৱা গঠনমূলক কাৰ্য্যক্ৰমৰ জৰিয়তে গ্ৰাম্য অৰ্থনীতি সবল কৰাৰ উদ্দেশ্যে ৰাইজৰ সেৱা কৰি থাকিবলৈ উৎসাহ পাইছোঁ। গান্ধীজীৰ সপোনৰ ভাৰত বাস্তৱত ৰূপায়িত হবনে ?

# মোৰ ধাৰণাত গান্ধীজী

শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা

১৯৩৩ চনত শিলচৰ জেলৰপৰা মুক্তিলাভ কৰি অহাৰ কেমাহমান পাচতেই পৰম পূজ্যপাদ শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ স্বৰ্গীয় পিতাম্বৰদেৱ গোস্বামী প্ৰভুৰ আৰু নিখিল ভাৰত হৰিজন সেৱক সঙ্ঘৰ সাধাৰণ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰাৰ সৌভাগ্য মোৰ ঘটিছিল। যৌৱনৰ প্ৰৱল বিদ্ৰোহী চিন্তা, নতুন সৃষ্টিকামী মনোভাৱ আৰু অন্যায়, অবিচাৰৰ বিৰুদ্ধে থিয় হোৱাৰ প্ৰৱল আকাঙ্ক্ষাত আমাৰ সমাজৰ উপেক্ষিত, নিঃস্ব, দৰিদ্ৰ লোকসকলৰ সামান্যতম সেৱা কৰাৰ সুযোগ পোৱাটো মই মোৰ ভাগ্যফল বুলি সেই দায়িত্ব গ্ৰহণ কৰিছিলোঁ। উচ্চবৰ্ণ হিন্দুৰ সন্তান হৈ সেই কামত আত্ম-নিয়োগ কৰা বাবে সমাজৰ ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীল লোকৰ একাংশৰ তিৰস্কাৰ উপেক্ষা কৰি নিজৰ কৰ্ত্তব্য যথাসাধ্য পালন কৰিবলৈ চেষ্টা কৰিছিলোঁ।

হৰিজন আন্দোলনত নিজক নিয়োজিত কৰাৰ ফলত মোৰ পৰম সৌভাগ্য ঘটিছিল মহাপুৰুষ মহাত্মা গান্ধীৰ ঘনিষ্ঠ সান্নিধ্য লাভ কৰাৰ। হৰিজন আন্দোলন সম্পৰ্কত ১৯৩৪ চনৰ এপ্ৰিল মাহত গান্ধীজীয়ে অসম ভ্ৰমণলৈ অহাত সেই ভ্ৰমণত সম্পাদক হিচাবে কাম কৰাৰ দায়িত্ব মোৰ ওপৰত ন্যস্ত হৈছিল। সেই ভ্ৰমণতে মই একেৰাহে কেইবাদিনো মহামানৱৰ ঘনিষ্ঠ সংস্পৰ্শ লাভ কৰাৰ সুযোগ পাইছিলোঁ।

অসমৰ গোলকগঞ্জৰপৰা আৰম্ভ কৰি তিনিচুকীয়ালৈ একেৰাহে বিভিন্ন ঠাইত ১৩।১৪ দিন পৰিভ্ৰমণ কৰি আৰু গান্ধীজীৰ বক্তৃতা, দৈনন্দিন জীৱনৰ কাৰ্য্যাৱলী আৰু সান্ধ্য-উপদেশ আদিৰপৰা মোৰ মনত গান্ধীজীয়ে কেনে ধাৰণাৰ সৃষ্টি কৰিছিল ( বৰ্ত্তমানেও সেই ধাৰণাই বৰ্ত্তি আছে ), তাক অতি চমুকৈ ইয়াত ব্যক্ত কৰিলোঁ।

মোৰ মনত গান্ধীজী ৰুদ্ৰ-সন্নাসীৰূপে প্ৰতিভাত হৈছিল। গান্ধীজীৰ বিভিন্ন বক্তৃতাত মই পাইছিলোঁ এক মুক্ত আৰু সৃজনধৰ্ম্মী বিশ্বজনীন সমাজ প্ৰতিষ্ঠাৰ ভবিষ্যৎ বাণী। গভীৰতৰ অনুভূতিৰ দ্বাৰা অনুপ্ৰাণিত গান্ধীজীৰ সকলো বক্তৃতাই একো একোটা নিখুত বস্তু যেন বোধ হৈছিল। তেওঁৰ সকলো-



বোৰ বক্তৃতাত মই সন্ধান পাইছিলোঁ—এক মহান মানৱ-প্ৰেমৰ বাণী আৰু সেয়েই আছিল সাম্য-প্ৰতিষ্ঠাকাৰী প্ৰক্ৰিয়াৰ পৰিপূৰ্ণ আভাস। তেওঁৰ বক্তৃতাত আৰু পাইছিলোঁ—প্ৰীতি, শান্তি, সৌহাৰ্দ্দ্য আৰু নতুন জগৎ সৃজনৰ এক অমোঘ ইঙ্গিত। সকলো ৰকমৰ শোষণৰ শক্তিসমূহক বিনষ্ট কৰাই আছিল তেওঁৰ কাম্য—আধ্যাত্মিক প্ৰভাৱ আৰু ব্যক্তি-সংস্কাৰৰ দ্বাৰা, পাশৱিক হিংসাৰ পথেৰে নহয়। তেওঁ কৈছিল—পৰস্পৰে পৰস্পৰক ভাল পোৱাৰ বাবেই সৃষ্টি হৈছে মানুহৰ ; আৰু প্ৰকৃত মানৱ-প্ৰেমেইহে ইতিহাসত আত্মপ্ৰকাশ কৰিব। তেওঁ আৰু কৈছিল যে, সত্য চিৰকালেই সহজ আৰু নিৰাভৰণ। মানুহে উন্মুক্ত সত্যক ভয় কৰে আৰু সেয়ে সত্যৰ ৰূপক ঢাকি ৰাখিবলৈ নানা কৌশল প্ৰয়োগ কৰে ; কিন্তু তাৰ দ্বাৰায় সত্যৰ ৰূপ পৰিৱৰ্ত্তন কৰিব নোৱাৰে।

গধূলি গান্ধীজীয়ে লগৰ কৰ্ম্মীসকলক যি উপদেশ দিছিল, তাৰ সাৰমৰ্ম্ম সামান্যভাৱে হলেও যি বুজিছিলোঁ, তাৰো আভাস চমুকৈ দিলোঁ। মই বুজিব পাৰিছিলোঁ যে বিশ্ব-সৃষ্টিৰ পাৰমাৰ্থিকতাত গান্ধীজীৰ বিশ্বাস আছিল অটল। তেওঁ বুজিবলৈ দিছিল—ব্যক্তি-চৈতন্যই বিশ্ব-চৈতন্যৰ আংশিক বিকাশ আৰু এক অসীম সত্তাই সৰ্ব্বব্যাপী হৈ আগুৰি আছে খণ্ড খণ্ড সত্তাক। মোৰ ধাৰণা যে সেই বাবেই তেওঁ মানৱ জাতিৰ মাজত বিভাগ, বিভেদ আৰু শোষণক অতি নিন্দনীয় কাম বুলি বিবেচনা কৰিছিল। কিয়নো যিদৰে নিজৰ মাজত পৰমাত্মাৰ প্ৰকাশ বৰ্ত্তমান, ঠিক সেইদৰে আন আন মানুহৰ মাজতো তাৰেই প্ৰকাশ বিদ্যমান। মুঠৰ ওপৰত গান্ধীজী মোৰ মানত এক সৰ্ব্বস্ব ত্যাগ কৰিবপৰা, একোতেই লোভ, মোহ আৰু আশা নোহোৱা সত্যদ্ৰষ্টা, পৰম বিপ্লৱীৰূপে প্ৰতিভাত হৈছিল। মোৰ বিশ্বাস, গান্ধীজীৰ দৰে চৰম ত্যাগৰ বাবে সদা-সৰ্ব্বদা প্ৰস্তুত হৈ থকা আদৰ্শবাদী মহামানৱ পৃথিৱীত নাই। তেওঁৰ সকলো শক্তিৰ ৰহস্য হৈছে—ব্যক্তিগত জীৱনত জীৱন্ত সত্যৰ প্ৰকাশ। গান্ধীজী আছিল বিপ্লৱী শান্তি-মন্ত্ৰৰ উজ্জীৱক।

# সৌঁৰৰণী

## শ্ৰীপৰশুৰাম দত্ত

১৯২১ চনত মহাত্মা গান্ধীৰ অসম ভ্ৰমণে অসমবাসীৰ প্ৰত্যেকৰ মনতে স্বাধীনতাৰ বাবে যুঁজ দিবলৈ শিকনি দি গ'ল। লগতে আমাৰ ছাত্ৰ-জীৱনতে ৺নবীনচন্দ্ৰ বৰদলৈ, ৺তৰুণৰাম ফুকন, ৺যমুনালাল বাজাজ আদিয়ে দেশবাসীক উদ্দীপনাময়ী বাণীৰে জাগ্ৰত কৰি দিলে। ১৯২১ চনত তিনিচুকীয়া, ডুমডুমা, ডিব্ৰুগড় আদিৰপৰা দলে দলে কংগ্ৰেছ কৰ্ম্মীয়ে মহাত্মাজীৰ অহিংসা মন্ত্ৰত দীক্ষিত হৈ আন্দোলনত জপিয়াই পৰিল। ৺লক্ষেশ্বৰ বৰুৱা, ৺যোগেশচন্দ্ৰ গোঁহাই, ৺ৰজনীকান্ত বৰুৱা, ৺শ্যাম মজুমদাৰ, ৺নবকুমাৰ বৰুৱা, তিনিচুকীয়াৰ বয়োবৃদ্ধ শ্ৰীটঙ্কেশ্বৰ বৰুৱা, মণিৰাম ডেকা, ডুমডুমাৰ দণ্ডী দাস, জয়পুৰৰ ৺যদুনাথ গগৈ আদি অনেকেই কাৰাদণ্ড ভোগ কৰিলে। ১৯২৬ চনত হোৱা গুৱাহাটী কংগ্ৰেছত স্বেচ্ছাসেৱক হিচাবে ময়ো যোগ দিওঁ।

১৯৩০ চনৰ আইন অমান্য আন্দোলনে নতুনকৈ এচামক জগাই তুলিলে। ঠায়ে ঠায়ে শিবিৰ পাতি জনগণক জাগ্ৰত কৰিলে। মাদক দ্ৰব্য বৰ্জ্জন, বিদেশী বস্ত্ৰ বৰ্জ্জন আদি আমাৰ মুখ্য কৰ্ত্তব্য আছিল। সেই আন্দোলনতো ডিব্ৰুগড়, তিনিচুকীয়াৰ অনেক কৰ্ম্মীয়ে যোগ দি কাৰাদণ্ড ভোগ কৰে। ৺বিলাসৰায় খেমানী, শ্ৰীবেইৰাম সিং, ৺বাসু চেত্ৰী, ৺যোচেফ ৰয়, ৺ডাঃ বিনয়ভূষণ চক্ৰৱৰ্ত্তী, ৺দুৰ্গাচৰণ দে, খগেন ব্যানাৰ্জ্জী, ৺দলবীৰ সিং লোহাৰ, উপেন দাস আৰু মোকে আদি কৰি প্ৰায় ১০০ জন কৰ্ম্মীয়ে জৰিমনা, কাৰাদণ্ড আদি ভোগ কৰে। কাৰাগাৰৰপৰা আহি সেইসকল কৰ্ম্মীয়ে পুলিচৰ চোকা দৃষ্টি আৰু চোৰাংচোৱাৰ উৎপাতত ক'তো কাম-কাজ বিচাৰি নাপায়। আনকি তেল কোম্পানী, ৰেল কোম্পানী, চাহ-বাগিছা আদিয়েও বিমুখ কৰে। চৰকাৰী কৰ্ম্মচাৰীসকলে কংগ্ৰেছ কৰ্ম্মীসকলৰ লগত কথা-বতৰা পাতিবলৈকে বিৰক্তিত বা ভয়তে কুণ্ঠাবোধ কৰা হ'ল। সিমানতো কংগ্ৰেছ কৰ্ম্মীসকলে নিৰ্ভয়ে সমাজৰ প্ৰতি সেৱা আগবঢ়াই গৈছিল আৰু ৰাইজেও কংগ্ৰেছ কৰ্ম্মী-সকলৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। দুৰ্নীতিক কোনো প্ৰকাৰে প্ৰশ্ৰয় দিয়া নহৈছিল। ধন ঘটাতকৈ দেশক স্বাধীন কৰাটোৱেই প্ৰত্যেক কৰ্ম্মীয়ে জীৱনৰ ব্ৰত বুলি ধৰি লৈছিল।



মহাত্মা গান্ধীৰ আহ্বানত ১৯৩৩ চনত অসমত শ্ৰীশ্ৰীগড়মুৰীয়া সত্ৰাধিকাৰ স্বৰ্গীয় পীতাম্বৰদেৱ গোস্বামীৰ নেতৃত্বত হৰিজন আন্দোলন আৰম্ভ হয়। সমাজৰ তলৰ শ্ৰেণীৰ লোকসকলক উন্নত কৰাই তাৰ উদ্দেশ্য আছিল। ডিব্ৰুগড় অঞ্চলৰ কাম-কাজৰ ভাৰ মোৰ ওপৰতেই ন্যস্ত হৈছিল। তিনিচুকীয়াত ১৯৩৪ চনত মহাত্মা গান্ধীক অভ্যৰ্থনা জনোৱা হয়। ইয়াতো অনেক বিৰোধিতাৰ সন্মুখীন হ'ব লগীয়াত পৰিছিলোঁ। মহাত্মাজীক তিনিচুকীয়ালৈ অনাত আজিৰ অনেক নেতাই তেতিয়া আপত্তি জনাইছিল। এই অঞ্চলৰ বস্তিৰ কৃষক, বনুৱা, স্বেচ্ছাসেৱকসকলে মহাত্মাজীৰ সভাত মুখ্যকৰ্ম্মী হিচাবে অংশ গ্ৰহণ কৰিছিল। সম্পূৰ্ণ নিষ্ঠা আৰু ত্যাগৰ ভাৱেৰে ৰাইজে যোগ দিছিল। তেতিয়া আজিৰ দৰে 'মাইকৰ' ব্যৱস্থা নাছিল।

১৯৩৯ চনত ডিগবৈত থকা তেল কোম্পানীৰ বনুৱাসকলে নিজৰ দাবী প্ৰতিষ্ঠিত কৰিবলৈকে অনিৰ্দ্দিষ্ট কাললৈ হৰতাল আৰম্ভ কৰে। ডিগবৈত বনুৱাৰ ওপৰত নিৰ্ম্মমভাবে গুলীবৰ্ষণ কৰা হয় আৰু অনেকক গ্ৰেপ্তাৰ, অন্তৰীণ আৰু নিৰ্ব্বাসন দণ্ড দিয়া হয়। বনুৱা আন্দোলনৰ এয়ে প্ৰথম সূত্ৰপাত। অৱশ্যে যুদ্ধৰ আলম লৈ তেতিয়াৰ চৰকাৰে এই বনুৱা আন্দোলনক সম্পূৰ্ণ ধ্বংস কৰি দিবলৈ সমৰ্থ হয়।

১৯৪০-৪১ চনৰ ভিতৰতে অনেকে ব্যক্তিগত সত্যাগ্ৰহত যোগ দি কাৰাবৰণ কৰে। যিসকলৰ নাম তালিকাভুক্ত হৈ আহিছিল, তেওঁলোকেহে সত্যাগ্ৰহ কৰিব পাৰিছিল।

১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনত ৯ আগষ্টৰ দিনা ৺লক্ষেশ্বৰ বৰুৱাক ভাৰত ৰক্ষা আইন অনুযায়ী গ্ৰেপ্তাৰ কৰে। ১০ আগষ্টৰ দিনা যুদ্ধৰ বাবে সংৰক্ষিত অঞ্চলত শোভাযাত্ৰা কৰা অপৰাধত শ্ৰীগোলাপ বৰবৰা, ডাঃ হৰেণ শৰ্ম্মা আদিৰ সৈতে মোকো গ্ৰেপ্তাৰ কৰে। তিনিচুকীয়াৰ শ্ৰীপৰমানন্দ গগৈ, গণেশ বাগলা, নৰনাথ গোহাঁই ; জয়পুৰৰ ভদ্ৰকান্ত গগৈ, লীলা শইকীয়া, আজিৰ এম-এল-এ শ্ৰীভদ্ৰেশ্বৰ গগৈ, ৺যদুনাথ গগৈ, কৰুণা গগৈ, চেনীৰাম দত্ত, কাৰ্ত্তিক গগৈ, ডিব্ৰুগড়ৰ শ্ৰীদুৰ্গা ভূঞা, ভুবনচন্দ্ৰ ডেকা, সুনন্দ শইকীয়া আদি অনেকক গ্ৰেপ্তাৰ কৰে, তাৰে ভালেমানক ভাৰত ৰক্ষা আইনমতে ১৯৪৫ চনলৈকে জেলত ৰাজবন্দী হিচাবে আটক কৰি ৰখা হয়।

১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ লগে লগে পুৰণি কংগ্ৰেছ কৰ্ম্মী-সকলৰ ঠাইত নতুন নতুন নেতাৰ আবিৰ্ভাৱ হ'ল। সবল চৰিত্ৰবানসকলৰ ঠাইত

গত বিশ্ব মহাযুদ্ধত লিপ্ত হৈ থকা সুবিধাবাদী, দুর্নীতিপৰায়ণ লোকসকলেহে বৰ্ত্তমান কংগ্রেছৰ আগ শাৰীত স্থিতি লৈ সকলো ধৰণৰ ক্ষমতা দখল কৰি লৈছে। দেশ দুর্নীতিৰে ভৰি পৰিল। মহাত্মা গান্ধীজীৰ পৰিকল্পিত ৰাম-ৰাজ্যৰ সমাধি ঘটিল।

গতিকে গীতাৰ বাক্যকে সাৰোগত কৰি "পৰিত্ৰাণায় সাধুনাম বিনাশায়শ্চ দুষ্কৃতাম, ধৰ্ম্মসংস্থাপনায় সম্ভবামি যুগে যুগে" বুলি আহক আমি পুনৰ সৰ্ব্বশক্তিমানৰ ওচৰত প্ৰাৰ্থনা জনাওঁ।

# দুজন কৰ্ম্মীলৈ তৰ্পণ

**শ্ৰীৰবীন কাকতী**

১৯৩১ চনৰ আগভাগ। গুৱাহাটী জেলৰপৰা ওলাই শিৱসাগৰলৈ যোৱাৰ বেছিদিন হোৱা নাই। গাৱঁৰ কংগ্ৰেছ অফিছতে দুপৰীয়া বহি আছোঁ। ইটো সিটো অফিচৰ কাম সম্পূৰ্ণ হোৱা নাই, ৰাইজ কেতিয়াবা আহে, কেতিয়াবা নাহে। কিন্তু দুই চাৰিজন প্ৰায় গোট খায়। ৰাজহুৱা কাম কৰে এৰাধৰাকৈ, —ধঁপাত, তামোল, চাহপানীৰ মেল পাতোঁতেই বেছি সময় আৰু সমল যায়।

ওচৰৰ গাৱঁৰে এজন লোক আহি ওলালহি—বয়স ৪৫ বছৰমান হব। আঠু মূৰত চুৰিয়া আৰু গাত বনিয়ন ধৰণৰ পাঞ্জাবী এটা, হাততো কাগজৰ মুৰা এটা। জোলোঙ্গা এটাত চাউল আৰু চুঙ্গা এটাত গাখীৰ।—"কোনো অহা নাই নেকি? তুমি অকলে নেকি? এ, মই আজি কেবাদিনো আহিব পৰা নাই। খুটিলৈ গৈছিলোঁ। ম'হ এজনী হেৰাইছিল, মিৰি গাৱঁত পাইহে আনিছোঁ। দেশৰ খবৰ কি? গান্ধী ক'ত আছে?"—ইত্যাদি প্ৰশ্ন। মই শুনি বহি আছোঁ। ইতিমধ্যে চুটি-চাপৰ ডেকা এজন উপস্থিত হ'লহি। মুখত আইৰ দাগ, ক্ষীণ, লেতেৰা চুৰিয়া, গাত একো নাই, মাত্ৰ গামোছা এখন।—"নাই, আজি ৰাইজ নাহে, মাছ মাৰিবলৈ গৈছে, দুটামান আকৌ আহিব নোৱাৰে—অন্য কাম আছে।" হঠাৎ বয়সস্থজনে প্ৰশ্ন কৰিকে,—"হয়নে বোপা? ইংৰাজে বোলে গান্ধীক ইংৰাজ চিপাহী দি জেলত ৰাখি থোৱাৰপৰাই গান্ধী নাইকিয়া হ'ল?" মইতো অবাক! উত্তৰ দিবলৈ নৌপাওঁতেই নিজেই কৈ গ'ল—"কি! ইংৰাজে গান্ধীক জেলত বন্দী কৰি ৰাখিব! ভাগৱতত আছে, কলিত গান্ধী নামে এজন ৰজা হ'ব। কোনে তেওঁৰ মায়া বুজিব—এই সকলোবোৰ তেওঁৰে মায়া।"......বয়সস্থ জনৰ নাম হৈছে কুন্দাই সাউদ আৰু ডেকাজনৰ নাম দেওধৰ গগৈ। বৰ্ত্তমান দুয়োজন ইহসংসাৰত নাই।

কুন্দাই সাউদ প্ৰায়ে পুৱা ৮।৯ মান বজাত কংগ্ৰেছ অফিচত উপস্থিত হ'বই—অফিচৰ কাৰণে বাঁহ খেৰ, কাম কৰিবলৈ ৰাইজক উলিয়াই আনি (অফিচত ৬।৭ জন ভলেন্টিয়াৰ প্ৰায় থাকেই) সেইসকলৰ খাবৰ কাৰণে চাউল, শাক-পাচলি, মাছ আদি য'ত যি পায় সংগ্ৰহ কৰি লৈ আহে। তেওঁ

নিজে নিজেই এইটো দায়িত্ব তেওঁৰেই বুলি ভাবি লৈ দিনৰ পিচত দিন ধৰি কাম কৰি গৈ আছে। দূৰৰ গাৱঁত মিটিং কৰিবলৈ হ'লে কুন্দাই সাউদ দূত হিচাবে গৈ গাৱঁৰ মুখীয়ালসকলক লগ ধৰি, মিটিঙৰ আয়োজন, ভাত-চাহ, থকা আদিৰ আয়োজনৰ কথা কোনোৱে ক'ব নেলাগে। আন্দোলন বা ইলেক্চনৰ সময়ত মাজে মাজে শোভাযাত্ৰা কৰা হয়। সেই শোভাযাত্ৰা কেতিয়াবা আঠ-ন মাইল দূৰলৈকে তাল-খোল, হাৰমনিয়ম, ধুলুকী লৈ জাতীয় সঙ্গীত গাই গাই গাৱঁৰ ভিতৰলৈ যোৱা হয়। পুৱাই যাত্ৰা কৰা হয়। হয়তো এইদৰে গাৱেঁ গাৱেঁ শোভাযাত্ৰা কৰি দুপৰীয়াৰ সাজ বাটৰ কোনো গাৱঁত খাই পুনৰ আৰম্ভ কৰা হয়। ৰাতি আঠ-ন বজাত গৈ কোনো গাৱঁত ৰাতি বঞ্চা হয়। এই শোভাযাত্ৰাই বাটত ক'ত চাহ খোৱা হ'ব, ক'ত দুপৰীয়া খোৱা-লোৱা হ'ব, ৰাতি ক'ত থকা হ'ব ইত্যাদি সকলো যা-যোগাৰ কৰাত নিজে নিজেই কুন্দাই সাউদে আগভাগ লয়। বলিয়াঘাটকে কেন্দ্ৰ কৰি বাঘৰচুক, সাউদৰচুক, কোঁৱৰপুৰ, ভটিয়াপাৰা, ৰূপহীমূল, নকাটনি, খনাখোকোৰা, দিছিয়ান, গোৱালগাওঁ, বোকাবিল ইত্যাদি গাৱঁৰপৰা শোভাযাত্ৰা, সভাপতা, কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য আৰু নিৰ্ব্বাচন আন্দোলন আদিত আগ-ভাগ লোৱা কৰ্ম্মীসকল আছিল—নকাটনিৰ ৺দীননাথ বৰুৱা, ৺সতৰাম গোহাঁই, ৺সোণেশ্বৰ শইকীয়া, ৺প্ৰেমেশ্বৰ শইকীয়া ; বোকাবিলৰ শ্ৰীভুবন হাজৰিকা, শ্ৰীযোগেশ্বৰ দত্ত, ৺বেন্থু কলিতা, ৺টংকা নেওগ ; ভটিয়াপাৰাৰ ৺ফটিকচন্দ্ৰ ফুকন, ৺ভোলোক গগৈ, শ্ৰীযোগেন্দ্ৰনাথ শৰ্ম্মা ; খনাখোকোৰাৰ ফালৰ ৺জুৱাই বৰা, ৺গোলাপ ভট্টাচাৰ্য্য, ৺পোৱাল শইকীয়া, মাঘী গাওঁবুঢ়া, শ্ৰীলোগুটি নেওগ, শ্ৰীবেথাৰাম বৰুৱা ; থাউদবৈৰাগী গাৱঁৰ ৺বুন্দাই সাউদ, ৺চেনীৰাম শইকীয়া, ৺ইন্দ্ৰেশ্বৰ নেওগ, ৺সিংহেশ্বৰ বৈৰাগী, শ্ৰীটিংপেশ্বৰ সন্দিকৈ, শ্ৰীগণেশ বৈৰাগী, শ্ৰীঅযোধ্যা বৈৰাগী, শ্ৰীকমলচন্দ্ৰ শইকীয়া, শ্ৰীবাপুৰাম সাউদ ; বলিয়াঘাটৰ ৺গুণৰাম কেওট, ৺দেওবৰ গগৈ, ৺ললিত কাকতী, ৺আনন্দ দত্ত, শ্ৰীইন্দ্ৰনাথ কাকতী, শ্ৰীডম্বৰুধৰ হাতীমুৰীয়া, শ্ৰীহৰেণ কাকতী, শ্ৰীমহেন্দ্ৰনাথ বৰা, শ্ৰীমেঘনাথ কাকতী, শ্ৰীললিত হাজৰিকা, শ্ৰীবিনন্দ বৰা, শ্ৰীকণক শইকীয়া, শ্ৰীবাপুৰাম ৰাজখোৱা, শ্ৰীযোগেশ্বৰ গোস্বামী, ৰত্নেশ্বৰ গাওঁবুঢ়া আদি। মহিলা কৰ্ম্মীৰ ভিতৰত আছিল ৺সাবিত্ৰী কাকতী, ৺কণকলতা কাকতী, ৺হীৰোদা চলিহা, ৺খুপুৰী বাই, ৺সুমিত্ৰা কাকতী আদি। এই কৰ্ম্মীসকলৰ কথা আজি কাৰো মনত নাই। এনে ধৰণৰ অসংখ্য অজ্ঞাত কৰ্ম্মীয়েই এদিন স্বাধীনতা আন্দোলনত যথাসৰ্ব্বস্ব দি দুখ-কষ্ট ভোগ কৰি



মৰি গ'ল। ঘৰুৱা কাম-বন সকলো বাদ দি দিনৰ পাছত দিন ধৰি বলিয়াৰ দৰে ঘূৰি স্বাধীনতা আন্দোলনৰ জয়গান গাই ফুৰিছিল এনে নিঃস্বাৰ্থ কৰ্ম্মী-সকলেই। দেশত বোৱাইছিল স্বাধীনতাৰ চিন্তাধাৰা, গঢ়ি তুলিছিল গাৱেঁ-ভূঞে জনতাৰ মাজত এটা আলোড়ন।

৺কুন্দাই সাউদে পঢ়িব নেজানে, কিন্তু খবৰ কাগজখন দেখিলেই হাতত তুলি লৈ একান্তমনে ঘূৰাই পকাই চাব। হয়তো ওভোতা কৰিয়েই লৈছে। হাতত কাগজৰ টোপোলা। কৰবাত হয়তো কাৰোবাৰ ঘৰত স্কুলৰ ল'ৰাকে ক'ব,—"এই পঢ়চোন, কি লেখিছে ?"—একান্ত মনে শুনিব। বাটত স্কুলৰ ল'ৰা লগ পালেই মাতি নিব ঘৰলৈ। কাগজ পঢ়াই শুনিব। নগৰলৈ আহে—কংগ্ৰেছ অফিচ, কাছাৰী ঘৰ গৰকি সংগ্ৰহ কৰি লৈ যাব বাতৰিবোৰ। লগতে নিজে মলা ধৰা কথা জোৰা দি গাৱঁত প্ৰচাৰ কৰিব। গাৱঁত জনাবিলাকে 'গেজেট' বুলিয়েই মাতে। কোন গাৱঁত ক'ত, কি হৈছে—কাৰ লগত কি বিসম্বাদ, সকলো বুঢ়াই এফালৰপৰা কৈ যাবগৈ। নগৰৰপৰা ৬ মাইল দূৰত তেওঁৰ ঘৰ। ভৰি দুটাই যানবাহন। চাইকেল চলাব নাজানে, ৰেল, মটৰত উঠাৰ অভ্যাসো নাই। সভাত বক্তৃতা আদিও নিদিয়ে। মনে মনে হয়তো বহি আছে বা ধঁপাত, তামোল-চাহ আদিৰ যোগান ধৰাত ব্যস্ত। কিন্তু ঘৰুৱা মেলত হলে কোনে পায়! একেবাৰেই যাক বোলে প্ৰধান বক্তা, ফ'কৰা-যোজনা, কীৰ্ত্তন-ঘোষাৰ পটন্তৰ দি আখৈ ফুটুৱাদি ফুটাই যাব। ইলেকচন-বিলাক জানিবা বৰপুতেকৰ হে বিয়া। গা-মন নাচিবলৈ ধৰে। ইলেকচনৰ বেলা গাত চুৰ্ত্তি নাই—ৰাতি-দিন ঘূৰিবই লাগিছে। ভাগৰ কাক বোলে কবই নোৱাৰে। ক'ত কোনে কি কৰিছে, একেবাৰেই বিতং বিতং খবৰ দি থাকিবহি, টকা-পইচা, যান-বাহনৰ কথাই নাই। বিশ মাইল কোনো প্ৰশ্নই নাই—দুই এটকামান বাট খৰছ দিলেই হ'ল। পুৱাই যাত্ৰা কৰিব। গধূলি পৌছি যাবগৈ। বাটতে মিতিৰ-কুটুমৰ ঘৰতে সোমাই জা-জলপান খাই, লগতে দেশ-দেশান্তৰৰ খবৰ দি যাব। ভাত দুপৰীয়া খোৱাই নহয়। কাৰণ, নিজে ৰান্ধিহে খায়। জেললৈ যোৱাটোত সেইটোৱেই প্ৰধান ভয়।

১৯৩৭ চনৰ ইলেকচন। এদিন ৰাতি তিনিমান বজাত মাতিছেহি, "বোপা, বোপা"! উঠি দেখো লগত আৰু এজন সমবয়স্ক ডেকা, দুটা বস্তাত কিবা ভৰাই আনিছে। "ব'লা"—দুৱাৰ বন্ধ কৰি বস্তা দুটা লৈ ভিতৰলৈ মাতে।

"বস্তাত এইবোৰ কি ?"—মই সুধিলোঁ।

"সিহঁতৰ চিঠি, বাপেকে গাৱঁত বিলাই দিবলৈ দিছিল, ছয় সাতখনমান গাৱঁৰ চিঠি গোটাই লৈ আহিছোঁ।"

"কিয় আনিলে, বেয়া কথা নহয়। গম পালেতো সাংঘাতিক ঘটনা হ'ব!"

"নহয়, সিহঁতৰ চিঠি যদি মানুহে নেপায়, ভোট নিদিব। আমাৰ চিঠি পাব, আমাক ভোট দিব। গাৱঁৰ কথা নহয়! যাৰে চিঠি আগতে পায়, তাকেই গাৱঁৰ মানুহে ভোট দিয়ে। কিহৰ ভাল বেয়া আছেহে! কৰাক কৰিব পায়। সিহঁতে আমাৰ বিৰুদ্ধে টকা-পইচা দি মানুহ লগাই দিছে। নানা মিছা কথা প্ৰচাৰ কৰি ফুৰিছে। বহুতো মুখীয়াল মানুহক টকা দিছে।"—ইত্যাদি।

"নহয়, তেওঁলোকে কৰক, আমি কৰিব নোৱাৰো নহয়। গান্ধীজীৰ নীতি এইটো নহয়।"

গান্ধীজীৰ নাম কোৱাত অলপ আতঙ্কিত হৈ বৈ গ'ল বুঢ়া।

কিছু সময় তলকা মাৰি থাকি—"তেন্তে এতিয়া কি কৰা যায়?"

"পুনৰ আকৌ য'ৰপৰা আনিছিল ঘূৰাই দিয়কগৈ।"

চিঠি দুৰন্তা ওভোটাই লৈ গ'ল। পাছত খবৰ কৰিলোঁ চিঠিবিলাক সকলো ঘূৰাই দিছেগৈ।

১৯২১ চনৰ আন্দোলনৰ সময়ত বুঢ়া আছিল ডেকা। আমাৰ মনত পৰে বুঢ়া প্ৰায় আমাৰ ঘৰলৈ যায়। ৺দেউতা আছিল সেই সময়ত মৌজা কংগ্ৰেছৰ সম্পাদক আৰু ৺ব্ৰাহিৰাম কোৱঁৰবৈৰাগী আছিল সভাপতি। বুঢ়া আছিল লগতে ভলেন্টিয়াৰ। বাঘৰচুকত এটা ডাঙৰ অফিচ ঘৰ সজাইছিল, মিলিটেৰীয়ে জুই লগাই পুৰি পেলালে। পঞ্চায়তে ওচৰৰ গাওঁবিলাকৰ মকৰ্দ্দমা সুধিছিল। ভলেন্টিয়াৰ হিচাবে বুঢ়াৰ কাম আছিল গাৱেঁ-গাৱেঁ খ-খবৰ দিয়া, সভা-সমিতিৰ কাৰণে মানুহ সৰিয়াই ফুৰা। সেই সময়ত বুঢ়াৰ পৰিয়ালৰ অৱস্থা ভালেই আছিল। গতিকে বুঢ়াই আশাসুধীয়াভাৱে দেশৰ কামত ফুৰাত একো অসুবিধা নাছিল। ১৯২১ চনৰপৰাই গাঁৱত 'ভলেন্টিয়াৰ' নামেই বুঢ়া জনাজাত।

দেশ স্বাধীন হ'ল। ১৫ আগষ্ট পুৱা ৯ বজাত জিলা কংগ্ৰেছ অফিচত বুঢ়া হাজিৰ। কপালত চন্দনৰ ফোঁট, টিকনিত গোসাঁইঘৰৰ ফুল-নিৰ্ম্মালি। ১৯২১ চনৰপৰাই যাৰ কাৰণে ঘূৰি ফুৰিছিল সেই স্বৰাজ আহিল। বুঢ়াৰ মনত ভাঁহি উঠিছিল—স্বৰাজৰ কথা। কংগ্ৰেছ অফিচত সেইদিনা পুৱাৰেপৰা জনসমাগম। বুঢ়া উঠি যায়, আকৌ বহেহি বেঞ্চখনৰ চুকতে। চাহ-মিঠাই



চলিব লাগিছে, বুঢ়াই কিন্তু সেই পুৱাৰপৰা মুখত একো দিয়া নাই। দোকানৰ চাহ-মিঠাই নেখায়। কেতিয়াবা উঠি গৈ কচুৰ পাতৰে পুখুৰীৰপৰা পানী এটোপা খাই আহেগৈ। বুঢ়া সেই ৰকমেই থাকিল ৰাতি বাৰ বজালৈকে।

বুঢ়া আহে কংগ্ৰেছ অফিচলৈ আগৰ দৰেই। খা-খবৰ লয়, ঘূৰি যায় পুনৰ ঘৰলৈ। কংগ্ৰেছৰ সভ্য ভৰ্ত্তিৰ বহী নিজে খুজি নিয়েহি। গান্ধীজীৰ হত্যাকাণ্ডৰ বাতৰি বুঢ়াই গাৱঁতে খবৰ পায় ৰাতি ৯ মান বজাত। বিশ্বাস কৰিবলৈ টান পালে। তেওঁ ৰাতি ১১ মান বজাত ওলালহি কংগ্ৰেছ অফিচ, সুধিলে,—"সঁচাকৈয়ে বাৰু গান্ধী আৰু নাইকিয়া নে? এইটো কেনেকৈ সম্ভৱ হব পাৰে!" কি দুখ-বেজাৰ, কান্দোন সেই দিনা কুন্দাই সাউদৰ! গোটেই ৰাতি অফিচতে চকু-পানীৰে কটাই দিলে। কংগ্ৰেছৰ গ্লানি সহ্য নহয়, তৰ্ক কৰে, কাঁজিয়া কৰে মানুহৰ সৈতে কংগ্ৰেছৰ কথা লৈ। কংগ্ৰেছ ভাল, কংগ্ৰেছ বেয়া হ'ব নোৱাৰে, এই দৃঢ় ভাব সদায় তেওঁৰ মনত। অনাদৃত অৱহেলিত এই অক্লান্ত কৰ্ম্মীৰ মৃত্যু হয় ১৯৬৮ চনত।

দেওবৰ গগৈ ১৯৩০ চনত ডেকা ল'ৰা। বয়স ২১।২২ বছৰমান হব সেই সময়ত। চুটি-চাপৰ, খীণ, মুখত আইৰ দাগ। দেখিলে ১৫ বছৰমানহে বুলি অনুমান হয়। ঘৰত কাম-বন কৰাৰ অভ্যাস বৰ নাছিল; কিন্তু কংগ্ৰেছ অফিচত দিন-ৰাত তেওঁৰ কামৰ অন্ত নাই। পুৱা উঠিয়েই অফিচ সৰা, চাহ কৰা দুপুৰীয়া ভলেন্টিয়াৰসকলে খাবৰ কাৰণে ভাত বন্ধা, গাৱঁৰপৰা খুজি তামোল-পান, শাক-পাচলি সংগ্ৰহ কৰি অনা ইত্যাদি। দূৰৰ গাৱঁলৈ বা ক'ৰবালৈ খবৰ পঠাবলৈ হ'লে সেই দেওবৰ। কৰবালৈ যাবলৈ হ'লে ডাঙৰ বোজাটো দেওবৰৰ পিঠিত। বিনা সঙ্কোচে সকলো কাম কৰি যায় দেওবৰে। পিকেটিং কৰিবলৈ আজি কোনো নাই—"দেওবৰ যা, আজি তয়ে নামটো ৰাখি আহগৈ।" পুলিচেও চিনি পায়, নধৰে, সৰু ল'ৰা বুলি ঘূৰাই পঠিয়াই। দুখমন, দেওবৰক পুলিচে ধৰি নিনিয়ে। ১৯৩০ চনৰপৰাই ঘৰৰ লগত বিশেষ একো সম্বন্ধই নাই। প্ৰায় ১৯৪৫ চনমানলৈকে কংগ্ৰেছ অফিচেই দেওবৰৰ ঘৰ-দুৱাৰ, সকলো। মাহৰ পিচত মাহ ধৰি বেঞ্চখনৰ ওপৰতেই শুলে। সম্পত্তিৰ ভিতৰত খদৰৰ চুৰিয়া এখন, চোলা এটা, গামোছা এখন আৰু এৰিয়া চাদৰখন।

দেশ স্বাধীন হ'ল। দেওবৰৰ আৱশ্যক নোহোৱা হ'ল। প্ৰায়েই আহে জিলা কংগ্ৰেছ অফিচলৈ, বেঞ্চখনতে বহে। কেতিয়াবা ৰাতি হয়তো সেই বেঞ্চতে শুই পৰে, কেতিয়াবা ঘূৰি যায় ঘৰলৈ। ঘৰটো দেওবৰৰ আদৰ নাই।

কাৰণ, ঘৰৰ কাৰণে তেওঁ একোৱেই নকৰিলে। কাম কৰা বয়সতটো ভলেণ্টিয়াৰ হৈ ঘূৰি ফুৰিয়ে কটালে—কংগ্ৰেছতো দেওবৰৰ দৰে মানুহৰ আৰু আৱশ্যক নোহোৱা হ'ল। ৩০ টকীয়া পেঞ্চন এটা পাইছিল শেষত।

যদিও দেওবৰ কংগ্ৰেছ অফিচলৈ আহে আৰু যায় কিন্তু কোনেও প্ৰশ্ন নকৰে—আজিকালি কি কৰিছ বা কেনেকৈ খাইছ? কেতিয়াবা নিজেই খুজি কংগ্ৰেছ সভ্য কৰা বহী এটা লৈ যায়। হা-হুমুনিয়াহৰ মাজেদি দিন নিয়াই ১৯৬৯ চনত মৃত্যু হয় দেওবৰৰ।

স্বৰ্গীয় কুন্দাই সাউদ আৰু স্বৰ্গীয় দেওবৰ গগৈ নিৰক্ষৰ আৰু বিশেষ ৰাজনীতিৰ জ্ঞান নথকা লোক। তেওঁলোকৰ ডিঙ্গিত মালাও পিন্ধোৱা নাছিল। তেওঁলোকৰ কোনেও তেনে মান-যশস্যা বিচৰাও নাছিল। কংগ্ৰেছক ভাল পাইছিল, কাৰণ কংগ্ৰেছে স্বৰাজৰ কাৰণে আন্দোলন কৰিছে। স্বৰাজৰ বিশেষ তাৎপৰ্য্য তেওঁলোকে বুজা নাছিল—স্বৰাজ মানে দুখীয়া ৰাইজৰ ভাল হ'ব, দুখ-দুৰ্গতি গুচিব, দেশ ধন-ধানে নদন-বদন হ'ব। তেওঁলোকে যি পাৰে শক্তি অনুযায়ী এই স্বৰাজ লাভৰ অৰ্থে চিন্তা আৰু কৰ্ম্মৰ যোগে দান কৰিছিল, ব্যক্তিগত প্ৰতিদানৰ একো আশা কৰা নাছিল। এনেধৰণৰ হেজাৰ হেজাৰ অজান কৰ্ম্মীৰ ত্যাগ আৰু কৰ্ম্মই কংগ্ৰেছৰ শক্তি আছিল। বিভিন্ন সময়ৰ স্বাধীনতা আন্দোলনত এওঁলোকৰ ত্যাগৰ বলতেই দেশ স্বাধীন হ'ল।

আমাৰ শ্ৰদ্ধা জনাইছোঁ এই অজান অৱহেলিত স্মৃতি মাৰ যোৱা এনে দেশপ্ৰেমিক কৰ্ম্মীসকললৈ।

# অৰ্দ্ধ শতাব্দীৰ সোঁৱৰণত

**শ্ৰীধৰ্ম্মকান্ত শৰ্ম্মা**

১৯২১ চনৰ জানুৱাৰী মাহৰ ২২ তাৰিখ শনিবাৰে গৌৰীপুৰৰপৰা আহি নলবাৰীত নামিলোঁ। নামিয়েই দেখিলোঁ কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু বহু ডেকা ল'ৰাই ৰেলত উঠিবলৈ হেতা-ওপৰা লগাইছে। ময়ো আকৌ উঠি পৰিলোঁ। ৰঙ্গিয়াত ৰাজহুৱা সভা। গৌৰীপুৰ হাইস্কুলৰ ছাত্ৰসকলৰ অনুষ্ঠান 'হিত-সাধিনী' সভাৰ'পৰা অসম জুৰি অসহযোগ আন্দোলনৰ ঢৌ বিয়পি পৰাৰ ফলত গুৱাহাটীত কি হৈছে চাবলৈ বুলি মোক পঠোৱা হৈছিল। ৰঙ্গিয়াৰ সভাত কৰ্ম্মবীৰৰ উদ্দীপণাপূৰ্ণ ভাষণ আৰু অসমৰ ছাত্ৰসকলৰ প্ৰতি কৰা কৰ্ত্তব্যৰ আহ্বানত মোৰ ডেকা মন উতলি উঠিল। সভাত গুৱাহাটীৰ স্কুল-কলেজ বৰ্জ্জন কৰা ছাত্ৰৰ সংখ্যাও কম নাছিল। ৰাতি দুকুৰিমান ছাত্ৰ ৰঙ্গিয়াতে থাকিল। পিচদিনা বৰখলাত সভা। তাৰ পিচৰ দুদিন কালাগ আৰু গুৱাকুছিত সভা হ'ব বুলি শুনিলোঁ। ময়ো ছাত্ৰসকলৰ লগতে ৰাতি ৰঙ্গিয়াতে থাকিলোঁ। বহুতৰ লগত কথা-বতৰা হলোঁ, পিচত তিনিখন সভাত যোগ দিলোঁ। কৰ্ম্মবীৰ বৰদলৈদেৱৰ লগত সাধাৰণ পৰিচয় হ'ল। স্কুল বৰ্জ্জন কৰা সিদ্ধান্ত কৰি গৌৰীপুৰলৈ উভতিলোঁ। হিত-সাধিনী সভাৰ সভ্যসকলৰ লগত কথা হৈ স্কুল বৰ্জ্জন কৰি ওলাই আহি ঘৰত দুদিনমান থাকি গুৱাহাটীলৈ গৈ স্বেচ্ছাসেৱক বাহিনীত নাম লেখালোঁ। বৰদলৈদেৱৰ আদেশ মতে ৺প্ৰতুলচন্দ্ৰ চৌধুৰীৰ সৈতে দুয়ো তিলক স্বৰাজ্য ভঁৰালৰ চাঁদা সংগ্ৰহ আৰু অসহযোগ আন্দোলনৰ প্ৰচাককাৰ্য্য নিজৰ ঘৰত থাকিয়েই আৰম্ভ কৰিলোঁ। সদায় দিন ঘৰত থকা সম্ভৱ নহ'ল। মে' মাহত গুৱাহাটীৰ শিবিৰত ভৰ্ত্তি হলোঁ। শ্ৰীকালীৰাম বৰ্ম্মণদেৱৰ লগত ধৰ্ম্মপুৰ আৰু ক্ষেত্ৰীধৰ্ম্মপুৰ মৌজাত গোটেই বাৰিষাটো কংগ্ৰেছৰ সভ্য ভৰ্ত্তিৰ কাম কৰিলোঁ। পশ্চিম বৰিগোগ মৌজাত ৺হলিৰাম ডেকাৰ লগত ৺মোহনচন্দ্ৰ চৌধুৰী, ৺দুতিৰাম কলিতা, শ্ৰীবলীৰাম ডেকা আদিয়ে সভ্য ভৰ্ত্তিৰ কাম কৰে। আগষ্ট মাহত মহাত্মা গান্ধী অসম ভ্ৰমণত অহাৰ পিচৰপৰা আন্দোলনৰ ৰূপ অলপ সলনি হৈ বিলাতী বস্ত্ৰ আৰু মাদকতা বৰ্জ্জনত জোৰ দিয়া হ'ল। কানি-ভাং-মদৰ দোকানত পিকেটিং কৰাৰ কামত সেৱক-

সকলক ঘাইকৈ নিয়োগ কৰা হ'ল। পশ্চিম বৰিগোগ মৌজাত সেই কানীয়া-ভঙুৱাৰ ঘৰে ঘৰে গৈ তেওঁলোকৰ হাতে-ভৰিয়ে ধৰি সেইবোৰৰ অপকাৰিতা সম্বন্ধে বুজাই সেইবিলাক ত্যাগ কৰাৰ কাৰণে ব্যাপক প্ৰচাৰ চলোৱা হয়। ঠায়ে ঠায়ে বিলাতী বস্ত্ৰদাহ যজ্ঞও কৰা হৈছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনে কামৰূপ জিলাৰ বকো অঞ্চল আৰু উত্তৰ কামৰূপৰ বাস্কা অঞ্চলত গণ-আন্দোলনৰ ৰূপ লৈছিল। মই গুৱাহাটী শিবিৰত নৰেশ্বৰ মাহটো থাকি উজানবজাৰৰ মদৰ দোকানত পিকেটিং কৰোঁ আৰু অফিচতো লেখা-পঢ়াৰ কাম কৰোঁ। ডিচেম্বৰ মাহৰ তিনি তাৰিখে মই বাস্কাৰ বৰাইমাৰী গাৱঁলৈ যাত্ৰা কৰোঁ। গুৱাহাটীৰপৰা ৰাতিপুৱা ৰেলেৰে গৈ টিহুত নামি খোজ কাঢ়ি গৈ ৰাতি পিপলাত সহকৰ্ম্মী ৺বাণীকিংকৰ গোস্বামীৰ ঘৰত থাকি পিচদিনা পুৱা ৺হৰিকিংকৰ গোস্বামীৰপৰা বাট-ঘাট সম্পৰ্কে সাধাৰণ বুজ লৈ চৰাইমাৰীলৈ যাত্ৰা কৰোঁ। চৰাইমাৰীত শ্ৰীকেশৱ চন্দ্ৰ লহকৰে স্থানীয় কৰ্ম্মী কিছুমান লৈ ৺কামাখ্যাৰাম বৰুৱাৰ তত্ত্বাৱধানত এটা বাহৰ পাতি কাম কৰি আছিল। চৰাইমাৰীলৈ যাবলৈ হলে তেতিয়া বগা চাহাবে আৰম্ভ কৰা বটাৱাৰী কুঁহিয়াৰ বাগানৰ মাজেদি যাব লাগে। ছুইমান বজাত বাগানৰ মাজ পাওঁতে পিচফালৰপৰা দুজন মানুহ দৌৰি গৈ মোক চিয়ঁৰি চিয়ঁৰি মাতি আনি চাহাবৰ বঙলাৰ ওচৰত ৰৈ থকা এজন পুলিচ কৰ্ম্মচাৰীৰ ওচৰত হাজিৰ কৰিলে। তেওঁ মোক সাধাৰণ দুই চাৰিটা কথা সুধি নাম-ধাম লিখি বঙলাৰ পিচফালে থকা মিলিটেৰী কেম্পৰ এটা সৰু কোঠাত বান্ধি সুমুৱাই থলে। সেই তম্বুৰ তলত আগৰেপৰা মোৰ দৰে অৱস্থাত ৺গোলোকচন্দ্ৰ পাঠক, শ্ৰীকেশৱচন্দ্ৰ লহকৰ, শেহৰাম বড়ো আৰু দুজন স্থানীয় ল'ৰাক নবাৰে পতা বিছনাত শুই থকা লগ পালোঁ। তাতেই শ্ৰীলহকৰৰ পৰা শুনামতে তাত তেওঁলোকে যোগডলা, কহাঁৰ পাৰা, চৰাইমাৰী, পিপলীয়া, নাওশাৰী, নিকাচী, সুবণখাতা, ওডলা, বটাবাৰী আদি গাৱঁত কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰাৰ উপৰিও পঞ্চায়ত আদি গঠনৰ লগতে স্থানীয় স্বেচ্ছাসেৱক বাহিনীৰ সহায়ত আবকাৰী দোকানত পিকেটিং আৰু সভা পাতি আন্দোলন চলাইছিল। স্থানীয় ৰাইজৰ উৎসাহ-উদ্দীপনাৰে সেই ঠাই স্বদেশী ভাৱত জাগৰিত হৈছিল। সেই জাগৰণ মষিমূৰ কৰাৰ উদ্দেশ্যেৰে দাৰোগা আৰু বন্দুকধাৰী চিপাহীৰে সজ্জিত হৈ পাঁচী চাহাবে এ-ডি-চিৰ পদবী লৈ বাগানৰ মেনেজাৰ চাহাবৰ আশ্ৰয়ত বাহৰ পাতি আছিলহি। চিপাহীবিলাক গাৱেঁ-গাৱেঁ



দল বান্ধি ঘূৰি ফুৰিছিল। গান্ধী-টুপী পিন্ধা মানুহ দেখিলেই ধৰি আনে, আবকাৰী দোকানৰ ওচৰত ডেকাল'ৰা দেখিলে কোবাই বা ধৰি নি কিছু দূৰৈত গধূলি এৰি দি আহেগৈ। মহাত্মা গান্ধী বা ভাৰতমাতাৰ জয় দিয়া ল'ৰা-ছোৱালী দেখিলেই কোবাই, আমাৰ ওপৰতো সমানে অত্যাচাৰ চলাইছিল। আমাক দুজন দুজনকৈ হাত-কেৰেয়া আৰু কঁকালত ৰছী লগাই ৰাখিছিল। শুই থকা অৱস্থাতো তেনে দৰে থাকিব লগা হৈছিল; চৰকাৰৰ পিনৰপৰা কোনোৰকম খোৱাৰ ব্যৱস্থা কৰা নহৈছিল। বাহিৰৰপৰা যোগান দিয়া দৈ-চিৰা আদিও কম পৰিমাণেহে আমাৰ ভাগত যুটিছিল। তিনি দিনৰ দিনা আমি ছজনক পাঁচী চাহাবৰ আগত হাজিৰ কৰি পাঠক আৰু মোক ছমাহকৈ সশ্ৰম কাৰাদণ্ডৰ আদেশ দি বাকী কেইজনক বিচাৰাধীনভাবে দুদিনৰ পিচত গুৱাহাটীলৈ চালান দিয়ে। আমাৰ আগতে আঠজন আৰু আমাৰ পিচত দহজন কৰ্ম্মীক চালান দিয়া কথা মোৰ মনত আছে। দুখৰ বিষয়, তেওঁ-লোকৰ নাম পাহৰি গৈছোঁ। সেই সময়ৰ, সেই ঠাইৰ কথা দেখা বা জনা কোনো সদাশয় লোকে সকলো কথা খৰচি মাৰি জনালে আমাৰ কৰ্ম্মীসকলৰ অশেষ উপকাৰ আৰু এন্ধাৰত লীন হৈ যাবলৈ ধৰা এটা সত্য কাহিনী পোহৰলৈ অনাত সহায় হয়।

কংগ্ৰেছ পক্ষৰপৰা বৃটিছ চৰকাৰক চৰমপত্ৰ দিয়া হ'ল। সেই চৰম পত্ৰৰ ম্যাদ উকলি যোৱাৰ লগে লগে লাহোৰত বহা কংগ্ৰেছ অধিবেশনত 'পূৰ্ণ স্বৰাজ'ৰ প্ৰস্তাৱ গৃহীত হ'ল। তাৰে তিনি সপ্তাহৰ পিচতেই ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা দেশবাসীয়ে প্ৰথম বাৰৰ বাবে সমূহীয়াকৈ 'পূৰ্ণ স্বৰাজ'ৰ সংকল্প লয়। সেই বছৰৰে ১২ মাৰ্চ্চৰ দিনা মহাত্মা গান্ধীয়ে সবৰমতী আশ্ৰমৰ পৰা যাত্ৰা কৰি ৬ এপ্ৰিল তাৰিখে গুজৰাটৰ ডাণ্ডি নামে ঠাইৰ সাগৰৰ পাৰত পৰি থকা লোণৰ টুকুৰা বুতলি লৈ আইন অমান্য আৰম্ভ কৰে। সেয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সূত্ৰপাত। সেই আন্দোলনত সমগ্ৰ ভাৰতবৰ্ষত আধা লাখৰো বেছি মানুহে চৰকাৰৰপৰা শাস্তি ভোগ কৰে। অসমৰ ক্ষেত্ৰত সেই আন্দোলনত ঘাইকৈ ছাত্ৰসকলে আগভাগ লৈছিল।

১৯৩১ চনত 'গান্ধী-আৰউইন চুক্তি'মতে মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলন স্থগিত ৰাখি লণ্ডনৰ ঘূৰণীয়া মেললৈ যাত্ৰা কৰে। তাৰপৰা বিফল-মনোৰথেৰে ঘূৰি অহাৰ লগে লগে বোম্বাইত মহাত্মা গান্ধীক চৰকাৰে গ্ৰেপ্তাৰ কৰে। পুনৰ আইন অমান্য আন্দোলন আৰম্ভ হয়। দেহাৰকুছিত কৰ্ম্মবীৰ

ৰবদলৈদেৱে দেহাৰকুছি যুৱক সজ্ঘৰ বছেৰেকীয়া অধিবেশনত সভাপতিত্ব কৰি ডেকাসকলক আইন অমান্য আন্দোলনত যোগ দিবলৈ উৎসাহ দিয়ে। শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মাৰ নেতৃত্বত খাৰজৰাত শিবিৰ পাতি নলবাৰীত আইন অমান্য আন্দোলন আৰম্ভ কৰা হ'ল। শিৱিৰত বাঁহজানিৰপৰাও এটা সত্যাগ্ৰহী দল আহি লগ লাগিল। বিহামপুৰৰ শ্ৰীপ্ৰতাপ চক্ৰৱৰ্ত্তীয়ে শিৱিৰ পৰিচালনাৰ ভাৰ ললে। মোৰ ভাই ৺মহীকান্ত শৰ্ম্মা আৰু ৺চক্ৰেশ্বৰ শৰ্ম্মাই প্ৰথম সত্যাগ্ৰহী হৈ কাৰাবৰণ কৰে। পশ্চিম বৰিগোগ মৌজাৰ শ্ৰীহৰেন কলিতা, শ্ৰীঅমৃত শৰ্ম্মা, শ্ৰীমাণিক দাস আদি কেবাজনেও কাৰাবৰণ কৰে। খাৰজৰাৰ শিবিৰ পুলিচে ভাঙ্গি দিলে। দেহাৰকুছিৰ অস্থায়ী শিবিৰক স্থায়ী ৰূপ দিয়া হ'ল। হাজোৰ ফালৰপৰা শ্ৰীঅমৃত ডেকা, শ্ৰীকামাখ্যা দাস আদি কেবাজনো কৰ্ম্মীয়ে আহি শিবিৰত ট্ৰেইনিং লৈছিলহি। শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা গুৱাহাটীলৈ উভতি গ'ল। শিৱসাগৰৰ বলো গগৈ আৰু ৺শঙ্কৰ বৰুৱাৰ আহ্বানত গোলাঘাটত গৈ মই তাৰ শিবিৰ পৰিচালনাৰ ভাৰ ললোঁ। বৰুৱা তেতিয়া আত্মগোপন কৰি আছিল। আমি যোৱাৰ পিচত দেহাৰকুছিত পুলিচৰ অত্যাচাৰ চৰিল। দেহাৰকুছিৰপৰা শিবিৰ দৈচপৰা গাৱঁলৈ স্থানান্তৰ কৰা হ'ল। তাতো পুলিচে শিবিৰ পুৰি দিয়াত গাওঁবাসীয়ে গাৱঁৰ ভিতৰৰ নামঘৰতে শিবিৰ খুলিলে। দৈচপৰা গাৱঁৰ শ্ৰীব্ৰজৰাম কলিতা, শ্ৰীউত্তম কলিতা, শ্ৰীপবিন কলিতা, শ্ৰীললিত কলিতা আৰু শ্ৰীনলিনী কলিতাক পুলিচে ধৰি নিয়ে। মে' মাহত গোলাঘাটত মোৰ এবছৰ জেল আৰু দুশ টকা জৰিমনা হয়। জৰিমনাৰ টকা আদায় কৰাৰ চেলু লৈ চৰকাৰে মোৰ দোকান আদি যাবতীয় অস্থাবৰ সম্পত্তিৰপৰা মোক বঞ্চিত কৰে।

১৯৩৪ চনত কংগ্ৰেছে আইন অমান্য আন্দোলন স্থগিত ৰখাত আমাৰ কিছুমান কৰ্ম্মীয়ে ক'তো স্থান নোহোৱা হৈ অনাই-বনাই ফুৰিব লগা হোৱাত শ্ৰীলীলাধৰ বৰুৱা, ৺গোলোক পাঠক আৰু মই পৰামৰ্শ কৰি গুৱাহাটীৰ শান্তিপুৰত এখন আশ্ৰম প্ৰতিষ্ঠা কৰোঁ। হৰিজন আন্দোলনৰ সময়ত মহাত্মা গান্ধীয়ে অসম ভ্ৰমণ কৰোঁতে সেই আশ্ৰম উদ্বোধন কৰে। পিচত মই নোৰ ঘৰতে আশ্ৰম এখন প্ৰতিষ্ঠা কৰি কেইজনমান কৰ্ম্মী ৰখাৰ ব্যৱস্থা কৰোঁ। সেই সময়ত হৰিজন আন্দোলনে সমগ্ৰ দেশতে গা কৰি উঠাৰ লগে লগে পশ্চিম বৰিগোগ মৌজাতো তাৰ প্ৰভাৱ পৰে। বৰিগোগ-বৰভাগ অঞ্চলত সনাতন ধৰ্ম্ম-প্ৰচাৰিণী সভাৰ কেন্দ্ৰস্থল থকা বাবে ইয়াত হৰিজন আন্দোলনকাৰী



সকলৰ লগত তেওঁলোকৰ সংঘৰ্ষ হয়। অসমৰ হৰিজন সেৱা সজ্ঘৰ সভাপতি শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীদেৱক ১৯৩৪ চনৰ জানুৱাৰী মাহৰ আগভাগতে আমাৰ ইয়ালৈ আমন্ত্ৰণ কৰি অনা হয়। তেখেত মোৰ আশ্ৰমতে থাকি এখন ৰাজহুৱা সভাত ভাষণ দিয়ে আৰু স্থানীয় পণ্ডিতসকলৰ লগত দুদিন ধৰি আলোচনা কৰে। কিন্তু পণ্ডিতসকলৰ আঁকোৰগোজ মনোভাৱৰ কাৰণে একমত হব নোৱাৰিলে। সনাতনীসকলে আমাৰ আশ্ৰম আৰু যুৱক সজ্ঘৰ ওপৰত হোৰ তোলাৰ উদ্দেশ্যে মোক এঘৰীয়া কৰিলে। মোৰ ডাঙৰ ল'ৰাটোৰ অন্নপ্ৰাশনত জ্ঞাতি-গোষ্ঠিসহ মোৰ পুৰোহিতকো বন্ধ কৰিলে। বাঁহজানিৰ কৰ্ম্মীসকল আৰু যুৱক দলৰ সহায়ত উদাৰ প্ৰকৃতিৰ পণ্ডিত কেজনমানৰদ্বাৰা কৰ্ম্ম সমাপণ কৰা হ'ল। হৰিজন আন্দোলনৰ জয় হ'ল। শ্ৰীধাৰেশ্বৰ শৰ্ম্মা আৰু ৺প্ৰতাপ শৰ্ম্মাৰ অৱদান এই ক্ষেত্ৰত উল্লেখযোগ্য।

১৯৩৯ চনৰপৰা দ্বিতীয় মহাসমৰ আৰম্ভ হয়। কংগ্ৰেছ মহাসভাই আইনসভা বৰ্জ্জন কৰি ১৯৪০ চনৰ শেষ ভাগত ব্যক্তিগত সত্যাগ্ৰহ আৰম্ভ কৰে। পশ্চিম বৰিগোগ মৌজাৰপৰা শ্ৰীকেশৱচন্দ্ৰ ডেকা, শ্ৰীধাৰেশ্বৰ শৰ্ম্মা আৰু শ্ৰীধীৰদত্ত কলিতাই যথাক্ৰমে কমাৰকুছি, বাঁহাৰঘাট আৰু বাৰাংহাটীত সত্যাগ্ৰহ কৰে। পশ্চিম বৰিগোগ মৌজাৰপৰা চৰকাৰে কোনো ৰকমৰ সহায় যুদ্ধ চলি থকা অৱস্থাত পোৱা নাছিল।

১৯৪২ চনৰ ৯ আগষ্ট তাৰিখে বোম্বাই মহানগৰীত কংগ্ৰেছ মহাসভাই মহাত্মাৰ 'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰস্তাৱত সন্মতি দি আন্দোলন পৰিচালনাৰ ভাৰ তেওঁৰে হাতত অৰ্পণ কৰে। চৰকাৰে সিদিনা ৰাতিয়েই বাপুজী প্ৰমুখ্যে নেতাসকলক কাৰাৰুদ্ধ কৰে। বিক্ষুব্ধ জনতাই কাণ্ডাৰীহীন ভাৰতবৰ্ষত বিপ্লৱৰ সৃষ্টি কৰে। জনগণৰ জাগৰণটো অসমতো বিয়পি পৰে। গোটেই অসমতে জুই জ্বলি উঠে। পশ্চিম বৰিগোগ মৌজাৰ কৰ্ম্মীসকলেও বিপ্লৱত জপিয়াই পৰে। ৰঙ্গিয়াৰ চব-ডেপুটী অফিচৰেপৰা আদি কৰি বহুতো ধ্বংস-কাৰ্য্য ঘটোৱাৰ পিচত কৰ্ম্মীসকলে বাঁহাৰঘাট মজলীয়া স্কুলঘৰত শিবিৰ পাতি কৰ্ম্মীসকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰে। মৌজাৰ বেছি সংখ্যক যুবকে শিবিৰত শিক্ষা লৈ সমগ্ৰ উত্তৰ কামৰূপতে আন্দোলন আৰম্ভ কৰে। বহুত কৰ্ম্মী গ্ৰেপ্তাৰ হ'ল।

আমি কেইজনমান কৰ্ম্মীয়ে আত্মগোপন কৰি থাকিলোঁ। এদিন মোৰ ঘৰতে ৰঙ্গিয়াৰ দাৰোগাৰ লগত ভেটাভেটি হ'ল। মোক ঘৰৰ আন মানুহ বুলি ভাবি মোৰ খবৰ মোকেহে সুধিলে। মই তৎক্ষণাৎ 'ভিতৰত আছে' বুলি

কৈ বাৰীৰ আন বাটেদি আঁতৰ হলোঁ। ঘৰ তালাচ কৰি কিবা-কিবি কাগজপত্র লৈ গুচি গ'ল।

জুলাই মাহত 'গান্ধী যাত্রা'ৰ আহ্বান আহিল। শ্রীৰাধিকাৰাম দাস আৰু শ্রীলক্ষ্যধৰ চৌধুৰীক সম্মতি দি আহি শ্রীধাৰেশ্বৰ শৰ্ম্মাৰ লগত কথা হলোঁ। ১৯৪৩ চনৰ ২ আগষ্ট তাৰিখে ধাৰেশ্বৰ শৰ্ম্মা আৰু ভৈৰৱ শৰ্ম্মাক লৈ নলবাৰীত ৰেলত উঠিলোঁ। ৰেলত বৈকুণ্ঠ শৰ্ম্মা আৰু তাৰক ঘোষক পালোঁ। ৯ আগষ্টত পুনাত বাপুজীক অন্তৰীণ কৰি ৰখা 'আগাখাঁ পেলেচ'ত সত্যাগ্রহ কৰা হ'ব। তালৈ সমগ্র ভাৰতবৰ্ষৰে কৰ্ম্মীসকলক আহ্বান কৰা হৈছিল। বোম্বাইত ৰেলৰপৰা নামি পূৰ্ব্ব ব্যৱস্থা অনুযায়ী এজন বিশেষ মানুহৰ পিচে পিচে গৈ এটা ডাঙৰ অতিথিশালাত থাকিলোঁগৈ। স্থানীয় সত্যাগ্রহীৰ বাহিৰে পাঁচশমান সত্যাগ্রহী তাত গোট খাইছিলগৈ। দুদিন নানা কথা-বতৰাৰে সকলো প্রদেশৰপৰা অহা কৰ্ম্মীসকলৰ লগত চা-চিনাকি হলোঁ। ৯ আগষ্টত পুণা অভি-মুখে ৰেলত উঠি অলপ দূৰ যাওঁতেই দাদাৰ ষ্টেছনত আমাক পুলিচে আটক কৰি বোম্বাইৰ ৱালি কেম্প জেলত ভৰাই থলে। তাতে সাতদিনমান ৰাখি এৰি দিলে। দুদিনমান অতিথিশালাত থাকি পুনৰ যাত্রা কৰিলোঁ। পুণাত নিৰ্দ্দিষ্ট এটা অতিথিশালাত গৈ বিছনাপত্র থোৱাৰ পিচতে পুলিচে ধৰি নি য়াৰবেদা কেম্প জেলত সাতদিন ৰাখি পুণা ষ্টেচনলৈ আনি আমাক প্রত্যেককে একোটাকৈ গুৱাহাটী ষ্টেচনৰ টিকট কিনি দি গাড়ীত তুলি গাড়ী এৰাৰ পিচতহে ৰখীয়াসকলে আঁতৰি গ'ল। ৰাতি আহি কল্যাণ জংচনৰপৰাই বৈকুণ্ঠ শৰ্ম্মা আৰু তাৰক ঘোষ গুৱাহাটী অভিমুখে গ'ল। আমি তিনিও নিৰ্দ্দেশমতে বোম্বাইৰ অতিথিশালাত উঠিলোঁগৈ। পুনঃ পুণালৈ গলোঁ। পুণা ষ্টেছনৰ ওচৰৰ সেই অতিথিশালাত আমি দুদিন অপেক্ষা কৰাৰ পিচত পুণা কৃষি কলেজৰ দুজন ল'ৰাই আমাক লগ ধৰি তেওঁলোকৰ হোষ্টেললৈ লৈ গৈ খুৱাই-বুৱাই আমাক সত্যাগ্রহৰ কাৰণে কেইদিনমান অপেক্ষা কৰিবলৈ কলে আৰু লগতে কলে যে বৰ্ত্তমানে সত্যাগ্রহ বন্ধ কৰা হৈছে, ৯ চেপ্তেম্বৰতহে পুনঃ আৰম্ভ হ'ব। সেই দিনলৈ চাৰিদিনমান বাকী আছিল। সেই কেইদিন আমাক তেওঁলোকৰ তাতে ৰাখি পুণালৈ অহা-যোৱাৰ বাছ-ভাড়া দি বিদায় দিলে। ৯ চেপ্তেম্বৰৰ দিনা ৰাতি ৩ বজাতে উঠি হাত-মুখ ধুই প্রাৰ্থনা আদি কৰি আগাখাঁ পেলেচলৈ বুলি যাত্রা কৰিলোঁ। পেলেচলৈ ছয়মাইল বাট বিছনাপত্রসহ খোজ কাঢ়ি গৈ পোহৰ হোৱাৰ লগে লগে পালোঁ। জয়ধ্বনি কৰি গেটৰ



সন্মুখ পোৱাৰ লগে লগে গেটৰ দীঘলীয়া বাটৰ ইমূৰৰপৰা সিমূৰলৈ দুয়োফালে থকা প্রহৰী সৈনিকৰ তম্বুৰ মাজে মাজে এজন ডেকা সৈনিক চাহাব আহি আমাক চৰিয়াবলৈ ধৰিলে। আমাৰ জয়ধ্বনি বন্ধ হোৱাতহে চাহাবৰ চৰিওৱাও বন্ধ হ'ল। তাতে মাটিতে এঘণ্টামান বহি থকাৰ পিচত এখন জীপত এজন পুলিচ অফিচাৰ আহি আমাক পুণালৈ লৈ গৈ এখন নতুনকৈ সজা অস্থায়ী থানাত আমাৰ নাম-ধাম সকলো বিৱৰণ লেখি লোৱাৰ পিচত কাবোবাৰ লগত পৰামৰ্শ কৰি চিপাহী ৰখীয়া দি আমাক এৰি গুচি গ'ল। সন্ধ্যা সময়ত আমি চাৰিওজনকে তাৰপৰা নি এটা অন্ধকাৰ হাজোতত দহদিন ৰাখি আদালতত হাজিৰ কৰি প্রত্যেককে তিনিমাহৰ সশ্রম কাৰাদণ্ড দি য়াৰবেদা চেণ্ট্রেল জেলত থৈ দিলে। জেলৰ অন্তত লগৰ তিনিওজনক খালাচ দি মোক পুলিচ প্রহৰাৰে গুৱাহাটীলৈ চালান দিলে।

দেশ স্বাধীন হ'ল। কিন্তু প্রশ্ন হ'ল—কৰ্ম্মীসকলে জীৱন, শাৰীৰিক দুখ-কষ্ট, ধন-সম্পত্তি, শান্তি আৰু অশেষ লাঞ্ছনাৰ বিনিময়ত শোষণমুক্ত সমাজৰ ৰূপত প্রকৃত 'স্বৰাজ' পালে নে?

# মুক্তি সংগ্ৰামত উত্তৰ লক্ষীমপুৰ

চাৰি গৰাকী ডেকা কৰ্ম্মীৰ আশাসুধীয়া যত্নত ইং ১৯২৯ চনৰ অক্তোবৰ মাহত পঞ্চানন দেৱালয়ৰ প্ৰাংগণত প্ৰথম কংগ্ৰেছৰ সভা বহিছিল। সেই কেইগৰাকী আছিল সেই সময়ত একমাত্ৰ বি-এ, বি-এল উকীল শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা, ৺শশীধৰ ফুকন, শ্ৰীমহম্মদউল হক বৰুৱা আৰু ৺ৰজনীকান্ত খাৰঘৰীয়া। এই সভাত মহকুমাৰ বিভিন্ন ঠাইৰপৰা অহা প্ৰতিনিধি আৰু স্থানীয় লোক-সকলে যোগ দিছিল। তলত নাম দিয়া লোকসকলেৰে প্ৰথম জিলা কংগ্ৰেছ কমিটী গঠিত হৈছিল।

শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱা বি-এল—সভাপতি। ৺শশীধৰ ফুকন—সম্পাদক। শ্ৰীযুত মহম্মদউল হক বৰুৱা ( কলেজ এৰা ডেকা ), ৺ৰজনীকান্ত খাৰঘৰীয়া, ৺চন্দ্ৰশেখৰ দাস ( ঢকুৱাখানা ), ৺শিৱচন্দ্ৰ গোস্বামী ( বাসুদেৱ ), ৺মণিকান্ত হাজৰিকা ( বৰদলনী ), ৺হলধৰ ভূঞা ( নাৰায়ণপুৰ ), ৺ধনাৰাম শইকীয়া ( বদতি ), ৺নীলকণ্ঠ গোহাঁই বৰুৱা ( ন-কাৰী ), ৺সোণাৰাম শইকীয়া, ৺বেণীমাধৱ দস্তিদাৰ ( চাবতি ), ৰবিচন্দ্ৰ হাজৰিকা, শ্ৰীনকুলেশ্বৰ খাটনিয়াৰ ( উঃ লক্ষীমপুৰ ), ৺মীনকান্ত গোস্বামী ( কমলাবাৰী ), ৺ধনীৰাম গগৈ ( কমলাবাৰী ), ৺হাঁহিৰাম শইকীয়া ( নাওবৈছা ), ৺আব্দুল গণি হাজৰিকা ( উঃ লক্ষীমপুৰ ), শ্ৰীআব্দুল বাৰি ( উঃ লক্ষীমপুৰ ), শ্ৰীজয়চন্দ্ৰ মহন্ত ( তেলীয়া গাওঁ ), ৺চন্দ্ৰকুমাৰ দে ( উত্তৰ লক্ষীমপুৰ )। এই কমিটীখনে ১৯২১ চনতে অসম প্ৰদেশিক কংগ্ৰেছৰ অনুমোদন লাভ কৰে।

ইং ১৯২১ চনৰ ১৬ নবেম্বৰ তাৰিখে স্বৰ্গীয় তৰুণৰাম ফুকন, স্বৰ্গীয় কুলধৰ চলিহা আৰু যোৰহাটৰ সেই সময়ৰ কৰ্ম্মী ৺লক্ষেশ্বৰ বৰুৱা, ৺শঙ্কৰচন্দ্ৰ বৰুৱা, ৺পজিৰুদ্দিন আহমদ, ৺শশীধৰ মলিয়া বৰুৱা আদি কেইজনমান কৰ্ম্মীৰে সৈতে উত্তৰ লক্ষীমপুৰলৈ আহে। ইয়াৰ আগতে ৺শশীধৰ ফুকনে দান দিয়া এটি ঘৰত জিলা কংগ্ৰেছ অফিচ আৰু স্বেচ্ছাসেৱকৰ শিবিৰ স্থাপন কৰা হয়। এই সেৱকসকলে উপৰোক্ত নেতাসকলক কমলাবাৰী ঘাটৰপৰা ২২ খন গৰু-গাড়ীৰে আগবঢ়াই আনে আৰু বাটত আঠ ঠাইত তোৰণ সাজি ধূপ-ধূনাৰে আদৰণি জনায়।



এই প্ৰাদেশিক পৰ্য্যায়ৰ নেতাসকলৰ পদাৰ্পণত সমগ্ৰ উত্তৰ লক্ষীমপুৰত এটি জাগৰণে দেখা দিয়ে আৰু ১৭।১১।২১ তাৰিখে স্থানীয় চৰকাৰী হাই-স্কুলৰ প্ৰাঙ্গণত হোৱা বিৰাট ৰাজহুৱা সভাত নেতাসকলে উদ্দীপনাময়ী ভাষণ দি জনসাধাৰণক মুক্তি যুঁজলৈ আহ্বান জনায়। সেইদিনাৰপৰাই স্কুলত স্থায়ী ধৰ্ম্মঘট আৰম্ভ হয় আৰু সেই স্কুলৰ দুজন শিক্ষক ৺মহিবুল হুচেইন আৰু ৺হেম বৰপূজাৰীয়ে চাকৰি ইস্তফাদি অসহযোগ আন্দোলনত যোগ দিয়ে। কলেজ বৰ্জ্জন কৰি স্বৰ্গীয় সিদ্ধেশ্বৰ গগৈদেৱেও আন্দোলনত অংশ গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে। জনতাক বিলাতী কাপোৰ বৰ্জ্জন কৰিবলৈ আবেদন জনোৱাত সভাস্থলীলৈ অহা ৰাইজে নিজৰ নিজৰ গাৰপৰা বিলাতী কাপোৰ সোলোকাই দ'ম পাতি দিয়ে আৰু ৰাইজৰ আহ্বান ক্ৰমে সন্ধিয়া নেতাদ্বয়ে কাপোৰৰ দ'মত জুই লগাই দিয়ে।

ৰাতি কৰ্ম্মীসকলৰ সভা বহি পিছ-হোঁহোকামৰা সদস্যসকলক বাদ দি নতুনকৈ জিলা কংগ্ৰেছ কমিটী গঠন কৰে। এই কমিটীতে সৰ্ব্বসম্মতিক্ৰমে শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা বি-এল সভাপতি, ৺চন্দ্ৰশেখৰ দাস উপ-সভাপতি, ৺মহিবুল হুচেইন সম্পাদক, শ্ৰীমহম্মদউল হক বৰুৱা খিলাফত শাখাৰ সম্পাদক, ৺শশীধৰ ফুকন ধনভঁৰালী আৰু ৺সিদ্ধেশ্বৰ গগৈ সংগঠন সম্পাদক নিৰ্ব্বাচিত হয়। ইয়াৰ উপৰিও ৬ জন ছাত্ৰনেতা—( সৰ্ব্বশ্ৰী ) সেৰাজুদ্দিন আহমদ, তীৰ্থেশ্বৰ হাজৰিকা, লক্ষ্মীনাথ শৰ্ম্মাবৰুৱা, কেশবচন্দ্ৰ গোহাঁই, নগেন্দ্ৰনাথ শইকীয়া, ঠানুৰাম তামুলিফুকন, ৺ৰজনীকান্ত খাৰঘৰীয়া আৰু ৺মীনকান্ত গোস্বামী জিলা কংগ্ৰেছ কমিটীৰ সদস্য নিৰ্ব্বাচিত হয়।

ইয়াৰ পিচৰপৰাই এই মহকুমাত আন্দোলনৰ গতি তীব্ৰতৰ হৈ উঠে আৰু চৰকাৰে নগৰত ১৪৪ ধাৰা আইন জাৰি কৰি শ শ লোকক গ্ৰেপ্তাৰ কৰি জেল জৰিমনা আদিৰে শাস্তি বিহে। এই আন্দোলন ১৯২২ চনৰ আৰম্ভণিলৈকে চলি আছিল।

[ এই আন্দোলনৰ বিবৰণ বহু কষ্ট কৰি বৰ্ত্তমান উত্তৰ লক্ষীমপুৰ ব্লক কংগ্ৰেছৰ সভাপতি শ্ৰীটুনিৰাম হাজৰিকাদেৱে সংগ্ৰহ কৰে। তেখেতৰ বিৱৰণত পোৱা মতে ১৯২১ চনৰ মুক্তি-যুঁজাৰুসকলৰ এখনি তালিকা তলত দিয়া হ'ল। তাত ক্ৰটি-বিচ্যুতি থাকিলে ৰাইজে যেন ক্ষমা কৰে। ]

১। শ্রীসৰ্ব্বেশ্বৰ বৰুৱা বি-এল—১৯২১ চনত অন্তৰীণ, ওকালতিৰ লাইচেন্স বদ্, ১৯৪২ চনত আটক বন্দী।

২। ৺শশীধৰ ফুকন—১৯২১ চনত ৬ মাহ সশ্রম কাৰাদণ্ড, ২০০৲ টকা জৰিমনা, বন্দুক বাজেয়াপ্ত, সম্পত্তি নীলাম, শেহলৈকে কংগ্রেছত আছিল।

৩। শ্রীতীর্থেশ্বৰ হাজৰিকা—১৯২১ চনত ৩ মাহ কাৰাবাস, সম্পত্তি নীলাম, ১৯৪২ চনত আটকবন্দী, ১৯৫২ চনত চ'ছিয়েলিষ্ট পার্টিত যোগদান, বর্তমান কোনো পার্টিত নাই।

৪। ৺কণকচন্দ্ৰ গায়ন—১৯২১ চনত ১১ দিন কাৰাবাস, ১৯৪২ চনত ৩ মাহ কাৰাবাস, শেহলৈকে কংগ্রেছত আছিল।

৫। শ্রীদেৰাজুদ্দিন আহমদ—১৯২১ চনত ১৪ দিন হাজোত, এদিন জেইল, সম্পত্তি বাজেয়াপ্ত, শিক্ষাৰ অৱসান, পিছত শাস্তি, এতিয়াও কংগ্রেছত আছে।

৬। শ্রীমহম্মদউল হক বৰুৱা—১৯২১ চনত কলেজ এৰি কংগ্রেছত যোগদান, বর্তমানেও কংগ্রেছত আছে।

৭। শ্রীলক্ষীনাথ শৰ্ম্মাবৰুৱা—১৯২১ চনত শিক্ষাৰ অৱসান, ২ দিনৰ বাবে হাজোত, বৰ্ত্তমান কমিউনিষ্ট পার্টিত।

৮। শ্রীআব্দুল বাৰি—১৯২১ চনত ৩ মাহ সশ্রম কাৰাবাস, পিছত কোনো শাস্তি নাই, বৰ্ত্তমান কংগ্রেছত আছে।

৯। ৺গগণচন্দ্ৰ ফুকন—১৯২১ চনত হাজোত, পিছত নাই।

১০। ৺ৰজনীকান্ত খাৰঘৰীয়া—১৯২১ চনত ১ বছৰ সশ্রম কাৰাবাস, পিছত জনা নেযায়।

১১। শ্রীবদনচন্দ্ৰ বৰুৱা—১৯২১ চনত ১ মাহ জেইল, শিক্ষাৰ অৱসান, বৰ্ত্তমান কংগ্রেছত নাই।

১২। শ্রীজয়চন্দ্ৰ মহন্ত—হাজোত, পিছত কংগ্রেছত নাই।

১৩। শ্রীঅনিৰাম হাজৰিকা—হাজোত, এতিয়াও কংগ্রেছত আছে।

১৪। ৺লোকনাথ ফুকন— ঐ

১৫। ৺ইন্দ্ৰ খাৰঘৰীয়া— ঐ

১৬। ৺মনাই কৈৱৰ্ত্ত— ঐ

১৭। ৺মুখেশ্বৰ মুক্তিয়াৰ— ঐ



১৮। ৺মহবুব আলি—হাজোত, এতিয়াও কংগ্রেছত আছে।

১৯। ৺আব্দল গনি হাজৰিকা— ঐ

২০। শ্রীসোণাৰাম দত্ত—হাজোত, শিক্ষাৰ অৱসান।

২১। শ্রীমোহনচন্দ্ৰ শইকীয়া—১৯২১ চনত ১ মাহ জেইল, শিক্ষাৰ অৱসান, পিছলৈ উল্লেখযোগ্য শাস্তি নাই, কংগ্রেছত আছে।

২২। ৺ধনীৰাম গগৈ—১ মাহ জেইল, পিছত শাস্তি নাই, কংগ্রেছত শেহলৈকে আছিল।

২৩। ৺সিদ্ধেশ্বৰ গগৈ—৩ মাহ জেইল, পিছত শাস্তি নাই, শেহলৈকে কংগ্রেছত আছিল।

২৪। ৺পেনাচাম আলি—৩ মাহ সশ্রম কাৰাদণ্ড।

২৫। ৺মীনকান্ত গোস্বামী— ঐ

২৬। শ্রীজিন্নত আলি— ঐ

২৭। শ্রীভোলানাথ দত্ত—১৯২১ চনত হাজোত, ১৯৪২ চনত ১ মাহ জেইল, এতিয়াও কংগ্রেছত।

২৮। শ্রীদয়াৰাম মিৰি—১৯২২ চনত এদিন জেইল, পিছত শাস্তি নাই, এতিয়াও কংগ্রেছত।

২৯। ৺আব্দুল্লা—১৯২১ চনত ১ দিন জেইল।

৩০। ৺টঙ্কেশ্বৰ গগৈ—১৯২১ চনত এদিন আৰু ১৯৪২ চনত ৩ মাহ জেইল, শিক্ষাৰ অৱসান।

৩১। শ্রীগাজাধৰ কুৰ্ম্মী—১৯২১ চনত হাজোত, শিক্ষাৰ অৱসান, ১৯৪২ চনত ২ মাহ জেইল, এতিয়াও কংগ্রেছত আছে।

৩২। ৺কামেশ্বৰ দাস—১৯২১ চনত ৩ মাহ জেইল, শেহলৈকে কংগ্রেছত আছিল।

৩৩। ৺হোকোৰা কৈৱৰ্ত্ত— ঐ

৩৪। ৺হেমকান্ত কৈৱৰ্ত্ত— ঐ

৩৫। শ্রীৰত্নধৰ বৰুৱা—আন্দোলনত ফুৰিছিল, তেতিয়া নির্য্যাতন নাই, ১৯৪২ চনলৈকে লাগি আছিল, পিছত নির্য্যাতন ভোগ কৰে।

৩৬। শ্রীসোণাৰাম দত্ত—আন্দোলনত ফুৰিছিল, তেতিয়া নির্য্যাতন নাই, ১৯৪২ চনলৈকে লাগি আছিল, পিছত নির্য্যাতন ভোগে।

৩৭। ৺লোকনাথ খাটনিয়াৰ— ঐ

৩৮। শ্ৰীগোলাপ দত্ত—১৯২১ চনত শিক্ষাৰ অৱসান, ১৯৪২ চনত নিৰ্য্যাতন ভোগ, বৰ্ত্তমান কংগ্ৰেছত।

৩৯। ৺ছুতিৰাম দত্ত—নিৰ্য্যাতন ভোগা নাছিল, কিন্তু আন্দোলনত লাগি আছিল।

৪০। ৺গোলাপ ভৰালী— ঐ

৪১। শ্ৰীঠানুৰাম তামুলী—১৯২১ চনত ৫ মাহ জেইল আৰু জৰিমনা, পিছত নিৰ্য্যাতন নাই, বৰ্ত্তমান কংগ্ৰেছত।

৪২। ৺বাপুৰাম দত্ত—বিশেষ নিৰ্য্যাতন ভোগ নাই, শেষলৈকে কংগ্ৰেছত আছিল।

৪৩। ৺বাজুৰা কৈৱৰ্ত্ত— ঐ

৪৪। শ্ৰীমহেশ্বৰ ফুকন— ঐ

৪৫। ৺মহাচল গোড়—১৯২১ চনত ৫০ টকা জৰিমনা, শেহলৈকে কংগ্ৰেছত আছিল।

৪৬। ৺জগমোহন গোড়— ঐ

৪৭। ৺নবীনচন্দ্ৰ শৰ্ম্মা—১ মাহ জেইল, শেহলৈকে কংগ্ৰেছত আছিল।

৪৮। ৺শম্ভুৰাম গোড়— ঐ

৪৯। প্ৰতাপ গোড়— ঐ

**ববদলনী ঃ**

৫০। শ্ৰীঘনকান্ত হাজৰিকা—১৯২১ চনত ১ মাহ জেইল, বৰ্ত্তমান কংগ্ৰেছত।

৫১। শ্ৰীবাণেশ্বৰ দাস— ঐ

৫২। ৺গগণচন্দ্ৰ দাস—১৯২১ চনত ৬ মাহ জেইল, শিক্ষাৰ অৱসান, শেহলৈকে কংগ্ৰেছত।

৫৩। ৺মেঘৰাজ দাস—বিশেষ নিৰ্য্যাতন নাই, কংগ্ৰেছত আছিল।

৫৪। শ্ৰীবাপাৰাম হাজৰিকা— ঐ

৫৫। ৺উমাকান্ত কলিতা—১৯২১ চনত ৩ মাহ সশ্ৰম কাৰাবাস।

**গোঁহাই মৌজা ঃ**

৫৬। শ্ৰীঘনকান্ত দাস—১৯২১ চনত ১ মাহ জেইল, বৰ্ত্তমান কংগ্ৰেছত।

৫৭। শ্ৰীথগেশ্বৰ খনিকৰ— ঐ



৫৮। ৺ছুতিৰাম কছাৰী—১৯২১ চনত ১ মাহ জেইল, শেহলৈকে কংগ্ৰেছত আছিল, শিক্ষাৰ অৱসান।

৫৯। শ্ৰীকুলপ্ৰসাদ গোস্বামী—৩ মাহ জেইল, শিক্ষাৰ অৱসান, বৰ্ত্তমান কংগ্ৰেছত।

৬০। ৺ফুলেশ্বৰ চেতিয়া—১ মাহ জেইল, শেহলৈকে কংগ্ৰেছত।

৬১। ৺শিৱপ্ৰসাদ গোস্বামী—নিৰ্য্যাতন নাই, শেহলৈকে কংগ্ৰেছ।

৬২। ৺ধনপুৰ সুত—৩ মাহ সশ্ৰম কাৰাবাস, ৬০ টকা জৰিমনা।

৬৩। ৺কলীয়া সুত—৫০ টকা জৰিমনা।

৬৪। ৺বিলাসৰায় থেমানী—৬ মাহ সশ্ৰম কাৰাবাস, শেহলৈকে কংগ্ৰেছত আছিল।

৬৫। ৺মনেশ্বৰ দেচুৰালী—১ মাহ সশ্ৰম কাৰাবাস।

**ঢকুৱাখানা ঃ**

৬৬। শ্ৰীকেশৱচন্দ্ৰ গগৈ—৪ মাহ সশ্ৰম কাৰাবাস, ১০০ টকা জৰিমনা, পিচত শাস্তি নাই. এতিয়াও কংগ্ৰেছত আছে।

৬৭। ৺চন্দ্ৰশেখৰ দাস—৬ মাহ সশ্ৰম কাৰাবাস, চাকৰি ত্যাগ, মৃত্যুলৈকে কংগ্ৰেছত আছিল।

৬৮। শ্ৰীশৰৎকুমাৰ দাস—শিক্ষাৰ অৱসান।

৬৯। শ্ৰীগণনাথ গোহাঁই—৫০ টকা জৰিমনা, চাকৰিৰপৰা বৰ্খাস্ত, এতিয়াও কংগ্ৰেছত।

**মাছখোৱা—**

৭০। শ্ৰীহীৰানাথ শৰ্ম্মা—১ মাহ কাৰাবাস, চাকৰি ত্যাগ, এতিয়াও কংগ্ৰেছত।

৭১। শ্ৰীদুপৰ কোঁচ—১ মাহ সশ্ৰম কাৰাবাস।

৭২। ৺উপেন্দ্ৰনাথ বৰুৱা—ঐ।

৭৩। ৺খগেন গগৈ—হাজোত।

**বিহপুৰীয়া—**

৭৪। শ্ৰীযজ্ঞেৰাম ঠেঙাল—১ মাহ সশ্ৰম কাৰাবাস, শিক্ষা সাং।

৭৫। শ্ৰীনগেন্দ্ৰনাথ শইকীয়া—১ দিন জেইল, শিক্ষা সাং।

৭৬। ৺ধনীৰাম শইকীয়া—উল্লেখযোগ্য কোনো শাস্তি নাই।

**নাৰায়ণপুৰ—**

৭৭। শ্ৰীমধ্যসিং দেউৰী,
৭৮। শ্ৰীবংশীধৰ দেউৰী,
৭৯। ৺মহাৰথ ওজা,
৮০। ৺হলধৰ ভূঞা

১৯২১ চনত এই আটাইকেইজন হাজোতত আছিল আৰু জীৱিত কেইজন এতিয়াও কংগ্ৰেছত আছে আৰু মৃত কেইজনে শেষলৈকে কংগ্ৰেছত আছিল।

**লালুক—**

৮১। ৺গণনাথ গোস্বামী—কোনো নিৰ্য্যাতন নাই, শেহলৈকে কংগ্ৰেছত।

**নাওবৈচা—**

৮২। শ্ৰীজিউৰাম বৰা—১ মাহ সশ্ৰম কাৰাবাস।
৮৩। শ্ৰীযোগেশ্বৰ ৰাজখোৱা—হাজোত।
৮৪। ৺হাঁহিৰাম শইকীয়া—নিৰ্য্যাতন নাই, শেহলৈকে কংগ্ৰেছ।
৮৫। ৺মহিবুল হুছেইন ( শিৱসাগৰ )—১ বছৰ সশ্ৰম কাৰাবাস।
৮৬। শ্ৰীমহেশ্বৰ শৰ্ম্মা ( তেজপুৰ )—৩ মাহ সশ্ৰম কাৰাবাস।
৮৭। ৺হেমকান্ত বৰপূজাৰী—৩ মাহ সশ্ৰম কাৰাবাস।
৮৮। ৺হলধৰ গগৈ ( তেজপুৰ )—৬ মাহ সশ্ৰম কাৰাবাস।
৮৯। শ্ৰীতিলেশ্বৰ দত্ত ( ঢকুৱাখানা )—১ মাহ সশ্ৰম কাৰাবাস, এতিয়াও কংগ্ৰেছত আছে।

**১৯৩০-৩১ চনৰ অসহযোগ আন্দোলন ঃ**

১৯৩০-৩১ চনত উত্তৰ লক্ষীমপুৰ মহকুমাত সভা, সমদল যাত্ৰা আদিৰ বাহিৰে কোনো উল্লেখযোগ্য আন্দোলন হোৱা নাছিল। কংগ্ৰেছ নেতৃবৰ্গ ই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল।

**১৯৪০-৪১ চনৰ সত্যাগ্ৰহ আন্দোলন ঃ**

মহাত্মা গান্ধীৰ নেতৃত্বত দেশ জুৰি হোৱা একক সত্যাগ্ৰহ আন্দোলনত অংশ গ্ৰহণ কৰি কেইবাজনো বিশিষ্ট কংগ্ৰেছ কৰ্ম্মীয়ে কাৰাবৰণ কৰে।

**১৯৪২ চনৰ গণ-আন্দোলন ঃ**

১৯৪২ চনৰ ৯ আগষ্টত মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতৰ নেতৃবৃন্দ গ্ৰেপ্তাৰ হোৱাৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে উত্তৰ লক্ষীমপুৰ মহকুমাতো গণ-আন্দোলনৰ জুইৰ শিখা দুগুণে জ্বলি উঠে। মহকুমা জুৰি সভা, শোভাযাত্ৰা



হ'বলৈ ধৰে আৰু চৰকাৰে আন্দোলন মষিমূৰ কৰিবৰ কাৰণে পুলিচে লাঠি চালনা কৰে আৰু মিলিটেৰীয়ে অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰে। এই আন্দোলনত সহযোগ কৰা এশজনৰো অধিক লোকক তিনি মাহৰপৰা আঢ়ৈ বছৰ পৰ্য্যন্ত কাৰাবাস দিয়ে আৰু ভালেমানক আটকবন্দী হিচাবে ৰাখে। বহুতো কংগ্ৰেছ কৰ্ম্মী পুলিচ আৰু মিলিটেৰীৰ অত্যাচাৰত জখম হয়। এই সময়ত জখম হোৱা লোকৰ অনেকেই পিচত মৃত্যুৰ মুখত পৰে।

আন্দোলনত যোগ দিবলৈ অনেক ছাত্ৰই স্কুল-কলেজ এৰি আহি শিক্ষা সাং কৰে।

এই আন্দোলন ১৯৪৪ চনলৈকে চলি থাকে।*

* শ্বহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# স্বাধীনতা সংগ্ৰামত মঙ্গলদৈ

শ্ৰীটঙ্কেশ্বৰ্ শৰ্ম্মা

১৯১৯ চনত মহাত্মা গান্ধীৰ নেতৃত্বত দেশত 'ৰাউলাট আইন'ৰ বিৰুদ্ধে জনমত প্ৰবলভাৱে গঢ়ি উঠিল। কেউফালে 'ৰাউলাট আইন'ৰ প্ৰতিবাদ কল্পে সভা সমিতি হবলৈ ধৰিলে। চৰকাৰেও এই আন্দোলন বন্ধ কৰিবলৈ দৃঢ় সিদ্ধান্ত ললে। ঠায়ে ঠায়ে সভা-সমিতিৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিলে।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই দেশ জুৰি ইংৰাজৰ প্ৰতি ঘৃণা আৰু বিতৃষ্ণা জাগ্ৰত কৰি তুলিলে। সেয়া ১৯২১ চনৰ কথা। ইংৰাজৰ লগত থকা আমাৰ সহযোগিতা সম্পূৰ্ণ বন্ধ কৰিব লাগে বুলি গান্ধীজীৰপৰা প্ৰত্যাহ্বান আহিল। দেশজুৰি নৱ জাগৰণৰ উদ্ৰেক হ'ল। মঙ্গলদৈতো তাৰ ঢৌ উঠিল। পোন প্ৰথমে মাননীয় শ্ৰীদীনেশ্বৰ শৰ্ম্মাদেৱে স্কুলৰ কাম ইস্তফা দিলে। ইয়াৰ পাছত লোকনাথ গোস্বামীয়েও অফিচৰ চাকৰি ইস্তফা দি শ্ৰীশৰ্ম্মাদেৱৰ লগ হৈ অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে। আইন-আদালত, স্কুল, কলেজ, চাকৰি, পদৱী আদিৰ উপৰিও মদ-ভাং-কানি আদি মাদকদ্ৰব্য বৰ্জ্জন কৰিবলৈ জোৰেৰে প্ৰচাৰ কাৰ্য্য চলোৱা হ'ল। বহুতে চাহ-পানীয়ো বৰ্জ্জন কৰিলে। শ্ৰীদীনেশ্বৰ শৰ্ম্মাৰ ওপৰত মেল-মিটিং নকৰিবলৈ নিষেধাজ্ঞা জাৰি কৰিলে; কিন্তু আদেশ পালন নকৰাত তেওঁৰ ১৫ দিনৰ বিনাশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। এই কাৰ্য্যৰ প্ৰতিক্ৰিয়া গোটেই মঙ্গলদৈ মহকুমাতে সৃষ্টি হ'ল। শ্ৰীশৰ্ম্মাই ১৫ দিন কাৰাবৰণ কৰাৰ পাচত যেতিয়া মুক্তি লাভ কৰিলে, তেতিয়া তেখেতক শ শ জনতাই সম্বৰ্দ্ধনা জনাই আদৰি আনিবলৈ জেইলৰ সন্মুখত ৰৈ আছিল। কিন্তু তেখেতক জেইলৰপৰা খালাচ কৰিয়ে পুনৰ গ্ৰেপ্তাৰ কৰি কাছাৰীত হাজিৰ কৰিলে আৰু কোনো সভা-সমিতিত যোগ নিদিবলৈ হাকিমে প্ৰতিশ্ৰুতি দিবলৈ কয়; কিন্তু তেখেতে তেনে প্ৰতিশ্ৰুতি দিবলৈ মান্তি নোহোৱাত তেখেতৰ ওপৰত পুনৰ তিনি মাহৰ বিনাশ্ৰম কাৰাদণ্ডৰ আদেশ হয়। এনে দুষ্কাৰ্য্যৰ বাবে সমবেত জনতা উত্তেজিত হৈ উঠে আৰু মাননীয় উকীল ৺কুমুদৰাম বড়া ডাঙৰীয়া উকীলখানাৰপৰা বাহিৰ হৈ আহি "মহাত্মাজী



কী জয়", "দীনেশ্বৰ শৰ্ম্মা কি জয়" ধ্বনি কৰি তেখেতক সমদলেৰে সৈতে জেইলৰ মুখলৈ আগবঢ়াই লৈ যায়।

মহকুমাটোৰ একমাত্ৰ হাইস্কুল মঙ্গলদৈ হাইস্কুলৰ হোষ্টেলত থকা ছাত্ৰ এজনৰ কিবা কাৰ্য্যত অসন্তুষ্ট হৈ মহকুমাধিপতিয়ে নিজে ছাত্ৰজনক ধৰি নি কাছাৰীৰ লকাপত আটক কৰি ৰাখে। স্কুল বহিবৰ সময়ত যেতিয়া সকলো ছাত্ৰ গোট খালে তেতিয়া শিক্ষকসকল নৌ আহোঁতেই সকলো ছাত্ৰ সন্মিলিত হৈ বলেৰে লকাপৰপৰা ছাত্ৰজনক মুকলাই আনে। ছাত্ৰসকলৰ এনে মই-মতালিৰ কথা মহকুমাধিপতিয়ে হেডমাষ্টৰক জনালত তেখেতে কেইজনমান মুখিয়াল ছাত্ৰক শাস্তি বিহে। কিন্তু হেডমাষ্টৰৰ এনে কাৰ্য্যৰ প্ৰতিবাদ কৰি সকলোবিলাক ছাত্ৰ স্কুলৰপৰা ওলাই গ'ল। সেই সময়ত দেশজুৰি স্কুল-কলেজ বৰ্জ্জনৰ আন্দোলন চলিছিল। কেউফালে অহৰহ প্ৰচাৰ হবই লাগিছে— ইংৰাজী পঢ়া মানে গোলামী শিক্ষা লোৱা আৰু স্বৰাজৰ পথত বাধা আৰোপ কৰা। কুমুদৰাম বড়া, শ্ৰীতপেশ্বৰ শৰ্ম্মা আৰু লোকনাথ গোস্বামীৰ যত্নত মঙ্গলদৈত এখন জাতীয় স্কুল প্ৰতিষ্ঠা হয়। তেওঁলোকে ওকালতি ত্যাগ কৰি আৰু কেইজনমান চাকৰি ত্যাগ কৰা লোকৰ অবৈতনিক সহযোগিতাত স্কুল পৰিচালনা কৰে। মহকুমাৰ সকলো স্কুলৰ ছাত্ৰই স্কুল বৰ্জ্জন কৰিলে আৰু বহুসংখ্যক শিক্ষকেও চাকৰি ইস্তফা দিলে।

**ভলণ্টিয়াৰ কেম্প ঃ**

আন কিছুমান আকোৰগোজ হৈ থাকিলেও ছাত্ৰ নোযোৱা হলত এনেয়ে স্কুল বন্ধ হৈ পৰিল। পাথৰিঘাটতো জাতীয় স্কুল আৰম্ভ হ'ল। এই স্কুলখনেই পাচলৈ ভলণ্টিয়াৰ কেম্প ৰূপে পৰিচালিত হবলৈ ধৰিলে। এনেদৰে প্ৰতি মৌজাত কংগ্ৰেছ কমিটী স্থাপিত হ'ল। প্ৰতি কেম্পতে কপাহ আৰু যঁতৰ মজুত থাকে। ভলণ্টিয়াৰবিলাকে গাৱঁলৈ যঁতৰ আৰু কপাহ বিক্ৰী কৰিবলৈ লৈ যায়। এনে ক্ষেত্ৰত বিদেশী সূতাৰ ওচৰত নিজস্ব বিক্ৰী কৰা লোকসকলৰ মাজলৈ পুনঃ স্বাৱলম্বী ভাব ফিৰি আহিব ধৰিলে। ভলণ্টিয়াৰ সকলে নিৰ্দ্দিষ্ট প্ৰতিজ্ঞা-পত্ৰত চহী কৰাৰ লগে লগে তেওঁলোকৰ স্বেচ্ছা-সেৱাৰো আগ্ৰহ বাঢ়ি গৈছিল। মানুহে ভলণ্টিয়াৰসকলক একোজন অপৰিহাৰ্য্য বন্ধুৰূপে সন্মান আৰু সম্ভ্ৰম কৰিবলৈ আগ্ৰহ কৰিছিল। তেতিয়াৰ ভলণ্টিয়াৰ সকল আছিল সম্পূৰ্ণ স্বাৱলম্বী। এদলে বিলাতী কাপোৰ আৰু মদ, ভাং, কানি আদিৰ দোকানত পিকেটিং কৰিছিল আৰু আনদলে ঘৰে ঘৰে ফুৰি মুষ্টি-

ভিক্ষা সংগ্ৰহ কৰি নিত্য-প্ৰয়োজনীয় ৰোজগাৰৰ ব্যৱস্থা কৰিছিল। নেতৃ-স্থানীয়সকলে গাৱেঁ-গাৱেঁ সভা-সমিতি পৰিচালনা কৰি দেশবাসীৰ মাজত আন্দোলনৰ গুৰুত্ব বুজাই ফুৰিছিল। বিষয়-বস্তু আছিল অসহযোগ।

মহাত্মাজী প্ৰথমবাৰৰ বাবে গুৱাহাটীলৈ আহে। মঙ্গলদৈৰ আঠৈশমান ভলণ্টিয়াৰৰ দল এটাই এই সুদীৰ্ঘ বাটছোৱা খোজ কাঢ়ি গৈ ছত্ৰাকাৰ দেৱালয়ৰ ওচৰত কেম্প কৰি ৰয়।

পিচদিনা দেশভক্ত ফুকনৰ ভৰলুমুখৰ ঘৰৰ দুৱাৰ-মুখত সভা আৰম্ভ হ'ল। দুপৰীয়াৰ প্ৰখৰ ৰ'দকো নেওচা দি সভাস্থলী লোকে লোকাৰণ্য হৈ পৰিছিল। সভা ভঙ্গৰ পাচত ভলণ্টিয়াৰ আৰু কৰ্ম্মীসকলে নিজ নিজ ঠাইলৈ দিহাদিহি গ'ল। এইবাৰ মঙ্গলদৈ মহকুমাত ব্যাপকভাৱে প্ৰচাৰ কাৰ্য্য চলিবলৈ ধৰিলে। ভলণ্টিয়াৰবিলাকে দলে দলে গৈ হাট-বজাৰ সকলোতে বিদেশী বস্তু বৰ্জ্জন কৰিবলৈ পিকেটিং আৰম্ভ কৰিলে। ফলত দলে দলে ভলণ্টিয়াৰ গ্ৰেপ্তাৰ হ'ল। বহুতৰ ফাটেক জৰিমনা আদিও হ'ল। হাট-বজাৰবিলাক বে-চৰকাৰী ঠাইলৈ উঠাই নিয়া হ'ল। কানীয়া বিলাকৰ হোকা-খোলাবোৰ সংগ্ৰহ কৰি গাৱঁৰ সমুখৰ গছৰ গুৰিয়ে গুৰিয়ে জমা কৰি ৰখা হ'ল। যিবিলাক ছোৱালীয়ে সূতা কাটিব নেজানিছিল, তেওঁলোকৰ ঘৰে ঘৰে ভলণ্টিয়াৰ গৈ সূতা কাটিবলৈ শিকাই দিছিল। সমাজত প্ৰচাৰ হ'ল—

"ঘূণ ঘূণি কাটো, ঘূণ ঘূণি কাটো
ঘূণ ঘূণিত পাক লাগিল
ভলণ্টিয়াৰক মাতো।"

সূতা কটা বাধ্যতামূলক হ'ল। বিলাতী কাপোৰ পোৰা এটা অভিযানৰ দৰে হৈ পৰিল। প্ৰত্যেক ঘৰৰপৰা 'তিলক স্বৰাজ পুঁজিলৈ' ধন সংগ্ৰহ কৰা হ'ল। কোনো লোকে পঞ্চায়তৰ ৰায় নামানি কাছাৰীলৈ গৈ মকৰ্দ্দমা কৰিলে তাক সমাজৰপৰা এঘৰীয়া কৰা হৈছিল।

এদিন হঠাৎ কুমুদৰাম বৰা, শ্ৰীতপেশ্বৰ শৰ্ম্মা, শশীধৰ বৰদলৈ, মকবুল হুচেইন আৰু বগা মৌলবীৰ ওপৰত কাছাৰীত হাজিৰ হবলৈ নোটিচ জাৰি হ'ল। মঙ্গলদৈ নগৰৰ কাছাৰীৰ সমুখত মানুহ নধৰা হ'ল, জনতাৰ উত্তেজিত সুৰ। তেওঁলোকে নেতাসকলক জেললৈ নিব নিদিয়ে, বাধা দিব। তেওঁ-লোকে কাছাৰীৰপৰা ওলাই ৰাইজলৈ হাতযোৰকৈ অনুৰোধ জনালে,—"ৰাইজ উত্তেজিত নহব, আপোনালোক উত্তেজিত হলে আমাৰ স্বৰাজ লাভত পলম



হ'ব। মহাত্মাজীৰ বাক্য লঙ্ঘন কৰা হ'ব। আমি এবছৰৰ বাবে আপোনা-লোকৰপৰা আঁতৰি ফাটেকলৈ যাম। আপোনালোকে অহিংস ভাবে দুগুণ উৎসাহেৰে কাম কৰি যাওক গৈ।" বিলাতী কাপোৰৰ দোকান, আফিং, মদৰ দোকানত পিকেটিং কৰা ভলণ্টিয়াৰবিলাকক দিনে দিনে ফাটেকলৈ নিবলৈ ধৰিলে। জৰিমনাৰ বাবে ঘৰৰ মাল-বস্তু ক্ৰোক কৰি নিব ধৰিলে। চিদ্দিক আলি মাষ্টৰৰ দুবছৰ সশ্ৰম কাৰাদণ্ড হ'ল, আব্বাচ, ৰঞ্জিত আদিৰো ফাটেক হ'ল। এইবাৰ মাটিৰ খাজনা দিয়া বন্ধৰ হুকুম আহিল নেতাসকলৰপৰা। ৰাজভক্ত মৌজাদাৰ কেইজনমানে আগতীয়াকৈ খাজনা আদায় কৰিবলৈ ললে। কোনেও খাজনা নিদিয়ে। মৌজাদাৰ কিছুমানৰ অনুৰোধত পিউনিটিভ পুলিচ বহিল ঠায়ে ঠায়ে। লোক্ৰাই মৌজা আৰু ৰইনাকুচী মৌজাত আটাই-তকৈ বেছি উৎপীড়ন হ'ল। কংগ্ৰেছ কৰ্ম্মীসকলৰ ঘৰত মৌজাদাৰ আগেয়ে সশস্ত্ৰ পুলিচ লৈ উপস্থিত হয়গৈ। চিপাহীবোৰে পোন প্ৰথমে ঘৰখন ঘেৰাও কৰি লয়। খাজনা নিদিলে ঘৰৰ ভিতৰ সোমাই মূল্যবান অলঙ্কাৰ, বাচন-বৰ্ত্তন, নানান আচবাববোৰ ক্ৰোক কৰি আনে, লগতে চিপাহীবোৰৰ খোৱাক যেনে, পোহনীয়া খাহী ছাগলী, হাঁহ-পাৰ যি ইচ্ছা ধৰি লৈ গিৰিহঁতৰ সমুখতে বৃহি মাৰি লৈ যায়। চৰকাৰী হাতী লগাই কিছুমানৰ ভঁৰালৰ ধানবোৰ পৰ্য্যন্ত খুৱাই নষ্ট কৰি দিলে। কুমাৰ ভূপেন্দ্ৰনাৰায়ণ দেৱৰ ঘৰৰ মালবোৰ—ৰজাদিনীয়া সম্পত্তি কিছুমানো ক্ৰোক কৰি নিলে। কংগ্ৰেছ অফিচ আৰু ভলণ্টিয়াৰ কেম্পবোৰ মিলিটাৰী চিপাহীৰ দলে দখল কৰি ললে। পাথৰি-ঘাটৰ কেম্পত সেইদিনা শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা, লয়নচন্দ্ৰ ভূঁঞা, ভোগৰাম ডেকা আৰু মই শিবিৰ-ৰখীয়া হিচাবে আছিলোঁ। এজন ইংৰাজ পুলিচ চাহাবৰ নেতৃত্বত কেইবা ডজনো মিলিটাৰী চিপাহী উপস্থিত হ'ল। ইংৰাজ পুলিচ চাহাবে ৰান্ধি থোৱা ভাতৰ কেৰাহী ভৰিৰে গোৰ মাৰি বগৰাই দিলে। ভলণ্টিয়াৰ সকলক ধমক দি তাৰপৰা আঁতৰি যাবলৈ ক'লে। আমি সন্মত নোহোৱা বাবে লগৰ দাৰোগাজনক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম দিলে আৰু তেওঁ ধৰি লৈ গৈ দূৰৈত এৰি দিলে। মঙ্গলদৈ নগৰত ১৪৪ ধাৰা জাৰি কৰিলে। চাৰি পাঁচ জন মানুহো একেলগ হব নোৱাৰা হ'ল। বচা বচা ভলণ্টিয়াৰ সকলক লৈ লোকনাথ গোস্বামীৰ নেতৃত্বত আইন অমান্য কৰা হ'ল। নগৰৰ অফিচসমূহলৈ কৰ্ম্মচাৰীৰ প্ৰবেশ বন্ধ কৰা হ'ল। আমি কাছাৰীৰ প্ৰধান পথত লাইন হৈ বহি থাকিলোঁ। সকলো কৰ্ম্মচাৰী ঘৰলৈ উভতি গ'ল, মাত্ৰ

এজন কেৰাণীয়ে পুলিচ আগত ৰাখি ভলন্টিয়াৰসকলৰ মূৰৰ ওপৰেদি জপিয়াই পাৰ হৈ গ'ল। সেইদিনা মাথোন লোকনাথ গোস্বামীকহে গ্ৰেপ্তাৰ কৰিলে। এই ঘটনাৰ দুদিনমান পাচৰপৰাই সেই বাবুজন টান নৰীয়াত পৰিল। সকলোৱে গান্ধীজীৰ দোষ লাগিল বুলি কোৱা-কুই কৰিব ধৰিলে। বাবুৱনীয়ে মহাত্মাজীৰ নামত মাহ-প্ৰসাদ আৰু কল বান্ধি দিহে ৰক্ষা পৰিল।

ইং ১৯২২ চন। এইদৰে সমগ্ৰ মহকুমা ব্যাপি আইন অমান্য, পিকেটিং, খাজনা বন্ধ আন্দোলন তীব্ৰভাৱে চলি থাকোঁতে খবৰ আহিল, উত্তৰ প্ৰদেশৰ চৌৰী-চৌৰাত হিংসামূলক কাৰ্য্য হোৱাৰ বাবে মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলন বন্ধ কৰিবলৈ সিদ্ধান্ত লয়।

১০ মাৰ্চ্চ তাৰিখে গান্ধীজী গ্ৰেপ্তাৰ হয় আৰু ৬ বছৰ জেইল হয়। দেশৰ সকলো নেতৃস্থানীয় কৰ্ম্মী কাৰাগাৰত সোমাল, বাহিৰত থকাসকল নানান সমস্যাত জুৰুলা হৈ পৰিল। দিন যোৱাৰ লগে লগে চাকৰিয়াল কিছুমানে চাকৰিত আৰু উকীলে ওকালতিত পুনৰ যোগ দিলে। এদল দৃঢ়-মনা ছাত্ৰৰ বাহিৰে বাকীবিলাকে পুনৰ স্কুল-কলেজলৈ আকৌ অহা-যোৱা কৰিবলৈ ধৰিলে।

গান্ধীবাদী, হতভাগ্য কিন্তু কৰ্ত্তব্যনিষ্ঠ ছাত্ৰকৰ্ম্মী এদলে তেওঁলোকৰ অমূল্য ছাত্ৰ-জীৱন ত্যাগ কৰি নানান দুখ-দাৰিদ্ৰ্য, নিৰ্য্যাতনৰ সন্মুখীন হৈও লাগি থাকিল বাপুজীৰ সেৱাত। সময়ৰ লগত খোজ মিলাব নোৱাৰি হয়তো তেওঁ-লোকে অৱস্থাৰ উৎপীড়নত জৰ্জ্জৰিত হৈ ৰ'ল। কিছুমানে অৱশ্যে বিদ্ৰোহীৰ জীৱন যাপন কৰিব ধৰিলে। দেশৰ কোনো নেতায়েই সেই হতভগীয়াহঁতৰ বিষয়ে একো নাভাবিলে।

১৯২২ চনত অসহযোগ আন্দোলনৰ ভিতৰত আইন অমান্য আন্দোলনহে বন্ধ থাকিল; কিন্তু মাদকদ্ৰব্য আৰু বিদেশী বৰ্জ্জন কাৰ্য্য পুৰাদমে চলি থাকিল। ১৯২৬ চনত পাণ্ডু কংগ্ৰেছৰ সময়ত পুনৰ ৰাইজৰ মাজত জাগৰণ আহিল। ১৯২৯ চনত নিখিল ভাৰত কংগ্ৰেছৰ লাহোৰ অধিৱেশনত 'পূৰ্ণ স্বৰাজ'ৰ প্ৰস্তাৱ গৃহীত হয়। ১৯৩০ চনত গান্ধীজীৰ নেতৃত্বত লোণ আইন অমান্যৰ বাবে ঐতিহাসিক ডাণ্ডীযাত্ৰাৰ অভিযানত মঙ্গলদৈ মহকুমাতো সত্যাগ্ৰহীৰ নামৰ তালিকা সংগ্ৰহৰ কাম চলিবলৈ ধৰিলে।

জিলা কংগ্ৰেছ কমিটীবোৰ পুনৰ্গঠন হবলৈ ধৰিলে। শ্ৰদ্ধেয় শ্ৰীবিষ্ণুৰাম মেধি, ত্যাগবীৰ হেম বৰুৱাদেৱ উভয়ে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যত মঙ্গলদৈলৈ



আহি ঘোৰাবান্ধাত এখন ৰাজহুৱা সভাত ৺যজ্ঞোৰাম ভূঁঞাক সভাপতি এবং শ্ৰীহলীৰাম চহৰীয়াক সম্পাদক হিচাবে লৈ এখন কংগ্ৰেছ কমিটী গঠন কৰি দি যায়। কিন্তু তেওঁবিলাকৰ ঘৰুৱা জঞ্জালৰ বাবে কামত আগবাঢ়িব নোৱাৰিলে। মঙ্গলদৈৰ ৺কান্তিধৰ মেধি, শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা আৰু মই গোলাঘাটৰ কুকুৰাবাহী, ৰৌদোৱাৰ আদি ভিতৰৰ গাওঁ অঞ্চলত কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য কৰি আছিলোঁ। এদিন ডেৰগাৱঁৰ ৰাজহুৱা সভা এখনত শ্ৰদ্ধেয় মেধি আৰু বৰুৱাদেৱক কথা-প্ৰসঙ্গত মঙ্গলদৈলৈ গৈ কংগ্ৰেছৰ কাম জোৰেৰে কৰিবলৈ কোৱাত তেখেতসকল মঙ্গলদৈলৈ আহি কাম আৰম্ভ কৰে।

১৯৩০ চনত যজ্ঞোৰাম ভূঁঞা আৰু হলীৰাম চহৰীয়াক পুনঃ অনুৰোধ কৰাত তেওঁলোকে অসমৰ্থতা প্ৰকাশ কৰাত ৺দধিৰাম ভূঁঞাক সভাপতি আৰু শ্ৰীৰত্নেশ্বৰ শৰ্ম্মাক সম্পাদকৰ দায়িত্ব দি কাম আৰম্ভ কৰা হয়; তেতিয়া কংগ্ৰেছ কৰ্ম্মীৰ সংখ্যা মুষ্টিমেয়। উকীল, ধনী সম্প্ৰদায়ৰ মৰ্য্যাদাশালী লোক কেৱেঁ কংগ্ৰেছৰ কামত আগবাঢ়ি নাহিল। সাধাৰণ হলেও একাগ্ৰ কেইজনমান লোকেই ঐকান্তিকতাৰে প্ৰচাৰ কাৰ্য্য চলাই থকাত পুনঃ গাৱঁৰ লোকৰ মাজত কংগ্ৰেছৰ জাগৰণ আহিল। কানিংহাম চাৰ্কুলাৰৰ বাবে স্কুলৰ ছাত্ৰৰ মাজতো আন্দোলন আৰম্ভ হ'ল। কৰ্ম্মীসকলৰ মাজত সত্যাগ্ৰহীৰ তালিকা প্ৰস্তুত হ'ল। এদিন হঠাতে কলাইগাৱঁৰ এখন ৰাজহুৱা সভাৰপৰা থানালৈ মাতি শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা আৰু মোক গ্ৰেপ্তাৰ কৰিলে। চৰকাৰ-বিৰোধী বক্তৃতা দিয়াৰ কাৰণে আমি দুয়োকে এবছৰকৈ বিনাশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে।

১৯৩১ চনৰ মাৰ্চ্চ মাহত 'গান্ধী-আৰউইন' চুক্তি স্বাক্ষৰিত হ'ল। ফলত গ্ৰেপ্তাৰ হোৱা আটাইবোৰ কৰ্ম্মীকে সম্পূৰ্ণ কাৰাবাসৰ আগেয়ে মুক্তি দিলে।

১৯৩২ চনত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড লিনলিথগ'ই কংগ্ৰেছ কমিটী বে-আইনী বুলি ঘোষণা কৰিলে। দেশৰ কেউফালে কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ, জেইল, জৰিমনা কৰিবলৈ ধৰিলে। চৰকাৰৰ উদ্দেশ্য হ'ল কংগ্ৰেছক মৰিমূৰ কৰি পেলোৱা। অৰ্ডিনেন্স জাৰি কৰিলে। কংগ্ৰেছ অফিচ আৰু কংগ্ৰেচৰ বস্তু সকলো বাজেয়াপ্ত কৰা হ'ল। যি মানুহে ভলন্টিয়াৰক থাকিবলৈ বা খাবলৈ দিয়ে তেনে লোকৰো ছয়মাহ পৰ্য্যন্ত ফাটেক আৰু জৰিমনা হ'ব। সভা-সমিতি আনকি কোনো কোনো ঠাইত গান্ধী-টুপী পিন্ধা বে-আইনী হ'ল। চৰকাৰে যিমান জোৰে দমন নীতি চলাবলৈ আৰম্ভ কৰিলে কংগ্ৰেছেও তাতোকৈ সহস্ৰগুণ শক্তি সঞ্চয় কৰি দমন নীতিৰ সমুখত থিয় দিলে। দলে দলে পুৰুষ-

মহিলাসকলে সত্যাগ্ৰহীৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰি ভলন্টিয়াৰ হ'ল। নগাৱঁৰ শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মাৰ নেতৃত্বত সেৱাদল প্ৰশিক্ষণ শিবিৰত অসমৰ গোটেই কেইখন জিলাৰপৰা কৰ্ম্মী আহি প্ৰশিক্ষণ লৈ নিজ নিজ জিলালৈ ঘূৰি গৈ সেৱাদল কেম্প স্থাপন কৰিলেগৈ। মঙ্গলদৈতো সেৱাদল কেম্প আৰম্ভ কৰা হ'ল।

বিলাতী কাপোৰৰ দোকানত, মদ, কানি, ভাঙৰ দোকানত পিকেটিং কৰাৰ বাবে দলে দলে ভলন্টিয়াৰক গ্ৰেপ্তাৰ কৰি জেইল, জৰিমনা কৰিবলৈ ধৰিলে। মঙ্গলদৈ নগৰত এটা ঘৰ ভাৰা লৈ কংগ্ৰেছ অফিচ আৰু ভলন্টিয়াৰ কেম্প আৰম্ভ কৰা হয়। কিছু দিনৰ পাচতে পুলিচে কেম্পটো দখল কৰি ললে। ভলন্টিয়াৰসকলে আধা-সিজা ভাতৰ কেৰাহীৰ কাণত বাঁহ ভৰাই অন্য ঘৰ বিচাৰি বাহিৰ হ'ল। ভলন্টিয়াৰসকলৰ এই অথন্তৰ দেখি টেলিপাৰাৰ এজন লোকে তেওঁৰ ঘৰখনকে ভলন্টিয়াৰৰ কেম্প কৰিবলৈ এৰি দিলে। তাকে আশ্ৰয় কৰি কংগ্ৰেছ অফিচ আৰু ভলন্টিয়াৰ কেম্প পাতি পিচদিনাৰপৰা মঙ্গলদৈ টাউনত মদ আৰু কানিৰ দোকানত পিকেটিং আৰম্ভ কৰা হয়।

প্ৰথম দলত শ্ৰীমহানন্দ বৰা আৰু ৺নেমসিং ডেকাক দিয়া হ'ল। তেওঁলোকক গ্ৰেপ্তাৰ কৰাৰ পাচত আবেলি আঠজন ভলন্টিয়াৰ দিয়া হ'ল, তাৰ পিচদিনা প্ৰথম দলত মহিলা চাৰি গৰাকী দিয়া হ'ল। তেওঁলোকৰ গ্ৰেপ্তাৰৰ পাচত শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা আৰু মোক গ্ৰেপ্তাৰ কৰে আৰু অফিচ খানাতালাচ কৰি সমস্ত কাগজপত্ৰ লৈ যায়। মঙ্গলদৈ মহকুমাত ১৪৪ ধাৰা জাৰি কৰি সকলো সভা-সমিতি আৰু পিকেটিং বন্ধ কৰি দিয়ে। কাছাৰীৰ বাকৰীত ৰাজহুৱা সভা পাতি বক্তৃতা দিয়া বাবে শ্ৰীদীনেশ্বৰ শৰ্ম্মাদেৱক গ্ৰেপ্তাৰ কৰে, তেনেদৰে অন্যান্য ঠাইতো কেইবাজনকো গ্ৰেপ্তাৰ কৰে। শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা আৰু মোৰ এবছৰকৈ ফাটেক, বাকীবিলাকৰ ছমাহকৈ আৰু শ্ৰীমতী ৰত্নমালা আৰু শ্ৰীতপেশ্বৰী দেৱীৰ তিনিমাহকৈ ফাটেক হয়। এই ফাটেকৰ ১৫ দিনৰ পাচতে মঙ্গলদৈৰ বিভিন্ন ঠাইত সভা-সমিতি হয় আৰু তাৰে মুখ্য বুলি শ্ৰীদীনেশ্বৰ শৰ্ম্মাদেৱৰ ৬ মাহ ফাটেক হয়; অন্যান্য সকলৰো তদনুক্ৰমে ফাটেকৰ হুকুম হয়। নেতৃস্থানীয় সকলো কৰ্ম্মী গ্ৰেপ্তাৰ হ'ল। কংগ্ৰেছ কমিটীৰ ওপৰত বে-আইনী ঘোষণা থকা বাবে দেখাকৈ কংগ্ৰেছৰ প্ৰচাৰ প্ৰায় বন্ধ হোৱাৰ দৰে হ'লেও অ'ত ত'ত লুকাই এটা লিথুগ্ৰাফ যন্ত্ৰ ৰাখি তাৰ দ্বাৰা কাগজ লিথু কৰি প্ৰচাৰ কাৰ্য্য চলাই থকাৰ ব্যৱস্থা কৰা হৈছিল।

১৯৩৩ চনত মহাত্মা গান্ধীয়ে হৰিজন আন্দোলন আৰম্ভ কৰে। ফাটেকৰ-



পৰা ওলাই আহি আমাৰো বহুতো কৰ্ম্মীয়ে এই আন্দোলনত যোগদান কৰে। অস্পৃশ্যতা বৰ্জ্জন আন্দোলনৰ দ্বাৰা হিন্দু সমাজৰ কিছুমান সম্প্ৰদায়ৰ মাজত থকা অ-জলাচৰণীয় নিয়মৰ বিৰুদ্ধে আন্দোলন আৰম্ভ হ'ল।

১৯৩৪ চনত গান্ধীজী পুনৰ অসমলৈ আহোঁতে মঙ্গলদৈৰ কৰ্ম্মীসকলে টংলা ষ্টেছনত মহাত্মা গান্ধীক লগ ধৰি হৰিজন আন্দোলনৰ বাবে কিছু পইচা সংগ্ৰহ কৰি দিয়ে। ১৯৩৭ চনত বিধান পৰিষদৰ আসনত কংগ্ৰেছে প্ৰতিদ্বন্দ্বিতা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। তেতিয়া মঙ্গলদৈত মাথোন দুখনহে আসন আছিল; কংগ্ৰেছে শ্ৰীবিপিনচন্দ্ৰ মেধিক জয়যুক্ত কৰাই।

১৯৪০ চনৰ যুদ্ধবিৰোধী ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনতো মঙ্গলদৈয়ে বিশেষ অংশ গ্ৰহণ কৰে। মঙ্গলদৈৰ সত্যাগ্ৰহী তালিকাৰ প্ৰথম দলৰ প্ৰথম সত্যাগ্ৰহী শ্ৰীবিপিনচন্দ্ৰ মেধিৰ ৯ মাহ, দ্বিতীয় দলৰ প্ৰথম মোৰ ৬ মাহ, ৰত্নেশ্বৰ শৰ্ম্মা, সত্যনাথ বৰুৱা, জিলা কংগ্ৰেছ কমিটীৰ সভাপতি ৺কৃষ্ণকান্ত মহন্তৰ ৮ মাহ, কুশেশ্বৰ শৰ্ম্মাৰ ৬ মাহ কাৰাবাসৰ আদেশ হয়। চম্পাৰাম বৰুৱা, চন্দ্ৰনাৰায়ণ কোঁৱৰ, মহানন্দ বড়া, পানীৰাম দাস আদি বহুতে ব্যক্তিগত সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰে।

১৯৪২ চনৰ গণ-বিপ্লৱত মঙ্গলদৈয়া ৰাইজে স্বাধীনতা আন্দোলনত পূৰ্ণ অংশ গ্ৰহণ কৰে। মিলিটাৰীক যোগান বন্ধ কাৰ্য্যত কুখ্যাত কৰিম আলি দাৰোগাৰ নেতৃত্বত মানেইঘাটত পুলিচে অমানুষিক অত্যাচাৰ কৰে। মাৰৰ ফল স্বৰূপে কিছুদিনৰ পাচত কেবাজনো লোকে মৃত্যু বৰণ কৰে। তাৰে ভিতৰত উল্লেখযোগ্য—৺সাজো কোঁচ, ৺নকুল দাস, ৺কলামণি দাস, সন্দেশ হাজৰিকা আদি। ৺নকুল দাস আৰু কলামণিৰ ফাটেকৰপৰা খালাচ হোৱাৰ পাচতে মৃত্যু হয়। সেই সময়ৰ জিলা কংগ্ৰেছৰ ডিক্টেটৰ হিচাবে কাম কৰাৰ বাবে জীউৰাম ডেকা, পানীৰাম দাস আৰু টংকেশ্বৰ শৰ্ম্মাৰ দুবছৰকৈ সশ্ৰম কাৰাদণ্ড হয়। মঙ্গলদৈ নগৰৰ মাজৰ চব-ডিপুটি কলেক্টৰ অফিছটো মিলিটাৰী চিপাহীয়ে চাৰিওফালে পহৰা দি থকা অৱস্থাতে পুৰি ভস্ম কৰা কাণ্ডই সকলোকে চমকিত কৰিছিল। মিলিটাৰী কেম্প আৰু নৰ্থ ট্ৰাঙ্ক ৰোডৰ দলংবোৰ পুৰি পেলোৱাৰ ফলত একে দিনাই মিলিটাৰী গাড়ীৰ চলাচল বহুদিনলৈ বন্ধ হৈ যায়।

মঙ্গলদৈ নগৰত ৯।৯।৪২ তাৰিখে মহিলাসকলৰ এটা শোভাযাত্ৰা হয়। মহিলাসকলে কাছাৰী ঘৰত সোমাই চৰকাৰী বিষয়াসকলক পিকেটিং কৰিলে

শ্ৰীমতী জোনেই আৰু শ্ৰীমতী উৰ্ম্মিলা নামৰ দুজনী ছোৱালীয়ে মহকুমাধিপতিৰ হাতত ধৰি এজলাচৰপৰা উঠাই আনিলে। ২৫।৯।৪২ তাৰিখে মঙ্গলদৈ নগৰত প্ৰায় কুৰি হেজাৰ মানুহৰ এটা বিৰাট শোভাযাত্ৰা হয়। সেইদিনা কাছাৰী আৰু বাৰত পিকেটিং কৰি বাৰৰ উকীলসকলক সম্পূৰ্ণ বাহিৰ কৰি অনা হয়। কাছাৰী তৎক্ষণাত ছুটী হৈ যায়। সেইদিনা কৰিম আলি দাৰোগাই ৫০০ জনমান যাঠি-জোংধাৰী মানুহ জমা কৰি ৰাখিছিল। শোভাযাত্ৰাৰ ওপৰত আক্ৰমণ কৰোৱাটোৱেই প্ৰধান উদ্দেশ্য আছিল। কিন্তু আক্ৰমণকাৰীহঁতৰ সাহে নুকুলালে।

ওডালগুৰি অঞ্চলৰ বাদাগাৰঁত, পাদ্ৰী চাহাব, পুলিচ আৰু কেইজনমান ধান-বেপাৰীয়ে লগ হৈ ষড়যন্ত্ৰ কৰি সেই অঞ্চলৰ কিছুমান মানুহক ফুচুলাই ভয়ঙ্কৰ কংগ্ৰেছ-বিদ্বেষী কৰি তুলিছিল। চম্পাৰাম বৰুৱা আৰু কেইজনমান ভলন্টিয়াৰক ধৰি-বান্ধি মৰিয়াই আধা-মৰা কৰি ডকাইতি কেছত পুলিচক শোধাই দিছিল। ১২।১০।৪২ তাৰিখে ভলন্টিয়াৰৰ দল এটাক সেই ঠাইতে বন্দুক-ধনুকাৰ আদিৰে সজ্জিত প্ৰায় ৫০০ মান লোকৰ সংঘবদ্ধ দল এটাই জঙ্ঘলৰ মাজত বেঢ়ি ধৰি মাৰি পেলাবলৈ যত্ন কৰিছিল। মঙ্গলদৈ মহকুমাৰ বিভিন্ন ঠাইত বিভিন্ন কাৰণত চৰকাৰে বহু হেজাৰ টকা পাইকাৰী জৰিমনা আদায় কৰিলে। পুলিচৰ মাৰত বহু ডেকা ঘুণীয়া হ'ল, বহুতে প্ৰাণ এৰিলে, বহুত জনৰ জেইল, জৰিমনা হ'ল। কংগ্ৰেছ কমিটী বে-আইনী কৰিলে। তথাপি ৰাইজৰ স্বাধীনতাৰ আকাঙ্ক্ষা দমন কৰিব নোৱাৰিলে। গাৱেঁ-গাৱেঁ পঞ্চায়ত প্ৰতিষ্ঠা কৰা হ'ল। কংগ্ৰেছ কমিটী বে-আইনী কৰাৰ পাচত কংগ্ৰেছ কৰ্ম্মী পৰিষদ গঠন কৰি কাম চলোৱা হ'ল। কংগ্ৰেছ কৰ্ম্মীসকল দীৰ্ঘকাল কাৰাদণ্ড ভোগ কৰি ওলাই অহাৰ পাচত ১৯৪৫ চনত গোৱালপাৰাত লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ উপস্থিতিত কংগ্ৰেছ কৰ্ম্মী পৰিষদ সভাৰ সিদ্ধান্তমতে কাম চলাই থকা হৈছিল। এনেভাৱে স্বাধীনতা আন্দোলনৰ কালছোৱাত মঙ্গলদৈবাসী আন্দোলনকাৰী যুঁজাৰু দলে দেশৰ স্বাধীনতা যুদ্ধত অংশ গ্ৰহণ কৰিছিল। মাতৃভূমিৰ স্বাৰ্থৰ ওচৰত ব্যক্তিগত স্বাৰ্থ ত্যাগ কৰা সি-সকল দেশসেৱাৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ।*

* শহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# স্বাধীনতা আন্দোলনত নগাৱঁৰ ভূমিকা

**শ্ৰীবেণুধৰ কলিতা**

নগাওঁ অসমৰ সোঁমাজত অৱস্থিত এখন ইতিহাস-প্ৰসিদ্ধ জিলা। ইয়াতেই অসমৰ গৌৰৱৰ ধন মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে জন্ম গ্ৰহণ কৰি একশৰণীয়া নাম-ধৰ্ম্ম প্ৰচাৰৰ জৰিয়তে সত্ৰ, নামঘৰ আদি অনুষ্ঠানৰ উপৰিও নাট, ভাওনা, গীত, বাদ্য আৰু সাহিত্যৰ সৃষ্টি কৰি বৃহৎ অসমীয়া জাতি গঠনৰ সুদৃঢ় ভেঁটি স্থাপন কৰে। এই জিলাৰ ডবকা, কন্দলী, যুগীজান, কামপুৰ, চাপানলা, সীতাজখলা, শিলঘাট, কলিয়াবৰ, বসুন্ধৰী, জোঙাল বলহুগড় আদি বিভিন্ন ঠাইৰ বুকুত একোখন অনুপম বুৰঞ্জীৰ সমল লুকাই আছে। অন্যায়ৰ বিৰুদ্ধে এই জিলাই সদায়েই আগ ভাগ লৈ আহিছে। আহোম ৰাজত্বৰ সময়তো নগঞাঁ ভোটাই ডেকা, সিন্ধুৰা হাজৰিকা আদিৰ বীৰত্বৰ কাহিনীয়ে অসম বুৰঞ্জীৰ পাত জিলিকাই ৰাখিছে। মানৰ আক্ৰমণৰ সময়তো স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই কলিয়াবৰৰ কুঁৱৰীটোলত কুঁৱৰীসকলৰ টোল পাতি ইংৰাজৰ সহায়ত মানহঁতৰ লগত হাটবৰত ৰণ দিবলৈ প্ৰস্তুত হৈছিল।

অসমৰ বিপ্লৱী বীৰ মণিৰাম দেৱান আৰু তেখেতৰ সহযোগীসকলক ফাঁচী দিয়াৰ পিচত নেতাহীন অসমীয়া ৰাইজে গণ-বিদ্ৰোহৰ সূচনা কৰে। ইংৰাজৰ অত্যাচাৰী শাসন-শোষণৰ বিৰুদ্ধে নগাৱঁৰ ফুলগুৰিতেই এই বিদ্ৰোহ সৰ্ব্বপ্ৰথমে মূৰ ডাঙি উঠে আৰু ৰাইজৰ বিলাই-বিপত্তিৰ সীমা নোহোৱা কৰে।

স্বাধীন অসমৰ মুক্ত জীৱন-ধাৰাৰ পিচত ইংৰাজ চৰকাৰে নৈ-বিল, খাল-ডোঙ আনকি প্ৰাকৃতিক ৰম্যভূমিৰ অটব্য অৰণ্যৰ মাজত আপোনা-আপুনি গজা বেত-বাঁহৰ ওপৰতো কৰ-কাটল বহোৱাত ৰাইজ সচকিত হৈ পৰে। ৰাইজে ভাবিলে যে ই হ'ল ইংৰাজৰ দেশ চহকী কৰিবৰ কাৰণে অসমীয়া তথা ভাৰতীয় লোকৰ তেজ শোষণ কৰাৰ ফন্দী। স্কুলসমূহৰপৰা অসমীয়া ভাষা নিৰ্ব্বাসন দি আদালততো বঙলা ভাষা প্ৰচলনত মানুহ বিদ্ৰোহী হ'ল। সন্ত-মহন্ত আৰু ডাঙৰীয়াসকলৰ অন্তৰত জুই দুগুণে জ্বলাই তুলিলে। তাৰ উপৰি বহুকাল ধৰি বিনা বাধায় ভোগ কৰি অহা আফুখেতি তুলি দিয়াত

আৰু জিলাধিপতি স্কটচ্ চাহেবে অযথা ৰাইজৰ ওপৰত খাৰধৰ কৰাৰ কাৰণে ১৮৬১ চনৰ ১৮ ডিচেম্বৰ তাৰিখে ফুলগুৰীয়া ৰাইজে বিদ্ৰোহ ঘোষণা কৰি লেফ্‌টেনেণ্ট চিঙ্গাৰ চাহেবক প্ৰথমে বলি দি অন্য কেইবাজনো ইংৰাজ বিষয়াক নিৰ্ম্মমভাৱে হত্যা কৰে। ইয়াৰ পিচত কেইবাশও লোকে নগাওঁ চহৰৰ ট্ৰেজাৰী আৰু খাৰঘৰ লুটপাত কৰিবলৈ আগবাঢ়ি আহোঁতে কলঙৰ পাৰৰ হাবিৰ মাজত দুয়োপক্ষৰ খণ্ডযুদ্ধ হৈ কেইবাজনো লোক নিহত হয়। ইয়াৰ চাৰিদিনৰ পিচত ফুলগুৰিতে হোৱা এখন ডাঙৰ ৰাজহুৱা সভাত অতৰ্কিতে গোৰা চিপাহীয়ে আক্ৰমণ কৰি ৩৯ জনক হত্যা কৰে। ইয়াৰ উপৰিও শ-শ লোকক লাঠি, সঙ্গীন আৰু বুট জোতাৰে চিৰকালৰ কাৰণে ঘুণীয়া কৰে। ইংৰাজৰ কূট চক্ৰান্তমূলক অপপ্ৰচাৰৰ ফলত এই বিদ্ৰোহৰ মূল্য অতি কমকৈ আৰু 'কানীয়া বিদ্ৰোহ' বুলি নিম্ন স্তৰলৈ নমাই দিয়া হ'ল। তাৰ বাহিৰেও অতি কঠোৰ হাতেৰে দমন কৰিবৰ কাৰণে ৩ জনক ফাঁচী, ৭ জনক দ্বীপান্তৰ কৰি কলিয়াপানীলৈ আৰু ৬০ জনক ১ বছৰৰপৰা দহ বছৰৰ বিভিন্ন ম্যাদত যশ্ৰম কাৰাদণ্ড দি দণ্ডিত কৰা হয়।

১৯১৯ চনৰ ১৩ এপ্ৰিলৰ জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ পিচত আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৰাজনীতিত মহামানৱ মহাত্মা গান্ধীৰ আবিৰ্ভাৱৰ ফলত ভাৰতত মুক্তি সংগ্ৰামৰ ঢৌ বিদ্যুত গতিৰে জনগণৰ মাজত বিয়পি পৰে। ১৯২১ চনত নগাওঁ জিলাতো জিলা কংগ্ৰেছ নিয়ম মতে গঠিত হৈ পণ্ডিত কণকচন্দ্ৰ শৰ্ম্মা কাব্যতীৰ্থ, লোকসেৱক হলধৰ ভূঞা, শ্ৰীপূৰ্ণচন্দ্ৰ শৰ্ম্মা, শ্ৰীধৰ্ম্মনাথ বৰঠাকুৰ আদি ভালে কেইজন অতি ত্যাগী আৰু নিঃস্বাৰ্থ লোকৰ নেতৃত্বত কংগ্ৰেছ অনুষ্ঠানটিয়ে গাৱেঁ-ভূঁঞে প্ৰবেশ কৰি শিক্ষিত, অশিক্ষিত, মুনিহ-তিৰোতা সকলোকে বিপ্লবী কৰি তোলে। মাদক দ্ৰব্য, অস্পৃশ্যতা, বিদেশী বস্তু আৰু আদালত বৰ্জ্জন, স্বদেশী প্ৰচলন আদি কাৰ্য্যত একাণপতীয়াকৈ লাগি অসহযোগ আন্দোলনে দোপতদোপে জিলাখনত কংগ্ৰেছ আন্দোলনৰ তেজ বৃদ্ধি কৰি অসমৰ ভিতৰত অদ্বিতীয় স্থান অধিকাৰ কৰে। স্কুল-কলেজ আৰু চাকৰি জীৱন পৰিত্যাগ কৰি বহুতো কৰ্ম্মীয়ে উল্লেখনীয়ভাৱে ৰাইজৰ মাজত জনপ্ৰিয় হৈ জাতীয় জাগৰণৰ স্ফুৰণ আনে। সেইসকলৰ ভিতৰত ৺নন্দ ডেকা, ৺কেশৱানন্দ ভট্টাচাৰ্য্য, ৺দধিচিং বৰা, ৺গণেশচন্দ্ৰ বৰঠাকুৰ, ৺মহবুব আলী, ৺ফহিমুদ্দিন আহমদ, ৺সুধাংশু বেনাৰ্জ্জী, ৺ইচলাম খান, ৺সত্যহাস গোস্বামী, ৺জগমোহন শৰ্ম্মা, ৺লক্ষ্মীকান্ত শইকীয়া, টুনিৰাম বৰুৱা ( নিৰুদ্দেশ ), শ্ৰীচন্দ্ৰকান্ত বৰকাকতী,



শ্ৰীধানুৰাম ভূঞা, শ্ৰীহিতেশ্বৰ বৰা, শ্ৰীমহেন্দ্ৰনাথ হাজৰিকা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ৺ৰত্নেশ্বৰী ভট্টাচাৰ্য্য, ৺খগেন্দ্ৰপ্ৰিয়া দেৱী বৰুৱানী আদি ভালে কেইগৰাকীও ভদ্ৰমহিলাই কঠোৰ পৰ্দ্দা প্ৰথা পৰিত্যাগ কৰি কংগ্ৰেছৰ জৰিয়তে মহিলা সংগঠনৰ কামত মনপুতি লাগে। খিলাফত আন্দোলনৰ কাৰণে বহুতো মুছলমানলোকে সেই সময়ত কংগ্ৰেছৰ মাধ্যমেৰে দেশৰ কামত মনপুতি লাগিছিল। ১৯২১ চনত কানি নিবাৰণৰ ওপৰতে অসমত বিশেষ গুৰুত্ব দিয়া হৈছিল বাবে কানি দোকানত পিকেটিং কৰা আৰু গাৱেঁ-গাৱেঁ গান্ধী আৰু কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰাৰ বাবে পাঁচশৰো অধিক লোকে এইখন জিলাত সশ্ৰম কাৰাদণ্ড ভোগ কৰি শিলভঙা, ঘানিত তেল পেৰা, কোবমৰা, দাণ্ডা-বেৰি লোৱা, গানিং ক্লথ পিন্ধা আদি অমানুষিক শাস্তি দেশৰ বাবে নীৰবে সহ্য কৰি জীয়াতু ভুগিছিল। ২৩।৮।২১ তাৰিখে গান্ধীজীৰ নগাওঁ পদাৰ্পণে গোটেই জিলাতে শিহৰণৰ হেন্দোলনি তুলিছিল। গান্ধীজীৰ 'ইয়ং ইণ্ডিয়া'ত প্ৰকাশিত এটা প্ৰবন্ধৰ জৰিয়তে জনা যায় যে গোটেই ভাৰতৰ ভিতৰতে সম্ভৱতঃ নগাওঁ জিলাৰ তেতেলীয়াৰ ৺নন্দ ডেকাই অসহযোগ আন্দোলনত গ্ৰেপ্তাৰ হোৱা প্ৰথম লোক। শেৱালি-কবি নগাৱঁৰ ৺ৰত্নকান্ত বৰকাকতী দেৱে গান্ধীজীৰ 'হিন্দী স্বৰাজ' কিতাপখন অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ কাৰণে তেখেতে গান্ধীজীৰ প্ৰশংসাৰ পাত্ৰ হৈছিল। গান্ধীজীৰ বাণীৰ ওপৰত প্ৰকাশ হোৱা সেইখনেই প্ৰথম অসমীয়া পুথি।

১৯২৫ চনত ৺ৰোহিণীকান্ত হাতীবৰুৱা, দেশবন্তী কৃষ্ণকান্ত শৰ্ম্মাৰ নেতৃত্বত অসমলৈ প্ৰথম কংগ্ৰেছ মহাসভা আহ্বান কৰা হৈছিল। সেই সময়ত নগাওঁ জিলাত খদ্দৰৰ কাম আশাতীতভাৱে চলিছিল। ১৯২৬ চনত ভাৰতৰ ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে ৰহা, জাগী, মৰিগাওঁ, ধৰমতুল, বাৰপূজীয়া আদি ঠাই নানান কষ্টেৰে বোকাপানী ফেনেকি ভ্ৰমণ কৰিছিল। তেখেতে নগাঞা শিপিনীসকলৰ কৰ্ম্মপটুতাৰ কাৰণে তেওঁলোকক ভূৰি ভূৰি প্ৰশংসা কৰিছিল। সেই বছৰেই অখিল ভাৰত কংগ্ৰেছ কমিটীৰ বিখ্যাত খদ্দৰৰ মণ্ডপটো দিল্লী চহৰত দুৰ্ঘটনাক্ৰমে ভস্মীভূত হোৱাত ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত সজাব পৰাকৈ এহেজাৰমান মিকিৰ পাহাৰৰ কপাহৰ সূতা কাটি বৈ দহ হেজাৰখন বাৰহতীয়া বৰকাপোৰ ২।৩ মাহৰ ভিতৰতে মৰিগাওঁ আৰু বাৰপূজীয়া অঞ্চলৰ শিপিনী আইসকলে বই উলিয়ায়। ইয়াৰে মণ্ডপটো আগতকৈও ধুনীয়া আৰু পৰিপাটিকৈ সজোৱাৰ কাৰণে তেওঁলোক সমগ্ৰ ভাৰতৰ নেতৃবৰ্গৰ

দ্বাৰা উচ্চভাৱে প্ৰশংসিত হোৱাৰ উপৰিও ভালে কেইগৰাকী নিপুণ শিপিনীয়ে গান্ধীজীৰ হাতৰপৰা পুৰস্কাৰো লাভ কৰিছিল।

১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত 'পূৰ্ণ স্বৰাজ'ৰ প্ৰস্তাৱ গৃহীত হোৱাৰ পিছত ১৯৩০ চনত গান্ধীজীয়ে ডাণ্ডিযাত্ৰা কৰি লোণ আইন অমান্য কৰে। ১৯৩০ চনত অসমতো কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু শ্ৰীযুত অমিয়কুমাৰ দাস ডাঙৰীয়াৰ পৰিচালনাত অসমত ছাত্ৰ-শক্তি জাগৰিত হৈ উঠে। নগাওঁ জিলাত ইয়াৰ তীব্ৰতা কোনো প্ৰকাৰেই কম হোৱা নাছিল। ইয়াৰ কাৰণ আছিল গান্ধীজীৰ প্ৰিয় শিষ্য আৰু একনিষ্ঠ ত্যাগী পুৰুষ লোকসেৱক হলধৰ ভূঞাদেৱৰ ঐকান্তিকতা আৰু জনপ্ৰিয়তা। ১৯৩০ চনতো নগাওঁ জিলাত শ-শ দেশপ্ৰেমী লোক জেললৈ গৈ নিৰ্য্যাতন ভোগ কৰিছিল। শ্ৰীদেৱকান্ত বৰুৱাকে প্ৰমুখ্য কৰি কেইবাজনো লোকে নগাৱঁত ছাত্ৰ আন্দোলনৰ গুৰি ধৰিছিল। ৺গুণেশ্বৰী দেৱী, ৺দৰবাৰী মেছ, মোহিনী গোহাঁই, শ্ৰীমতী কিৰণবালা বৰা আদি ভালে কেইগৰাকী ত্যাগী মহিলাই কংগ্ৰেছ অনুষ্ঠানটিত একাণপতীয়াকৈ লাগি মহিলাসকলৰ মাজত কাম কৰিছিল। সেই চনৰে ২৬ জানুৱাৰীৰ দিনা কলিয়াবৰীয়া নেতৃবৰ্গৰ দ্বাৰা পৰিচালিত হৈ প্ৰায় চাৰিশ মহিলাই প্ৰায় দুকুৰি মাইল খোজকাঢ়ি আহি নগাওঁ চহৰৰ জুবিলী পথাৰত পতাকা উত্তোলন কৰোঁতে ট্ৰাঙ্কৰোডৰ দুয়োকাষৰ গাওঁবোৰত যি চাঞ্চল্যকৰ উদ্দীপনাৰ সৃষ্টি হৈছিল তাক কোনোৱে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰে। সেইদিনাই নগাওঁ চহৰত হোৱা অভূতপূৰ্ব্ব অহিংস শোভাযাত্ৰীৰ ওপৰত লাঠি চালনা কৰি সঙ্গীনেৰে খুচি তেজেৰে বননি আৰু পকীৰাস্তা তুমৰলি কৰি ৭০।৮০ জন স্বেচ্ছাসেৱকক গ্ৰেপ্তাৰ কৰে। তাৰ দিন দিয়েকৰ পিচতে ৺নৰেন্দ্ৰনাথ হাজৰিকাৰ নেতৃত্বত পুৰণিগুদামত গভৰ্ণৰ চাৰ লৰি হেমণ্ডক ক'লা পতাকা দেখুওৱাৰ বাবে কেইবাজনো লোকক সশ্ৰম কাৰাদণ্ড বিহে। সেই আন্দোলনতো গোটেই অসমৰ ভিতৰত নগাৱঁতেই আটাইতকৈ অধিক লোক গ্ৰেপ্তাৰ কৰি জেল-জৰিমনা কৰা হয়। ইংৰাজে সাম্প্ৰদায়িক বাটোৱাৰা কৰি ভাৰতক খণ্ড-বিখণ্ড কৰিবলৈ ১৯৩১ চনত যি ফন্দি পাতিছিল তাৰ প্ৰতিবাদ কল্লে ১৯৩২ চনত পুনৰ আইন অমান্য আন্দোলন আৰম্ভ হোৱাত নগাৱঁতো তাৰ প্ৰতিধ্বনি হৈ ভালেমান লোক পুনৰ জেললৈ গৈছিল। ১৯৪০ চনত যুদ্ধ-বিৰোধী ধ্বনি কৰি সত্যাগ্ৰহ কৰা ক্ষেত্ৰতো ভালে কেইজন নিষ্ঠাবান লোকে কাৰাবৰণ কৰিছিল।



১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে বোম্বাই চহৰৰ গোৱালিয়ৰ টেংক ময়দানত নিখিল ভাৰত কংগ্ৰেছে মাত্ৰ দুঘণ্টা আলোচনা কৰি যুগান্তকাৰী 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিচত ৯ তাৰিখে প্ৰত্যুষতে গান্ধীজীকে আদি কৰি সকলো নেতাকে গ্ৰেপ্তাৰ কৰা হ'ল। এই বাতৰি বিজুলি বেগেৰে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে বিয়পি পৰাৰ লগে লগে গোটেই ভাৰততে মুক্তি আন্দোলনৰ ভেৰি বাজি উঠে।

নগাওঁ জিলাই '৪২ চনৰ আন্দোলনত অসমৰ ভিতৰত সকলোতকৈ আগভাগ লৈছিল। পাকিস্থানী ধ্বনি তুলি মুছলিম লীগে আৰু সাম্ৰাজ্যবাদী যুদ্ধখনক জন-যুদ্ধৰ আখ্যা দি কমিউনিষ্ট পাৰ্টীয়ে দেশদ্ৰোহিতা কৰি বিৰুদ্ধে থাকিলেও তেওঁলোকক ঘৃণাৰ চকুৰে চাই জিলাখনত সুপ্ত সিংহ জাগৰিত হৈ উৎসাহৰ জোঁৱাৰ বাগৰি গৈ ঐক্যবদ্ধভাৱে স্বাধীনতা যুদ্ধত জপিয়াই পৰে। কলিয়াবৰ, বাৰপূজীয়া, বৰহমপুৰ, কামপুৰ, হাতীচোং, ঢিং, বহা, কপাহেৰা, ৰূপহী, জাগী, মৰিগাওঁ আদি অঞ্চলে এই আন্দোলনত প্ৰধান অংশ গ্ৰহণ কৰিছিল। এইবোৰ অঞ্চলত মানৰ আক্ৰমণৰ দৰেই বৃটিছৰ অত্যাচাৰত চাৰিওফালে হা-হুমুনিয়াহৰ সৃষ্টি হৈছিল। সেই সময়তে গোটেই নগাওঁ জিলাত কুৰি হেজাৰৰো অধিক স্বেচ্ছাসেৱক দেশৰ কলঙ্কিত অধ্যায়ৰ অৱসান ঘটাবলৈ সাজু হৈ আহিছিল।

২৬।৮।৪২ তাৰিখে আবেলি বেবেজিয়াৰ দলঙৰ তলত জোপলৈ থাকি মিলিটেৰীয়ে ৺হেমৰাম বৰা আৰু ৺কলাই কোচক গুলী কৰি বধ কৰে। তাৰ পিচদিনা বেবেজিয়াৰপৰা প্ৰায় পাঁচশ মুনিহ-তিৰোতাক ঘৰ বেবাদি জোৰ কৰি নগাওঁ চহৰলৈ খোজ কঢ়াই আনি অত্যাচাৰ কৰাৰ ফলত বাটতে এগৰাকী গৰ্ভৱতী তিৰোতাই প্ৰসৱ কৰে।

২৮ আগষ্ট তাৰিখে মহাত্মাজীৰ প্ৰকৃত শিষ্য কৰ্ত্তব্যপৰায়ণ বাৰপূজীয়াৰ তিলক ডেকাই মিলিটেৰীৰ গুলীলৈ ভ্ৰূক্ষেপ নকৰি নিশ্চিত মৃত্যুকে সাৱটি ধৰি "মোৰ কৰ্ত্তব্য মই কৰিম" বুলি বিপদ-শিঙা ফুঁকি নিৰ্ম্মমভাৱে গুলীৰ আঘাতত স্বৰ্গগামী হয়। দেশৰ হকে শ্বহীদ হোৱা নগাঁৱৰ পাঁচজন বীৰ সন্তানৰ সন্মানাৰ্থে ১৬।৯।৪২ তাৰিখে গোটেই জিলাতে 'পঞ্চবীৰ দিবস' পালন কৰা দিনটোত নগাৱঁৰ বিভিন্ন ঠাইত লাঠি চালনা কৰি বহুতক চিৰকালৰ কাৰণে ঘুণীয়া কৰাৰ উপৰি সেই দিনাই প্ৰায় দুশজনক কাৰাৰুদ্ধ কৰা হয়। ১৮ চেপ্তেম্বৰৰ দিনা বৰহমপুৰৰ বৰচাপৰিত শান্তি-সৈন্যৰ শিবিৰত কুৰিমান

চাউলৰ বৰভোজ মিলিটেৰীৰ গুলীত কেঁচা তেজেৰে ৰাঙলি কৰাত "'জয় মহাত্মা গান্ধী" বুলি ষাঠী-বছৰীয়া বুঢ়ী আই ভোগেশ্বৰী ফুকননী বিপ্লৱ নৈৰ কোবাল সোঁতত পৰি ধৰাশায়ী হয়। ছকুলডুক্কা যৌৱন দেশৰ হকে বিসৰ্জ্জন দি শ্বহীদ লক্ষী হাজৰিকাই জেপত থকা মাত্ৰ ছয়টি পয়চাও মৃত্যুৰ আগ-মুহূৰ্ত্তত দান দি যায়। উদ্যোগী ডেকা ঠগীৰাম সুতে তেওঁৰ হাতত থকা নিজৰা কলমটিকে ৰাইজলৈ শেষ অৰিহণা স্বৰূপে আগবঢ়াই দিয়ে। সেই দিনা বৰহমপুৰত মিলিটেৰীৰ গুলীত নিহত হোৱা অন্যজন ডেকা আছিল বলোৰাম সুত।

১৯৪২ চনৰ আগষ্ট আন্দোলনত নগাওঁ জিলাৰ বিভিন্ন ঠাইৰপৰা দিনে ৭০।৮০ জনকৈ মানুহ নিষ্পেষণ কৰি আনি জেলত ভৰোৱাত মাত্ৰ ৩।৪ শ জন আটক ৰাখিবৰ সুবিধা থকা জেলখনত শুবলৈ বিচনা আৰু খাবলৈ কাঁহি-বাতিৰো অভাৱ হোৱাত বহুতেই মাটিতে পৰি থাকিবলগীয়া হৈছিল আৰু একোখন কাঁহিতে ৫।৬ জন ৰাজনৈতিক বন্দীয়ে সলনাসলনিকৈ ভাত খাবলগীয়া হৈছিল। ইয়াৰ ফলত দিনে ৪০।৫০ জন লোকক কাৰাবাস দি অসমৰ বিভিন্ন জেলসমূহ নগঞা বন্দীৰে ঠাহ খাই পৰিছিল। এই আন্দোলনৰ ফলত নগাওঁ জিলাত তিনি হেজাৰৰো অধিক লোকক বন্দী কৰা হৈছিল। ইয়াৰ বহুগুণে বেছি লোকক থানালৈ আনি মুচুলুকা লৈ কংগ্ৰেছ আন্দোলনত নথকা প্ৰতিশ্ৰুতিত মুকলি কৰি দিয়া হৈছিল। ২৪।২।৪৩ তাৰিখে যোৰহাট জেলত ৰাজনৈতিক বন্দীসকলৰ ওপৰত লাঠী চালনা কৰাত নগাৱঁৰ এশজনতকৈ অধিক লোক আহত হয়। গোটেই ভাৰতত সেই আন্দোলনৰ কালত পয়ষষ্টি হেজাৰ লোকক কাৰাদণ্ড বিহা হৈছিল বুলি জনা যায়। নিহতৰ সংখ্যা ১১০০ আৰু ১৬০০ জন আহত হৈছিল। ১৯৪৩ চনৰ ৯ আগষ্টত পুনাৰ বিখ্যাত সৰ্ব্বভাৰতীয় সত্যাগ্ৰহতো নগাৱঁৰ দুজন কৰ্ম্মীয়ে যোগদান কৰি যাৰবেদা জেলত কাৰাদণ্ড ভোগ কৰে।

নগাওঁ জিলাত ১৯২১ চনৰপৰা ১৯৪৩ চনলৈকে এশ বাৰতকৈ অধিক লাঠী চালনা কৰাৰ ফলত প্ৰায় ডেৰ হাজাৰজন লোক আহত হৈছিল। তাৰ ভিতৰত চিৰকালৰ কাৰণে ঘুণীয়া হোৱা লোকৰ সংখ্যা চাৰিশৰো অধিক। ১৯৪২ চনত এই জিলাত চাৰি ঠাইত গুলী চালনা কৰা হৈছিল।

নগাওঁ জিলাৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীৰ লগত ওতঃপ্ৰোতভাৱে ১৯২১ চনৰপৰা ১৯৪৭ চনলৈকে একাণপতীয়াকৈ নিঃস্বাৰ্থভাৱে লাগি থকা



সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ ৺লোকসেৱক হলধৰ ভূঁঞাৰ নাম সকলোৰে ওপৰত। তেখেতৰ ত্যাগ, নিষ্ঠা আৰু নিৰ্ভিকতাৰ বাবেই প্ৰকৃততে ভাৰতীয় কংগ্ৰেছৰ দ্বাৰা পৰিচালিত আটাইকেইটা আন্দোলনতে নগাওঁ জিলাই ত্যাগৰ ক্ষেত্ৰত শীৰ্ষস্থান অধিকাৰ কৰিব পাৰিছিল।*

* শহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# হাইলাকান্দিত স্বাধীনতা আন্দোলন

**শ্ৰীসন্তোষকুমাৰ ৰায়**

হাইলাকান্দি এখন সৰু মহকুমা হ'লেও অসহযোগ আন্দোলনত ইয়াৰ কংগ্ৰেছ কৰ্ম্মীসকলে যোগদান দি জনসাধাৰণক স্বাধীনতা আন্দোলনত নিজ নিজ বৰঙণি দিবলৈ আহ্বান কৰিছিল। এইসকলৰ ভিতৰত শ্ৰীসনৎকুমাৰ দাস, শ্ৰীসনৎকুমাৰ দত্ত চৌধুৰী, শ্ৰীমহিম বিশ্বাসৰ নাম উল্লেখযোগ্য। তেওঁলোকে গাৱেঁ-গাৱেঁ সভা-সমিতি পাতি বিদেশী বস্তু বৰ্জ্জন কৰিবলৈ আহ্বান কৰিছিল। ছাত্ৰসকলে স্কুল বৰ্জ্জন কৰি আন্দোলনত যোগদান দিছিলহি। ৺হৰেন্দ্ৰকুমাৰ পাল আৰু অন্য ছাত্ৰসকলে হাইলাকান্দিলৈ খদ্দৰ আনি বিক্ৰী কৰাৰ বন্দোৱস্ত কৰি বিলাতী কাপোৰ বৰ্জ্জন কৰা আৰু খাদী প্ৰচলনৰ চেষ্টা কৰিছিল। শ্ৰীআব্দুৰ ৰহমান মজুমদাৰ, শ্ৰীমুখতাৰ আলি লস্কৰ আৰু ৺হৰেন্দ্ৰকুমাৰ পাল আদি যুৱকসকলে সূতা কটা আৰু কাপোৰ বোৱাৰ প্ৰচাৰ গাৱেঁ-গাৱেঁ চলাইছিল আৰু ৰাঙাউটিত ইয়াৰ কেন্দ্ৰ খুলিছিল। তেওঁলোকৰ আহ্বানত অনেক মহিলাই তেওঁলোকৰ বিলাতী কাপোৰ অগ্নিদাহ কৰিছিল। সভা-সমিতি, পিকেটিঙৰ কাৰণে ভাং আৰু মদৰ দোকানবোৰ ৰাইজে বৰ্জ্জন কৰিছিল। ইয়াৰ বাবে পুলিচৰ অত্যাচাৰ সহ্য কৰিব লগা হৈছিল। বহুত লোকে চৰকাৰী কাৰ্য্যালয় বৰ্জ্জন কৰিছিল।

হাইলাকান্দিৰ মুছলমানসকলে খিলাফত্ আন্দোলনত জপিয়াই পৰিছিল। এই দুয়োটা আন্দোলনতে উমৰ আলি, মহছিন আলি, শ্ৰীমজৰফ আলি চৌধুৰী, শ্ৰীমুচাব্বীৰ আলি বৰভূঁঞা, ৺গুৰুচৰণ দাস, ৺ৰমণচন্দ্ৰ শৰ্ম্মা পুৰকায়স্থ আদি নেতৃত্ব বহন কৰা লোকসকলক গ্ৰেপ্তাৰ কৰে। এওঁলোকৰ কেইজনমানক দোষী সাব্যস্ত কৰি শাস্তি দিয়ে। হাইলাকান্দিৰ লোকসকলে হাৰবাৰ্টগঞ্জৰ বজাৰখন বৰ্জ্জন কৰে আৰু ৰাঙাউটিত 'খিলাফত বজাৰ' নামেৰে এখন নতুন বজাৰ বহুৱায়। বনিয়াচোঙৰ শ্ৰীহেম সেন আৰু শ্ৰীসুশীল সেন নামৰ অসহযোগ আন্দোলনৰ দুজন কৰ্ম্মীক গ্ৰেপ্তাৰ কৰে আৰু অন্তৰীণ কৰি ৰাখে।

আইন অমান্য আন্দোলনতো ছাত্ৰসকলে বিশেষ ভূমিকা গ্ৰহণ কৰে। শ্ৰীননীগোপাল চৌধুৰী, শ্ৰীঅপূৰ্ব্বকুমাৰ বিশ্বাস, শ্ৰীগুৰুপ্ৰসন্ন ৰায় আদি কৰি



ছাত্ৰসকলে মদৰ মহল, ভাঙৰ মহল, স্কুল আদিৰ আগত পিকেটিং কৰিছিল আৰু নিজে স্কুল এৰি দি সভা-সমিতি পাতি জন-জাগৰণত সহায় কৰিছিল। ইয়াৰ ফলত তেওঁলোকে পুলিচৰ অত্যাচাৰ সহ্য কৰিব লগাত পৰিছিল।

আন্দোলনত সহায় কৰিবৰ কাৰণে শ্ৰীসদয়গোবিন্দ দাস, শ্ৰীননীগোপাল চৌধুৰী, শ্ৰীবিপিনচন্দ্ৰ নাথ, ৺দেবেন্দ্ৰ দত্তগুপ্ত, শ্ৰীনৃপেন্দ্ৰ দত্ত, শ্ৰীবিভূতি গাঙ্গুলি, শ্ৰীৰাকেশচন্দ্ৰ দে, ৺উপেন্দ্ৰচন্দ্ৰ পাল, শ্ৰীবিমলাকান্ত দাস, শ্ৰীযতীন্দ্ৰমোহন দেৱ, ৺সত্যনাৰায়ণ বিশ্বাস আৰু ৺গোপালচন্দ্ৰ মহন্তক শিলচৰ, চিলেট, হবিগঞ্জ আদি ঠাইলৈ পঠোৱা হৈছিল। তেওঁলোক গ্ৰেপ্তাৰ হৈছিল আৰু কাৰাদণ্ড বৰণ কৰিব লগা হৈছিল।

১৯৪২ চনত কাছাৰ জিলা কংগ্ৰেছ কমিটীৰ সভাপতি ৺অৰুণকুমাৰ চন্দ্ৰৰ নেতৃত্বত 'ভাৰত ত্যাগ' আন্দোলনত সঁহাৰি দি হাইলাকান্দিৰ কংগ্ৰেছ কৰ্ম্মীসকলে দলে দলে যোগ দিছিল।

এই আন্দোলনৰ ব্যাপকতাৰ কাৰণে শ্ৰীসদয়গোবিন্দ দাস আৰু দেবেন্দ্ৰ দত্তগুপ্তই নগৰে চহৰে সভা-সমিতি পাতি ফুৰিছিল। শ্ৰীসদয়গোবিন্দ দাস আৰু দেবেন্দ্ৰ দত্তগুপ্তক তেওঁলোকৰ কামৰপৰা বিৰত ৰাখিবৰ কাৰণে অন্তৰীণ কৰি ৰাখে আৰু শ্ৰীশচীন্দ্ৰকুমাৰ ৰায়চৌধুৰীক গ্ৰেপ্তাৰ কৰি শিলচৰ জেলত ৰাখে। হাইলাকান্দিৰ ছাত্ৰসকলেও এই আন্দোলনত স্কুল আদি এৰি যোগদান দিছিল। তেওঁলোকৰ ভিতৰত শ্ৰীৰাতিৰ আলি বৰভূঁঞা আৰু শ্ৰীসুনীলকান্ত দেৱৰ নাম উল্লেখযোগ্য। এই আন্দোলনত ভালেমান ছাত্ৰই পুলিচৰ হাতত লাঞ্ছিত হ'ব লগা হৈছিল। আনকি কিছুমান ছাত্ৰক আন্দোলন দমন কৰাৰ অৰ্থে কিছু কিছু দিনলৈ জেলত ৰাখি আটক কৰি ৰাখিছিল। অৰুণকুমাৰ চন্দ আৰু নেতাসকলৰ সংগঠনৰ কাৰণে স্বাধীনতা আন্দোলন দিনে দিনে শক্তিশালী হ'বলৈ ধৰিলে। ছাত্ৰ আৰু কংগ্ৰেছ কৰ্ম্মীসকলে চৰকাৰী অফিচ, ভাং আৰু মদৰ মহল আদিৰ সন্মুখত পিকেটিং কৰিবলৈ ধৰিলে আৰু সভা-সমদল যাত্ৰা আদি ঠায়ে ঠায়ে হব'লৈ ধৰিলে। এই কামত লিপ্ত হোৱা বাবে শ্ৰীননীগোপাল চৌধুৰী, শ্ৰীব্ৰজবাসীলাল নাথ, ৰাজেন্দ্ৰচন্দ্ৰ শীল, শ্ৰীগুৰুপ্ৰসন্ন ৰায়, শ্ৰীৰসৰাজ নাথলস্কৰ, শ্ৰীধীৰেন্দ্ৰচন্দ্ৰ পাল, শ্ৰীপঙ্কজ দে, শ্ৰীপ্ৰফুল্ল সিংহ, শ্ৰীঅপূৰ্ব্বকুমাৰ বিশ্বাস, শ্ৰীফাইজুৰ ৰহমান লস্কৰ, শ্ৰীনিশিকান্ত শৰ্ম্মা, শ্ৰীনৰকিশোৰ নাথ, শ্ৰীঅতুলকুমাৰ বিশ্বাস, শ্ৰীধৰণীধৰ চৌধুৰী, শ্ৰীহাবমুজ আলি বৰভূঁঞা, শ্ৰীবিনোদবিহাৰী সিংহ আদি অনেকক পুলিচে হাৰাশাস্তি কৰে। তেওঁলোকৰ

ভিতৰত শ্ৰীবিনোদবিহাৰী সিংহ আৰু শ্ৰীনৰকিশোৰ নাথক হাজোতত আটক কৰি ৰাখে।

হাইলাকান্দি এখন এচুকত থকা অঞ্চল হলেও স্বাধীনতা আন্দোলনত ইয়াৰ জনসাধাৰণৰ ভূমিকা উল্লেখনীয়। ইয়াত মাত্ৰ কেইটামান প্ৰধান ঘটনাহে উল্লেখ কৰা হৈছে আৰু আটাইকেইটা আন্দোলনৰ লগত জড়িত লোকসকলৰ নাম ইয়াত দিবপৰা হোৱা নাই। *

* শ্বহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# খিলাফত আন্দোলন

**শ্ৰীআব্দুল মতলিব মজুমদাৰ**, এম-এ, বি-এল

খলিফা মানে হজৰত মহম্মদৰ (তেওঁ যেন আশীৰ্ব্বাদ কৰে) উত্তৰাধিকাৰী। যেতিয়ালৈকে মহম্মদ জীৱিত আছিল, তেওঁ গঠন কৰা সাম্ৰাজ্যৰ ভিতৰত সকলোৱে তেওঁকে মুছলমানৰ ভৌতিক আৰু আধ্যাত্মিক বিষয়ৰ মুৰব্বী হিচাবে গ্ৰহণ কৰিছিল আৰু মানিছিল। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ চাৰিজন সঙ্গীয়ে এজন এজনকৈ তেওঁৰ উত্তৰাধিকাৰী হিচাবে সেই আসনত অধিষ্ঠিত হৈছিল। মহম্মদক গ্ৰহণ কৰাৰ দৰেই তেওঁলোককো ভৌতিক আৰু আধ্যাত্মিক মুৰব্বী হিচাবে সকলোৱে গ্ৰহণ কৰিছিল। তেওঁৰ উত্তৰাধিকাৰী সকলকো খলিফা হিচাবেই ইছলাম জগতত গ্ৰহণ কৰা হৈছিল আৰু সেই সাম্ৰাজ্য শাসন কৰিছিল। হজৰত মহম্মদৰ দৰেই এই পিচৰ খলিফাসকলে একে আনুগত্য আৰু সন্মান পাইছিল। পিচলৈ যেতিয়া মুছলমান সাম্ৰাজ্য আৰবৰ বাহিৰতো সম্প্ৰসাৰণ হ'ল এই খালিফত প্ৰধান কেন্দ্ৰৰ স্থানৰো পৰিবৰ্ত্তন হ'ল। কিছু বছৰ এই কেন্দ্ৰ বাগদাদত আৰু পিচত তুৰস্ক সাম্ৰাজ্যৰ ৰাজধানী কন্‌ষ্টাণ্টিনোপললৈ নিয়া হ'ল। খিলাফত আন্দোলনৰ মূল কেন্দ্ৰ আৰু প্ৰধান স্থান আৰব সমতল ভূমিৰ বাহিৰত থাকিলেও পৃথিৱীৰ বিভিন্ন অঞ্চলত থকা মুছলমানসকলে ইছলামৰ খলিফাৰ ওচৰত অনুগত আছিল। প্ৰথম মহাসমৰৰ সময়ৰ কিছু কালৰ আগৰেপৰা তুৰস্কৰ চুলতান সমগ্ৰ পৃথিৱীৰ মুছলমানসকলৰ খলিফা আছিল।

প্ৰথম মহাসমৰৰ আগৰেপৰা বৃটিছ বুৰ্জ্জোৱাসকলৰ ভাৰত-বিৰোধী কাৰ্য্য-কলাপৰ কাৰণে এক অসন্তুষ্টিৰ ভাব পৰিলক্ষিত হৈছিল। যুদ্ধৰ পিচৰপৰা আৰু কিছুমান ঘটনা লগ লাগি ভাৰতৰ জনগণৰ মন আৰু বিষাক্ত কৰি তুলিলে। ১৯২০ চনৰ বিভাজন সন্ধিয়ে ( Treaty of Severes ) তুৰস্ক সাম্ৰাজ্য খণ্ড-বিখণ্ড কৰি পেলালে। প্ৰথম মহাসমৰৰ আগৰেপৰাই ইছলাম জগতৰ খলিফা হিচাবে সমগ্ৰ বিশ্বৰ ইছলাম ধৰ্ম্মাবলম্বী লোকে তুৰস্কৰ সম্ৰাটৰ প্ৰতি

অনুগত আছিল আৰু সন্মান কৰিছিল ; সেই তুৰস্কৰ বিভাজনৰ কথাই সকলোৰে মনত অসন্তুষ্টিৰ ভাব সৃষ্টি কৰিলে। স্বদেশী আন্দোলনত বঙ্গদেশৰ যুৱকসকলৰ ত্যাগৰ আদৰ্শত ভাৰতীয় মুছলমানসকল আকৰ্ষিত হৈছিল আৰু তুৰস্কৰ সাম্ৰাজ্য খণ্ড-বিখণ্ড কৰি তাৰ খলিফাক অপসাৰণ কৰি বৃটিছে কৰা প্ৰতিজ্ঞা-ভঙ্গ কাৰ্য্যক তেওঁলোকে হৃদয়ঙ্গম কৰিলে। ৰাজনৈতিক পৰিৱেশ বৃটিছ-বিৰোধী ভাবেৰে পৰিপূৰ্ণ হ'ল। মহাত্মাজীয়ে হিন্দু-মুছলমানৰ ঐক্য স্থাপনৰ কাৰণে এই সুবিধা গ্ৰহণ কৰিলে, আচলতে দেশমাতৃকাৰ মুক্তিৰ কাৰণে জাতি, বৰ্ণ, ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোকে একমুঠ কৰিলে। বিভাজন সন্ধি কৰাৰ পিচৰেপৰা খিলাফত আন্দোলন আছিলেই আৰু সৰ্ব্বভাৰতীয় নেতা মৌলানা হুছেইন আহম্মদ মাদানি, মৌলানা আবুল কালাম আজাদ, সৰ্ব্বজনবিদিত আলি ভাতৃদ্বয় আৰু শ শ লোকে মহাত্মা গান্ধীৰ নেতৃত্ব মানি ললে আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ দ্বাৰা আৰম্ভ কৰা জাতীয় আন্দোলনৰ শক্তি বৃদ্ধি কৰিলে। খিলাফত আন্দোলন সৰ্ব্বব্যাপ্ত হ'ল। সকলো মতবাদৰ লোকেই ভাৰতীয় জাতীয় কংগ্ৰেছৰ কাৰ্য্যত সহযোগ কৰিলে, চৰকাৰে কৰা দমন কাৰ্য্য মূৰ পাতি ললে আৰু জেললৈ গ'ল। ভাৰতৰ স্বৰাজ প্ৰাপ্তিৰ ক্ষেত্ৰত ভাৰতৰ বিভিন্ন গোষ্ঠীৰ মাজত কোনো পাৰ্থক্য নাছিল। কৰ্তৃপক্ষক অৱমাননা কৰা ক্ষেত্ৰত জাতি, ধৰ্ম্ম নিৰ্ব্বিশেষে, সকলো স্বেচ্ছাসেৱক সন্মাই যোগদান কৰিছিল আৰু সভা, শোভাযাত্ৰাত অংশ গ্ৰহণ কৰিছিল। মেজিষ্ট্ৰেটে চিলেট জিলাৰ কানাইঘাটত এখন সভা ভাঙি দিয়াৰ উদ্দেশ্যে গুলী চলাবলৈ আদেশ দিছিল। সেই কানাইঘাটৰ গুলী চালনাৰ কথা এতিয়াও মনৰপৰা মাৰ যোৱা নাই। বৃটিছ চৰকাৰে কৰা খিলাফত-বিৰোধী কাৰ্য্যৰ প্ৰতিবাদ জনাবলৈ অনেক অঞ্চলৰ লোকে এখনকৈ ৰাজহুৱা সভা পাতিছিল। ভালেমান স্বেচ্ছাসেৱকৰ ওপৰত গুলী চলোৱা হৈছিল আৰু সেই গুলী চালনাত শ শ লোক ঘূণীয়া হৈছিল। গোটেই অসম আৰু অন্যান্য ঠাইৰ স্বেচ্ছাসেৱকসকলক জেলত দিয়া হৈছিল। হুকুম অৱমাননাৰ কাৰণে অন্য সকলৰ লগতে চিলেট জিলাৰ এইসকলেও ফাটেক খাইছিল—কৰিমগঞ্জৰ প্ৰাক্তন সংসদী সদস্য শ্ৰীসুৰেশচন্দ্ৰ দেৱ, হাইলাকান্দিৰ মহসীন আলি, শ্ৰীজোনাব মশাব্বীৰ আলি বৰভুঁঞা, জোনাব মজফৰ আলি লস্কৰ, প্ৰাক্তন কাউন্সিলৰ সদস্য সনৎকুমাৰ দাস, চিলেটৰ প্ৰাক্তন বিধানসভাৰ সদস্য জোনাব ইব্ৰাহিম আলি চৌতালি, প্ৰাক্তন মন্ত্ৰী মৌলানা আব্দুল ৰছিদ।



ইমান দিনৰ পিচত ভাৰতত খিলাফত আন্দোলনত অংশ গ্ৰহণ কৰা স্বেচ্ছাসেৱকসকলৰ নাম আৰু কাৰাবৰণ কৰাসকলৰ নাম মনত পেলোৱা সম্ভৱ নহয়। যি সময়ত সমগ্ৰ দেশেই বিদেশী শাসনৰ বিপক্ষে জাগ্ৰত হৈছিল, সেই সময়ত বিদেশী শাসনৰপৰা দেশখন মুক্ত কৰা কাৰ্য্যত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা খিলাফত্ আন্দোলনে বিশিষ্ট স্থান অধিকাৰ কৰে।*

---

* শ্বহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত।

# বিভিন্ন জিলাত হোৱা গুলীচালনা*

**ঢেকিয়াজুলি ঃ**

১৯৪২ চনৰ ২০ চেপ্তেম্বৰ তাৰিখে চতিয়া, বৰবিল, নাহৰবাৰী, জহামাৰী আদি গাৱঁৰ ৫।৬ হেজাৰ লোক সমবেত হৈ ঢেকিয়াজুলি পুলিচ থানাত জাতীয় পতাকা তুলিবলৈ আহিছিল। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই এই কথা জানি সশস্ত্ৰ পুলিচ মজুত ৰাখিছিল। পুলিচ বিষয়াই সমদল যাত্ৰাৰ উদ্দেশ্য জানিব পাৰি প্ৰথমেই লাঠী চালনা কৰিবলৈ হুকুম দিলে। হুলস্থুলৰ মাজতেই গোলোক নেওগ আৰু মনবৰ নাথ পুলিচ থানাৰ চৌহদলৈ কেনেবাকৈ সোমাই থানাৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰিলে। পুলিচে তৎক্ষণাত গুলী চালনা কৰি মনবৰ নাথক আঘাত কৰি বাটলৈ উলিয়াই পেলাই দিলে। লগৰে গোলোক নেওগক মাকে গুলীৰপৰা ৰক্ষা কৰাৰ উদ্দেশ্যে আবৰি ধৰোঁতে এটা গুলী মাকৰ গাতো লগাত বাগৰি পৰিল। মহীৰাম কোঁচ নামৰ এজনে থানাৰ চৌহদৰ ভিতৰত পৰি থকা পতাকাখন আনিবলৈ যাওঁতে তেওঁকো গুলীয়াই নিহত কৰা হ'ল। নিৰ্ব্বিচাৰে গুলী কৰিবলৈ ধৰাত মানুহ যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। থানাৰ পুবফালে এখন দলং আছিল আৰু সেই বাটটোৰেই একমাত্ৰ খোলা আছিল। পলাই যোৱা মানুহবিলাকক সেই দলংখনৰ তলত লুকাই থকা ময়মনচিঙিয়া কিছুমানে অমানুষিকভাৱে মাৰধৰ কৰে। মুঠতে সেই সময়ত ২৯ জঁাই গুলী এৰা হৈছিল।

**সেইদিনা মৃত্যুহোৱা লোকসকল হ'ল—**

১। মনবৰ নাথ—আলিবাটত মৰিল। ২। মণি কছাৰী—থানাৰ কাষতে গুলীৰ আঘাত পায়। ৩। ৰতন কছাৰী—এগৰাকী লোকক লাঠীৰ প্ৰহাৰৰ পৰা ৰক্ষা কৰোতে। ৪। তিলেশ্বৰী কোচ—গুলী লাগে কিন্তু নন্দীৰাম ভূঞাই বোকোচাত কৰি লৈ যাওঁতে ময়মনচিঙিয়াই মাৰধৰ কৰে। ৫। কুমলী নাথ—পুতেকক বচাবলৈ আবৰি ধৰোঁতে গুলী লাগে। ৬। মহিৰাম কোঁচ—পতাকাখন থানাৰ চৌহদৰপৰা আনিবলৈ যাওঁতে গুলী লাগে। ৭। মঙ্গল কুৰ্ম্মী—থানাৰ-পৰা এমাইলমান দূৰৈতে ৪ দিনৰ মূৰত মৃত অৱস্থাত পোৱা হয়। ৮। খহিলী নাথ ৯। দয়াল পানিকা ১০। সোমনাথ চুতীয়া ১১। এজন সাধু ১২। এজন ভিক্ষাৰী ১৩। লেবেলা কছাৰী।



**গুলীৰ আঘাত পোৱা লোকসকল হৈছে—**

১। মণি কছাৰী ২। কুণ্ডা কছাৰী ৩। ভোলা নাথ ৪। ভোগী নাথিনী ৫। কলীদৈ নাথিনী ৬। মেদিৰ নাথিনী ৭। গোলাপী নাথিনী ৮। তুলাই নাথিনী ৯। চন্দ্ৰ নাথ ১০। দৰিকী নাথিনী ১১। হেৰাং বড়ো ১২। ৰাজেন্দ্ৰপ্ৰসাদ বসুমাতাৰী ১৩। ভোগাই নাথ ১৪। গোপী কোচ ১৫। জয়ৰাম নাথ ১৬। কমলাকান্ত দাস ১৭। মায়াকিশোৰ ঠাকুৰীয়া ১৮। নৰেশ্বৰ পিয়ন ১৯। গোবৰধন দাস ২০। দয়াৰাম নাথ ২১। মইনা কছাৰী ২২। ৰামচৰণ গোৱালা ২৩। ৰাম ভূঞা।

[ এই তালিকাত দিয়াতকৈ আৰু অধিক লোক হতাহত হৈছিল। কিন্তু সকলোৰে নাম ইয়াত দিয়া কঠিন হ'ল কাৰণ ভালকৈ অনুসন্ধান কৰাৰ সুবিধা নহ'ল। ]

**বৰহমপুৰৰ গুলীচালনা**

১৯৪২ চনৰ ১৮ চেপ্তেম্বৰ তাৰিখে বৰহমপুৰৰ ৰাইজে পুলিচৰ হাতৰপৰা শান্তিসেনা শিবিৰটো কাঢ়ি ললে আৰু দিনটো উদযাপনৰ কাৰণে এটা ভোজ পাতিলে। ঠিক খোৱাৰ সময়তেই মিলিটেৰীৰ দল এটা উপস্থিত হ'লগৈ। বিশেষ মেজিষ্ট্ৰেট মিঃ ভি-এইচ-ৰুজে আই-চি-এচ-ক প্ৰতাপচন্দ্ৰ শৰ্ম্মা বি-এল দেৱে বুজাই কলে যে ৰাইজে প্ৰসাদ খোৱা শেষ হ'লেই তাৰপৰা শান্তিপূৰ্ণভাৱে সকলো গুচি যাব। মিঃ ৰুজেই কিছু সময় কেপ্তেইন ফিনিচৰ লগত কথা পতাৰ পিচতেই প্ৰতাপ শৰ্ম্মাকে ধৰি এঘাৰজনক গ্ৰেপ্তাৰ কৰি এখন মিলিটেৰী ভেনত তুলি আঁতৰলৈ লৈ গ'ল। তাৰ পিচতে তাত থকা মানুহৰ ওপৰত গোৰ, লাঠীৰে প্ৰহাৰ কৰিবলৈ ধৰিলে, প্ৰসাদ লণ্ড-ভণ্ড কৰিলে। মানুহৰ মন ক্ষুণ্ণ হ'ল। তেওঁলোকে 'বন্দে মাতৰম্' ধ্বনি তুলিলে।

'বন্দে মাতৰম্' ধ্বনি শুনি ওচৰৰ গাৱঁৰপৰা মানুহ আহিবলৈ ধৰিলে। শ্ৰীমতী ৰত্নবালাই হাতত জাতীয় পতাকা লৈ নেতৃত্ব বহন কৰিলে, লগত আছিল মাক ভোগেশ্বৰী ফুকননী। মিলিটেৰীয়ে দলটোক বাধা দিবৰ কাৰণে আগবাঢ়ি গ'ল। ভীষণ টনা-আজোৰা কৰি ৰত্নবালাৰপৰা পতাকাখন মিঃ ফিনিচে কাঢ়ি লৈ জনতাৰ ওপৰত ৰিভলভাৰ উলিয়াই গুলী চলাবলৈ ধৰিলে। গুলী চালনাত তলত নাম দিয়াসকলে মৃত্যু বৰণ কৰিলে আৰু আহত হ'ল—

নিহত ঃ ১। লক্ষ্মীকান্ত হাজৰিকা ২। ঠগীৰাম সুত ৩। বলোৰাম সুত ৪। ভোগেশ্বৰী ফুকননী।

আহতঃ ১। হলিৰাম হাজৰিকা ২। চকিৰাম নাথ ৩। ডম্বৰুধৰ বৰুৱা ৪। ভেলেউৰাম নাথ।

[ সাধাৰণ আঘাত পোৱা লোকৰ সংখ্যা ৯২ জনমান হ'ব বুলি চিকিৎসক দলে বতৰা দিছিল। ]

**বেবেজিয়াত গুলীচালনা**

১৯৪২ চনৰ ২৫ আগষ্ট তাৰিখে ৰাতি কোনোবা অচিনাকি লোকে বেবেজিয়াৰ দলঙৰ কিছুমান কাঠৰ পাত পুৰি পেলায়। পিচদিনা ছুপৰীয়া এদল পুলিচ আৰু এদল মিলিটেৰী সেই গাৱঁত উপস্থিত হৈ আক্ৰমণ কৰিলে। এই আক্ৰমণে অনেকৰ ঘৰৰ বেৰা-দুৱাৰ ধ্বংস কৰিলে আৰু বাসিন্দাসকলৰ ওপৰত অমানুষিক অত্যাচাৰ চলালে। এনেকি এটা মিলিটেৰীয়ে বন্দুকৰ আগত থকা সঙ্গীনেৰে বেৰাত খোচ ধৰোঁতে ডম্বৰু দাস নামৰ গিৰিহঁতৰ পেটত সোমায়। শেহত প্ৰায় চাৰিশ লোকক গ্ৰেপ্তাৰ কৰে। আনকি তিনিদিনৰ আগতে প্ৰসৱ হোৱা ৰুহিণী নামৰ এগৰাকী মহিলায়ো এই গ্ৰেপ্তাৰৰ হাত সাৰিব নোৱাৰিলে। পঞ্চানন শৰ্ম্মাৰ ৮০ বছৰীয়া বৃদ্ধ শয্যাশায়ী ককায়েককো এৰি নিদিলে। শুদা গাৰে পথাৰত কাম কৰি থকা লোকক গা ঢাকি কাপোৰ এখন লবলৈও সময় নিদিলে। এইদৰেই সকলোকে পশুৰ জাক খেদি নিয়াৰ দৰে নগৰলৈ লৈ গ'ল। মৰ্ম্মন্তুদ কাহিনী যে প্ৰসৱ-বেদনাক্লিষ্ট বলোৰাম শৰ্ম্মাৰ পত্নীক খেদি লৈ যাওঁতে তেওঁ আনৰ লগত সমানে যাব নোৱাৰাৰ কাৰণে অপমান সহ্য কৰিব লগাত পৰিছিল। পাঁচ মাইল বাট এইদৰে জাক পাতি নিয়াৰ পিচত ৰীড দলঙৰ কাষত তাৰে ৯৮ জনক এৰি দিলে। সেইদিনা গোটেই দিনে-নিশাই এটা খুদকণ আৰু এটোপা পানী নিদিয়াকৈয়ে তেওঁ-লোকক আটক কৰি থৈছিল। অনেক অনুৰোধ কৰা স্বত্বেও উপায়ুক্ত মিঃ ৰাধাবল্লভ ধৰে কোনো সহায় কৰিবলৈ অমান্তি হৈছিল। পিচদিনা ইয়াৰে ত্ৰিশজনক জেললৈ পঠায়, বাকীসকলক এৰি দিলে।

এই অমানুষিক অত্যাচাৰৰ বাতৰি পাই পিচদিনা ওচৰৰ গাৱঁৰ অনেক লোক নগৰলৈ সোঁত বৰলৈ ধৰিলে। এই নিৰপৰাধী, শান্তিপ্ৰিয় লোকসকলৰ ওপৰতো দলঙৰ তলত লুকাই থাকি মিলিটেৰীয়ে গুলী চলালে। ফলত দুজন লোকৰ থিতাতে মৃত্যু হ'ল আৰু ৬ জন আহত হ'ল। সেইসকল হৈছে—

মৃত্যুঃ ১। কলাই কোচ—( কুমাৰ গাওঁ ) ২। হেমকান্ত বৰুৱা—( হাতীগড় )।



আহতঃ ১। প্ৰদীপ শইকীয়া ( এজন ছাত্ৰ ) ২। ৰাজেন্দ্ৰৰাম কলিতা ৩। নাহৰ নাথ ৪। মোহনচন্দ্ৰ নাথ ৫। বগাইৰাম ডেকা ৬। কালিসিং ৰাজবংশী ( পিচত যক্ষ্মাৰোগত ভুগি ১৯৪৬ চনত মৃত্যু হয় )।

**জোঙালবলহু গড়ৰ গুলীচালনাঃ**

বেবেজিয়াৰ নৃশংস গুলীচালনাৰ কথা জিলাখনৰ চাৰিওফালে বিয়পি পৰিল আৰু সকলোৱে মাজত প্ৰচাৰ হ'ল যে নগাৱঁলৈ আৰু মিলিটেৰী অনাৰ ব্যৱস্থা চলিছে যাতে কংগ্ৰেছৰ আন্দোলন মষিমূৰ কৰিব পাৰি। এনে বাতৰি শুনি সকলো আতঙ্কিত হ'ল আৰু বিমোৰত পৰিল। আগন্তুক বিপদৰপৰা হাত সৰাৰ উদ্দেশ্যে যাতে গুৱাহাটীৰপৰা অত্যধিক মিলিটেৰী আনিব নোৱাৰে তাৰ বাবে নগাৱঁৰপৰা ১৬ মাইল পশ্চিমত নগাওঁ-গুৱাহাটী ৰাস্তাৰ জোঙাল-বলহু গড়ৰ ওচৰৰ দলংখন ভাঙি দিয়াৰ বাবে ৰাইজ সমবেত হ'ল। তেওঁলোক কামত লাগি থাকোঁতেই কিছুমান মিলিটেৰী তাত উপস্থিত হ'লহি আৰু কোনো জাননী নিদিয়াকৈ নিৰস্ত্ৰ লোকৰ ওপৰত গুলী চলোৱাৰ ফলত থিতাতে দুজনৰ মৃত্যু হ'ল। তেওঁলোক হৈছে—

১। হেমোৰাম পাটৰ ( বাৰপুজীয়া ) ২। গুণাভিৰাম বৰদলৈ ( দবঙ্গীয়া গাওঁ )।

আহত লোকসকল হৈছে—১। গোলোকচন্দ্ৰ ভূঁঞা ২। বনাই লালুং ৩। মোহনচন্দ্ৰ ডেকা।

**বাৰপুজীয়াৰ গুলীচালনাঃ**

জোঙালবলহু গড়ৰ ঘটনাৰ দিনাই নিশালৈ চৰকাৰী নথি-পত্ৰৰ সৈতে ৰহাৰ চাৰ্কোল অফিচটো অগ্নি-সংযোগ কৰি ভস্মীভূত কৰে। এই কাৰ্য্যাই জুইত ঘিউ ঢলাৰ দৰে হ'ল। পুলিচে বাৰপুজীয়াৰ মানুহকে এই কাৰ্য্যত লিপ্ত থকা বুলি ভাবিলে। ২৬ আগষ্টৰ নিশা এজন পুলিচ উপ-অধীক্ষকৰ তত্বাৱধানত গাওঁখন আক্ৰমণ কৰে।

বাৰপুজীয়াৰ মানুহবিলাক কংগ্ৰেছৰ অনুগত আছিল আৰু গোটেই আন্দোলনটোতে একান্ত মনে কাম কৰি গৈছিল। পণ্ডিত জৱহৰলাল নেহৰুৱে এই গাওঁখনত ১৯৩৭ চনত পদাৰ্পণ কৰে। গাওঁখনলৈ বাহিৰৰপৰা কোনো অনিষ্ট চিন্তাকাৰী লোক যোৱা বন্ধ কৰিবৰ কাৰণে এটা শান্তি-সেনাৰ দল গঠন কৰিছিল আৰু এই দলে গাওঁখনৰ প্ৰধান বাটত অনবৰত পহৰা দি

আছিল। সেই ৰাতি তিলক ডেকাৰ ওপৰত পহৰা দিয়াৰ ভাৰ পৰিছিল। নিশা একমান বজাত এটা গাওঁ আক্ৰমণ কৰা মিলিটেৰীৰ দল উপস্থিত হ'ল। তিলক ডেকাই তেওঁলোকক প্ৰত্যাহ্বান জনালে। তেওঁক তাতে গুলী কৰি হত্যা কৰা হ'ল। তেওঁৰ মূৰটো চূৰ্ণ হৈ যোৱা অৱস্থাত আৰু গাত অনেক সঙ্গীনেৰে খোচা ডাগ পোৱা গৈছিল। এনেদৰেই এজন কৰ্ত্তব্যৰত অমায়িক ডেকাৰ গৌৰৱময় জীৱনৰ অৱসান ঘটিল।

## শ্বহীদ কেগৰাকীমানৰ চমু পৰিচয়ঃ

### শ্বহীদ কনকলতা বৰুৱা

তেজপুৰৰ সকলো ঘটনাৰ ভিতৰত নিৰস্ত্ৰ মুনিহ-তিৰোতা আৰু যুৱক-যুৱতীৰ ওপৰত গহপুৰ আৰু ঢেকিয়াজুলিত হোৱা গুলী চালনা অতি হৃদয়-বিদাৰক। গহপুৰ থানাখন প্ৰধান পথৰপৰা আধা ফাৰ্লং দূৰত। ৪২ চনৰ ২০ চেপ্তেম্বৰৰ দিনা কালাবাৰীৰ ফালৰপৰা প্ৰায় ৪ হেজাৰ আৰু বৰঙাবাৰীৰ ফালৰপৰা প্ৰায় ৩।৪ হেজাৰ লোক শোভাযাত্ৰা কৰি গহপুৰ থানাত পতাকা উত্তোলন কৰিবলৈ আহিছিল। থানাৰ পশ্চিমফালে থকা গেটত কনকলতাই আৰু দহজনীমান ছোৱালীৰে চৌহদৰ ভিতৰলৈ সোমাবৰ বাবে অপেক্ষা কৰি থানাৰ ভাৰপ্ৰাপ্ত বিষয়াক শান্তিপূৰ্ণভাবে জাতীয় পতাকা তুলিবলৈ অনুমতি দিবলৈ অনুৰোধ কৰিছিল। বিষয়াজনে এক খোজো আগবাঢ়িলে গুলী কৰা হ'ব বুলি ভয় দেখুৱালে। এনেতে কেইজনমান ভিতৰত সোমাল য'বপাৰা ঘূৰি অহা সম্ভৱ নহ'ল। পুলিচে ক্ৰুষ্ট হৈ গুলী চলালে। প্ৰথম গুলীটোৱে কনকলতাৰ বুকু ভেদ কৰি গ'ল আৰু দ্বিতীয় গুলীটোৱে খৰ্গেশ্বৰ বৰুৱাৰ বাউসি ভেদ কৰি গৈ মুকুন্দ কাকতীৰ মূৰত লাগি খণ্ড-বিখণ্ড কৰি পেলায়।

এই গুলি চালনাত তলত নাম দিয়াসকল নিহত আৰু আহত হয়—

নিহত— ১। কনকলতা বৰুৱা ২। মুকুন্দৰাম কাকতি।

সাংঘাতিকভাবে জখম হয়— ১। হেম বৰুৱা ২। বগাই কচাৰী ৩। খৰ্গেশ্বৰ বৰুৱা ৪। থুলেশ্বৰ ৰাজখোৱা ৫। ভোলানাথ ভঁৰালী বৰুৱা।



### শ্বহীদ কুশল কোঁৱৰ

**সৰুপথাৰ ৰেলগাড়ী লাইনচ্যুতিৰ ঘটনাঃ**

১৯৪২ চনৰ ৯ অক্টোবৰ তাৰিখে সৰুপথাৰ ৰেল ষ্টেছনৰপৰা অলপ আঁতৰতে এখন মিলিটেৰী মালগাড়ী লাইনচ্যুত হ'ল। কেইটামান আমেৰিকান আৰু অন্য মিলিটেৰী অফিচাৰৰ মৃত্যু হয়। এই ঘটনা সংক্ৰান্তত এসপ্তাহ মানৰ ভিতৰতে সেই অঞ্চলত ধৰ-পাকৰ আৰম্ভ হ'ল। এই কাৰ্য্যত তাৰে ভগীৰাম গাওঁবুঢ়া নামেৰে এটা প্ৰতিক্ৰিয়াশীল লোকৰ সহায়ত মুঠতে ৪২ জন লোকক গ্ৰেপ্তাৰ কৰা হ'ল। যিহেতুকে স্বাধীনতা সংগ্ৰামৰ অন্যতম বীৰ কুশল কোঁৱৰ সৰুপথাৰ কংগ্ৰেছ কমিটীৰ সভাপতি আছিল আৰু তেওঁৰ কাৰ্য্যালয় তাতেই আৰু বিশেষকৈ ৯ অক্টোবৰৰ দিনা তেওঁ তাত নাছিল বুলি কৈছিল, সেই কাৰণেই তেওঁকো গ্ৰেপ্তাৰ কৰা হ'ল। এই ঘটনাত কুশল কোঁৱৰ জড়িত আছিল বুলি কোনো প্ৰমাণ কৰিব নোৱাৰিলে যদিও কেৱল ৰাজসাক্ষীৰ কথাৰ ওপৰতে গুৰু শাস্তি বহন কৰি ইতিহাসত নতুন ঘটনাৰ সৃষ্টি কৰি গ'ল।

এইসকলে শাস্তি বহন কৰিব লগাত পৰিলঃ

মৃত্যুদণ্ডঃ ১। কুশল কোঁৱৰ।

১। কনকেশ্বৰ ২। ধৰ্ম্মেশ্বৰ ডেকা ৩। ঘনশ্যাম শইকীয়াক মৃত্যু-দণ্ডৰ হুকুম দিয়া হৈছিল, কিন্তু গভৰ্ণৰে সেই হুকুম ৰহিত কৰি ১০ বছৰলৈ ফাটেক দিয়ে।

১০ বছৰকৈ কাৰাদণ্ডঃ ১। নগেন চুতীয়া ২। ইন্দ্ৰেশ্বৰ ফুকন।

তিনিবছৰ কাৰাদণ্ডঃ ১। ধৰ্ম্মেশ্বৰ গগৈ।

### শ্বহীদ ঠগী সুত

নগাওঁৰ শ্ৰীযুত কেশৰাম গাওঁবুঢ়াৰ পুত্ৰ ঠগী সুতৰ জন্ম হয় ১৯২২ চনৰ মাৰ্চ্চ মাহত। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ১৮ চেপ্তেম্বৰ তাৰিখে বৰহমপুৰ চাপৰিত এটা শান্তিপূৰ্ণ শোভাযাত্ৰাত অংশ গ্ৰহণ কৰোঁতে মিলিটেৰীৰ গুলীত ১৮ বছৰ বয়সীয়া ঠগী সুত আঘাতপ্ৰাপ্ত হয় আৰু শেষ নিশ্বাস পেলায়। তেওঁৰ পিতৃ-মাতৃ আৰু পাঁচ গৰাকী বাই-ভনী এতিয়াও জীৱিত আৰু নগাওঁৰ শিঙিয়া পোটনি মৌজাৰ বৰহমপুৰ পোটনি গোমোঠা গাওঁত আছে।

## শ্বহীদ হেমোৰাম পাতৰ

হেমোৰাম পাতৰে ১৯২৩ চনৰ আগষ্ট মাহত নগাওঁ জিলাৰ বাৰপূজীয়াত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম ৺লুডুৰ পাতৰ। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ২৬ আগষ্ট তাৰিখে জোঙালবলহু গড়ৰ ওচৰত গুৱাহাটী-নগাওঁ আলিবাটটোত যাতায়াত অচল কৰিবৰ কাৰণে আলিবাটটো কাটি থকা অৱস্থাত এটা মিলিটেৰী পহৰাদাৰী পুলিচ দল উপস্থিত হয় আৰু নিৰস্ত্ৰ লোকসকলৰ ওপৰত গুলী চালনা কৰে। সেই গুলীৰ আঘাতত তেওঁ মৃত্যু-মুখত পৰে। তেওঁৰ দুজন ককায়েক আৰু তিনি গৰাকী বায়েক বাৰপূজীয়াত আছে।

## শ্বহীদ তিলকচন্দ্ৰ ডেকা

নগাওঁ জিলাৰ চৰাইবাহীত ১৯২৪ চনৰ মে' মাহত তিলকচন্দ্ৰ ডেকাই জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম মণিৰাম ডেকা। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত তেওঁ অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ২৮ আগষ্ট তাৰিখে গাওঁৰ শান্তিসেনা পহৰাদাৰী হিচাবে কৰ্ম্মৰত অৱস্থাত এটা মিলিটেৰী দলক বাধা দিওঁতে তেওঁৰ ওপৰত গুলীচালনা কৰা হয় আৰু বেয়নেটেৰে খুচি শৰীৰ ক্ষতবিক্ষত কৰা হয় আৰু থিতাতে মৃত্যুৰ মুখত পৰে।

## শ্বহীদ ভোগেশ্বৰী ফুকননী

নগাওঁ জিলাৰ বৰহমপুৰৰ ভোগেশ্বৰ ফুকনৰ পৰিবাৰ ভোগেশ্বৰী ফুকননীৰ জন্ম হয় ১৮৮৫ চনৰ ডিচেম্বৰ মাহত। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ১৯ চেপ্তেম্বৰ তাৰিখে এটা শান্তিপূৰ্ণ শোভাযাত্ৰাত অংশ গ্ৰহণ কৰোতে এজন মিলিটেৰী কমাণ্ডাৰৰ গুলীত আঘাতপ্ৰাপ্ত হয়। তেওঁৰ মূৰৰ খোলা ভাগি যায়। উপযুক্ত চিকিৎসাৰ অভাৱত সেই গুলীৰ আঘাতৰ পৰিণাম স্বৰূপেই ২০ চেপ্তেম্বৰ তাৰিখে শেষ নিশ্বাস পেলায়। তেওঁ ৬ জন পুত্ৰ আৰু দুগৰাকী জী এৰি থৈ গৈছে।

## শ্বহীদ বলো সুত

বলো সুতে ১৯১৫ চনৰ চেপ্তেম্বৰ মাহত নগাওঁ জিলাৰ চলচলি বিৰহিচুকত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম আছিল ভেবেলা সুত। তেওঁ মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছৰ দ্বাৰা পৰিচালিত ১৯৪২ চনৰ 'ভাৰত ত্যাগ'



আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি ১৮।৯।৪২ তাৰিখে বৰহমপুৰ চাপৰিত এটা শান্তিপূৰ্ণ শোভাযাত্ৰাত অংশ গ্ৰহণ কৰোঁতে মিলিটেৰীৰ গুলীত আঘাত-প্ৰাপ্ত হৈ শেষ নিশ্বাস পেলায়; তেওঁ পত্নী, এটা ল'ৰা আৰু এজনী ছোৱালী সন্তান এৰি থৈ যায়।

## শ্বহীদ লক্ষ্মী হাজৰিকা

৺চেনাই হাজৰিকাৰ পুত্ৰ লক্ষ্মী হাজৰিকাৰ জন্ম হয় নগাওঁৰ শিঙিয়া পোটনি মৌজাৰ বৰহমপুৰ হাজৰিকাচুক গাওঁত ১৯০৭ চনৰ অক্টোবৰ মাহত। তেওঁ ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ১৮ চেপ্তেম্বৰ তাৰিখে বৰহমপুৰ চাপৰিত এটা শান্তিপূৰ্ণ শোভাযাত্ৰাত অংশ গ্ৰহণ কৰোতে মিলিটেৰী কমাণ্ডাৰ এজনৰ গুলীত আঘাতপ্ৰাপ্ত হৈ মৃত্যুবৰণ কৰে। তেওঁ পত্নী, তিনিটি ল'ৰা আৰু এজনী কন্যা এৰি থৈ যায়।

## শ্বহীদ গুণাভিৰাম বৰদলৈ

গুণাভিৰাম বৰদলৈয়ে ১৯১০ চনৰ মাৰ্চ্চ মাহত নগাওঁ জিলাৰ ভালুকমাৰী দৰভীয়া গাওঁত জন্ম গ্ৰহণ কৰে। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯৪২ চনৰ ২৬ আগষ্ট তাৰিখে জোঙালবলহু গড়ৰ ওচৰত গুৱাহাটী-নগাওঁ আলিবাটটোত যাতায়ত অচল কৰাৰ উদ্দেশ্যে আলিবাটটো কাটি থকা অৱস্থাত এটা মিলিটেৰী পহৰাদাৰী পুলিচ দল উপস্থিত হয় আৰু নিৰস্ত্ৰ লোকসকলৰ ওপৰত গুলী চালনা কৰে। সেই গুলীৰ আঘাতত তেওঁ মৃত্যুৰ মুখত পৰে।

## শ্বহীদ হেমৰাম বৰা

নগাওঁ জিলাৰ হাতীগড় গাওঁত হেমৰাম বৰাই ১৯১৯ চনৰ ১৫ অক্টোবৰত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম বৃকোদৰ গাওঁবুঢ়া। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ২৬ আগষ্ট তাৰিখে বেবেজীয়া গাওঁৰ গৰ্ভৱতী তিৰোতাকে ধৰি অনেক লোকৰ ওপৰত অত্যাচাৰ কৰি নগৰত আটক কৰি ৰখা লোকসকলৰ খবৰ কৰিবলৈ যোৱা এটা দলৰ ওপৰত বাঁদ দলঙৰ তলত লুকাই থকা সশস্ত্ৰ মিলিটেৰীৰ দল এটাই অতৰ্কিতে আক্ৰমণ কৰে আৰু হেমৰাম বৰা গুলীৰ আঘাটপ্ৰাপ্ত হৈ মৃত্যুৰ মুখত পৰে।

## শ্বহীদ কলাই কোঁচ

১৯১৭ চনৰ চেপ্তেম্বৰ মাহত নগাওঁ জিলাৰ শেনচোৱা কুমাৰগাওঁত জন্ম হয়। তেওঁ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অংশ গ্ৰহণ কৰে। ২৬ আগষ্ট তাৰিখে বেবেজীয়া গাওঁৰ গৰ্ভৱতী তিৰোতাক ধৰি অনেক লোকৰ ওপৰত অত্যাচাৰ কৰি নগৰত আটক কৰি ৰখা লোকসকলৰ খবৰ কৰিবলৈ যোৱা এটা দলৰ ওপৰত বীড দৰঙৰ তলত লুকাই থকা সশস্ত্ৰ মিলিটেৰীৰ দল এটাই অতৰ্কিতে আক্ৰমণ কৰে আৰু গুলী চলোৱাৰ ফলত কলাই কোঁচ আৰু হেমৰাম বৰা গুলীত আঘাতপ্ৰাপ্ত হৈ মৃত্যুমুখত পৰে।

## শ্বহীদ নিধানু ৰাজবংশী

নিধানু ৰাজবংশীৰ মৃত্যু বিবেকহীন লোকে ঘটোৱা এক শোকাবহ ঘটনা। কলেক্‌টিভ্ টেক্স সম্পৰ্কত, ফিৰিঙতিয়েই খাণ্ডৱদাহ হোৱাৰ দৰে, এজন নিঃকিন নিৰপৰাধী লোক পুলিশৰ গুলিত নিহত হব লগা হ'ল।

নিধানু ৰাজবংশী আছিল গোৱালপাৰাৰ ফকিৰাগাওঁৰ লোক। তেওঁৰ-পৰা মাত্ৰ ৮৲ টকা কৰ আদায় কৰিবলৈ এজন চিপাহীক পঠোৱা হৈছিল। তেওঁৰ আৰ্থিক অৱস্থা এনে নাছিল যে তেওঁ সেই টকা কিটা খুজিলেই দি দিব পাৰে। গতিকে চিপাহীয়ে তেওঁৰ হালোৱা গৰুহালকে নিবলৈ উলিয়ায়। নিধানুৱে সেই হালেই তেওঁৰ একমাত্ৰ হালোৱা গৰু বুলি কোৱাত চিপাহীটোৱে তেওঁক কৰ্কথনা কৰে আৰু গৰুহাল ঘূৰাই দিয়ে।

নিশা ১১ মান বজাত গোৱালপাৰাৰ মহকুমাধিপতি গোৱালপাৰালৈ ধুধনৈৰপৰা ঘূৰি যাওঁতে তেওঁ এই কথাৰ সন্দেহ পায় আৰু দুজন ইউৰোপীয় বিষয়া আৰু দুই লৰী সশস্ত্ৰ চিপাহী লৈ নিধানু ৰাজবংশীৰ ঘৰত উপস্থিত হয়। তেওঁক ওলাই আহিবলৈ কোৱা হ'ল কিন্তু তেওঁ তাত মান্তি নহ'ল। এই কথাত মহকুমাধিপতিয়ে ঘৰটো বেৰি ধৰি গুলী চলাবলৈ হুকুম দিলে। গুলীয়ে তেওঁৰ আঠুত আঘাত কৰিলে। আৰু আন এটা গুলীয়ে বেৰ ফালি গৈ বাহিৰত পহৰা দি থকা এজন চিপাহীৰ গাত লগাত তেওঁৰ থিতাতে মৃত্যু হ'ল। এই ঘটনাৰ পিচত চিপাহীহঁতে তেওঁৰ ঘৰৰ দুৱাৰ ভাঙি ভিতৰলৈ সোমাই গ'ল আৰু নিধানু ৰাজবংশীক সঙ্গীনেৰে খুচি খুচি ক্ষত-বিক্ষত কৰিলে; তাৰ ফলত তেওঁৰ মৃত্যু হ'ল। ই এক অবিবেচক লোকে কৰা অমানুষিক নৰ-হত্যাৰ বাহিৰে আন একো নাছিল।



## শ্বহীদ কমলা মিৰি

১৯৪২ চনত ৺কমলা মিৰিয়ে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা অপৰাধত ৬ মাহ কাৰাদণ্ড হয়। য়োৰহাট জেলত তেখেতক ৰখা হৈছিল। ১৯৪৩ চনত মহাত্মা গান্ধীৰ অনশনৰ লগতে তেখেতেও অনশন আৰম্ভ কৰে। ক্ৰমে তেখেত দুৰ্ব্বল হৈ পৰে আৰু ৰোগত আক্ৰান্ত হয়। তেখেতক জেল কৰ্ত্তৃপক্ষৰ তৰফৰপৰা প্ৰতিশ্ৰুতি-পত্ৰ চহী কৰি জেলৰপৰা মুক্তি হোৱাৰ কাৰণে নানা ৰকমৰ চল-চক্ৰান্ত, প্ৰলোভন দেখুৱা স্বত্বেও তেখেতে দৃঢ়তাৰে এটা মাত্ৰ বাক্য কৈছিল,—"মই আপোনালোক সকলোৰে মুক্তিৰ কাৰণেই এই নিৰ্য্যাতন ভোগ কৰিছোঁ। মোক এই অপমানজনক প্ৰতিশ্ৰুতি-পত্ৰত চহী কৰিবৰ কাৰণে এনে চল-চক্ৰান্ত বা প্ৰলোভন অনুগ্ৰহ কৰি যেন নেদেখুৱায়।" তেখেতৰ জেল ম্যাদৰ শেষ তাৰিখ আছিল ২৩ এপ্ৰিল কিন্তু জেলতে আগদিনাই ২২ এপ্ৰিলত মৃত্যু বৰণ কৰে।

* (১) শ্বহীদ স্মৃতি গ্ৰন্থৰ সৌজন্যত

† (২) ৺কেশৱ নাৰায়ণ দত্তৰ কৰ্ত্তৃক যুগুত শ্বহীদ স্মৃতি-গ্ৰন্থৰপৰা উদ্ধৃত।

# সুৰমা উপত্যকাত বিপ্লৱ

[ কেদাৰনাথ ভট্টাচাৰ্য্যৰ এই প্ৰৱন্ধটি অমৃতবাজাৰ পত্ৰিকাৰ ১৯৪৭ চনৰ প্ৰথম স্বাধীনতা সংখ্যাত প্ৰকাশ হৈছিল। ১৯৪৭ চনৰ আগষ্ট মাহলৈকে সুৰমা উপত্যকাও অসমৰে অংশ আছিল। ]

১৯৪২ চনৰ আগষ্ট আন্দোলনত সুৰমা উপত্যকা আৰু চিলেটৰ জন-সাধাৰণে কিদৰে অংশ গ্ৰহণ কৰিছিল তাৰে এটা চমু বিবৰণ তলত দিয়া হ'ল।

১৯৪২ চনৰ জুলাইত বহা কংগ্ৰেছ ৱৰ্কিং কমিটীৰ বৈঠকৰ পিচত দেশৰ আৰু যুদ্ধৰ অৱস্থা এনে দ্ৰুতগতিৰে বেয়াৰ ফাললৈ ঢাল খালে যে কংগ্ৰেছৰ নেতাসকলে বম্বেত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ বৈঠক আকৌ আহ্বান কৰিব লগা হ'ল। কংগ্ৰেছ অধিবেশন ৮ আগষ্ট তাৰিখে বহিল। তাতে কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে অনুমোদন কৰা—ভাৰত গোষ্ঠীভুক্ত নহ'বৰ কাৰণে, স্বাধীনতাৰ অধিকাৰ সাব্যস্ত কৰাৰ কাৰণে সৰ্ব্বাত্মক অহিংস গণ-আন্দোলন এটা আৰম্ভ কৰিব লাগে বুলি বৰ্ত্তমানৰ বিখ্যাত আগষ্ট প্ৰস্তাৱ আগবঢ়াই সতৰ্ক কৰি দিয়া হ'ল। মহাত্মা গান্ধীৰ নেতৃত্বত বৃটিছৰপৰা ক্ষমতা হস্তগত কৰাৰ কাৰণে ভাৰতৰ নেতাসকলে ৰাইজক আহ্বান জনায় আৰু উদ্গণি দিয়ে। কিন্তু লিন্‌লিথগো'ক গভৰ্ণৰ জেনেৰেল হিচাবে লৈ গঠিত ভাৰতৰ বৃটিছ চৰকাৰে তেওঁলোকৰ সামৰ্থ্য অনুযায়ী এই আন্দোলন দমন কৰিবলৈ প্ৰস্তুত হ'ল।

'ভাৰত ত্যাগ' প্ৰস্তাৱৰ চিয়াঁহী শুকাবলৈ নৌ পাওঁতেই বৃটিছ চৰকাৰে প্ৰথম আঘাত হিচাবে ৯ আগষ্টৰ প্ৰত্যুষতেই ভাৰতৰ সকলো কংগ্ৰেছী নেতাক আটক কৰাৰ সিদ্ধান্ত ললে। জনসাধাৰণৰ কাৰণে এইটো এটা প্ৰত্যাহ্বান আৰু বম্বে মহানগৰীত প্ৰথমে চৰকাৰৰ আতিশয্যৰ বাবে প্ৰথম বিক্ষোভ প্ৰদৰ্শন কৰা হয়। বম্বেত হোৱা সংঘৰ্ষ আৰু নেতাসকলৰ গ্ৰেপ্তাৰৰ বাতৰি সুৰমা উপত্যকাত শান্ত ভাৱেই গ্ৰহণ কৰিলে, কিন্তু এই অনিশ্চিত অৱস্থা ধুমুহাৰ আগৰ শান্ত অৱস্থাৰ দৰেহে আছিল। চিলেটত হৰতাল পালনৰ ব্যৱস্থা হ'ল আৰু তৎক্ষণাৎ শ্ৰীপূৰ্ণেন্দুকিশোৰ সেনগুপ্ত এম-এল-এ, নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সদস্য শ্ৰীকেদাৰনাথ ভট্টাচাৰ্য্য আৰু শ্ৰীচঞ্চল শৰ্ম্মাক ( তেতিয়া এজন কমিউনিষ্ট ) জেলত বন্দী কৰা হ'ল আৰু ৰাজনৈতিক বন্দী



হিচাবে গণ্য কৰিলে। ১১ আগষ্ট তাৰিখে উপত্যকাটো ইমূৰৰপৰা সিমূৰলৈ জাগ্ৰত হ'ল। চিলেটে এই বিষয়ত আগ ভাগ লৈ এটা ব্যাপক বিক্ষোভ প্ৰদৰ্শন কৰিলে। এই বিক্ষোভ প্ৰদৰ্শনত কংগ্ৰেছৰ প্ৰথম ডিক্টেটৰ শ্ৰীসৰলাবালা দেৱে ছাত্ৰ আৰু হেজাৰ হেজাৰ কৰ্ম্মীৰ নেতৃত্ব লৈছিল। ছাত্ৰসকলৰ ভিতৰত শ্ৰীমান হৰিনাৰায়ণ দাস, নবকুমাৰ ভট্টাচাৰ্য্য, হৃদেশৰঞ্জন দাস আদি অনেকেই অংশ গ্ৰহণ কৰিছিল। শিলচৰ, খাচী আৰু জয়ন্তীয়া পাহাৰৰ শ্বিলঙো পিচপৰি থকা নাছিল। ১১ আগষ্টৰপৰাই আঁচনি অনুযায়ী শান্তিপূৰ্ণ আৰু অহিংসভাৱে প্ৰতিবাদ, বিক্ষোভ আদি চলিয়েই থাকিল। মহিলাসকলে দলে দলে কাছাৰীত পিকেটিং কৰিছিল আৰু উকীল-মোক্তাৰসকলে পমেকৰ কাৰণে কাছাৰী বৰ্জ্জন কৰিছিল। পুলিচে অৱস্থাৰ পৰ্য্যবেক্ষণ কৰিয়েই থাকিল। ৯ৰ পৰা ১৬ আগষ্টলৈকে এক সপ্তাহ ক্ষমতা দখল কৰাৰ সপ্তাহ হিচাবে পালন কৰা হৈছিল আৰু চিলেটৰ সকলো পুলিচ থানা ১৬ আগষ্টত আক্ৰমণ কৰাৰ স্থিৰ কৰা হৈছিল। পুলিচে কিন্তু এই কথাৰ সন্তেদ পাই চোকা পহৰাৰ ব্যৱস্থা কৰিলে। তথাপি শ্ৰীশচীন্দ্ৰকুমাৰ দত্তৰ নেতৃত্বত শ্ৰীমনগান থানা আক্ৰমণ কৰা হ'ল। তেওঁৰ এইটো এটা ডাঙৰ প্ৰচেষ্টা আছিল। হাজাৰ লোকে হাজাৰ ঢোল আদি বজাই শোভাযাত্ৰা কৰি শ্ৰীমনগান পুলিচ থানা আৰু ৰেল ষ্টেচন দখল কৰিবলৈ আগবাঢ়ি গৈছিল, কিন্তু পুলিচে সকলো চেষ্টা প্ৰতিহত কৰিলে। বহুত লোকক আটক কৰিলে কিন্তু শ্ৰীদত্ত কোনো প্ৰকাৰে পলাই সাৰি লুকাই পৰিল।

চিলেট জিলাৰ সদৰত ছাত্ৰ-আন্দোলন শক্তিশালী হৈ উঠে। ৩১ আগষ্টত উপায়ুক্ত, জিলা ন্যায়াধীশ আৰু আন চৰকাৰী কাৰ্য্যালয়ত মহিলাসকলে পিকেটিং কৰাত গোটেই পৰিস্থিতি আয়ত্বৰ বাহিৰলৈ গ'ল। শ্ৰীযুতা স্নেহলতা দেৱী নামৰ এগৰাকী স্বেচ্ছাসেৱিকাই জজৰ আসনত বহিল। যেই কোনো পৰিস্থিতিতে তেওঁ আসনখন এৰি দিবলৈ মান্তি নহ'ল। যাতে কোনোৱে তেওঁক এই গাদীৰপৰা নমাব নোৱাৰে তাৰ বাবে ভালেমান মহিলাই কাছাৰীৰ দুৱাৰত পহৰা দি থাকিল। জজ ১০-৩০ মিনিটত কাছাৰীলৈ আহি দেখে যে তেওঁৰ আসনত এগৰাকী মহিলা বহি আছে। তেওঁ তৎক্ষণাত কাৰ্জে নামৰ পুলিচ অধীক্ষকজনক জনোৱাত তেওঁ এদল সশস্ত্ৰ পুলিচ লৈ উপস্থিত হ'ল। সেই পৰিস্থিতিত তেওঁও বিমোৰত পৰিছিল। তেওঁ প্ৰথমতে দুৱাৰত পহৰাৰত মহিলাসকলৰ লগত কথা-বতৰা পাতি টলাব নোৱাৰিলে। তেওঁলোক এক

ইফিও আঁতৰিবলৈ মান্তি নহ'ল আৰু যেই কোনো পৰিস্থিতিৰ সন্মুখীন হ'বলৈ সাজু হ'ল। এজন পুলিচ অধীক্ষকে এইটো সহ্য কৰা সম্ভৱ নহয়। তেওঁ বাটটো মুকলি কৰিবৰ কাৰণে এগৰাকী মহিলাক ঠেলা মাৰি দিয়ে, কিন্তু তেওঁক মাত্ৰ কেইইঞ্চিমানহে আঁতৰাব পাৰিলে। ইতিমধ্যে ভালেমান ছাত্ৰ, যুৱক আদি অৱস্থা চাবলৈ অহা লোক সমবেত হ'লহি। অৱস্থা অতি সাংঘাতিক হ'ল আৰু এগৰাকী সত্যাগ্ৰহীক কৰা অপমানৰ বাবে সকলোৱে উত্তেজিত হ'ল। মিঃ কাৰ্জেক ধৰি লৈ কোনোবা এজনে এটা ঘোচা মাৰিলে; তেওঁ কোন আছিল চিনাক্ত কৰিব পৰা নগ'ল। পুলিচ অধীক্ষকৰ মূৰৰ টুপী খহি পৰিল আৰু তেওঁ পৰি গ'ল। তেওঁক যথেষ্ট মাৰ-পিত কৰিলে। এই কাৰ্য্যত শ্ৰীগোপেন্দ্ৰচন্দ্ৰ বিশ্বাসে আগভাগ লৈছিল। মিঃ কাৰ্জেক অন্য কিছুমান যুৱকে ৰক্ষা কৰি জীৱন্তে পলাই যাবলৈ এৰি দিলে। কিন্তু এইটো কব লাগিব যে তেনে অৱস্থাতো পুলিচ দলে আৰু মিঃ মৰেৰচ্ নামৰ ভাৰতীয় উপায়ুক্তজনে অশেষ সংযম দেখুৱাইছিল। গুলী কৰাৰ হুকুম নিদি সাধাৰণ গুলী চালনাৰে গোট-খোৱা লোকক ছত্ৰভঙ্গ কৰালে। এই কথাই বিজুলীৰ দৰে প্ৰতিক্ৰিয়া কৰিলে আৰু নগৰৰ ল'ৰা, বুঢ়া, মহিলা সকলোৱেই আলিবাটলৈ ওলাই আহিল। যুৱকসকলৰ বিৰাট দলে কাছাৰী আৰু চৰকাৰী বিভাগ আৰু ঘৰবিলাক আক্ৰমণ কৰি বস্তু-বাৰী ধ্বংস কৰাত লাগিল। যি এই ঘটনা দেখিছিল তেওঁৰ ১৯১৭ চনত ৰাচিয়াত হোৱা বিপ্লৱৰ কথা মনত পৰিব। নগৰৰ ভিতৰে বাহিৰে টেলিগ্ৰাফৰ তাঁৰ কেইবা ঠাইতো বিচ্ছিন্ন কৰিলে। যুৱকসকলৰ এটা দলে ডাকঘৰ আক্ৰমণ কৰি গৰকাপ্তানি আলিয়েদি আগবাঢ়ি গৈ জিন্দাবাজাৰত আয়কৰ কাৰ্য্যালয় আক্ৰমণ কৰিলেগৈ; ইয়াৰ যথেষ্ট ক্ষতি সাধন কৰিলে। অফিচৰ আচবাব, কাগজপত্ৰ ভাঙিচিঙি আলিবাটলৈ উলিয়াই পেট্ৰোল ঢালি জুই লগাই দিলে। তাৰ পিচত উত্তৰ ফালে ওলাই গৈ এক্‌জিকিউটিভ ইঞ্জিনিয়াৰৰ অফিচৰ ভালেমান ধ্বংস কৰিলে। এইটো আচৰিত কথা যে ঘটনাৰ সময়ত পুলিচ ক'তো উপস্থিত হোৱা নাছিল। তেওঁলোক পিচতহে ঘটনাস্থলিত উপস্থিত হৈছিলগৈ। চিলেট টাউনত এয়ে ঘটিছিল।

কিন্তু এই সময়তে হবিগঞ্জত বয়সস্থ লোক শিবেন্দ্ৰচন্দ্ৰ বিশ্বাস, শ্ৰীযুত সুৰেন্দ্ৰচন্দ্ৰ বিশ্বাস, দুৰ্গা ভট্টাচাৰ্য্য আৰু আনসকলৰ নেতৃত্বত বিক্ষোভ প্ৰদৰ্শন কৰা হৈছিল। বনিয়া চুঙত জামিয়েট-কৰ্ম্মী মৌঃ মোৱাজিন হুছেইন চৌধুৰীৰ আৰু আনসকলৰ নেতৃত্বত এটা লেখত লবলগীয়া বিক্ষোভ প্ৰদৰ্শন হৈছিল।



চিলেটৰ আন এটা মহকুমা কৰিমগঞ্জত শ্ৰীযুত ৰবীন্দ্ৰনাথ আদিত্য আৰু শ্ৰীৰথীন্দ্ৰনাথ সেনে বিক্ষোভ প্ৰদৰ্শনত কৰাৰ দৰেই কাম কৰি যাবলৈ ধৰাত অৱস্থাই এক বেয়া ৰূপ ধাৰণ কৰিলে। গৰকাপ্তানি, ৰেল, ডাক আৰু পুলিচ বিভাগ বিমোৰত পৰিল। প্ৰত্যেক দিনেই অ'ৰ ত'ৰপৰা দলং ভঙা, টেলিগ্ৰাফৰ তাঁৰ কটা বা খুটা উঠোৱা আৰু ৰেলৰ লাইন উঠোৱাৰ চেষ্টা কৰাৰ বাতৰি আহিবলৈ ধৰিলে। প্ৰায় দুমাহৰ ভিতৰতে ৯৬টা টেলিগ্ৰাফ আৰু টেলিফোন লাইন বিচ্ছিন্ন কৰা, ২খন দলং ধ্বংস আৰু কমেও তিনি ঠাইৰ ৰেলৰ লাইন উঠোৱা কাৰ্য্য সংঘটিত হৈছিল। ইটাখোলাত ৰেলগাড়ী লাইনৰপৰা বগৰোৱাৰ কথা লুকুৱাব পৰা নগৈছিল আৰু লাটু আৰু বদৰপুৰৰ ঘটনা সৰু আছিল বুলি প্ৰচাৰ হোৱা নাছিল। ইটাখোলা আৰু কৰিমগঞ্জৰ ৰেলগাড়ী বগৰোৱাৰ কাৰ্য্য ১৯৪২ চনৰ ১১ নবেম্বৰত ঘটিছিল। এই কামবিলাক ইমান গোপনে হৈছিল যে পুলিচে কোনো ঘটনাকে ধৰা পেলাবপৰা নাছিল।

এই সময়তে সুনামগঞ্জৰ জগন্নাথপুৰত, চিলেটৰ বিশ্বনাথত আৰু হবিগঞ্জৰ নবীগঞ্জত তিনিটা পুলিচ থানা আক্ৰমণ কৰিব খোজা হৈছিল। এই চেষ্টা সম্পূৰ্ণ ফলৱতী কৰিব পৰা নগ'ল; কিন্তু কিছুহে কাৰ্য্যকৰী হ'ল বুলিব পাৰি। বিশ্বনাথৰ থানা-ঘৰটো ভস্মীভূত কৰা হয়। কীৰ্ত্তিভূষণ চৌধুৰী পলাতক হিচাবে থাকিল। বিশ্বনাথ গাৱঁত দণ্ডাত্মক কৰ লগোৱাৰ উপৰিও মানুহৰ ওপৰত জুলুম কৰিবলৈ ধৰিলে।

এই গোটেই সময় ছোৱাতে তৃতীয় ডিক্টেটৰ শ্ৰীযুত লাৱণ্য চৌধুৰীক কৰ্ত্তৃপক্ষই সহ্য কৰি আছিল; কিন্তু তেওঁক বেচি আগবাঢ়িবলৈ দিয়া উচিত নহয় বুলি ভাবিলে। তেওঁক আটক কৰাৰ কাৰণে ১৯৪২ চনৰ ১৫ নৱেম্বৰ তাৰিখে এখন অধিপত্ৰ (ওৱাৰেণ্ট) জাৰি কৰিলে। তেওঁক আটক কৰা হ'ল আৰু চিকিউৰিটি বন্দী হিচাবে আনসকলৰ লগত ৰখা হ'ল।

শ্ৰীযুত চৌধুৰীৰ পিচত জণ্টিয়াৰ মৌঃ ইব্ৰাহিম চৌতালি চতুৰ্থ ডিক্টেটৰ হিচাবে নিযুক্ত হ'ল। কিন্তু পুলিচে সকলো মুখ্য নেতাক আটক কৰিবলৈ বদ্ধপৰিকৰ হ'ল। মহিলা আশ্ৰমত থকা শ্ৰীযুত অবলাকান্ত গুপ্তক গ্ৰেপ্তাৰ কৰিলে। শ্ৰীযুতা সৰুচিলা দেবৰ ঘৰটো পুলিচে হঠাত আক্ৰমণ কৰিলে। ইয়াতে শ্ৰীযুত নিকুঞ্জবিহাৰী গোস্বামী, দুৰ্গেশচন্দ্ৰ দেব আদিক আটক কৰে।

সত্যাগ্ৰহ আন্দোলনটো মৌঃ ইব্ৰাহিম চৌতালিৰ নেতৃত্বত কেইদিনমান চলাৰ পিচত তেওঁকো আটক কৰা হ'ল। ১৯৪৩ চনৰ জানুৱাৰী মাহত সমগ্ৰ

ভাৰততে আন্দোলনটো নিম্নতৰ পৰ্য্যায়লৈ গ'ল। তথাপি শ্ৰীমঙ্গলৰ শ্ৰীযুত শচীন্দ্ৰকুমাৰ দত্তক পঞ্চম ডিক্টেটৰ হিচাবে মনোনীত কৰিলে। কিন্তু কেইদিন মানৰ ভিতৰতে তেওঁক আটক কৰি জেলত ভৰোৱা হ'ল। বাস্তৱিকতে আগষ্ট বিপ্লৱ ইয়াতেই শাম কাটিলে বুলিব পাৰি। অৱশ্যে তাৰ পিচতো কিছুমান যুবকক আটক কৰা হৈছিল আৰু ভালেমানৰ ঘৰ খানাতালাচ কৰা হৈছিল। এনে ঘেৰাও কৰি ৭২ জন যুবকক চিলেট টাউনত আটক কৰা হ'ল। পুলিচ অধীক্ষক মিঃ কাৰ্জেক অপমান কৰা আৰু ৩১ আগষ্টৰ গণ-বিপ্লৱৰ ইয়ে পৰিণাম। এই ৭২ জনক হাজোতত ৰখা হ'ল আৰু চিনাক্তকৰণ পেৰেডত কেইজনমানৰ বাহিৰে কাকো চিনাক্ত কৰিব পৰা নোহোৱাত বাকীসকলক মুক্তি দিলে। ইয়াৰ প্ৰায় সকলোৱেই ছাত্ৰ-নেতা আছিল। মৌঃ মহম্মদ এ-এস-এ-মোবাৰক বি-এলক নিৰাপত্তা বন্দী হিচাবে গণ্য কৰিলে। *

* শ্বহীদ স্মৃতি-গ্ৰন্থৰ সৌজন্যত

# স্বাধীনতা আন্দোলনত এভুমুকি

**শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা**

১৯২১ চনৰ আন্দোলনত মই যোগ দিয়া নাছিলোঁ। সেই সময়ত আইন পৰীক্ষাত উত্তীৰ্ণ হৈ গোলাঘাটত ওকালতি কৰোঁ। কিন্তু মোৰ ককাইদেউ ৺গুণীন্দ্ৰনাথ বৰুৱাক সেই আন্দোলনত যোগ দিবলৈ মই প্ৰেৰণা দিছিলোঁ। তেওঁৰ লগত গোলাঘাটৰ শ্ৰীতাৰাপ্ৰসাদ বৰুৱাইও জেল খাটিছিল।

মই প্ৰথমেই ১৯২৯ চনৰ আন্দোলনত যোগ দি কাৰাবৰণ কৰোঁ। তেজপুৰ জেললৈ মোক ৰাখিছিল। তাত মোৰ ওচৰৰ কোঠালিতে ছিলেটৰ জমিদাৰ ব্ৰজেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু এসময়ৰ অসমৰ আইন সভাৰ সভাপতি স্বৰ্গীয় বসন্তকুমাৰ দাসদেও আছিল।

১৯৩২ চনতো কাৰাবৰণ কৰিব লগা হৈছিল। আকৌ ১৯৪১ চনত সত্যাগ্ৰহ কৰি জেল খটাৰ সৌভাগ্যও মোৰ হৈছিল। শেহত ১৯৪২ চনত ৰাজনৈতিক বন্দী হিচাপে জেলত আটক থাকোঁ। সেইবাৰত যোৰহাট জেলত ৺গোপীনাথ বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি, ৺ডঃ হৰিকৃষ্ণ দাস, ৺সিদ্ধিনাথ শৰ্ম্মা, ৺কৃষ্ণনাথ শৰ্ম্মা, শ্ৰীদেবেশ্বৰ শৰ্ম্মা, শ্ৰীঅমিয়কুমাৰ দাস, ৺মৌলানা তৈয়বুল্লা আদি কেবাজনো দেশনেতাৰ লগত মোৰ একে লগে থকা আৰু ধেমালি কৰাৰ সৌভাগ্য ঘটিছিল। গোলাঘাটৰ ৺কমলা মিৰি গোপীনাথ বৰদলৈদেৱৰ বৰ প্ৰিয়পাত্ৰ আছিল। তেওঁৰ কোঠালৈ গৈ কমলা মিৰিয়ে সূতা কটা আৰু পঢ়িবলৈ শিকিছিল। আমি মাজে মাজে লোকপ্ৰিয় বৰদলৈদেৱৰ কোঠাতে নাম কীৰ্ত্তন কৰিছিলোঁ।

১৯৪১ চনৰ আন্দোলনত বহুতো মহিলাই কাৰাবৰণ কৰিছিল। তাৰ ভিতৰত উল্লেখযোগ্য—শ্ৰীমতী পুষ্পলতা দাস (বৰ্তমান এম-এল-এ), গোলাঘাটৰ ৺লক্ষ্মীপ্ৰিয়া বৰুৱা (৺শঙ্কৰ বৰুৱাৰ শাহুয়েক), গাৰঁৰ ৺নিগনি বুঢ়ী, শ্ৰীমতী ৰহিলা, শ্ৰীমতী সুমিত্ৰা, ৺প্ৰতিমা সুন্দৰী আদি আৰু মোৰ সহধৰ্ম্মিণী শ্ৰীমতী স্বৰ্ণলতা বৰুৱা।

মোৰ অন্তৰত দেশ স্বাধীন কৰা আৰু মহাত্মা গান্ধীৰ পদানুসৰণ কৰাৰ উদ্দেশ্যেই আন্দোলনবোৰত যোগ দিছিলোঁ। স্বৰ্গীয় দেউতাৰ হকা-বাধাকো

আওকাণ কৰি মই ১৯৩২ চনৰ আন্দোলনত যোগ দি কাৰাবৰণ কৰিছিলোঁ। ১৯৩২ চনত মই জেলৰপৰা আহি মাত্ৰ ৪ দিন মানহে পিতৃদেৱতাক পালোঁ। বোধকৰোঁ মোৰ শোকতেই তেখেতৰ মৃত্যুৰ দিন ওচৰ চাপি আহিছিল।

১৯৪২ চনৰ আন্দোলনত শঙ্কৰ বৰুৱাই অজ্ঞাতবাসে থাকি গাৱেঁ-গাৱেঁ ফুৰি আন্দোলন প্ৰাণৱন্ত কৰি ৰাখিছিল। সেই বিপ্লৱতে ১৯৪৩ চনত ৺কুশল কোৱঁৰক ৰেল লাইনচ্যুত কৰাৰ অপৰাঁধত অপৰাধী কৰি ফাঁচি দিয়া হয়।

অখিল ভাৰত কংগ্ৰেছ কমিটিৰ নিৰ্দ্দেশানুক্ৰমে কংগ্ৰেছ সেৱাদল ১৯২৭ চনত মাদ্ৰাজৰ শ্ৰীহাথিং গাড্ডি নামৰ এজন যুৱকৰ তত্বাৱধানত নগাৱঁত এটি কেম্প আৰম্ভ কৰে। তালৈ অসমৰ বহু ঠাইৰপৰা ডেকাসকল আহি শিক্ষা লয়। মোৰ আই-ডি-এফৰ ( Indian Defence Force ) ট্ৰেনিং থকাৰ কাৰণে যোগ দিয়াৰ প্ৰয়োজন নাছিল।

শ্ৰীহাথিং গাড্ডি যোৱাৰ পাচত মই কেইবাটিও সেৱাদল শিক্ষা শিৱিৰ গঠন কৰো; যথা—ৰামদীয়া, হাজো, জখলাবন্ধা আৰু গোলাঘাট টাউনত। প্ৰায় ২০০ মান স্বেচ্ছাসেৱকে মোৰ নিৰ্দ্দেশনাত শিক্ষা গ্ৰহণ কৰিছিল।

এটি মহিলা শিৱিৰো গোলাঘাট টাউনতে স্থাপন কৰা হৈছিল। শ্ৰীমতী বোধেশ্বৰী দাস ( এতিয়া হাজৰিকা ) আৰু মই অসমৰ বিভিন্ন ঠাইৰপৰা অহা প্ৰাৰ ৫০ গৰাকী মহিলাক ১৯৪৫ চনত কুচ-কাৱাজৰ শিক্ষা দিছিলোঁ।

সেৱাদল সংগঠনত বিশেষ সক্ৰিয়ভাবে যোগ দিয়া লোকসকল আছিল ৺হৰিনাৰায়ণ বৰুৱা ( তেওঁ মোৰ সহায়ক হিচাপে কাম কৰিছিল ), ৺দলবীৰ সিং লোহাৰ, শ্ৰীবৈকুণ্ঠনাথ সিং, শ্ৰীৰামপ্ৰসাদ শইকীয়া, ৺জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীলক্ষীধৰ বৰা প্ৰভৃতি।

১৯৪১-৪২ চনত হাজো কেম্পত ৺গোপীনাথ বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি, ৺সিদ্ধিনাথ শৰ্ম্মা আদি কেইবাগৰাকী লোকক মই শিক্ষা দিছিলোঁ। মেধি ডাঙৰীয়াই হাজোৰ নিজ ঘৰতে আমাক থাকিবলৈ সুবিধা দিছিল।

এই সেৱাদল সংগঠন অসমত এটি নামজ্বলা সংগঠন হৈ উঠিছিল আৰু সেই বিষয়ে সদৌ ভাৰত সেৱাদল সঞ্চালক শ্ৰী এচ-ভি-ইনামদাৰে ভাল মন্তব্য কৰিছিল। গোটেই অসমৰ প্ৰায় দহ হাজাৰ ডেকা সেৱাদলভুক্ত হৈছিল।

# ১৯৪২ চনৰ আন্দোলনত ছাত্ৰৰ ভূমিকা

**শ্ৰীহৰিমোহন হালৈ**

১৯৪২ চনত মই টীহু হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰ আছিলোঁ। স্বাধীনতা আন্দোলনৰ প্ৰধান নেতা মহামানৱ মহাত্মা গান্ধীয়ে ছাত্ৰসকলৰ প্ৰতি সকিয়াই দিয়া কাৰ্য্য আৰু নিৰ্দ্দেশ অনুসৰি আমি স্কুলৰপৰা ওলাই আহি স্বাধীনতা আন্দোলনৰ নেতাসকলৰ পৰামৰ্শক্ৰমে ঠায়ে ঠায়ে কেম্প গঠন কৰি সেইবিলাকত স্বেচ্ছাসেৱকৰ কাম কৰিছিলোঁ। টিহু অঞ্চলৰ বাইজৰ মাজত স্বাধীনতাৰ অনুপ্ৰেৰণা যোগাই তোলাৰ কাৰণে মিটিং পাতি সেইবিলাকত বক্তৃতা দি জনতাক জাগ্ৰত কৰিবলৈ যত্ন কৰিছিলোঁ।

১৯৪২ চনৰ চেপ্টেম্বৰ মাহত টীহু টাউনত অসমৰ শ্ৰদ্ধেয় জননেতা ৺ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু মাননীয় শ্ৰীনবনাৰায়ণ গোস্বামীদেৱে সত্যাগ্ৰহ কৰিছিল। সেই মিটিঙত তেখেতসকলৰ বাণী শুনাৰ কাৰণে হেজাৰ হেজাৰ লোকে চাৰিওফালৰপৰা আহি যোগ দিছিল। পৰিস্থিতি চাই বৃটিছ চৰকাৰে সেই ঠাইত কেবা ডজনো মিলিটেৰী নিয়োগ কৰিছিল। বগা মিলিটেৰীসকলে জনতাৰ পিনে লক্ষ্য কৰি বন্দুক টোৱাই আছিল। তথাপি জনতাই প্ৰাণৰ মমতা এৰি শ্ৰদ্ধেয় ডাঃ বৰুৱা আৰু গোস্বামীদেৱৰ তেজস্বী বক্তৃতা কাণপাতি শুনিছিল। সেইদিনাৰ সভাত টীহু অঞ্চলৰ ভোজকুছি গাৱঁৰ ৺গিৰীন্দ্ৰনাথ ঠাকুৰীয়ায়ো বক্তৃতা দিছিল। সেই সময়ত তেখেত কলেজৰপৰা ওলাই আহিছিল! মিটিঙৰ অন্তত শ্ৰদ্ধেয় বৰুৱা ডাঙৰীয়া, গোস্বামীদেৱ আৰু ঠাকুৰীয়াক পুলিচে বন্দী কৰি লৈ যায়। জনতাৰ মাজত বিৰাট হুলস্থুলৰ সৃষ্টি হয় যদিও জনতাই শান্তিপূৰ্ণভাৱে মনত দৃঢ়তাৰ ভাব লৈ সভা ভঙ্গ কৰি যায়। অধিক দৃঢ়তাৰে আন্দোলনত কাম কৰি যাবলৈ তেওঁলোক দৃঢ়প্ৰতিজ্ঞ হয়।

তেতিয়াৰপৰাই কামৰূপ জিলাৰ টীহু অঞ্চলত নেতাসকলক বন্দী কৰি জেলত সুমাই থোৱাৰ কাম আৰম্ভ হয়। আমি দশমমান শ্ৰেণীৰ ছাত্ৰসকলে কেইবাটাও দলত বিভক্ত হৈ কাম কৰি যাবলৈ আৰম্ভ কৰিলোঁ। সকলো সময়তে আমি প্ৰধান কংগ্ৰেছী নেতাসকলৰ পৰামৰ্শ সাৱোগত কৰি চলি আছিলোঁ। ১৯৪২ চনৰ চেপ্টেম্বৰ মাহত এদিন টীহু নগৰৰ মাজত হোৱা জনপূৰ্ণ

সভা এখনত বক্তৃতা দি থকা অৱস্থাত মিলিটেৰীয়ে মিটিঙখনকে ঘেৰাও কৰি লয় আৰু ছাত্ৰ-নেতা হিচাবে আমি চাৰিজনক বন্দী কৰি বৰমা থানালৈ লৈ যায়। বন্দীকেইজন হলোঁ—শ্ৰীহৰমোহন হ্যালৈ, শ্ৰীসূৰ্য্যকান্ত গোস্বামী, শ্ৰীদ্বীপেন শৰ্ম্মা আৰু শ্ৰীলোহিতচন্দ্ৰ শৰ্ম্মা। পিচদিনা আমাক বৰমা থানাৰপৰা গুৱাহাটী জেললৈ চালান দিয়ে।

আমাৰ পিচত দুই-এমাহৰ ভিতৰতে টীহু অঞ্চলৰপৰা আৰু বহুতো শ্ৰদ্ধেয় কংগ্ৰেছ নেতাক বন্দী কৰে। তেখেতসকলৰ ভিতৰত শ্ৰীপ্ৰসন্নকুমাৰ পাঠক, শ্ৰীসত্যনাৰায়ণ ডেকা, শ্ৰীৰঘুনাথ ভট্টাচাৰ্য্য (কবিৰাজ), শ্ৰীশৰৎ তালুকদাৰ, শ্ৰীবীৰেন দাস আৰু বহুতো আছিল।

জেলৰ ভিতৰত আমি অসমৰ বহুতো স্বনামধন্য নেতাক লগ পাইছিলোঁ। এমাহ কাল আমাক বিনা বিচাৰে জেলত আটক কৰি ৰখা হৈছিল। এমাহৰ পিচত আমি চাৰিজন ছাত্ৰক বিচাৰৰ কাৰণে জেলৰ কোৰ্টত হাজিৰ কৰা হৈছিল। পঢ়া ছাত্ৰ হিচাবে ভৱিষ্যতে আৰু আন্দোলনত যোগ নিদিওঁ বুলি লিখি দি জেলৰপৰা মুক্তি লভিবলৈ মেজিষ্ট্ৰেটে আমাক কৈছিল। কিন্তু আমি সেই কথাত মান্তি হোৱা নাছিলোঁ। বৰং জেলৰপৰা মুক্তি দিলেও আমি আন্দোলন কৰিম বুলি স্পষ্টভাৱে কৈছিলোঁ। তেতিয়া মেজিষ্ট্ৰেটে আমাক কোৰ্টৰ ভিতৰতে দিনটো আটক ৰাখি পিচত মুক্তি দিয়ে।

জেলৰপৰা ওলাই আহি দেখিলোঁ, স্কুলত পাতলকৈ হলেও ল'ৰা ভৰ্ত্তি হৈছেগৈ। নবেম্বৰ মাহত আমাৰ দশমমান শ্ৰেণীৰ ছাত্ৰসকলৰ বাচনি পৰীক্ষা আৰম্ভ হোৱাৰ যো-জা চলিছে। মোৰ বাচনি পৰীক্ষা দিয়া নহ'ল। কিন্তু সেই সময়ৰ টীহু হাইস্কুলৰ হেডমাষ্টৰ মাননীয় শ্ৰীৰমণীমোহন শৰ্ম্মাই মোক মাতি নি ফাইনেল পৰীক্ষাটো দিয়াৰ কাৰণে উপদেশ দিয়ে। বাচনি পৰীক্ষা দিয়া নহ'ল যদিও মই ফাইনেল পৰীক্ষা দিয়াৰ সুযোগ পালোঁ। পৰীক্ষান্ত তৃতীয় বিভাগত পাচ কৰিলোঁ। আন্দোলনৰ প্ৰেৰণাই মোক আৰু বেছি আন্দোলনমুখী কৰিলে। সেইবাবে মোৰ আৰু উচ্চশিক্ষা লোৱা নহ'ল। মোৰ ঘৰুৱা অৱস্থাও সিমান স্বচ্ছল নাছিল। সেইবাবে মই ঘৰতে বহি থাকিব লগাত পৰিলোঁ। ৰাজনৈতিক আন্দোলনত যোগ দিয়া বাবে চৰকাৰী চাকৰিতো আমাৰ স্থান নাইকিয়া হ'ল; কাৰণ তেতিয়াও বৃটিছৰেই আমোল আছিল।

আমাৰ গাৱঁত শিক্ষিত মানুহৰ সংখ্যা অতি তাকৰ আছিল। গাঁৱত উচ্চশিক্ষাৰ কোনো সুবিধাও নাছিল। সেইবাবে মই গাওঁবাসীৰে সেৱা কৰা



মনোভাৱ লৈ গাৱঁতেই এখন মাইনৰ স্কুল আৰম্ভ কৰিলোঁ আৰু তাত প্ৰায় এবছৰ কাল বিনাবেতনে শিক্ষকতাৰ কাম কৰিলোঁ। ভৱিষ্যতেও শিক্ষকতাৰ দ্বাৰাই হলেও সাধাৰণভাৱে দেশসেৱা কৰাৰ মনস্থ কৰিলোঁ। সৌভাগ্যবশতঃ স্কুলখনে সময়ত ঠন ধৰি উঠিল আৰু তিনিবছৰৰ ভিতৰতে চৰকাৰৰপৰা পাব-লগীয়া সকলো সাহায্য পালে। এই স্কুলত ৫ বছৰ চাকৰি কৰাৰ পিচত ভাৰতৰ ৰাষ্ট্ৰভাষা হিন্দীৰ যাতে অসমতো উন্নতি হয়, সেই মানসে মই দুবছৰৈত এটি হিন্দী প্ৰশিক্ষণ লওঁ। তাৰপৰা ঘূৰি আহি মই পুনৰ সেই স্কুলতে হিন্দী প্ৰচাৰৰ সুযোগ পাওঁ। সুখৰ বিষয়, এতিয়া আমাৰ এই হাৰিভাঙ্গা মাইনৰ স্কুলখন পূৰ্ণপৰ্য্যায়ৰ এখন হাইস্কুলত পৰিণত হৈছে। বৰ্ত্তমান মই উক্ত স্কুলতে হিন্দী শিক্ষক হিচাবে আছোঁ। শিক্ষকতাকে স্বাধীন ভাৰতৰ দেশসেৱা হিচাবে গ্ৰহণ কৰি শান্তি লাভ কৰিছোঁ।

# এড়োখৰ ভিতৰুৱা অঞ্চলৰ কথা

### শ্ৰীধাৰেশ্বৰ শৰ্ম্মা

হাজাৰ হাজাৰ ভাৰতীয় নৰ-নাৰী, ডেকা-গাভৰুৰ অহিংস, চূড়ান্ত ত্যাগৰ ফলত, ভাৰতবৰ্ষ বৃটিছ শাসোঁতাৰ কবলৰপৰা সম্পূৰ্ণৰূপে মুক্ত হ'ল ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা। তাৰ বাবে ভাৰতবাসীয়ে বহুবছৰ আন্দোলন কৰিব লগা হৈছিল। মহামানব গান্ধীজীৰ নেতৃত্বত ই আছিল এটা অভূতপূৰ্ব্ব বিপ্লৱ। ঢাল-তৰোৱাল, বন্দুক-বাৰুদ, আনবিক অস্ত্ৰ-শস্ত্ৰাদি আধুনিক মানুহ মৰা সা-সৰঞ্জাম একোৰেই দৰকাৰ হোৱা নাছিল—ইংৰাজৰ লগত যুদ্ধ কৰিবলৈ। মাত্ৰ দৰকাৰ হৈছিল—অহিংসা, সত্য, নিষ্ঠা, শ্ৰম আৰু অপৰিসীম ত্যাগ। গান্ধীজীৰ এই কেইটা অমোঘ অস্ত্ৰৰ প্ৰকোপত, সৰিয়হ ফুটালে ভূত পলোৱাৰ দৰে, মহাপৰাক্ৰমী—যাৰ সাম্ৰাজ্যত বেলি ডুব নেযায়, সেই বৃটিছৰাজ পলাল তৎভং নেপায়। এই যুদ্ধত গান্ধীজীৰ যিসকল সৈন্যৰ অসীম ত্যাগৰ কাৰণে ভাৰত-মাতৃ আজি মুক্ত আৰু বিশ্বত উচ্চশিৰ, সেইসকলৰ আত্মাৰ সদ্‌গতিৰ উদ্দেশ্যে গভীৰ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলোঁ। এই গ্ৰন্থতে ভালেমান কেইজনে ১৯২০ চনৰপৰা ১৯৪৫ চনলৈকে, ভাৰতীয় জনতাৰ লগতে অসমেও এই মুক্তি যুঁজত কিভাবে অৰিহনা যোগাইছিল তাক বিষদভাৱে আলোচনা কৰিছে; গতিকে মই আৰু সেই বিষয় দোহাৰিব খোজা নাই।

মই ইয়াত উত্তৰ কামৰূপৰ এটা ভিতৰুৱা অঞ্চলৰ সংক্ষিপ্ত বিৱৰণ এটি হে দিবলৈ চেষ্টা কৰিছোঁ। এই অঞ্চলটোৰ সেই সময়ত বৰখলা মাইনৰ স্কুলখনেই সকলো ছাত্ৰ-আন্দোলনৰ কেন্দ্ৰ স্বৰূপ হৈ পৰিছিল। মই তেতিয়া সেই মাইনৰ স্কুলৰে ছাত্ৰ। সেই অঞ্চলৰ ছাত্ৰসকলৰ সহযোগত এখন বিৰাট ৰাজহুৱা সভা বৰখলা স্কুল প্ৰাঙ্গণত অনুষ্ঠিত হয়। সভাত শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা আৰু শ্ৰীহেমচন্দ্ৰ বৰ্ম্মামজুমদাৰে দেশৰ সেই পৰিস্থিতিত ছাত্ৰসকলৰ কৰ্ত্তব্য সম্বন্ধে ওজস্বিনী ভাষাত দিয়া বক্তৃতাই ছাত্ৰসকলৰ মনত বিপ্লৱৰ ঢৌ তুলিছিল। বৰখলা স্কুলৰ এজন কৃতী ছাত্ৰ শ্ৰীতপোধৰ শৰ্ম্মাই দিয়া বক্তৃতায়ো ছাত্ৰসকলৰ মনত গভীৰ ৰেখাপাত কৰে। সেই সভাতে তপোধৰ শৰ্ম্মাক নেতা নিৰ্ব্বাচন কৰা হয় আৰু মোক সংগঠনৰ দায়িত্ব দিয়ে। স্কুলৰ প্ৰায় সকলো ছাত্ৰই স্কুল বৰ্জ্জন



কৰি স্কুলৰপৰা ওলাই আহে। তেতিয়া বৰখলাক কেন্দ্ৰ কৰি ছাত্ৰসকলৰ কৰ্ম্ম-পৰিষদ এখন গঠন কৰা হয় আৰু গাৱেঁ-ভূঁঞে বিদেশী বস্ত্ৰ কানি-ভাং-মদ বৰ্জ্জন আৰু খাদী প্ৰচলনৰ প্ৰচাৰ কৰা হয়। ছাত্ৰসকলে দল বান্ধি সামূহিক নেতৃত্বত আস্থা স্থাপন কৰি ৰঙীয়া অঞ্চলৰ আন্দোলনৰ গতি তীব্ৰতৰ কৰি তোলে। সেইসকলৰ নাম আজি স্মৃতি-ফলকৰপৰা মোচ খোৱা নাই। সেই কেইজন হ'ল শ্ৰীতপোধৰ শৰ্ম্মা, ধীৰদত্ত ডেকা, স্বৰ্গীয় গোবিন্দ শৰ্ম্মা, স্বৰ্গীয় শৰৎ শৰ্ম্মা, শ্ৰীপ্ৰতাপ চক্ৰৱৰ্ত্তী, শ্ৰীনবীন দাস, শ্ৰীতাৰিণী দাস, স্বৰ্গীয় যাদৱ দাস, স্বৰ্গীয় মহীকান্ত শৰ্ম্মা আদিৰ লগতে লিখকো উজাবলৈ যত্ন কৰিছিলোঁ।

১৯৩১-৩২ চনৰ আন্দোলনৰ সময়ত গাৱেঁ-ভূঞে থকা কংগ্ৰেছ স্বেচ্ছাসেৱকৰ শিবিৰবোৰ চৰকাৰে জুই লগাই পুৰি পেলায় আৰু স্বেচ্ছাসেৱকসকলক ধৰি মাৰ-কিল কৰে; ফলত আন্দোলনৰ গতি লোক-চক্ষুৰ অন্তৰালত আৰু তীব্ৰতৰ হৈ উঠে। স্বেচ্ছাসেৱকৰ শিবিৰবোৰৰ ঠাইত গঠন হয় কিছুমান গোপন শিবিৰ। নলবাৰীৰ ওচৰৰ বৰকুৰা নামে ঠাইত গঠিত হোৱা এনেকুৱা এটা শিবিৰৰ জৰিয়তে নলবাৰী অঞ্চলৰ দোকানবোৰত পিকেটিং চলোৱা হয়। এই শিবিৰত সদায় বত্ৰিশজন স্বেচ্ছাসেৱকে প্ৰশিক্ষণ লৈছিল। তেওঁলোকক ভাগ ভাগ কৰি ওচৰৰ কানিৰ দোকান আৰু বিদেশী বস্ত্ৰৰ দোকানত পিকেটিং কৰিবলৈ পঠোৱা হৈছিল। শ্ৰীকনক বৰ্ম্মণে কেম্পৰ দায়িত্ব বহন কৰিছিল। শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা আৰু শ্ৰীহেমচন্দ্ৰ বৰ্ম্মা মজুমদাৰে তেওঁলোকৰ সংগঠনিক কৃতিত্বৰে শিবিৰ পৰিচালনাৰ তদাৰক কৰিছিল। এই অঞ্চলৰপৰা যিটো দলে পিকেটিঙত অংশ গ্ৰহণ কৰিছিল, তেওঁলোক হ'ল ( সৰ্ব্বশ্ৰী ) তপোধৰ শৰ্ম্মা, ধীৰদত্ত ডেকা, প্ৰতাপ চক্ৰৱৰ্ত্তী, নবীন দাস, তাৰিণী দাস, ৺গোবিন্দ শৰ্ম্মা আৰু শৰৎ শৰ্ম্মা। আন এটা দলত ৺মহীকান্ত শৰ্ম্মা, ( সৰ্ব্বশ্ৰী ) উমা শৰ্ম্মা, হৰেন্দ্ৰ কলিতা আৰু মাণিক দাসক গুৱাহাটীলৈ পঠিওৱা হৈছিল। তেওঁলোকে গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ তত্বাৱধানত পিকেটিং কৰি পুলিচৰ অত্যাচাৰ আৰু কাৰাবাস ভোগ কৰিলে। সেই সময়ত নলবাৰীত পুলিচ বিষয়াসকলে গ্ৰেপ্তাৰ কৰা ভলণ্টিয়াৰসকলক জাৰকালি খালি গাৰে লৰ-চৰ কৰিব নোৱাৰাকৈ গোটেই নিশা থিয় কৰাই ৰাখিছিল; অলপ-অচৰপ লৰচৰ কৰিলেই বেতেৰে কোবাই ৰং চাইছিল। কিছুমানক একঁকাল পানীত নমাই কঁকালত ৰছী লগাই বাঁহৰ খুটাত গোটেই নিশা বান্ধি ৰাখিছিল। কিছুমানক মাজনিশা খোজ কঢ়াই নি অটব্য হাবিৰ মাজত এৰি দিছিলগৈ।

১৯৩০ চনৰপৰা ১৯৪০ চনলৈকে কেইবাখনো উল্লেখযোগ্য সভা-সমিতি এই অঞ্চলটোত হৈছিল। তাৰ ভিতৰত—

(১) ৺অম্বিকাগিৰি ৰায়চৌধুৰীৰ সভাপতিত্বত বৰখোলাত হোৱা ৰঙীয়া-নলবাৰী ছাত্ৰ সন্মিলনৰ অধিবেশন।

(২) ৺নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত কামৰূপ যুৱকসঙ্ঘৰ দেহাৰকুছি সেৱাশ্ৰমত বহা ৰাজহুৱা সভা।

(৩) ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ সভাপতিত্বত আৱাং মূৰত বহা ৰঙীয়া-নলবাৰী ছাত্ৰ সন্মিলনৰ অধিবেশন।

(৪) ৺পদ্মধৰ চলিহাৰ সভাপতিত্বত ভানুকুছিত বহা ৰঙীয়া-নলবাৰী ছাত্ৰ সন্মিলনৰ অধিবেশন।

(৫) ৺তৰুণৰাম ফুকনৰ সভাপতিত্বত বৰবাৰী সত্ৰত বহা পশ্চিম বৰিগোগ মৌজাৰ ছাত্ৰ সন্মিলন।

(৬) শ্ৰীশ্ৰীগড়মূঢ়ীয়া সত্ৰাধিকাৰ স্বৰ্গীয় পিতাম্বৰদেৱ গোস্বামী প্ৰভুৰ সভাপতিত্বত দেহাৰকুছিত বহা অস্পৃশ্যতা বৰ্জ্জনৰ সভা।

(৭) ৺সোণাৰাম দত্তৰ সভাপতিত্বত দেহাৰকুছিত বহা কামৰূপ যুৱক সঙ্ঘৰ সভা।

(৮) ৺কৃষ্ণদত্ত বুজৰবৰুৱা আৰু শ্ৰীধৰ্ম্মকান্ত শৰ্ম্মাৰ সভাপতিত্বত বৰখোলাত বহা অস্পৃশ্যতা বৰ্জ্জনৰ সভা।

(৯) 'অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাৰ সভাপতিত্বত কামৰূপ যুৱক সংঘৰ উদ্যোগত দেহাৰকুছিত হোৱা ছাত্ৰ সংগঠন বিষয়ৰ সভা।

গান্ধী-আৰউইন চুক্তি হোৱালৈকে এই গণ-আন্দোলন গাৱেঁ-ভুঁঞে সিঁচৰিত হৈ পৰিছিল। এই চুক্তিৰ পিছত স্বেচ্ছাসেৱকসকলে গাৱেঁ-ভুঁঞে গৈ সংগঠনৰ কামত ব্ৰতী হৈছিল। ৰাইজে এফালেদি ইংৰাজ চৰকাৰক ভয়ৰ চকুৰে চাইছিল, আনহাতেদি স্বেচ্ছাসেৱকসকলক সকলো প্ৰকাৰে সহায় কৰিছিল। মেল-মিটিং পতাৰ দিহা কৰাৰ উপৰিও মাদক দ্ৰব্য নিবাৰণ আৰু হাতে-কটা সুতাৰ কাপোৰৰ প্ৰচলনেই এই অঞ্চলটোত এটা নবন্যাস যুগৰ সঁহাৰি জনাইছিল। ৰাইজৰ ভিতৰৰে আৰু এচাম লোকৰ কথা উল্লেখ নকৰিলে সত্যৰ অপলাপ কৰা হব বুলি ভাবোঁ। এইচাম লোকৰ ভিতৰত আছিল সমাজত প্ৰতিপত্তিশালী ধনীলোক, মৌজাদাৰ, মণ্ডল, কাননগু আদি। এওঁলোকৰ সংখ্যা তাকৰীয়া হলেও স্বেচ্ছাসেৱকৰ চলন-ফুৰণৰ সন্ধান আদি পুলিচ বিষয়া



আদিক যোগাই ধন্য মানিছিল। তেওঁলোকৰ ভিতৰৰে দুই-এজনে স্বেচ্ছাসেৱকক কেম্পৰপৰা ধৰি নি বান্ধি লৈ মাৰ-ধৰ কৰাৰ দৃষ্টান্তৰো অভাব নহয়। আন-হাতেদি এই অঞ্চলৰ বণিক সম্প্ৰদায়ৰ বেছিভাগ লোকেই স্বেচ্ছাসেৱকসকলৰ আৱশ্যকীয় বস্তুৰ যোগান গোপনে হলেও ধৰিছিল। বেছিভাগ কৃষকেই ভলণ্টিয়াৰ হৈ স্বেচ্ছাসেৱকসকলৰ লগত পুৰাদমে সহযোগ কৰিছিল। দৈ-চপৰা গাৱঁত সেই গাৱঁৰ ৰাইজে এটা কেম্পঘৰ সাজি দিছিল। তাত আমাৰ ভলণ্টিয়াৰসকল থাকি বিলাতী বস্তু, কানি, ভাং, মদ আদি বৰ্জ্জনৰ কাৰণে পিকেটিং কৰে। সেই ভলণ্টিয়াৰসকলৰ ভিতৰত আছিল, (সৰ্ব্বশ্ৰী) ব্ৰজ কলিতা, কবিন কলিতা, ললিত কলিতা আৰু উত্তম কলিতা। পুলিচে উক্ত কেম্পঘৰটো জুই লগাই পুৰি দিয়ে আৰু কৰ্ম্মীকেইজনক গ্ৰেপ্তাৰ কৰি লৈ গৈ হাজোতত ৰাখি পিচত এৰি দিয়ে। এই কেম্পতে শ্ৰীঅমৃত ডেকা আদি কৰি অন্য কেইবাজনো কৰ্ম্মী থাকি এই অঞ্চলত সংগঠনৰ কাম কৰিছিল।

এনেকৈয়ে ১৯৩৯ চন পালেহি। গোটেই পৃথিৱী ব্যাপি দ্বিতীয় মহা-সমৰৰ শিখা জ্বলি উঠিল। হিটলাৰৰ নেতৃত্বত জাৰ্ম্মান সৈন্যই ইউৰোপ মহাদেশৰ এখনৰ পিচত আনখনকৈ কেইবাখনো দেশ জয় কৰিলে। লাহে লাহে ইংলণ্ডৰ ঘাই ভুমিটো ঘাইল কৰিবলৈ আৰম্ভ কৰি বৃটিছে মিত্ৰশক্তিৰ গোষ্ঠী এটা তৈয়াৰ কৰি ভাৰতবৰ্ষকো এই শক্তিৰ ভিতৰুৱা কৰি যুদ্ধত জড়িত কৰিলে। এই সিদ্ধান্তৰ বিষয়ে ভাৰতবাসীক এবাৰ সোধাৰো তেওঁলোকে প্ৰয়োজন বোধ নকৰিলে। ইয়াৰ বিৰুদ্ধে মহাত্মা গান্ধীয়ে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰি প্ৰতিবাদ জনালে। ১৯৪০ চনত মহাত্মাৰ দ্বাৰা পৰিচালিত একক সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। গুৱাহাটী জিলা কংগ্ৰেছ কমিটীয়ে আমাৰ অঞ্চলৰপৰা সত্যাগ্ৰহ কৰাৰ কাৰণে শ্ৰীকেশৱ ডেকা, শ্ৰীধীৰদত্ত ডেকা আৰু মোৰ নাম অনুমোদনৰ কাৰণে পঠালে; অনুমোদন আহিল। শ্ৰীকেশৱ ডেকাই কমাৰকুছিত সত্যাগ্ৰহ কৰিলে। এদিন জেলৰ হুকুম হ'ল। শ্ৰীধীৰদত্ত ডেকাই বাৰাংহাটীত আৰু মই বাহাৰঘাটত সত্যগ্ৰহ কৰিলোঁ। পুলিচে আমাক নধৰিলে। সত্যাগ্ৰহৰ নিয়ম অনুসৰি আমি ঘৰলৈ উভতি নগৈ ৩ মাহ কাল গাৱেঁ-গাৱেঁ সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি ফুৰোঁ। বিশেষকৈ উত্তৰ কামৰূপৰ ডাঠ হাবি-জঙ্গলেৰে ভৰা দেফেলী অঞ্চলত জনজাতীয় লোকৰ মাজত সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি যুদ্ধৰ বিৰুদ্ধে সংগঠনৰ কাম কৰোঁ। সেই অঞ্চলৰ শ্ৰীকান্দুৱা দাস নামৰ লোকজনে

আমাক আশ্ৰয় দি সকলো ৰকমে সহায় কৰাত আমি কৃতজ্ঞ। এই সময়-ছোৱাতে যিবোৰ ঠাইত সভা আহ্বান কৰা হৈছিল তাঁত ৰাইজৰ উপস্থিতি যথেষ্ট আছিল। ৰাইজৰ উৎসাহ-উদ্দীপনা দেখি আমাৰ কৰ্ম্মশক্তি বাঢ়িছিল আৰু মনত দুখ-ভাগৰৰ কথা অনুভৱ কৰিব নোৱাৰিছিলোঁ।

এই সংগঠন কাৰ্য্যবিলাকেই যে ১৯৪২ চনৰ গণ-আন্দোলন শক্তিশালী কৰিছিল, তাক নুই কৰিব নোৱাৰি।

# শুদ্ধাশুদ্ধ

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ১২ | ৪ | course | coarse |
| ১৪ | ৩ | শ্ৰীভগীৰাম | শ্ৰীবগিৰাম শইকীয়া |
| ১৪ | ৪ | শ্ৰীকুমুদ শৰ্ম্মা | শ্ৰীৰমা শৰ্ম্মা |
| ১৪ | ৮ | শ্ৰীফুলেশ্বৰ | ৺থুলেশ্বৰ বৰা |
| ৩৩ | ১৩ | গুৱাহাটীৰপৰা | গুৱাহাটীৰপৰা |
| ৩৪ | ৩ | শ্ৰীগিৰিকান্ত | শ্ৰীগিৰিকান্ত |
| ৩৮ | ১৪ | গ্ৰেপ্তাৱ | গ্ৰেপ্তাৰ |
| ৬০ | ১৬ | ১৩ এপ্ৰিল তাৰিখে জালিয়ানৱালাবাগ দিৱসত | ২৪ এপ্ৰিল তাৰিখে সৰ্ব্ব-ভাৰতীয় কংগ্ৰেছ দিৱসত |
| ৮৮ | ১০ | নিখিল কংগ্ৰেছ | নিখিল ভাৰত কংগ্ৰেছ |
| ৯৯ | ৫ | জানুৱাৰী মাহৰ ১৮ তাৰিখে | আগষ্ট মাহৰ ১৮ তাৰিখে |
| ১৬৮ | ১১ | উৰখিছে | উৰুখিছে |
| ১৭৪ | ২৯ | ষ্টুডিঅ'ৰ | ষ্টুডিৱ'ৰ |
| ১৮৩ | ২২ | শ্ৰীশ্ৰীপীতাম্বৰদেৱ | স্বৰ্গীয় পীতাম্বৰদেৱ |
| ২০৭ | ৪ | ভৱত শৰ্ম্মা | ভৰত শৰ্ম্মা |
| ২০৭ | ১৭ | নছয় | নহয় |
| ৩১০ | ৬ | তাকো পোৱা | তাকো খবৰ পোৱা |
| ৩১০ | ৮ | দেউতাকক | দেউতাক |
| ৩১২ | ২৯ | দোহৰে | দোহাৰে |
| ৩১৩ | ২ | থকা-মিলাৰ | থকা-মেলাৰ |
| ৩১৩ | ১২ | ককাই | কাকাই |
| ৩১৩ | ১৯ | বাৰকুৰি | বাটকুৰি |
| ৩১৫ | ১৪ | ৰছী বান্ধি | ৰছীৰে বান্ধি |
| ৩১৫ | ১৫ | যোজ কঢ়াই | খোজকঢ়াই |
| ৩১৬ | ৩০ | আছিল | নাছিল |
| ৩১৭ | ২১ | বাগৰিবৰ | বাগৰাৰ* |

* এনেকৈয়ে বৰ্ণাশুদ্ধিকে আদি কৰি আৰু অন্যান্য এশ-এবুৰি ভুল-চুক হৈ যোৱাটো স্বাভাৱিক হৈ পৰিল। শেহান্তৰতো ভালকৈ এবাৰ চকু ফুৰাই 'ভুল শুধৰণী' এখন পুৰাকৈ প্ৰস্তত কৰি উলিয়াই দিবলৈকো সময় কৰিব পৰা নহল। তাৰ বাবে আমি ৰাইজৰ ওচৰত ক্ষমাৰ প্ৰাৰ্থী। গ্ৰন্থখনিৰ কামত প্ৰেছত হাত দিয়াৰেপৰা ৰাইজৰ হাতত অৰ্পণ কৰিব পৰাকৈ সমাঙ্গ কৰি উলিওৱা হৈছে—মাত্ৰ ৪০।৪২ দিনৰ ভিতৰতে। এই গুৰুদায়িত্ব বহন কৰি 'নৱজীৱন প্ৰেছ'ৰ কৰ্ম্মীবৃন্দই দেখুউৱা কৰ্ম্ম-তৎপৰতা আৰু মাইকৈ শ্ৰীকালীচৰণ পাল ডাঙৰীয়াৰ বিচক্ষণ কৰ্ম্মকুশলতাৰ বাবে এই কাম সহজসাধ্য হৈ পৰিল তাৰ বাবে আমি তেখেতসকলৰ ওচৰত ঋণী।

কলিকতা
১৭।১।৭২

প্ৰকাশক

# অসম ৰাজ্যিক মুক্তি-যুঁজাৰু অভিবৰ্ত্তন
(১৯৭২)

## অভ্যৰ্থনা সমিতিৰ সভ্যসকল ঃ

শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা,
সভাপতি

শ্ৰীৰাধিকাৰাম দাস,
কাৰ্য্যকৰী সভাপতি

শ্ৰীলক্ষীধৰ বৰা,
সভাপতি, বিত্ত সমিতি

শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা,
সম্পাদনাধ্যক্ষ, স্মৃতিগ্ৰন্থ

শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী, কোষাধ্যক্ষ

শ্ৰীধাৰেশ্বৰ শৰ্ম্মা, সম্পাদক

শ্ৰীকামাখ্যা দাস, সম্পাদক

শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য, সম্পাদক

শ্ৰীনবীন গোস্বামী, সাধাৰণ সম্পাদক

### সদস্য

| | |
|---|---|
| শ্ৰীলীলাধৰ বৰুৱা | শ্ৰীআদ্যনাথ চক্ৰবৰ্ত্তী |
| শ্ৰীপবিন্দ্ৰনাথ শৰ্ম্মা | শ্ৰীলোহিতচন্দ্ৰ লহকৰ |
| শ্ৰীউপেন্দ্ৰনাথ নবিচ | শ্ৰীনৰেন চৌধুৰী |
| শ্ৰীৰবীন্দ্ৰনাথ নবিচ | শ্ৰীপ্ৰতাপ পাটোৱাৰী |
| শ্ৰীকেশৱচন্দ্ৰ বৰুৱা | শ্ৰীঠানু তালুকদাৰ |
| শ্ৰীহুলধৰ চক্ৰবৰ্ত্তী | শ্ৰীধনপতি বৰ্ম্মণ |
| শ্ৰীকণকচন্দ্ৰ বৰ্ম্মা | শ্ৰীখগেন্দ্ৰনাৰায়ণ কোঁৱৰ |
| শ্ৰীকমলেশ্বৰ মেধি | শ্ৰীকিৰিটীভূষণ চৌধুৰী |
| শ্ৰীহৰেশ্বৰ শৰ্ম্মা | শ্ৰীঅধীৰচন্দ্ৰ ধৰ |
| শ্ৰীযোগেন্দ্ৰনাথ ভট্টাচাৰ্য্য | শ্ৰীবলোৰাম কলিতা |
| শ্ৰীচন্দ্ৰপ্ৰভা শইকীয়ানী | শ্ৰীমানবেন্দ্ৰ শৰ্ম্মা |

শ্ৰীভূপেন্দ্ৰকুমাৰ বৰ্ম্মা
শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ
শ্ৰীসত্যনাথ ডেকা
শ্ৰীৰতিকান্ত সৰকাৰ
শ্ৰীসুশীলচন্দ্ৰ বো.:-
শ্ৰীবাৰীন্দ্ৰকুমাৰ ঘোষ
শ্ৰীলক্ষ্মীদেৱ বৰ্ম্মণ
শ্ৰীৰঘু ঠাকুৰীয়া
শ্ৰীতিতাৰাম কাকতী
শ্ৰীবলোভদ্ৰ দাস
শ্ৰীকীৰ্ত্তিৰাম বৰুৱা
শ্ৰীমাণিকচন্দ্ৰ দাস
শ্ৰীঅচ্যুত শৰ্ম্মা

শ্ৰীভাউৰীলাল চেৰাওগী
মহম্মদ কাদেৰ আলী
শ্ৰীফণীধৰ ঠাকুৰীয়া
শ্ৰীতৰুণচন্দ্ৰ গোস্বামী
শ্ৰীসুৰেন্দ্ৰনাথ কলিতা
শ্ৰীবাবীন দাস
শ্ৰীৰাধেশ্যাম আগৰৱালা
শ্ৰীভবেন্দ্ৰচন্দ্ৰ চৌধুৰী
শ্ৰীদীননাথ শৰ্ম্মা
শ্ৰীৰামচৰণ দাস
শ্ৰীৰবীন কাকতী
শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
শ্ৰীসতীশচন্দ্ৰ কাকতী

## অসম ৰাজ্যিক মুক্তি যুঁজাৰু অভিবৰ্ত্তন অভ্যৰ্থনা সমিতিৰ সভ্যসকল ঃ



বাওঁফালবপবা

চকীত বহি ঃ হবেন্দ্ৰনাথ তালুকদাব ( সভাপতি গঃ জিঃ কং কমিটী ), নাবায়ণচন্দ্ৰ ভট্টাচাৰ্য্য, হবেন্দ্ৰনাথ বৰুৱা, গিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী, লক্ষ্মীধৰ বৰা, দেবেন্দ্ৰনাথ শৰ্ম্মা, ৰাধিকাৰাম দাস, কণকচন্দ্ৰ বৰ্ম্মা, চন্দ্ৰপ্ৰভা শইকীয়ানী, কেশবচন্দ্ৰ বৰুৱা, নবেন্দ্ৰচন্দ্ৰ চৌধুৰী।

মাজৰ শাৰীত ঃ হলধৰ চক্ৰবৰ্ত্তী, বলোৰাম কলিতা, সুৰেন্দ্ৰনাথ কলিতা, যোগেন্দ্ৰনাথ ভট্টাচাৰ্য্য, কমলেশ্বৰ মেধি, হবেশ্বৰ শৰ্ম্মা, লক্ষ্মীদেৱ বৰ্ম্মণ, উপেন্দ্ৰনাথ নাবচ, ৰঘুনাথ ঠাকুৰীয়া, ভবেন্দ্ৰচন্দ্ৰ চৌধুৰী, খগেন্দ্ৰনাৰায়ণ কোঁৱৰ, ধাবেশ্বৰ শৰ্ম্মা।

পাছৰ শাৰীত ঃ ধৰণীধৰ ডেকা, হবি ভুঞা, ঠানুৰাম তালুকদাৰ, প্ৰতাপচন্দ্ৰ পাটোৱাৰী, কীৰ্ত্তিৰাম কলিতা, মানবেন্দ্ৰ শৰ্ম্মা, ধৰ্ম্ম পাটোৱাৰী, ঘনশ্যাম মহন্ত, নবীন গোস্বামী, ভূপেন্দ্ৰ বৰ্ম্মা, লোহিত নহৰুৱ।



শ্ৰীলক্ষ্মীধৰ বৰা
সভাপতি, স্মৃতিগ্ৰন্থ সমিতি।



শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা
সম্পাদনাধ্যক্ষ, স্মৃতিগ্ৰন্থ।



শ্ৰী বীন্দ্ৰচন্দ্ৰ চৌধুৰী
কোষাধ্যক্ষ, অভ্যৰ্থনা সমিতি আৰু
সভাপতি, ৰাজি- প-সমিতি।



শ্ৰীধাৰেশ্বৰ শৰ্মা
সম্পাদক, অভ্যৰ্থনা সমিতি।



শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য
সম্পাদক, অভ্যৰ্থনা সমিতি।

শ্ৰীলক্ষ্মীধৰ বৰা, সভাপ
শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী
শ্ৰী

শ্ৰী মাখ া দাস
সম্পাদক, অভ্য না সমিতি।



ামী, সম্পাদক

াস্বামী

ৰ শৰ্মা



শ্ৰীনবীন গোস্বামী
সাধাৰণ সম্পাদ  অভ্যৰ্থনা সমিতি।



শ্ৰীহৰেশ্বৰ শৰ্ম্মা
কাৰ্য্যাধ্যক্ষ, ৰন্ধন বিভাগ।



শ্ৰীযোগেন্দ্ৰনাথ ভট্টাচাৰ্য্য
কাৰ্য্যাধ্যক্ষ পৰিবেশন বিভাগ।

# অসম ৰাজ্যিক মুক্তিযুঁজাৰু অভিবৰ্ত্তন

## অভ্যৰ্থনা সমিতিৰ বিভিন্ন উপ-সমিতিসমূহ ঃ

### ষ্টীয়াৰিং কমিটি ঃ

| | |
|---|---|
| শ্ৰীদেবেন্দ্ৰনাথ শৰ্ম্মা, সভাপতি | শ্ৰীলোহিতচন্দ্ৰ লহকৰ |
| শ্ৰীলক্ষ্মীধৰ বৰা | শ্ৰীবলোৰাম কলিতা |
| শ্ৰীৰাধিকাৰাম দাস | শ্ৰীমানবেন্দ্ৰ শৰ্ম্মা |
| শ্ৰীপবিন্দ্ৰনাথ শৰ্ম্মা | শ্ৰীঅধীৰচন্দ্ৰ ধৰ |
| শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা | শ্ৰীধাৰেশ্বৰ শৰ্ম্মা |
| শ্ৰীৰবীন্দ্ৰনাথ কাকতী | শ্ৰীকামাখ্যা দাস |
| শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী | শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য |
| শ্ৰীৰবীন্দ্ৰনাথ নবিচ | শ্ৰীনবীন গোস্বামী, সম্পাদক |

### বিত্ত সমিতি ঃ

| | |
|---|---|
| শ্ৰীলক্ষ্মীধৰ বৰা, সভাপতি | শ্ৰীমানবেন্দ্ৰ শৰ্ম্মা |
| শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী, কোষাধ্যক্ষ | শ্ৰীউপেন্দ্ৰনাথ নবিচ |
| শ্ৰীভবেন্দ্ৰচন্দ্ৰ চৌধুৰী | শ্ৰীযোগেন্দ্ৰনাথ ভট্টাচাৰ্য্য |
| শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ | শ্ৰীনাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য |
| শ্ৰী লোৰাম কলিতা | শ্ৰীকামাখ্যা দাস |
| শ্ৰীবা  দাস | শ্ৰীধাৰেশ্বৰ শৰ্ম্মা |
| শ্ৰীৰবীন্দ্ৰন  বিচ | শ্ৰীনবীন গোস্বামী, সম্পাদক |

### পুঁজি সংগ্ৰহ উপসমিতি ঃ

| | |
|---|---|
| শ্ৰীগিৰীন্দ্ৰ চন্দ্ৰ চৌধুৰী, সভাপতি | শ্ৰীনবীন গোস্বামী |
| শ্ৰীভবেন্দ্ৰচন্দ্ৰ চৌধুৰী, আহ্বায়ক | শ্ৰীধাৰেশ্বৰ শৰ্ম্মা |

## আৱাস আৰু খাদ্য সমিতি ঃ

শ্ৰীভাউৰীলাল চাবাওগী, সভাপতি
শ্ৰীবলোৰাম কলিতা } যুটীয়া
শ্ৰীমানবেন্দ্ৰ শৰ্ম্মা } আহ্বায়ক
শ্ৰীলোহিত লহকৰ
শ্ৰীকিৰিটীভূষণ চৌধুৰী
শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ
শ্ৰীখগেন্দ্ৰনাৰায়ণ কোঁৱৰ
শ্ৰীযোগেন্দ্ৰনাথ ভট্টাচাৰ্য্য
শ্ৰীহৰেশ্বৰ শৰ্ম্মা
শ্ৰীনৰেন্দ্ৰ চৌধুৰী
শ্ৰীতিতাৰাম কাকতী
শ্ৰীকীৰ্ত্তিৰাম বৰুৱা

## পৰিবহন সমিতি ঃ

শ্ৰীভবেন্দ্ৰচন্দ্ৰ চৌধুৰী, সভাপতি
শ্ৰীবলোভদ্ৰ দাস, সম্পাদক
শ্ৰীকামাখ্যা দাস
শ্ৰীসুৰেন্দ্ৰনাথ কলিতা
শ্ৰীতৰুণচন্দ্ৰ গোস্বামী
শ্ৰীফণীধৰ ঠাকুৰীয়া

## স্বেচ্ছাসেৱক সমিতি ঃ

শ্ৰীৰবীন্দ্ৰনাথ নবিচ
শ্ৰীমাণিকচন্দ্ৰ দাস
শ্ৰীঅচ্যুত শৰ্ম্মা
মঃ কাদেৰ আলি

## স্মৃতিগ্ৰন্থ সমিতি ঃ

শ্ৰীলক্ষ্মীধৰ বৰা, সভাপতি
শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, সম্পাদনাধ্যক্ষ
শ্ৰীসতীশচন্দ্ৰ কাকতী
শ্ৰীগিৰীন্দ্ৰচন্দ্ৰ চৌধুৰী
শ্ৰীৰবীন্দ্ৰনাথ নবিচ
শ্ৰীৰবীন্দ্ৰনাথ কাকতী
শ্ৰীদীননাথ শৰ্ম্মা
শ্ৰী[illegible]মচৰণ দাস
শ্ৰী[illegible]প্ৰসাদ শইকীয়া
শ্ৰী[illegible]েন্দ্ৰচন্দ্ৰ চৌধুৰী
শ্ৰী[illegible]চন্দ্ৰ ভট্টাচাৰ্য্য
শ্ৰীকামাখ্যা দাস
শ্ৰীধাৰেশ্বৰ শৰ্ম্মা
শ্ৰীনবীন গোস্বামী

GAUHATI BANK LIMITED wishes all success to the ASSAM STATE FREEDOM FIGHTERS' CONVENTION.

GAUHATI BANK Ltd., was established by some prominent FREEDOM FIGHTERS. The Bank is still FIGHTING the cause of ECONOMIC FREEDOM of our people.

We humbly request our people to help us to continue the FIGHT for the ECONOMIC FREEDOM.

## GAUHATI BANK LIMITED

**Regd. H. O.—Gauhati.**

BRANCHES :—

**GAUHATI, JORHAT, SIBSAGAR, NOWGONG & TEZPUR.**

---

অসমৰ যি সকল দেশকৰ্ম্মী বীৰ-বীৰাঙ্গনাই নিঃস্বাৰ্থভাবে, নিজৰ সৰ্ব্বস্ব ত্যাগ কৰি, আনকি প্ৰাণ দান দিও ভাৰতৰ মুক্তি-সংগ্ৰামত অংশ গ্ৰহণ কৰি দেশৰ স্বাধীনতা লাভত সহায় কৰিছিল, সেই সকলৰ উদ্দেশ্যে আমি নিবেদন কৰোঁ আমাৰ শ্ৰদ্ধা আৰু ভক্তিৰ প্ৰণাম।

## অসম চিমেণ্টচ্ লিমিটেড্

২৬-এ, কেণ্টনমেণ্ট, জি-এচ ৰ'দ,

শিলং

---

মানুহে কেৱল খায়েই জীয়াই নেথাকে,
কিন্তু খাদ্য মানুহৰ প্ৰাথমিক প্ৰয়োজন।

এই প্ৰয়োজনকে সাৰোগত কৰি
আমাৰ খেতিয়কসকলে বিপুল উদ্যমেৰে
অধিক খাদ্য উৎপাদনত ব্ৰতী হৈছে।

অধিক উৎপাদনৰ লক্ষ্য লৈ
আজিৰ খেতিয়কে নতুন বীজ, নতুন সাৰ গ্ৰহণ কৰি
কৃষি অভিযান প্ৰবলতৰ কৰি তুলিছে
আৰু অধিকতৰ সফল ভবিষ্যতৰ সন্ধান দিছে।

আৰু আমি জানো :
আমাৰ খেতিয়কসকলে অধিক উদ্যমেৰে চলোৱা এই প্ৰচেষ্টাই কৃষকৰ নিজৰ আৰু দহৰ কল্যাণ সধাৰ উপৰিও—
দেশৰ অৰ্থনৈতিক ভেটি সবল কৰি তুলিব।

**অসম কৃষি বিভাগৰ প্ৰচাৰ শাখাৰ দ্বাৰা প্ৰচাৰিত**

প্ৰথমতে মানুহে বাস কৰিছিল হাবিত।
লাহে লাহে সভ্যতা প্ৰসাৰৰ কাৰণে হাবিবোৰ
ধ্বংস কৰি নগৰ আদি স্থাপন কৰা হল।
হাবি থাকিলগৈ সেইবিলাক ঠাইত
য'ত মানুহে সহজে ধ্বংস কৰিব নোৱাৰে

—কিন্তু—

এইদৰে জধে-মধে হাবিৰ বিনাশৰ অৰ্থই
সভ্যতাৰ প্ৰগতিক নুবুজায়—
কিয়নো, ইয়াৰপৰা মানুহৰ অৰ্থনৈতিক হানিহে
হোৱা দেখা যায়।

বনসম্পদৰ বিনাশ সভ্যতাৰ
বিকাশ নহয়—

—বৰঞ্চ—

বনসম্পদ বিনাশ মানে অৰ্থনৈতিক
অৱসান।

অসমৰ মুখ্য বন-সংৰক্ষকৰ দ্বাৰা প্ৰচাৰিত

*We pay our homage to late G. N. BORDOLOI, The Valiant Fighter for Freedom in whose memory—The LOKAPRIYA GOPINATH BORDOLOI MEMORIAL T. B. HOSPITAL AND SANATORIUM were established at GOPINATH NAGAR—Gauhati to ameliorate the suffering of humanity.*

*In Memory of*



For and on behalf of the Management of
L. G. B. M. T. B. Aid Society.

**GIRIN CHOUDHURY,**
*Honorary Secretary*